# নানা রঙের দিনগুলো

'NANA RANGAR DINBOR'
an Assamese translation of
Pablo Neruda's 'Memoirs'
by Dr. Kamala (Gohain) Sengupta.

Layout & Designed by
Udayan Biswas.

Published by
Sujit Kanti Bhattacharjee
Shanti Prakashan
Guwahati 781 001

Price : Rupees Sixty Only

পাবলো নেৰুডা

# নানা ৰঙৰ দিনবোৰ

আগকথা

ড° হীৰেন গোহাঁই

অনুবাদ

ডাঃ কমলা ( গোহাঁই ) সেনগুপ্ত

শান্তি প্ৰকাশন । গুৱাহাটী

প্রথম প্রকাশ : ডিসেম্বর ১৯৮৮

পরিবেশক

স্টুডেন্টস এম্পোরিয়াম

নতুন বাজার : ডিব্রুগড় ৭৮৬০০১

প্রকাশক

সুজিত ভট্টাচার্য্য

শান্তি প্রকাশন

পানবাজার গুয়াহাটী ৭৮১০০১

প্রচ্ছদ আরু অঙ্গবিন্যাস

উদয়ন বিশ্বাস

মূল্য : ৬০·০০ টাকা

মুদ্রক

শ্যামাচরণ মুখোপাধ্যায়

করুণা প্রিন্টার্স

১৩৮ বিধান সরণী

কলিকাতা-৪

# কবি নেৰুডাৰ স্মৃতিত এপাহ ফুল

পাবলো নেৰুডাৰ কবিতাৰ লগত অসমীয়া পাঠকৰ পৰিচয় ঘনিষ্ঠ বুলিব নোৱাৰি। তাৰ এটা প্ৰধান কাৰণ হ'ল ভাষাৰ অন্তৰায়। ইংৰাজী অনুবাদৰ জৰীয়তে নেৰুডাৰ কবিতাৰ ভাষাৰ বিশেষ ৰূপ-ৰস-গন্ধ-স্পৰ্শৰ আভাস পোৱা টান যেন লাগে। তেওঁৰ ভাষাৰ অবাধ, সহজ, ইন্দ্ৰিয়জ বৈচিত্ৰ্য ইংৰাজী ভাষাত ৰক্ষা কৰিব পৰা অনুবাদকো বেছি ওলোৱা নাই। তাতে পাবলো নেৰুডা হ'ল হুইটমেনৰ দৰে সকলো অভিজ্ঞতা, সকলো অনুভূতি আঁকোৱালি লোৱা কবি—প্ৰত্যাখ্যান বা বিসৰ্জন তেওঁৰ স্বভাৱ-বিৰুদ্ধ। সেয়ে প্ৰতীকবাদ আৰু আধুনিক কাব্যৰ বিৰুদ্ধে প্ৰচণ্ড ধিক্কাৰ জনাই উঠিও তেওঁ স্বচ্ছন্দে তেওঁৰ কবিতাত এনে বাক্য, শব্দ, কল্পচিত্ৰ ব্যৱহাৰ কৰিছে যিবোৰত সেই ধিকৃত ধাৰাবোৰৰে অনুৰণন স্পষ্ট।

কিন্তু আংগিকৰ বৈচিত্ৰ্য যেনেই নহওক, এই বিষয়ে সন্দেহ নাই যে নেৰুডা জনসাধাৰণৰ কবি, মানুহৰ কবি। পাৰ্থিব জীৱনৰ সকলো গ্লানি আৰু গৰিমা অকাতৰে তেওঁ নিজৰ কাব্যৰ অন্তৰ্ভুক্ত কৰি লৈছে। সেয়ে যৌন ক্ষুধাৰ পৰা ভোকাতুৰৰ পেটৰ জ্বালালৈকে, নিৰন্নৰ গ্লানিৰ পৰা দালাল বেশ্যাৰ জীৱন ৰেহালৈ কোনো অপ্ৰিয় দিশলৈ তেওঁ চকু নিদিয়াকৈ থকা নাই। আকৌ সেইবাবেই প্ৰেমৰ অলৌকিক তৃপ্তি, সৃষ্টিশীল শ্ৰমৰ অপূৰ্ব বিস্ময়, মানুহৰ প্ৰতি মানুহৰ দৰদৰ চিৰন্তন ৰহস্য তেওঁৰ কাব্যত ক্ষোদিত হৈছে অবিস্মৰণীয়ভাৱে। আৰু মানুহৰ এই প্ৰেম, সৃষ্টি আৰু আনন্দ মষিমূৰ কৰিব খোজা পুঁজিবাদী দানৱ সভ্যতাৰ বিৰুদ্ধে তেওঁৰ অভিশাপ আগ্নেয়গিৰিৰ উত্তাপেৰে উদ্‌গীৰ্ণ হৈছে। পৃথিৱীত মানুহৰ বাবে মানুহৰ শাসন প্ৰতিষ্ঠা কৰিব খোজা সমাজবাদৰ সংগ্ৰামত তেওঁ সেয়ে জড়িত হৈছিল কায়মনোবাক্যে। আজিও সংগ্ৰামী মানুহৰ জীৱনত নেৰুডা এখন নিছান। অথচ অকাতৰে এই সংগ্ৰামত লিপ্ত হৈও কবি নেৰুডাই তেওঁৰ কাব্যজীৱন অৱহেলা কৰা নাই। ৰাজনীতিৰ সাগৰত ওপৰেওপৰে সাঁতুৰি নুফুৰি তেওঁ যেন সত্তাৰ অতল সাগৰত বুৰ মাৰিছে আৰু সংগ্ৰামী মানুহৰ জীৱনৰ চূড়ান্ত সত্য উদ্ধাৰ কৰি আনিছে। এইবাবেই বিশ্বকবি নেৰুডা নিৰ্বিঘ্ন-ভাৱে দক্ষিণ আমেৰিকাৰ কবি, চিলিৰ কবি। তাৰ মতুৱাঁৰ

আৰু অৰণ্য, সাগৰ আৰু পাহাৰ, তাৰ আদিম জনজাতি আৰু নাগৰিক জীৱন, পৰিশ্ৰমী কৃষক আৰু পৰিশ্ৰান্ত খনিৰ বনুৱা তেওঁৰ কবিতাৰ বক্ষস্পন্দনত মিহলি হৈ আছে।

আধুনিক কবিৰ চৰম প্ৰলোভন হ'ল যন্ত্ৰযুগৰ শৃংখলিত জীৱনৰ পৰা আঁতৰি গৈ ব্যক্তিগত সত্তাৰ গুহা-গহ্বৰত জীৱনৰ আচল ৰূপ ধ্যান কৰাৰ প্ৰলোভন। ফলত তেওঁলোকৰ অপৰূপ সৃষ্টিতো সাধাৰণ জীৱনৰ, বিশ্বজনীন জীৱনৰ কোনো সাঁচ নবহে। প্ৰথম জীৱনৰে পৰা, আনকি আধুনিক কাব্য আন্দোলনৰ মাজত নিমগ্ন হৈ থকা কালতো, নেৰুডাৰ প্ৰবৃত্তি কেতিয়াও এনে জীৱনবিমুখ বা ব্যক্তিকেন্দ্ৰীক নাছিল। তাতে যেতিয়া ফেছিষ্টাদৰ পৈশাচিক আক্ৰমণত তেওঁৰ দ্বিতীয় স্বদেশ স্পেইন লুণ্ঠিত হ'ল, তেওঁ তীব্ৰ বেদনা আৰু উৎকণ্ঠাৰে আহ্বান দিলে।

সেনানায়ক হঁত
বিশ্বাসঘাতক হঁত
চাই ল মোৰ ঘৰটিৰ মৰণদশা
চাই ল স্পেইনৰ ধ্বংসলীলা।
ফুলৰ জেউতিৰ ঠাইত
ঘৰটিৰ পৰা জিলিকে বন্দুকৰ বাৰুদ
স্পেইনৰ নৰ্দমাৰ পৰা
ওলাইছে চা স্পেইন
নিহত শিশুবোৰৰ মাজৰ পৰা ·· ···

আচৰিত নহয়, প্ৰগতিশীল আয়েণ্ডে' চৰকাৰক ওফৰাই সামৰিক একনায়কত্ব প্ৰতিষ্ঠা কৰিবলৈ যি প্ৰতিক্ৰিয়াশীল সাম্ৰাজ্যবাদী চক্ৰান্ত হৈছিল, তাৰ ধ্বংসলীলাৰ মাজতে নেৰুডাৰ মৃত্যু ঘটে। বহুতে ভাবে তেওঁক হত্যা কৰা হ'ল।

তথাপি নেৰুডা জীৱনৰ কবি, জীৱনৰ প্ৰতি মোহ, জীৱনৰ প্ৰতি পিয়াসাৰ কবি। সেই কবিজনৰ অবিস্মৰণীয় আত্মকথা অসমীয়ালৈ অনুবাদ কৰিছে কলিকতা-প্ৰবাসী মোৰ বাইদেউ ডাঃ কমলা সেনগুপ্তই। হাঁহি আৰু চকুলো, আনন্দ আৰু বেদনা, প্ৰেম আৰু বিস্ময়, কটাক্ষ আৰু সহানুভূতি, ৰামধেনুৰ দৰে জিলিকি আছে ইয়াৰ পাতে পাতে।

আশাকৰোঁ এইখন পঢ়ি উঠি অসমীয়া পাঠকে নেৰুডাৰ কবিতা বিচাৰি পঢ়িব।

দিল্লী, ২৮ ৮ ৮৮ হীৰেন গোহাঁই

# সূচীপত্ৰ

## গাঁৱৰ গাঁথা



---



---

## জগতৰ বাটে-পথে



---

## উজ্জ্বল নিৰ্জনতা

## সূচীপত্ৰ

### মেক্সিকো



---

### এক্কাৰৰ কৰলত মোৰ দেশ



---

### নিৰ্বাসনৰ আৰম্ভ আৰু শেষ

# সূচীপত্ৰ



---

## কবিতা-জীবিকাৰ উপায়

## সূচীপত্ৰ



---

## মিঠুৰ প্ৰিয়তম জন্মভূমি

# গাঁৱৰ ল'ৰা

## চিজিৰ অৰণ্য

আগ্নেয়গিৰিৰ নামনিত, বৰফেৰে ঢকা পৰ্বতৰ কাষত, বিশাল হ্ৰদবোৰৰ মাজত সুগন্ধি, নিজান, গছৰ ডাল-পাতেৰে ঠাহ খাই থকা চিজিৰ অৰণ্য-গছৰ পাত সৰি তলখন ঢাকি পেলাই থৈছে। মোৰ ভৰি দুখন সেই পাতত পোত খায়। এটি সৰু লেহুকা ডাল মৰ্‌মৰ্‌কৈ ভাঙি পৰে, দৈত্যৰ নিচিনা প্ৰকাণ্ড বৌলি গছবোৰে আকাশলৈ মূৰ তুলি চায়—সিহঁতৰ গা কাইটেৰে ভৰা। নিস্তব্ধ হাবিখনৰ মাজৰ পৰা চৰাই এটা উৰি যায়, তাৰ ডেউকা দুখনে থপ্‌থপায়, উৰি গৈ সি বেলিৰ পোহৰ কেতিয়াও নোসোমোৱা জঙ্গলৰ ভিতৰলৈ গৈ এটা ডালত বহেগৈ। আৰু সেই লুকুৱা ঠাইখিনিৰ পৰা শিঙা বজাৰ দৰে তাৰ কুৰুলি শুনা পাওঁ··লবেল গছৰ বনৰীয়া সুগন্ধ বল্‌ডো গছৰ দৰৱ-দৰৱ গোন্ধ নাকৰ ভিতৰেদি সোমাই গৈ মোৰ গোটেই দেহাত বিয়পি পৰে। গুৱাইটেকাছ অঞ্চলৰ চাইপ্ৰেছ গছবোৰে মোৰ বাট ভেটি ধৰিছে—ই এখন বিনন্দীয়া গছৰ মুধৰ ৰাজ্য, বীণাৰ সুৰৰ দৰে চৰাইৰ কুৰুলি, গছৰ পাতেদি থকা-সৰকা আকাশ—এছটা শিলত মই খুন্দা খালোঁ, শিল ছটাত এটা গাঁত আছিল—মই দেখা নাপালোঁ। ৰঙা লোমৰ, কেঁকোৰাৰ দৰে বিৰাট এটা মকৰাই নিথৰ হৈ মোলৈ চকু টেলেকাই চাই আছে। সোণালী ৰঙৰ কেৰেৰাছ গুৱৰুৱাই মোৰ নিচেই কাষতে উশাহ নিশাহ লৈছে। লগে লগে ৰামধেনুৰ সাতৰঙা জেউতি বিজুলীৰ চমকৰ দৰে নিমিষতে লুকাইছে। ঢেঁকিয়া শাকৰ গছবোৰ মোতকৈও ওখ—সিঁহতৰ পাতবোৰৰ সেউজীয়া চকু যেনহে আছে, আৰু সেই চকুৰ পানীয়ে মোৰ মুখখনত পৰি যেন আলফুলকৈ ধুৱাই দিলে। পাতবোৰে পিঠিখনত বিছি দিলে। মৰা গছৰ গুৰি দেখিবলৈ মহামূলীয়া সম্পদৰ দৰে হৈছে। ইয়াৰ দুখন কাণ হৈছে ক'লা আৰু নীলা কাঠফুলা। ৰঙা পৰজীৱি ফুলে গাটো ৰঙা পোৱাল মণিৰে সজাইছে, আৰু এবিধ লতাই দাড়িৰ দৰে ওপৰৰ পৰা ওলমিছে। মৰা গছডালৰ পৰা হঠাৎ জীৱন্ত প্ৰাণীৰ উশাহ নিশাহৰ দৰে এটা বনত কালৰ সাপে জাঁপিয়াই পলাল, যেন গছডালৰ

আঞ্চাটোহে বাহিৰ ওলাই গ'ল। আৰু অলপ আগুৱাই গলোঁ, প্ৰতি ভাল গছ বেলেগ বেলেগ হৈ থিয় দি আছে। অৰণ্যৰ গদ্‌পদ্‌ত সম্পদৰ ওপৰত প্ৰকৃতিয়ে মখমলৰ চাদৰ এখন পাৰি থৈছে, আৰু এই গছবোৰে আকাশলৈ ডেউকা মেলি দিছে, গছৰ পাতবোৰেই বা কিমান বিধৰ—কোনোখিলা শাৰী পাতি সজোৰা, কাৰো গা কাঁইটীয়া, বাঠিৰ নিচিনা, কাৰোবাৰ আগটো জোঙা, কাৰোবাৰ আকৌ থোপোকা, যেন কেঁচিৰেহে কাটি হুবেক ৰকম গঢ় দিয়া হৈছে। এটা গিৰিসঙ্কট—তলেদি ফটিকৰ দৰে ফটফটীয়া পানী গ্ৰানাইট আৰু জেহপাৰ পাথৰত পিছলি পৰি বৈ গৈছে। পাতল নেমুৰঙীয়া পখিলা এটি পানী আৰু বেলিৰ পোহৰৰ মাজত নাচি পাৰ হৈ গ'ল ⋯⋯ ওচৰতে জোতাৰ লেখীয়া হালধীয়া ফুলে মূৰ দোঁৱাই নাচিব লাগিছে⋯তাতকৈ ওপৰৰ পিনে ৰঙা কঁপিহিউ ফুল এই মায়াবী অৰণ্যৰ শিৰা-উপশিৰাৰ পৰা টোপালে টোপালে তেজৰ দৰে ওলমিব লাগিছে। ৰঙা কঁপিহিউ তেজৰ চিন, আৰু বগা কঁপিহিউ ৰৰফৰ চিন। নিজান অৰণ্যত শিয়াল এটাই বিজুলীৰ গতিত পাৰ হৈ গ'ল, গছৰ পাতবোৰ যেন কঁপি উঠিল। কিন্তু নীৰৱতাই অৰণ্য জগতৰ ৰীতি। বহুত দূৰৰ পৰা কেইটামান ভয়াতুৰ জন্তুৰ শুনা-নুশুনা চিঞৰ কাণত পৰিছাহি। ক'ৰবাত লুকাই থকা এটা চৰাইৰ চিঞৰি মৰা কুৰুলি স্থাৱৰ জগতৰ এটা নিজা কোমল সুৰ-লহৰী আছে, কেতিয়াবা ধুমুহা আহিলেহে গোটেই পৃথিৱী থাঁহিমুহি নতুন সঙ্গীতৰ সৃষ্টি কৰে।

চিলিৰ অৰণ্য নেদেখা মানুহে আমাৰ পৃথিৱী নামৰ গ্ৰহটোক সম্পূৰ্ণকৈ নাজানে।

এই প্ৰকৃতিৰ ৰাজ্যৰ বোকাপানী, নিৰ্জনতা পাৰ হৈ, গোটেই জগত ভ্ৰমিবলৈ, গান গাবলৈ ওলাই আহিলোঁ।

## ল'ৰাকাল আৰু কবিতা

ল'ৰাকালৰ দিন আৰু বছৰবোৰৰ কথা কৈয়ে মই আৰম্ভ কৰোঁ। সেই সময়তে মোৰ স্মৃতিত উজ্জ্বল হৈ আছে পাহৰিব নোৱাৰা বৰষুণ। উত্তমাশা অন্তৰীপৰ আকাশত, কুমেৰু দেশৰ পৰা বিৰাট জলপ্ৰপাতৰ দৰে এই সীমান্ত দেশলৈ অহা দখিণী বৰষুণৰ ৰোৰটো প্ৰবল। আমাৰ দেশৰ বনবীয়া পশ্চিম

অঞ্চলত—এই সীমান্ত দেশত জীৱনৰ প্ৰথম ক্ষণতে মই মাটি, কবিতা আৰু বৰষুণৰ পিনে চকু মেলি চালোঁ।

দক্ষিণ আমেৰিকাৰ এই চেঁচা বৰষুণ ক্ষন্তেকতে আহি, ক্ষন্তেকতে নীলা আকাশত বিলীন হোৱা গৰম বৰষুণৰ দৰে নহয়। দক্ষিণৰ বৰষুণ ধৈৰ্য্যশীল ঘোলা আকাশৰ পৰা নেবানেপেৰাকৈ ধাৰাসাৰে পৰে।

আমাৰ ঘৰৰ আগফালখন এখন বোকাৰ সমুদ্ৰত পৰিণত হৈছিল। খিৰিকীৰে, বৰষুণৰ ভিতৰত মাজবাটতে এখন গৰুৰ গাড়ী বোকাত পোত গৈ থকা মোৰ চকুত পৰিছে। গধূৰ, ক'লা গৰম কোট পিন্ধা এজন চহাই খাতি গৰু দুটাক পিটিছে—বোকা আৰু বৰষুণত সিহঁতে বাট বুলিব পৰা নাই।

এই ঠাণ্ডা আৰু বৰষুণৰ মাজতো আমি কেঁচা আলিবাটেদি, এছটা এছটা শিল জপিয়াই পাৰ হৈ স্কুললৈ গৈছিলোঁ। বতাহে আমাৰ ছাতি উৰুৱাই নিছিল। বৰ্ষাতিৰ দাম খুব বেছি। হাতমোজা মোৰ অপছন্দ আছিল। জোতাবোৰ ভিজি চপচপীয়া হৈ পৰিছিল। আখলৰ কাষত শাৰী শাৰীকৈ শুকাবলৈ দিয়া মোজাবোৰৰ দৃশ্য মোৰ সদায় মনত থাকিব। তাৰ লগতে এসোপা জোতাও। শুকাওঁতে খেলনা ৰেলগাড়ীৰ দৰে ধোঁৱা উলিয়াইছিল। মাজে মাজে নৈৰ পাৰৰ চহৰৰ দুখীয়া অঞ্চল বানপানী আহি উটুৱাই নিছিল। পৃথিৱী যেন সেই সময়ত লৰচৰ কৰি কঁপি উঠিছিল—কেতিয়াবা আকৌ পৰ্বতৰাজিৰ ওপৰত পোহৰৰ মালা জিলিকি উঠিছিল—লাইমা পৰ্বতৰ আগ্নেয়গিৰিৰ টোপনি ভাগিছিল।

টেমুকো এখন আগশাৰীৰ চহৰ—ইয়াৰ কোনো অতীত ইতিহাস নাই। বহুত চীনামাটিৰ দোকানেৰে ই ভৰপূৰ। ৰেড ইণ্ডিয়ানসকলে পঢ়িব নজনা বাবে এই দোকানবোৰে চকুত পৰাকৈ ৰাস্তাত জাননী দি থয়। প্ৰকাণ্ড এখন হেতা, বিশাল আকৃতিৰ ভাতৰ চৰু, দৈত্যৰ দৰে তলা-চাবি, এখন প্ৰকাণ্ড চামুচ—আৰু দূৰত জোতাৰ দোকানৰ চিন—প্ৰকাণ্ড এপাত বুটজোতা।

দক্ষিণৰ পিনে টেমুকোতে চিলিৰ মানুহৰ বসতি শেষ হৈছে। ইয়াৰ পুৰণি দিনৰ দীঘল ইতিহাস তেজৰ চেকাৰে কলঙ্কিত হৈ আছে।

আৰাকাউনিয়ান ইণ্ডিয়ানসকলে স্পেনৰ আক্ৰমণকাৰীবোৰৰ লগত তিনিশ বছৰ ধৰি নেবানেপেৰাকৈ ঘোৰ যুদ্ধ কৰি হাৰিল—আৰু পিছত বিজয়ী বিদেশীবোৰৰ খেদাত এই ঠাণ্ডা অঞ্চল পালেগৈ। কিন্তু চিলিৰ মানুহে

আবোকাউনিয়াত শান্তি স্থাপন কৰাৰ কাম চলায়ে থাকিল। বিদেশীবোৰে জুই আৰু তেজৰ প্ৰকোপ দেখুৱাই নিজৰ দেশৰপৰাই আৰাকাউনিয়ান মানুহক খেদাব খুজিছে—ইণ্ডিয়ানসকলৰ বিপক্ষে অস্ত্ৰ ব্যৱহাৰ কৰা হৈছে—গাঁৱৰ পিচত গাঁও জ্বলাই দিয়া হৈছে, আৰু তাৰ পিছতে কপট পিতৃসুলভ দয়া দেখুৱাই মদ-ভাং আৰু আইনৰ অত্যাচাৰৰ সহায় লৈছে। খেতিপথাৰৰ পৰা তেওঁলোকক খেদাই দিয়াত মোকৰ্দমাৰ সংখ্যা বাঢ়িল, আৰু এনেকৈ উকীল-বাবুহঁত বিশেষজ্ঞ হৈ উঠিল। প্ৰতিবাদ কৰোঁতে বিচাৰকে শাস্তিৰ বিধান দিলে, আৰু পুৰোহিতে তেওঁলোক অনন্ত নৰকত পচিব বুলি শাও দিলে। অৱশেষত এটা উত্তম জাতি এনেকৈয়ে লুপ্ত হ'ল। এই জাতিটোৰ কীৰ্ত্তি-কাহিনী, শৌৰ্য্য-বীৰ্য্য, সৌন্দৰ্য্য ডন এলোন্স ডে এৰছিলা-ই তেওঁৰ আৰাউকানা নামৰ কাব্যত মণি-মুকুতা আৰু লোৰৰ মণিৰে গাঁথি থৈ গৈছে।

মোৰ আই-দেউতাৰ ঘৰ পাৰাল বোলা ঠাইত। মোৰো জন্ম তাতে। মধ্য চিলিৰ এই ঠাইখন আঙুৰৰ বাবে বিখ্যাত। প্ৰচুৰ মদ ইয়াত উৎপন্ন হয়। মোৰ আইৰ নাম ডোনা ৰোছা বেচাল্টো। মই তেওঁক চিনি পোৱাৰ আগতে আই ঢুকাল, তেওঁৰ কোনো স্মৃতিয়েই মোৰ মনত নাই। ১৯০৪ খৃষ্টাব্দৰ জুলাইত মোৰ জন্ম হয়, আৰু তাৰ এমাহৰ পিছতে আগষ্ট মাহত আইৰ মৃত্যু হ'ল।

মধ্য চিলিৰ গাঁৱলীয়া অঞ্চলত খেতিয়কসকলৰ জীৱন সহজ নাছিল। মোৰ পুঠাদেউতা ডন জোছে এঞ্জেল ৰেয়েছ-ৰ মাটি কম আৰু সন্তান বেছি আছিল। খুৰাদেউহঁতৰ নামবোৰ বহুত দূৰ দেশৰ ৰাজকুমাৰৰ দৰে আছিল—অন্ততঃ মোৰ মনত তেনে লাগিছিল—আমোছ, ওছিয়াছ, জোয়েল, আবাডিয়াছ, আৰু মোৰ দেউতাৰ নাম আছিল জোছে ডেল কাৰমেন। নুমলীয়া বয়সতে তেওঁ দেউতাকৰ খেতি-পথাৰ এৰি আহি টেলকাহুৱানো বন্দৰত মজুৰৰ কাম কৰিবলৈ ললে, আৰু অৱশেষত টেমুকো-লৈ আহি ৰেলৰ কামত সোমাল।

তেওঁ শিলগুটি কঢ়িয়াই নিয়া ৰেলৰ ড্ৰাইভাৰ আছিল। এই শিলগুটি কঢ়িয়াই নিয়া গাড়ী কাক কয় বহুতে নাজানে। দক্ষিণৰ পিনে ধুমুহা আৰু বৰষুণে ৰেল লাইনৰ কাঠৰ পাতবোৰ উটুৱাই নিব পাৰে, সেইবাবে কাঠৰ জোৰাবোৰত শিলগুটি ছটিয়াই উটি যাব নোৱাৰাকৈ গধুৰকৈ বান্ধিব লাগে। শিলৰ খনিৰ পৰা দ'মে দ'মে এই মোটা শিলবোৰ আনি মালগাড়ীত তুলি দিয়া হৈছিল। চল্লিশ বছৰৰ আগতে এনে ট্ৰেনত কাম কৰা মানুহবোৰ লোৰৰ মানুহ

হৰ লাগিছিল। খেতিপথাৰৰ হজুৰা, জেল-খিন্নত কয়েদি, চহৰৰ গুণ্ডৰ ঠাইৰ পৰা অহা প্ৰকাণ্ড পালোৱান মানুহক এই কামত লোৱা হৈছিল। তেওঁলোকৰ দৰ্মহা নিচেই তাকৰ আছিল আৰু কামত যোগ দিয়াৰ সময়ত তেওঁলোকৰ পুৰণি ইতিহাস কোনেও নুসুধিছিল। মোৰ দেউতা আদেশ দিয়া, আৰু তাক কামত পৰিণত কৰোৱাত পাকৈত আছিল। কেতিয়াবা তেওঁ মোকো লগতে লৈ গৈছিল। সীমান্ত প্ৰদেশৰ একেবাৰে মাজলৈ গৈ বৰোৱা বুলি ঠাইৰ পৰা আমি মালগাড়ীত শিল গুটি ভৰাই আছিলোঁ। স্পেনীয় আৰু আৰাকাউনিয়াৰ মানুহৰ মাজৰ ভয়ঙ্কৰ যুদ্ধৰ পটভূমি আছিল এই ঠাইবোৰ।

আৰু প্ৰকৃতিৰ লীলাভূমি এই ঠাইবোৰে মোক আনন্দত উত্ৰাবল কৰি তুলিছিল। নানাবিধৰ চৰাই, গুবৰুৱা আৰু পাৰ্টিজ চৰাইৰ কণীয়ে মোক মুগ্ধকৈ ৰাখিছিল। কণীবোৰৰ ৰং আছিল বন্দুকৰ গুলিৰ দৰে, গভীৰ নীলা, উজ্জ্বল। পৰ্বতৰ নামনিৰ ঠেক ঠাইখিনি মোৰ বাবে মায়াপুৰী যেন হৈ পৰিছিল। কীট-পতঙ্গবোৰৰ সুঠাম গঢ় দেখি মই তবধ মানিছিলোঁ। মই "সাপৰ মাক" বোলা চিলিৰ পতঙ্গ জগতৰ ভীমাকৃতি এবিধ গুবৰুৱা গোটাই-ছিলোঁ। এই নাকটোও অদ্ভুত, ই চকচকীয়া ক'লা ৰঙৰ আৰু বৰ টনকিয়াল জাতিৰ আছিল। বনৰীয়া আপেল গছ বা কপিহিউ গছৰ ডালত প্ৰথমে ইয়াক দেখি মই উচপ্ খাই উঠিছিলোঁ—মুৰত ইয়াত খোলাখন ইমান টান যে কোনোবাই ওপৰত উঠি বহিলেও ই নাফাটে আৰু বেলেগ আত্মৰক্ষাৰ বাবে শংখকাৰ দৰ্কাৰ নহৈছিল।

মালগাড়ীৰ বন্দুৱাসকলে মোৰ এইবোৰ অভিযানত বৰ মজা পালে। কিছুমান দিনৰ পিছত তেওঁলোকো মোৰ আৱিষ্কাৰত আগ্ৰহী হৈ পৰিল। দেউতাই আমাৰ পিনে পিঠি দিওঁতেই তেওঁলোকে হাবিলৈ সোমাই গৈ মোতকৈ বেচি বল, বুদ্ধি আৰু দক্ষতাৰে অপূৰ্ব বন-সম্পদ আজুৰি আনিছিল। তেওঁলোকৰ ভিতৰত মোঙ্গে বুলি এগৰাকী মানুহ আছিল। দেউতাৰ মতে এই মানুহজন ছুৰি মৰাত ওস্তাদ আছিল। তেওঁৰ খোপোকা মুখখনত মাত্ৰ দুটা দাগ আছিল, এটা ছুৰিকটাৰীৰ কটা দীঘল দাগ, আইনটো হ'ল বগা দাঁতৰ মনমোহা দুষ্টামি ভৰা হাঁহিৰ মুখখনিৰ। মোঙ্গে-ই মোৰ বাবে বগা কপি হিউ ফুল, নোম ভৰা গাৰ মকৰা, বন কপোৰ এখানি পোৱালী ইত্যাদি আপুৰুগীয়া সম্পত্তি গোটাই আনি দিছিল। এবাৰ তেওঁ মোঙ্গে লুমো আৰু কপি হিউ

শক্ত পোৱা এটা গন্ধৰ্বৰা ধৰি আনি দিলে, আপোনালোকে বোধহয় এই বস্তুটো কেতিয়াও দেখা নাই। মইমাত্ৰ সেই এবাৰহে দেখিছিলোঁ। ৰামধেনুৰ সাতৰঙৰ পোছাক পিন্ধা ই যেন এচমকা বিজুলীহে। ৰঙা, বেঙুনীয়া, সেউজীয়া আৰু হালধীয়া ৰঙে ইয়াৰ খোলাটো চিক্‌মিকাই ৰাখিছিল। মোৰ হাতৰ পৰা বিজুলীৰ বেগেৰে সৰকি গৈ ই আকৌ জঙ্গল পালেগৈ। আকৌ এবাৰ তাক ধৰি আনিবলৈ মোক্তে তেতিয়া তাত নাছিল। সেই চমক লগা ঘটনাটোৰ কথা মই এতিয়াও পাহৰিব পৰা নাই। বন্ধু মোঙ্গে-কো পাহৰা নাই। তেওঁৰ মৃত্যুৰ কথা দেউতাই মোক জনাইছিল। মৃত্যুটো শোচনীয় আছিল—ট্ৰেনৰ পৰা পিছলি গৈ তেওঁ এটা খাদত পৰি গ'ল। মালগাড়ীখন ৰখোৱা হ'ল, কিন্তু তেতিয়া তেওঁৰ হাড়-মূৰ ভাঙি ছেদেলি ভেদেলি হৈ গৈছিল।

সীমান্ত প্ৰদেশৰ ষাঠি বছৰৰ আগৰ আমাৰ ঘৰৰ দৰে দৃষ্টান্ত দিব পৰা সাধাৰণ ঘৰ এটাৰ বিৱৰণ আজি দিয়া টান। প্ৰথমতে—এই ঘৰবোৰৰ ইটোৰ পৰা সিটোলৈ ভিতৰে ভিতৰে আহযাহ কৰিব পৰা বাট আছিল। বেয়েছ, ওৰ্টেগাছ, কেশিডয়া আৰু মেদুন পৰিয়ালৰ আগফালেদি গৃহস্থালিৰ যন্ত্ৰপাতি, কিতাপ, জন্মদিনৰ কেক, মলম, ছাতি, এনেকি চকী মেজও অনা নিয়া কৰা হৈছিল, আৰু এইকেইটা ঘৰতে গাঁৱৰ সকলো কাম-বনৰ সৰহ ভাগ কৰা হৈছিল।

মেদুন পৰিয়ালৰ গিৰিহঁতৰ নাম ডন কাৰ্লোদ মেদুন। মূৰত সিংহৰ কেশৰৰ দৰে দীঘল বগা চুলিৰে এখেতক দেখিবলৈ এমাৰ্ছনৰ দৰে আছিল। তেওঁৰ আদি ঘৰ আছিল উত্তৰ আমেৰিকা—তেওঁৰ ল'ৰা ছোৱালী কেইজনো আছিল য়ুৰোপ আৰু আমেৰিকাৰ মিলনত জন্ম হোৱা আদৰ্শ সন্তান। ডন কাৰ্লোদ আইন আৰু বাইবেলৰ নিয়ম মানি চলা মানুহ আছিল—সাম্ৰাজ্য গঢ়োতা মানুহ তেওঁ নাছিল, কিন্তু পোনতে খিতাপি লোৱা সকলৰ ভিতৰত তেওঁ এজন আছিল। টকা পইচা খুব যে বেছি আছিল সেইটো নহয়, কিন্তু ছাপাখানা, হোটেল, কছাইখানা এনেবোৰ বেহা-বেপাৰত তেওঁলোকৰ পৰিয়ালেই আগৰণুৱা আছিল। তেওঁৰ পুতেকহঁতৰ কেইজনমান আছিল খবৰৰ কাগজৰ সম্পাদক, আৰু বাকী কেইজনমানে সেই কাগজতে কাম কৰিছিল। সময়ত এই সকলোবোৰ নষ্ট হ'ল, আৰু তেওঁলোকৰ অৱস্থা বেয়া হৈ পৰিল। মাত্ৰ জাৰ্মান জাতিৰ মানুহেহে আকৌৰ গজালিকৈ লাগি সম্পত্তি

ৰাখিব পাৰিছিল আৰু সেই ভিতৰুৱা দেশত ইয়াৰ বাবাই তেওঁলোকক মানুহে চিনি পাইছিল।

সেই সময়ত ঘৰবোৰ আছিল পমুৱা মানুহৰ অস্থায়ী আশ্ৰয়স্থলৰ দৰে। নহলে কোনো অভিযাত্ৰীৰ যোগানদাৰ ঘাটিৰ দৰেও তাক বুলিব পাৰি। ঘৰত সোমায়েই মানুহৰ প্ৰথমে চকুত পৰিছিল নানা বন্দুকপাতি, পিপা, ঘোঁৰাৰ জিন, আৰু এনে বেলেগ বিধৰ বস্তু।

সকলোবোৰ ঘৰতে আধাসজা কোঠা আৰু আধালৈ শেষ কৰা চিড়ি আছিল। ঘৰবোৰ সাজি শেষ কৰাৰ কথা যেনেকৈ হে আছিল, ল'ৰা-ছোৱালীক বিশ্ববিদ্যালয়ত পঢ়ুৱাই উচ্চ শিক্ষা দিয়াৰ কথাও তেওঁলোকে ভাবিছিল।

ডন কাৰ্লোদ্ মেদুনৰ ঘৰত প্ৰধান প্ৰধান সকামবোৰৰ দিনত আমাৰ স্কুল ছুটি হৈছিল। প্ৰতিজনৰ জন্মদিনত হাঁহৰ মঙহ লোৰৰ খৰিকাত সেকা ভেড়াৰ মঙহ আৰু মুখত জুতি লগা পিঠা-পৰমান কৰা হৈছিল। আজি কিমান দিন যে মই তেনেকুৱা কাণ্টাৰ্ডৰ সোৱাদ পোৱা নাই! দীঘল খোৱা-টেবুলখনৰ এটা মূৰত পকাচুলীয়া গিৰিহঁতে তেওঁৰ গিৰিহঁতনীক লৈ বহিছিল। তেওঁৰ পিছফালে চিলিৰ এখন প্ৰকাণ্ড পতাকা শোভা পাইছিল, আৰু এই পতাকাৰ এচুকত অকমাণিকৈ আমেৰিকাৰ এখন পতাকা আলপিন মাৰি লগাই থোৱা হৈছিল। তেওঁৰ পৰিয়ালত তেজৰ অনুপাতো তেনেকুৱাই আছিল। চিলিৰ পতাকাৰ অকলশৰীয়া তৰাটি তিৰ্বিৰ্ কৰিছিল।

মেদুন পৰিয়ালৰ হাউলিত এটা প্ৰকাণ্ড বহা ঘৰ আছিল। আমি সৰু ল'ৰা ছোৱালীবোৰে কিন্তু তাৰ ভিতৰলৈ যোৱাত বাধা আছিল। ইয়াৰ আচ্বাববোৰৰ যে কি ৰং মই এতিয়াও নাজানো, সেইবোৰ সদায় বগা ঢাকনিৰে ঢাকি থোৱা হৈছিল। এবাৰ এই ঘৰটোত জুই লগাত সকলো পুৰি শেষ হ'ল। পৰিয়ালৰ সকলোকে লৈ ফটোৰ এখন এলবাম তেওঁলোকৰ আছিল। পিছৰ যুগত দেখা আপচু ৰঙীন ফটোবোৰতকৈ এই এলবামৰ ফটোবোৰ আৰু সুন্দৰ আৰু শিল্পসুলভ আছিল।

এলবামটোত মোৰ আইৰ এখন ফটো আছিল। ক'লা পোছাক পিন্ধা লাহী গঢ়ৰ আইৰ চকুত দুখলৈ উদাস চাহনি দেখিছিলোঁ। তেওঁ কবিতা লিখিছিল বুলিও মোক কোনোবাই কৈছিল। কিন্তু তেওঁৰ সেই ধুনীয়া ফটোখনৰ বাহিৰে মই আৰু কেতিয়াও কোনো বস্তু দেখা নাই।

দেউতাই আকৌ বিয়া কৰালে। মোৰ মাহী আইৰ নাম ডোনা ত্ৰিনিডাড কাশ্চিয়া মাৰডাৰ্ক। মোৰ সৰু কালৰ গোঁসানী স্বৰূপা এই মহিলাগৰাকীক মাহী আই বুলি কবলৈ মোৰ সংকোচ লাগিছে। তেওঁ মৰমিয়াল মানুহ আছিল আৰু দেহেকেহে সংসাৰৰ বাবে খাটিছিল। গাঁৱলীয়া জীৱনৰ হাঁহি-মাত, অফুৰন্ত দয়া আৰু পৰিশ্ৰমক যেন তেওঁ জীৱন্ত কৰি তুলিছিল।

কিন্তু দেউতা ঘৰ সোমোৱাৰ লগে লগে তেওঁ যেন ছাঁত পৰিণত হৈছিল। সেই সময়ত সকলো তিৰুতাৰে এনে অৱস্থা আছিল।

সেই বৈঠকখানাত মই মাজুৰ্কা, কোৱাড্ৰিলি আদি নাচ দেখিছোঁ।

আমাৰ ঘৰত এটা ট্ৰাংক মোৰ চকুত পৰিছিল। তাত মনমোহা কিছুমান বস্তু আছিল বুলি মোৰ ধাৰণা হৈছিল। ইয়াৰ তলত থকা কেলেণ্ডাৰখনৰ ভাটৌটোৱে ঠোঁটেৰে নিজৰ গা কটালি আছিল। এদিন আইয়ে ট্ৰাংকটো খুলি কিবা এটা চাবৰ সময়ত মই ভাটৌটো ধৰিবলৈ গৈ মাটিত দীঘল হৈ পৰা মোৰ মনত আছে। ডাঙৰ হৈ মই মনে মনে কেতিয়াবা ট্ৰাংকটো খুলি চাইছিলোঁ। তাত কেইখনমান বৰ ধুনীয়া ঠুনুকা বিছনী আছিল।

ট্ৰাংকটোত আৰু এটা বস্তু পোৱা মোৰ মনত আছে। মোক মোহিত কৰি ৰখাৰ প্ৰথম গল্প মই ইয়াতে পাইছিলোঁ। এনৰিক নে এলবাৰ্টো কিবা নাম এটাৰে চহী কৰা কোনোবা এজনে মাৰিয়া থিয়েলমেন বোলা এগৰাকী তিৰুতালৈ লিখা শয়ে শয়ে পোষ্টকাৰ্ডত গল্পটো লিখা আছিল। পোষ্টকাৰ্ড-বোৰো বৰ সুন্দৰ আছিল। এপিঠিত সেই সময়ৰ নাম কৰা অভিনেত্ৰীসকলৰ ফটোত কাঁচৰ টুকুৰা বহুৱাই আৰু কেতিয়াবা আচল চুলি আঠা দি লগোৱা আছিল। মই বহুত বছৰ ধৰি কেৱল ফটোবোৰ চাইয়ে আনন্দ পাইছিলোঁ। দুৰ্গ, বিদেশী চহৰ আৰু প্ৰাকৃতিক সৌন্দৰ্যৰ ফটোও আছিল। কিন্তু ডাঙৰ হৈ উঠাৰ লগে লগে ধুনীয়া আখৰেৰে লিখা চিঠিবোৰো পঢ়িবলৈ ধৰিলোঁ। লেখকজনক মই সদায় ডাৰ্বি টুপি পিন্ধি, হাতত লাঠি লৈ, হীৰাৰ টাইপিন লগোৱা মানুহ বুলি কল্পনা কৰিছিলোঁ। পৃথিৱীৰ চাৰিও চুকৰ পৰা পঠিওৱা তেওঁৰ চিঠিবোৰ বোহিচাপী প্ৰেম আৰু উদগ্ৰ কামনাৰে ভৰপূৰ হৈ আছিল। মই নিজেও মাৰিয়া থিয়েলমেনৰ প্ৰেমত পৰিলোঁ। তেওঁক মই অহংকাৰী, মুকুতামালাৰে সুশোভিত যুৱতী অভিনেত্ৰী বুলি কল্পনা কৰিছিলোঁ। কিন্তু এই চিঠিবোৰ আহি কেনেকৈ মোৰ আইৰ ট্ৰাংক পালেহি সেইটোহে কেতিয়াও উলিয়াব নোৱাৰিলোঁ।

টেমুকোলৈ ১৯১০ চন আহিল। সেই মনত ৰাখিবলগীয়া বছৰতে মই স্কুললৈ যাবলৈ আৰম্ভ কৰিলোঁ। আমাৰ স্কুলটোও এন্ধাৰমুৱাৰ তলৰ মহলাত দুই এখন চকী মেজ লৈ এটা ভঙা ঘৰত ৰহিছিল। বসন্ত কালত স্কুলৰ পৰা আমি নৈৰ দুই পাৰত ৰনৰীয়া আপেল গছ আৰু লাহতী কেটিন নদীক অকাঁই পকাই বৈ যোৱা দেখিছিলোঁ। বগা শিলগুটিৰ ওপৰেদি কুলু কুলুকৈ বৈ যোৱা নৈৰ ঠাণ্ডা পানীত স্কুলৰ পৰা পলাই গৈ আমি ভৰি ডুবাই ৰাখিছিলোঁ।

মোৰ দুবছৰীয়া বয়সটোৱে এনে এটা স্কুলত অপাৰ ৰহস্যৰ সন্ধান পালে। পদাৰ্থ বিদ্যাৰ পৰীক্ষাগাৰত মোৰ প্ৰৱেশ নিষেধ আছিল, কিন্তু ইয়াৰ জকমকীয়া উপকৰণবোৰ, টেকেলিবোৰ আৰু পৰীক্ষা-নল ভৰা লাইব্ৰেৰীটো সদায় বন্ধ কৈ ৰখা আছিল। ন-কৈ বসতি লোৱা মানুহৰ ল'ৰা-ছোৱালীবোৰে কিন্তু কিতাপ পঢ়িবলৈ ভাল নাপাইছিল। তথাপি তলৰ মহলত থকা ভঁৰাল ঘৰটোৱে সকলোতকৈ মোৰ মন মুহিছিল। গভীৰ নীৰৱতা, গভীৰ এন্ধাৰ— তথাপি মমবাতি জ্বলাই পোহৰ কৰি লৈ তাত আমি যুদ্ধ যুদ্ধ খেলিছিলোঁ। বিজয়ীসকলে বন্দীবোৰক পুৰণি খুটাত বান্ধি থৈছিল। ভেঁকুৰা গোন্ধ এটা—এৰা কোঠালীৰ, কবৰখানাৰ দৰে স্কুলঘৰৰ তলৰ মহলটো মোৰ স্মৃতিত এতিয়াও জীয়াই আছে।

লাহে লাহে ডাঙৰ হলোঁ। কিতাপত ৰাপ বহিল। বাফেলো বিলৰ দুঃসাহসী অভিযান আৰু ছালগাৰীৰ সমুদ্ৰ যাত্ৰাবোৰে মোক সহজেই স্বপ্নৰাজ্যলৈ লৈ গ'ল। কমাৰৰ জীয়ৰী ব্লাণ্কা উইলদছনলৈ লিখা চিঠিবোৰত মোৰ প্ৰথম প্ৰেমৰ প্ৰকাশ ঘটিল। লগৰ ল'ৰা এজনে এই ছোৱালীটিৰ প্ৰেমত হাবুডুবু খাইছিল। আৰু তেওঁৰ হৈ মোক চিঠি লিখি দিবলৈ অনুৰোধ কৰিছিল। এই চিঠিবোৰত ঠিক কি কি লিখিছিলোঁ মোৰ ভালকৈ মনত নাই, কিন্তু এইবোৰেই মোৰ প্ৰথম সাহিত্যকীৰ্তি হব পায়, কাৰণ এদিন বাটত লগ পাই স্কুলত পঢ়া এই ছোৱালীটিয়ে তেওঁৰ নামত লিখা চিঠিবোৰ মইয়ে লিখা নেকি সুধিলে। লাজত ৰঙা পৰিলেও এই কাম মই কৰা নাই বুলি কব নোৱাৰিলোঁ। তেওঁ তেতিয়া মোৰ হাতত এটি সুগন্ধি বেল মোক খাবলৈ বুলি দিলে। মই অৱশ্যে বেলটো খাব নোৱাৰি তাক মহামূলীয়া বস্তুৰ দৰে সাঁচি থলোঁ। এনেকৈ ছোৱালীটিৰ অন্তৰত ল'ৰাটিৰ ঠাই মই ললোঁ। আৰু অলেখ চিঠি লিখি অসংখ্য বেল খোটালোঁ।

মই কবিতা লিখোঁ বুলি স্কুলৰ ল'ৰাবোৰে নাজানিছিল আৰু জানিলেও সেইটোক তেওঁলোকে পাত্তা নিদিলেহেঁতেন। সীমান্ত প্ৰদেশত তেতিয়াও এইবোৰৰ মোল বনৰীয়া পশ্চিমী অঞ্চলৰ দৰে নুবুজা হৈয়ে আছিল। মোৰ লগৰীয়াসকলৰ নাম আছিল মেক, শ্বিলাৰ, হোচেৰ, স্মিথ, টাইতো, চেৰানিজ। আমি সকলোৱে আৰ্বাচনাছ, ৰামিৰেজ, ৰেয়েদ্ সকলো সমান আছিলোঁ। পাৰিবাৰিক কোনো সম্ভ্ৰান্ত উপাধি নাছিল। ছেফাৰ্ডিচ্, আলবেলাদ্, ফ্লাঞ্চকোচ আদি নাম শুনা গৈছিল। আইৰিছ মানুহৰ নাম আছিল মেকগিণ্টিদ্, পোলাণ্ডৰ মানুহৰ নাম ইয়ানিচেউইস্কিচ—আৰাকাউনিয়াৰ নামবোৰত যেন পানী আৰু অৰণ্যৰ ৰহস্য ভৰা আছিল—মেলিৱিলাছ কোঁট্ৰি লিওচ।

আমি কেতিয়াবা ওক গছৰ কাইটীয়া ফল লৈ যুদ্ধ যুদ্ধ খেলিছিলোঁ। ওক গছৰ গুটিৰে মাৰিলে যে কিমান দুখ পায় ভুক্তভোগীয়েহে জানে। স্কুললৈ যোৱাৰ আগতে আমি জেপত এই গুটিবোৰ ভৰাই লৈ গৈছিলোঁ। এনে যুদ্ধত মই পাৰ্গত নাছিলোঁ। মোৰ গাত ইমান বল নাছিল আৰু মই ইমান চালাকো নাছিলোঁ। সেই বাবে ময়ে সদায় বেচি দুখ পাইছিলোঁ। এই অদ্ভুত সেউজীয়া বৰণৰ চক্‌চকীয়া গুটিবোৰৰ সোতোৰা পৰা ছালখন মই লিৰিকিবিদাৰি চাই থাকোঁতেই, অথবা কোনোমতে সাজি লোৱা নল এডালত গুটিবোৰ সুমুৱাব ধৰোঁতেই সিঁহতে টানি আঁজুৰি মোৰ যুদ্ধৰ সমলবোৰ কাঢ়ি নি মোৰ গাত শিলগুটিৰ বৰষুণহে দলিয়াইছিল। দ্বিতীয় বছৰত মই এটা সুন্দৰ সেউজীয়া ৰঙৰ টুপি পিন্ধি এদিন গলোঁ। টুপিটো সেউতাৰ আছিল। তেখেতৰ আৰু আছিল গৰম গধুৰ কোট, ৰঙা আৰু সেউজীয়া ছিগনেল দেখুৱা লণ্ঠনৰ দৰে এই টুপীটো—এই বস্তুখিনিয়ে মোক মুগ্ধ কৰি ৰাখিছিল, আৰু চল পালেই ল'ৰাবোৰক নি দেখুৱাই গৰ্ব অনুভৱ কৰিছিলোঁ। —সেইবাৰ বৰষুণৰ কোব বৰ বেছি আছিল, সেউজীয়া ৰঙৰ তেলেতীয়া চামৰাৰ টুপিটো দেখিবলৈ এটা টিয়া যেন লাগিছিল। মই গৈ পৰিলোঁ লৰি-ঢাপৰি, চিঞৰি, কোলাহল কৰি থকা তিনিশমান অঘাইটং ল'ৰাৰ মাজত। সঁচাসঁচি এটা টিয়াৰ দৰে দেখিবলৈ এই টুপিটো খন্তেকতে মোৰ হাতৰ পৰা উৰা মাৰিলে। চিঞৰত কাণত তলা লাগিল। সেই টুপিটো মই আৰু কেতিয়াও দেখা নাপালোঁ।

এই স্মৃতিবোৰ লিখিবৰ সময়ত মই সময়ৰ সঠিক ধাৰাবাহিকতা আনিব

পৰা নাই। কিছুমান ক্ষুদ্ৰ ঘটনাও মোৰ বাবে দামী হৈ স্মৃতিপটত জিলিকি আছে। ইয়াৰে এটা ঘটনা মোৰ প্ৰথম প্ৰেমৰ ৰোমাঞ্চকৰ অনুভূতি—প্ৰকৃতিৰ লগত এইবাৰো এটা সম্বন্ধ আছিল। বোধহয় প্ৰেম আৰু প্ৰকৃতিয়েই মোৰ জীৱনত কবিতাৰ প্ৰথম প্ৰেৰণা।

আমাৰ ঘৰৰ সমুখৰ আলিবাটটোৰ সিপাৰে দুজনী ছোৱালীৰ ঘৰ আছিল। মাজে মাজে তেওঁলোকে মোলৈ কেৰাহিকৈ চোৱাত মই ৰঙা-চিঙা পৰিছিলোঁ। এবাৰ কি হ'ল—মই সিহঁতলৈ নাচাওঁ বুলি দৃঢ় প্ৰতিজ্ঞা হৈ পদুলি মুখত থিয় দি আছিলোঁ। সিহঁত দুজনীয়ে মুখৰ ওপৰত দাঙি ৰখা কিবা এটা বস্তু মোক বাৰে বাৰে দেখুৱাইছিল। বস্তুটো চাবলৈ মোৰ খৰ মন গৈছিল। চুচুক চামাককৈ মই তেওঁলোকৰ কাষ পালোঁগৈ। ওচৰ পাই দেখিলোঁ যে ই এটা চৰাইৰ বাহ, শেলুৱৈ আৰু অকণি অকণি চৰাইৰ পাখিৰে সজা—বাহটোৰ ভিতৰত কেইবাটাও অতি ধুনীয়া, সৰু নীলা চৰাইৰ কণী আছিল। মই বাহটো লবলৈ হাত বঢ়ালোঁ। কিন্তু সিহঁতে এটা অদ্ভূত কথা কলে। আগতে সিহঁতে মোৰ কাপোৰ কানিৰ ভিতৰেদি মই যে ল'ৰা সেইটো চাই লব। কথাষাৰত মই ইমান ভয় খালোঁ যে মোৰ কঁপনি উঠিল। মই দৌৰি পলাবলৈ ধৰিলোঁ। পিছে মূৰত সেই চৰাইৰ বাহ লৈ সিহঁত দুজনীয়ে মোক খেদা মাৰিলে। খেদা খাই গৈ মই এটা সুৰুকীয়া বাটত সোমালোঁ। এই বাটৰ শেষত মোৰ দেউতাৰ এটা পাউৰুটীৰ কাৰখানা আছিল। তেতিয়া অৱশ্যে কাৰখানাটো এনেয়ে পৰি আছিল। ছোৱালী দুজনীয়ে শেষত মোক তাতে ধৰিলেগৈ আৰু মোৰ পাতলুনটো খুলিবলৈ আৰম্ভ কৰিলে। ঠিক তেতিয়াই দেউতাই সেই বাটেৰে অহা খোজৰ শব্দ শুনা গ'ল। এনেকৈয়ে চৰাইৰ বাহৰ কাহিনী শেষ হ'ল। সৰু ধুনীয়া কণীকেইটা ভাঙি চুৰমাৰ হ'ল আৰু আমি আক্ৰান্ত আৰু আক্ৰমণকাৰী সকলোটিয়ে উশাহ-নিশাহ বন্ধ কৰি ৰলোঁ।

আৰু এটা কথা মনত পৰিছে। আমাৰ ঘৰৰ পিছফালীত সৰুসুৰা কিবা কিবি, আৰু মোৰ কল্পনাজগতৰ জীৱজন্তুবোৰ বিচাৰি ফুৰোঁতে এদিন বেৰাত এটা ফুটা আবিষ্কাৰ কৰিলোঁ। ফুটাটোৰেদি মই বেৰাৰ সিপাৰে চাই আমাৰখনৰ নিচিনাই অযতনত ৰখা এখন এৰাবাৰী দেখিলোঁ। কিবা এটা যেন আগতেই বুজি পাই ফুটাটোৰ কাষৰ পৰা অলপ আঁতৰি আহিলোঁ। হঠাৎ ফুটাটোত এখন হাত দেখিলোঁ—হাতখন মোৰ বয়সীয়া

কেনোবা এটি সৰু ল'ৰাবে হব লাগে। অলপ কাষলৈ গৈ মই দেখিলোঁ যে সি হাতখন আঁতৰাই নিলে আৰু ঠাইখিনিত আছে এটা সৰু বগা খেলনা ভেড়া।

ভেড়াটোৰ ৰং বিবৰ্ণ, ইয়াক টানি নিয়া চকা কেইটাও আৰু নাই; কিন্তু ইমান ধুনীয়া এটা ভেড়া মই জীৱনত আৰু কেতিয়াও দেখা নাই। মই দৌৰি ঘৰলৈ গলোঁ, আৰু মোৰ এটা খেলনা লৈ আহি ফুটাটোৰেদি সিফালে সুমুৱাই দিলোঁ। পাইন গছৰ কাঠৰ এটা লাটিম—মুখখন খোলা, ধুনাৰ এঠাৰ দৰে তাৰ পচা সুগন্ধি বস্তু এটা ওলায়। এই খেলনাটো মোৰ বৰ মৰমৰ বস্তু।

দ্বিতীয়বাৰ আৰু ল'ৰাটিৰ হাতখন মই কেতিয়াও দেখা নাই আৰু সেই খেলনা ভেড়াৰ দৰে ধুনীয়া ভেড়া এটাও মই কেতিয়াও দেখা নাই। এবাৰ আমাৰ ঘৰত জুই লগাত ভেড়াটোও পুৰি গ'ল। আৰু আজিও খেলনাৰ দোকানৰ কাষেদি গলে মই সেই খেলনাবোৰৰ পিনে কেৰাহিকৈ চাওঁ—কিন্তু নাই, সেইটোৰ দৰে ধুনীয়া ভেড়া আৰু কেতিয়াও কোনেও সাজিব পৰা নাই।

## শিল্পকলা আৰু ৰবৰুণ

ঠাণ্ডা, ৰবৰুণ আৰু বোকাত পোত গৈ থকা আলিবাটৰ সৈতে—অৰ্থাৎ আমেৰিকাৰ দক্ষিণ পিনৰ আৰ্মানি লগা হাড়ক'পোৱা জাৰৰ দিনবোৰৰ দৰেই এই ঠাইৰ গা পুৰি যোৱা হালধীয়া গেলা গৰমৰ প্ৰতাপো কম নাছিল। আমাৰ দেশৰ চাৰিও ফাল এতিয়াও অজান পৰ্বতেৰে ঘেৰা। মোৰ কিন্তু চিৰদিনৰ হেঁপাহৰ বস্তু আছিল সমুদ্ৰ। সমুদ্ৰ দেখাৰ লোভ মোৰ তেতিয়াৰ পৰা। ভাগ্যক্ৰমে দেউতাৰ ৰেল কোম্পানীৰ অসংখ্য বন্ধুসকলৰ এগৰাকীয়ে সমুদ্ৰৰ কাষত থকা এটা ঘৰ তেওঁক এৰি দিলে। দেউতাই তেওঁৰ ৰেলৰ কণ্ডাক্টৰৰ সুহুৰি বজাই বাতিপুৱা চাৰি বজাতে (পুৱা চাৰিটা বজাক মানুহে যে কিয় বাতিপুৱা বোলে মই এতিয়াও বুজি পোৱা নাই) আমাৰ সকলোকে জগাই তুলিলে। সেই তেতিয়াৰ পৰা সকলোৱে কামত লাগি গল। অলপো জিৰণি নোলোৱাকৈ এজাৰত আইতা,

মোৰ ভাইটী, ভনী দুজনী বোডোলকো আৰু লৰা, আৰু লগতে ৰান্ধনী-গৰাকীয়ে অকণি অকণি ছাঁ পেলোৱা পোহৰত কামত লাগিলো। ইপিনে সিপিনে লৰি ঢাপৰি তুলি-গাৰু দ'মকৈ আনি মেৰিয়াই থলো। মাইকী মানুহকেজনীয়ে সেইবোৰ বাটৰ পৰা আঁতৰাই ছিজিলকৈ থলে। বিছনা-বোৰ ট্ৰেনত তুলি দিয়া হ'ল। ওচৰৰে ষ্টেচনলৈ বিছনাবোৰ গৰম হৈ আছিল। দুৰ্বল দেহৰ মানুহ হোৱাত এই অনিয়মতে মোৰ ওকালি আহিছিল। ঘৰ এৰাৰ আগতে সকলোৱে চিএনৰ ৰাখৰক মোৰ গা বেয়া লাগিছিল। দুখীয়া মানুহে এমাহৰ বাবে বাহিৰলৈ ফুৰিব যাবৰ সময়ত যিমানে পাৰে বস্তু লগত লৈ যোৱা হৈছিল। এনেকি কাপোৰ শুকুৱা বেতৰ মেজি কেইটাও বস্তুবাহানিৰ লগত পিচপিনে বান্ধি দিয়া হ'ল। সেই ঠাইত গোটেই জাৰকালি কাপোৰ শুকুৱা বৰ টান কাম আছিল।

টেমুকো আৰু কাৰহিউৰ মাজৰ ঠাণ্ডা ঠাইডোখৰ ট্ৰেনখনে মাল অনা-নিয়া কৰিছিল। জনবসতি নোহোৱা চন পৰা প্ৰকাণ্ড অঞ্চল পাৰ হৈ, কোনেও কেতিয়াও ভৰি নিদিয়া অৰণ্য পাৰ হৈ ভূইকঁপৰ দৰে শব্দ উলিয়াই, সুৰুঙৰ মাজেদি, দলঙৰ ওপৰেদি ট্ৰেনখন জঁপিয়াই যাবলৈ ধৰিলে। মিমোচা আৰু ফুলভৰা আপেল গছৰে ভৰা সেই ঠাইডোখৰত ষ্টেচনবোৰ বহুত দূৰে দূৰে আছিল। আৰাকাউনিয়ান ইণ্ডিয়ানসকলে তেওঁলোকৰ নিজা পোছাক পিন্ধি আৰু আজোককীয়া ৰাজকীয় মহিমাৰে ষ্টেচনৰ যাত্ৰীবোৰক ভেড়াৰ পোৱালী, কুকুৰা, কণী আৰু কাপোৰ কানি বেচিবলৈ বৈ আছিল। প্ৰতিটো ষ্টেচনত বহুত দৰ-দাম কৰি দেউতাই কিবা নহয় কিবা এটা কিনিছিল। তেওঁৰ বগা ছাগলী দাড়িখিনি এই সময়ত চাবলৈ ভাল হৈছিল—এজনী আৰাকাউনিয়ান তিৰুতাৰ পৰা কুকুৰা এজনী লৈ তেওঁ ভালকৈ চাই-চিতি লৈছিল—কুকুৰাটোৰ দাম কিন্তু এপইচাও কমাব নোৱাৰিলে।

ষ্টেচনৰ পিচত ষ্টেচন আহিল—প্ৰতিটোৰে নামটো যেন আগৰটোতকৈ সুন্দৰ আছিল। নামবোৰ প্ৰাচীন আৰকাউনিয়ান ভাষাৰ পৰা লোৱা। কোটি কোটি বছৰ ধৰি চিলিৰ মাটিৰ গৰাকী আৰু স্পেনৰ আক্ৰমণকাৰী-বোৰৰ ৰক্তক্ষয়ী যুদ্ধৰ ঠাই আছিল এইবোৰ।

প্ৰথমটো ষ্টেচনৰ নাম লাব্ৰাঞ্জা—তাৰ পিচৰবোৰ ৰবোৱা, ৰান্কুইলো। বনৰীয়া গছ-গছনিৰ সুগন্ধিৰে ভৰা এই নামবোৰে মোক মুগ্ধ কৰিছিল। আৰকাউনিয়ান ভাষাৰ এই নামবোৰত যেন ক'বৰাত লুকাই থকা মৌ-ৰাহ,

মিঠাপানীৰ লেগুনে, অৰণ্যৰ কাষেদি বৈ যোৱা কোনোবা এখন নৈ, কোনোবা চৰাইৰ নামৰ এটুকুৰা হাবিৰ সোৱাদ লুকাই আছিল। ইম্পিৰিয়াল বোলা সৰু গাঁওখন আমি পাৰ হৈ গলোঁ। ইয়াতে স্পেনীয় শাসনকৰ্তাই কবি ডন আলঞ্জো ডি আৰ্চিলাক প্ৰাণদণ্ড দিছিল। ১৫ আৰু ১৬ শতিকাত আক্ৰমণকাৰী স্পেনীয় মানুহৰ ই ৰাজধানী আছিল। আৰাকাউনিয়ানসকলে তেওঁলোকৰ মুক্তিযুদ্ধত "পোৰা মাটিৰ কৌশল" অৱলম্বন কৰিছিল। কবি আৰ্চিলাই তেওঁৰ কবিতাত বৰ্ণনা কৰি যোৱা উন্নত সৌন্দৰ্যৰ এটাও অট্টালিকা তেওঁলোকে চহৰত থৈ যোৱা নাছিল।

তাৰ পিচত, আমাৰ ট্ৰেন গন্তব্যস্থল পালেগৈ। নৈৰ পাৰৰ ই এখন সুন্দৰ সৰু চহৰ। ট্ৰেনখনে যেন আনন্দত সুহুৰি বজাইছিল। কয়লাৰ ধোঁৱাই দৈত্যৰ আকাৰ লৈ ইয়াক আৰু ওচৰৰ ঠাইখিনিক ক'লা কৰি পেলালে। ঘণ্টা বাজিল—সাগৰৰ পিনে বৈ যোৱা শান্ত ইম্পিৰিয়াল নৈৰ এতিয়া যেন গোন্ধ পোৱা গ'ল। অসংখ্য টোপোলা টুপুলি নমোৱা হ'ল। পৰিয়ালৰ সকলোকে লৈ, আমি গৰু গাড়ীৰে ইম্পিৰিয়েল নৈ পালোঁগৈ। তাৰ পৰা নাৱত উঠালেকে এই সকলোখিনি কাম দেউতাৰ নীলা চকু, আৰু ৰেল কোম্পানীৰ শুহুৰিটোৱে সুকলমে সমাধা কৰিলে। বস্তু-বাহানিৰে আমি গোটেই মথাই সৰু নাও এখনত কোনোমতে বহিলোঁগৈ। নাওখন ইয়াৰ পৰা সমুদ্ৰলৈ যাব। ইয়াত কোনো আঁৰ-বেৰ নাছিল। মই মুখত বহিলোঁগৈ। নৈৰ সোঁতে ব'ঠা দুডালক ঘূৰাই যেন মথিছিলহে। নাওখনৰ সৰু ইঞ্জিনটোৱে ধুক্ ধুক্ শব্দ কৰিছিল যেন কেঁকাই গেঁথাই নিজৰ কণ্ঠৰ কথা কৈছিল। নিৱোকা মানুহখিনি নিথৰ হৈ বস্তু-বাহানিৰ দৰে ডেকত সিঁচৰতি হৈ পৰি আছিল।

হঠাৎ এটা একৰ্ডিয়নৰ সুৰ কাণত পৰিল। প্ৰেমসঙ্গীতৰ সুৰ—মোৰ যৌৱনৰ বহৰীয়া চেঙেলীয়া অন্তৰত খোঁচিবাখোঁ লাগিল। দুই পাৰে ওখ থিয় পাহাৰৰ মাজৰ এখন ৰহস্যময় বহল নৈ হৈ মইয়ো যেন সমুদ্ৰৰ পিনে আগুৱাব লাগিছোঁ।

নৈৰ কাষতে পাহাৰৰ নামনিত অৱস্থিত বাজো ইম্পিৰিয়েল বোলা ঠাইখন বঙা টাইলৰ চালৰ ঘৰবোৰৰ এটা সমষ্টি মাত্ৰ আছিল। আমি যিটো ঘৰত সোমামগৈ—নহয়, তাৰো আগতে কব লাগিব ব'ত সেই সৰু ষ্টীমাৰখন লঙৰ কৰা হ'ল তাৰ কথা। লিকলিকীয়া সৰু খুটাৰ ওপৰৰ দলংখনৰ

কাষ পাওঁতেই দূৰৰ পৰা সমুদ্ৰৰ গৰজনি শুনিবলৈ পালোঁ—যেন বহুত দূৰৰ পৰা অহা মানুহৰ কোলাহল। মোৰ জীৱনত সেইয়ে প্ৰথমে শুনা সমুদ্ৰৰ উচ্ছ্বাস।

আমি যাৰ ঘৰত আহি থাকিলোঁ তেখেতৰ নাম ডন হোৰাছিও পেছিকো। তেখেত খেতিয়কসকলৰ মুকুট-মণি আছিল। কিয়নো আমি থকা গোটেই মাহটো মই তেওঁক পাহাৰৰ ওপৰলৈ আৰু তললৈ দুৰ্গম ৰাস্তাত ট্ৰেক্টৰ আৰু মৰণা মৰা গাড়ীখন লৈ অহা যোৱা কৰাকে দেখিলোঁ। মই গাড়ীখন লৈ ইণ্ডিয়ান অধিবাসী আৰু টাউনৰ পৰা আঁতৰত সমুদ্ৰৰ পাৰত থকা খেতিয়কসকলৰ গম কাটি মৰণা মাৰি দিছিল। তেওঁৰ চেহেৰাটোও আছিল প্ৰকাণ্ড। মাজে মাজে তেওঁৰ গম্‌গমোৱা মাতটোৱে আমাৰ পৰিয়ালৰ মাজত বজ্ৰ জনাই গৈছিল। গোটেই গাত খেৰ আৰু পিঠাগুৰিৰে লুতুৰি পুতুৰি হৈ হঠাৎ আহি ওলাই, আকৌ তেনেকৈয়ে হঠাৎ তেওঁ পাহাৰৰ ওপৰত নিজৰ কামলৈ ঘূৰি গৈছিল। আমাৰ দক্ষিণ অঞ্চলৰ মানুহৰ কঠোৰ জীৱনৰ তেওঁ এটা প্ৰকৃষ্ট উদাহৰণ হৈ তেওঁ মোৰ মনত জিলিকি থাকিল।

সেই ঘৰৰ সকলোখিনিকে মোৰ বৰ ৰহস্যময় লাগিছিল। আওহেলাত ভাঙিচিঙি যোৱা বাট-পথ, মোৰ চাৰিওকাষৰ অচিনাকি মানুহ দুনুহ—দূৰৰ সমুদ্ৰৰ গভীৰ গৰ্জন আৰু অৱতনত নিজে বাঢ়ি উঠা এখন বাগানৰ মাজৰ ঘৰটো সকলোতে ৰহস্যৰ আভাস পাইছিলোঁ। বাগানৰ ঠিক মাজ ভাগত আঙুৰ লতাৰে ঢকা, বগা শ্লেট পাথৰৰ এটা জহকালি থকা ঘৰত আছিল। ৰ'দে বৰষুণে এই ঘৰটোৰ ওপৰত নিজৰ চিন ৰাখি থৈ গৈছিল।

ধোঁৱা বৰণীয়া উৰুঙা নীৰৱতাক মোৰ দৰে অকামিলা এটা ল'ৰাৰ বাহিৰে কোনেও ভাঙিবলৈ যোৱা নাছিল। আইভিলতা, হানিছাকল ফুলৰ গছৰ লগে লগে মোৰ কবিতাও এইখিনিতে বাঢ়িছিল। এই অদ্ভুত এবাবাগানত আৰু এটা মনমোহা বস্তু মই পাইছিলোঁ। এখন লাইফ্‌-বোট পপিফুলৰ গছত, ঢৌ আৰু ধুমুহাৰ পৰা আঁতৰত নি বান্ধি থোৱা হৈছিল।

অৱতনত বঢ়া এই বাগানত আৰু এটা কথাই মোক অবাক কৰিছিল—ইয়াত মাত্ৰ পপিফুলৰ গছহে আছিল। সেইটো ইচ্ছা কৰিয়ে হওক বা অৱতনতে হওক মই নাজানিছিলোঁ। এপ্ৰথাৰ ঠাইখিনিত অইন গছবোৰ বোধহয় মৰি গ'ল। পপি গছৰ ফুলবোৰ নানা ৰঙীয়া—কোনোটো ৰকৰক দৰে বগা আৰু ডাঙৰ, কিছুমান আকৌ তেজৰ টোপালৰ দৰে ৰঙা,

কোনোটো বেঙুনীয়া, কোনোটা ক'লা—যেন সকলোৱে পাহৰি যোৱা এগৰাকী বিধৱাই ক'লা সাজ পিন্ধি থিয় হৈ আছে—এনে এডবা বনবীয়া গছ মই আগতে কেতিয়াও দেখা নাছিলোঁ, বোধহয় ভৱিষ্যতেও আৰু দেখা নাপাম। এই ফুলবোৰ যদিও মই খুব ভাল পাইছিলোঁ, অলপ কুসংস্কাৰ মোৰ আছিল। ডাল ভাঙি তাৰ পৰা ওলোৱা গাখীৰৰ দৰে বগা এঠা হাতত লগাই স্বৰ্গীয় সুগন্ধিৰ সোৱাদ গ্ৰহণ কৰিছিলোঁ। তাৰ পিছত ইয়াৰ কোমল, পাহিবোৰত মৰমৰ হাত বুলাই কিতাপৰ পৃষ্ঠাৰ মাজত থবলৈ লৈছিলোঁ। সেই পাহিবোৰ পখিলাৰ উৰিব নোৱাৰা ডেউকাৰ দৰে সুন্দৰ আছিল।

প্ৰথমবাৰ সাগৰৰ পাৰত থিয় হৈ মই অবাক হৈ গলোঁ। হুইলকু আৰু মোল বোলা দুখন ডাঙৰ পাহাৰৰ মাজত মহাসমুদ্ৰৰ বোষে যেন আটাহ পাৰি গৰ্জি আছিল। মূৰৰ ওপৰলৈ বহুত মিটাৰ ওখ হৈ উঠা ঢৌবোৰ যেন সমুদ্ৰৰ ঢৌ নাছিল—মহাবিশ্বৰ হৃৎস্পন্দন যেন—দৈত্যৰ নিচিনা হৃৎপিণ্ডই যেন অতি জোৰেৰে পাৰত খুন্দিয়াব লাগিছে।

সেই ঠাইতে আমি চাহ খাবলৈ চকী-মেজ পাতি ললোঁ। খোৱা বস্তুবোৰৰ লগত বালি মিহলি হৈ মুখত সোমাল—কিন্তু মোৰ হলে বেয়া নালাগিল ; কিন্তু দেউতাই যেতিয়া আদেশ দিলে যে আমি সকলোৱে দিনো সাঁতুৰিব লাগিব তেতিয়াই মোৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল। বহুত দূৰৰ পৰা অহা মোৰ আৰু ভনিটী লবাৰ গাত ৰৰফৰ দৰে পানীয়ে কাটি নোহোৱা কৰিলে। ভয়ত আমি কঁপিলোঁ, সাগৰৰ পৰ্বত সমান ঢৌৱে হাকুটিৰ দৰে আমাক টানি নিলে। আমাৰ দাঁতত দাঁত লাগি থক্থকালে, কামিহাড়লৈকে নীলা পৰিল, হাত ধৰাধৰিকৈ আমি ভাই ভনী দুটি মৰিবলৈ সাজু হলোঁ। সেই সময়তে দেউতাৰ সুহুৰি বাজিল, আৰু আমি মৰণৰ দুৱাৰৰ পৰা ঘূৰি আহিলোঁ।

সেই ঠাইৰ আৰু বহুত কথা মই আন ঠাইত কম। তাৰে এটা—পাৰচেৰণ বোলা ঘোঁৰা এটা, আৰু আন এটা—তিনিগৰাকী ভনীৰ খবটোৰ কথা ইয়াতে কম।

সৰু গাঁওখনিৰ একেবাৰে সিমূৰত কেবাটাও ডাঙৰ হাউলি আছিল। সেইবোৰত ফৰাছী মালিকৰ ( বঙ্কে বুলি তেওঁলোকক কোৱা হৈছিল ) ছামবাৰ কাৰখানা আছিল। দক্ষিণ চিলিত এনে ছামবাৰ কাৰখানাবোৰ সদায় ফৰাচী সকলেই চলাইছিল। ছামবাবোৰ যে কি কামত ব্যৱহাৰ কৰা হৈছিল

মই সাজালো। মাত্ৰ পদুলি বেজিকা হাউলিবোৰৰ সন্মুখেদি কাৰখানাৰ প্ৰকাণ্ড ঘোঁৰাবোৰে নগৰ পাৰ হৈ যোৱা চাবলৈহে মই বৰ ভাল পাইছিলো।

সেই ঘোঁৰাবোৰৰ জাতি পাৰচেৰন, দৈত্যৰ দৰে বিৰাট আকাৰৰ মতা আৰু মাইকী এই ঘোঁৰাৰ কেশৰ মানুহৰ চুলিৰ দৰে ওখ পিঠিত ওলমি পৰাকৈ দীঘল আছিল। ভৰিবোৰ আছিল প্ৰকাণ্ড বলী, নোমৰ গুচিৰে ঢকা। চাৰ কাটি লৰি যাওঁতে চুলিৰ গুচিবোৰে কোনোবা ধুনীয়া চৰাইৰ দৰে ঢৌ খেলি নাচিছিল। এই ঘোঁৰাবোৰৰ গাৰ ৰং গাঢ়, মঙহুৱা, বগা আৰু গঢ়ন খুব মজবুত আছিল। আমেৰিকিয়ানে যদি লকচৰ কৰি ভুমিৰ পাৰিলেহেঁতেন তেন্তে এই বিৰাট আকাৰৰ ঘোঁৰাবোৰৰ খোজাৰ দৰে ই জোৰ কদমত গ'লহেঁতেন। ধূলি আৰু শিলাময় ৰাস্তাবোৰ ইহঁতে আমেৰিকাৰ ভয়ঙ্কৰ কম্পন তুলি পাৰ হৈ গৈছিল। চিঁহিহি চিঁহিহি কৰি সিহঁতৰ ভৰা মাতৰ শব্দই পাতালৰ পৰা আহি যেন শান্ত পদুলিৰ বতাহত এটা কঁপনি তুলিছিল। এনে ঘোঁৰাৰ প্ৰকাণ্ড আকাৰৰ, আৰু ছবিৰ দৰে সুন্দৰ ঘোঁৰা জীৱনত মই আৰু কেতিয়াও দেখা নাই। বোধহয় চীনদেশৰ মিং বংশীয় ৰজা সকলৰ কবৰখানাত শিলত কটা অপূৰ্ব সুন্দৰ ঘোঁৰাৰ মূৰ্তিবোৰো মোৰ ল'ৰাকালি দেখা, সপোনৰ এন্ধাৰৰ অইন এখন জগতৰ পৰা অহা ঘোঁৰাবোৰো এই ঘোঁৰাৰ বিজনিত তল পৰিব।

বাস্তৱিকতে সেই বনৰীয়া ৰাজ্যখন ঘোঁৰাৰে ভৰা আছিল। চিলি, জাৰ্মান, আৰাকান্তিনিয়াৰ ক'লা গৰম সাজ পিন্ধা অশ্বাৰোহীসকলে ৰাটত ঘোঁৰাৰ পৰা উঠা নমা কৰিছিল। খীণ, অথবা ভৰাপেট খাই নোদোকা, অথবা এখলা জকমকীয়া হামবাৰ যেনেই নহওক, পৰাকীহঁতে যে বোৱা ঠাইতে ঘোঁৰাবোৰ বৈ থাকিছিল। বাহি ঢোকাই থাকোতে সিহঁতৰ দুই নাকেদি ধোঁৱা ওলাইছিল। পৰাকীৰ লগত এনে নিজান ঠাইত থাকি সিহঁত অভ্যস্ত হৈ গৈছিল। খাদ্যবস্তুৰ টোপোলা বা খেতিপথাৰৰ অইন বস্তু-বাহানি কঢ়িয়াই পৰ্বতীয়া ৰাস্তাৰ কেঁকুৰি পাৰ হৈ সিহঁত গৈছিল—বহুত ভয়ানক দুৰ্গম, বৰফো যাই বাৰ লাগিছিল, অথবা নাগৰৰ প্ৰবল বাকিময় ৰাস্তাত চাৰ কাটি কাটি যাব লাগিছিল। মাজে মাজে কোনোবা আৰাউকানিয়ান অশ্বাৰোহীয়ে মদৰ দোকানৰ পৰা ওলাই বৈ থকা ঘোঁৰাৰ ওপৰত কষ্টৰে বহি আকৌ পৰ্বতৰ ওখ ৰাস্তাত যাত্ৰা আৰম্ভ কৰিছিল—মদ খাই তেওঁ তেতিয়া একেবাৰে মতলীয়া, প্ৰায় বেহুঁচ। প্ৰতিবাৰে ঘোঁৰাৰ পিঠিত তেওঁ এনেকৈ বিপজ্জনক

ভাবে হাঁহি মাৰিছিল, আটাইতকৈ পৰে বুলি, মই দেখি ভয় পাইছিলোঁ। কিন্তু মোৰেই ভুল—তেওঁ ঠিক সময়তে নিজকে সোমাই লৈছিল, আকৌ ঠিক পিছৰ মুহূর্ততেই আকৌ তেনেকৈ হাঁহি পৰি যায় পৰি যায় যেন হৈছিল, কিন্তু এটা কথা—যৌৱন জিলমিলত তেওঁ ঠিকেই দুই হাতেৰে খামুচি ধৰি ৰাখিছিল। এনেকৈয়ে মাইলৰ পিছত মাইল তেওঁ পাৰ হৈ গৈছিল। আৰু অৱশেষত প্ৰকৃতিৰ মাজত যেন এটা বনৰীয়া জন্তুৱে কামোৰাৰ ৰহস্যময় হাতৰ অদৃশ্য পৰশত ৰক্ষা পাইছিল।

আমি মহত্ত্বৰ, প্ৰতি জহকালিত, সেই ৰিনন্দীয়া ৰাজ্যলৈ এনেকৈয়ে উলাহ মানুহকৈ একেটা সময়তে ঘূৰিবলৈ লৈছিলোঁ। সময়ৰ লগে লগে টেমুকোৰ হাতুৰ-পোৱা জাৰ আৰু গা জেই যোৱা জহকালিৰ মাজত মই ডাঙৰ হ'বলৈ ধৰিলোঁ। মই বহুত কিতাপ পঢ়িলোঁ, কেতিয়াবা কেতিয়াবা প্ৰেমত পৰিলোঁ, অৱশেষত, বহুত কবিতা লিখিলোঁ।

যৌৱাত উঠা মোৰ অভ্যাস হৈ গ'ল। জনতখন দীঘলে পুতলে বাঢ়িবলৈ ধৰিলে, বোকা-পানীৰে ভৰা হঠাৎ আঁকোৰা-পকোৰা ৰাস্তা-ঘাটত মই ডাঙৰ হ'লোঁ। অৰণ্যত বঢ়া গছগছনি, বনৰীয়া চৰাইৰ কূজন, অথবা জলজৰ নীৰৱতা, হঠাৎ চকুত পৰা কোনোবা তেজবণীয়া ফুলৰ গছৰ সমাৰোহ, যেন পৰ্বতীয়া ঠাইৰ কোনোবা পাদুৰী চাহাবৰ তেজৰঙা পোছাকহে—আৰু আগতে কেতিয়াও নেদেখা ফুলৰ ৰাজ্যত দ'ম হৈ পৰি থকা বৰফ—মই এই সকলোবোৰ উপভোগ কৰিলোঁ। অথবা মাজে মাজে, একেবাৰে অভাৱনীয় ঠাইত বনৰীয়া ঘণ্টাৰ দৰেৰীয়া কপিঁহইউ ফুলে জোপোহাৰে পৰা ওলমি মোক হাতবাউলি দি মাতিছিল। লাহে লাহে মই যৌৱা, জিন, ঠাণ্ডা আৰু দুষ্ট যৌৱাত উঠা বেলেগ পোছাক, গোৰোহাত জুনজুনেই বৰা যৌৱাৰ জুনুকাত অভ্যস্ত হৈ গ'লোঁ। অসীম সমুদ্ৰৰ কূলত বা গছগছনিৰে ভৰা পাহাৰৰ মাজত মোৰ—মানে মোৰ কবিতাজগতৰ—কিন্তু জগতৰ সকলোখিনিকৈ নিঃসঙ্গ আত্মানৰ এটা সম্পৰ্ক ওপজিল। এইবোৰ অতীত কিমান বছৰ আগৰ কথা—কিন্তু সেই সম্পৰ্ক, সেই সত্যৰ প্ৰকাশ, বনজগতৰ লগত মোৰ প্ৰীতি এতিয়াও অটুট হৈ আছে।

অলপ উৎসাহ দিলোঁ, কিন্তু সি গা দাঙি নুঠিল, আৰু নিথৰ নিম্নাত হৈ ৰ'ল। তাক ধৰিলৈ লৈ যাওঁ বুলি মই তাক কোলাত তুলিব খুজিলোঁ, কিন্তু বুকুৰ কাষ পাওঁতেই যেন এডাল ক'লা ফিতাৰ দৰে সি সুলকি পৰিল। ক'লা এডাল বুকুজে যেন মোৰ মুখখনত বুলাই গ'ল। সাপৰলেখীয়া দীঘল ভিডিওটো হালি পৰিল। মাঁৰিবৰ সময়ত ৰাজহাঁহে গান গাই গাই মৰে বুলি মোৰ যি ধাৰণা, তাৰ তেনেকৈয়ে ওৰ পৰিল।

কোটিন অঞ্চলৰ জহকালি একেবাৰে জুইৰ দৰে গা ভেই যোৱা। ই আকাশ আৰু খেতিৰ গম সমানে পোৰে। মাটিবোৰে যেন এলাহ ভাঙি গা-মুৰ জোকাৰি উঠিব খোজে। ঘৰবোৰ জহকালিৰ বাবে যেনেকৈ অনুপযোগী,তেনেকৈয়ে জাৰকালিৰ বাবেও উপযোগী নাছিল। মই গাঁৱলৈ খোজ লওঁ—আৰু অনাই বনাই, অকলে অনাই বনাই ফুৰোঁ। নিয়েলল পাহাৰত মই বাট হেৰুৱাওঁ। একেবাৰে অকলশৰীয়া হৈ মই ফুৰোঁ, মোৰ জেপত গুবৰুৱা ভৰ্তি। এইমাত্র ধৰা এটা লোমশ মকৰা মোৰ হাতৰ থাকচটোত সুমুৱাই লৈছোঁ। মুৰৰ ওপৰত আকাশ নেদেখি, হাবিখন সদায় সেমেকা, ভিজা—মোৰ ভাবি পিছলে। হঠাৎ এটা চৰাইৰ মাত শুনো—মাতটো চুকাও চৰাইৰ ভয়লগা মাত, ভবিৰ পৰা মুৰলৈ গাটো সিৰসিৰাই উঠে, যেন কিহবাই মোক সাৱধান কৰি দিছে। তেজৰ টোপালৰ দৰে কঁপিহিউ ফুল আৰু মানিৰ নোৱাৰি। দৈত্যৰ দৰে প্রকাণ্ড ওখ ঢেঁকিয়া বনৰ মাজত মই এটি ক্ষুদ্র জীৱ। এটা বন কপোৱে ডেউকা মেলি ধপ্ ধপাই মোৰ মুখৰ কাষেদি উৰি গ'ল। আৰু ওপৰৰ পিনে যেন মোক ইতিকিং কৰি অইন চৰাইবোৰে আট্টহাঁহি মাৰিলে। মই বাটটো বিচাৰি পোৱা নাই—ইঁপিনে বেলিও হৈছে।

দেউতাই এতিয়াও ঘৰ পোৱাহি নাই। ভেখেতে আহোঁতে ৰাতি তিনি চাৰিমান বাজে। মই লাহে লাহে ওপৰতলাৰ নিজৰ কোঠালৈ গ'লোঁ। ছালগাৰিৰ কিতাপ এখন পঢ়িবলৈ ললোঁ। জলপ্রপাতৰ ধাৰাবে বৰষুণ পৰিব লাগিছে। অলপ পিছতে ৰাতি আৰু বৰষুণে গোটেই পৃথিবী ঢাকি পেলাব। মই অকলে অন্ধৰ বহীখনত কবিতা লিখি থাকিলৈ থাকিলোঁ। পিচ দিনা পুৱা মই খুব সোনকালে উঠিলোঁ। গছৰ বগৰীবোৰ কেঁচা, লগতে অকণমান নিমখ লৈ নামানিৰ গছবোৰৰ কাষ পালোঁগৈ। এডাল গছত বগাই উঠি, ৰব আবাঁজকৈ বাঁহ লৈ বগৰী এটাত সাৱধানে এটা কামোৰ দিলোঁ।

নিজৰত হুৰুবাই লৈ আহোঁ তোবাজো, আৰু এটাকৈ বাবে বাবে কামুৰি খাই মই এপটা বগৰী খাই শেষ কৰিলোঁ—অৱশ্যে খোৰাচো বেছি হ'ল বুলি মইও বুজিছোঁ।

আমি আগতে থকা ঘৰটো জুই লাগি পুৰিলে। এই নতুন ঘৰটো নানা ৰহস্যৰে ভৰা। জগনাথৰ বগাই মই ওচৰচুবুৰীয়া কোন ক'ত আছে চালো—কাৰো ক'তো চিন চাব নেদেখিলোঁ। হাতত কেটুকুনামান কাঠ তুলি লৈ ঘৰ ধৰিলোঁ। কীপ, লিংলিঙীয়া কেইটামান মকবৰ বাহিৰে আৰু একো নেদেখিলোঁ। বাৰীৰ পিচপিনে পাৰখানা—তাৰ ওচৰৰ গছবোৰত পক্ষী থাকিব পাৰে। আখৰোট গছবোৰত মিহি শুহ্ৎ থকা ফল হৈছে। বটোল এখন লৈ মোমাখিয়ে দুখ নোপোৱাকৈ কেনেকৈ তাক ধৰিব লাগে মই জানো, অকমান সময় মই সিহঁতক বন্দী কৈ ৰাখোঁ আৰু তাৰ পিছত মোৰ কাণৰ ওচৰত ধৰোঁ। কি মিঠা গুণ্‌গুণ্‌ শব্দ।

সীমান্ত প্ৰদেশৰ বিশাল ভয়ঙ্কৰ বনজঙ্গলত সৰু ক'লা পোছাক পিন্ধা কবি এজনৰ যে কিমান অকলশৰীয়া যেন লাগে। অকণ অকণকৈ জীৱন আৰু কবিতাই মোক অপাৰ ৰহস্যৰ সন্ধান দিয়ে।

কালি ৰাতি পঢ়া কথাবোৰ মই এতিয়াও পাহৰিব পৰা নাই। সুদূৰ মালয়েছিয়াত ছেণ্ডাকোণ-এ তেওঁৰ নগৰীয়াসকলৰ সৈতে অকল ফল-মূল খাইয়ে জীয়াই আছে।

বা বাফেলো বিলৰ কথা —মই তেওঁক ভাল নাপাওঁ, কাৰণ ইণ্ডিয়ান বোৰক ধৰি তেওঁ মাৰে, কিন্তু তেওঁ এজন পাকৈত গৰু চিকাৰী। ইণ্ডিয়ানবোৰৰ গাৰ ছালখন ৰঙা —তেওঁলোকৰ সাধাৰণ পোছাক আৰু লাটিমৰ আকৃতিৰ মূৰৰ টুপি বৰ ধুনীয়া।

মোক মানুহে প্ৰায়ে সোধে কেতিয়া মই প্ৰথম কবিতা লিখিছিলোঁ—মোৰ কবিতাৰ জন্ম কেতিয়া।

মই মনত পেলাবৰ চেষ্টা কৰিম। একেবাৰে সৰু কালিত যেতিয়া মাত্ৰ পঢ়িবলৈ শিকিছোঁ, হঠাৎ এদিন অন্তৰত আবেগৰ ঢৌ আহিল, আৰু মই কেইটামান শব্দ লিখিলোঁ, কথাখিনি মই সদায় কোৱা ভাষাতকৈ অলপ অইন ধৰণৰ, আৰু নিজৰে অচিনাকি যেন লাগিল। অলপ আচৰণ ছিৰাও আছিল। গভীৰ এটা উদ্বেগ—ভিৰা এটা বস্তুৰ আৰু নিখলতাই মোক আগুৰি ধৰিছিল, আগতে যেন কেতিয়াও তেনে অনুভূতি হোৱা নাছিল। এইবোৰৰ আবাৰত

কথাখিনি মই জুকিয়াই লিখিলোঁ। এই কবিতাটি মোৰ আইলৈ লিখা হৈছিল—আই মানে মই জনা আই গৰাকী, মোৰ শৈশৱৰ দিনবোৰত যাৰ আদৰ-চেনেহে মোক ডবপুৰ কৰি ৰাখিছিল, সেই স্বৰ্গৰ দেৱী মাহী আইলৈ এই প্ৰথম কবিতা। কেনে হ'ল বুজিব নোৱাৰি মই সেইটো তাঁহঁতৰ কাষলৈ লৈ গলোঁ। তেওঁলোকে খোৱাবস্ত প্ৰায় ফুচ্‌ফুচাই কথা পাতি আছিল। এনেবোৰ কথা-বাৰ্তাই ডাঙৰ মানুহৰ জগতখনৰ পৰা সৰু ল'ৰা-ছোৱালীৰ জগতক বহুত নিলগকৈ ৰাখে। কবিতাৰ প্ৰথম আৱিৰ্ভাৱৰ পিছত মই তেতিয়াও অলপ জ্বৰ জাপি আছিলোঁ। কবিতা লিখা কাগজখিলা মই তেওঁলোকক দেখুৱালোঁ। দেউতাই অন্যমনস্কভাৱে কাগজখন ললে, কেবেৰেকৈ পঢ়িলে আৰু এবে আনমনা হৈ মোক ঘূৰাই দি সুধিলে, "তুমি এইখিনি কৰ পৰা নকল কৰিলা?" আৰু আইৰ সৈতে তেওঁৰ দৰ্কাৰী আৰু কবিতাতকৈ একেবাৰে বেলেগ বিষয়ে ফুচ্‌ফুচাই কথা পাতি গ'ল।

মোৰ মনত পৰাত সেইটোৱে মোৰ প্ৰথম কবিতা আৰু মোৰ প্ৰথম সাহিত্য কৰ্মৰ দায়িত্বহীন সমালোচনাৰ নমুনা।

তেতিয়া সকলো সময়তে মই জ্ঞানৰ জগতত বুৰি আছিলোঁ—কিতাপৰ সমুদ্ৰৰ সোঁতত নিঃসঙ্গ এজন নাৱিকৰ দৰে মই উটি গলোঁ, কিতাপ পঢ়াৰ অদম্য ইচ্ছাই দিন-ৰাতি মাতালিছিল। উপকূল অঞ্চলত পুৰেৰ্টো ছাভেদ্ৰাৰ সৰু নগৰখনিত এটা ৰাজহুৱা লাইব্ৰেৰী আৰু ডন অগষ্টো চইণ্টাৰ বুলি এগৰাকী কবি মই আৱিষ্কাৰ কৰিলোঁ। তেখেতে মোৰ পঢ়া-শুনাৰ পৰিধি দেখি অবাক হ'ল। মোক নতুন কিতাপ—ভাৰ্গাছ ভিলাৰ, ইবচেন, ৰকাম্বোলাৰ আদিৰ কিতাপ পঢ়িবলৈ দি সুধিছিল, "তুমি এইবোৰ কিতাপো পঢ়িছা নেকি?" মই উট পখীৰ দৰে ভাল-বেয়া বিচাৰ নকৰি সকলো কিতাপ গোগ্ৰাসে গিলিছিলোঁ।

এই সময়তে দীঘল পোছাক আৰু দেখিবলৈ অদ্ভুত জোতা পিন্ধা এগৰাকী মহিলা টেমুকোলৈ আহিল। তেখেত ছোৱালী স্কুলৰ নতুন অধ্যক্ষ আছিল। আমাৰ দেশৰ একেবাৰে দক্ষিণৰ চহৰ মেগেলানৰ বৰফৰ দেশৰ পৰা তেওঁ আহিছিল। তেখেতৰ নাম গেব্ৰিয়েলা মিষ্ট্ৰাল।

এই তেওঁক অহাযোৱা কৰোঁতে দেখিছিলোঁ, কিন্তু তেওঁৰ অদ্ভুত পোছাক দেখি ভয় খাইছিলোঁ। এদিন তেখেতৰ ওচৰলৈ গৈ দেখিলোঁ যে তেখেত খুব আন্তৰিক স্বভাৱৰ মানুহ। তেখেতৰ [illegible] মুখখনি [illegible]

পাৰোঁগে। বহুত দূৰৰ টলটিন বোলা অইন এটা হ্ৰদৰ মুখলৈকে বালিভৰা অসীম উপকূল যেন নিথৰ হৈ পৰি আছিল। চিলিৰ এই উপকূল অঞ্চল বৰ খহটা আৰু শিলাময়, আৰু খিতাতে কিতাৰ দৰে অসংখ্য সিঁহি ঠাইত বিভক্ত। বালিৰ ওপৰেদি বহুত দিন বহুত ৰাতি সমুদ্ৰৰ ঢৌ আৰু ফেনৰ কাষেদি গৈছে পাৰ হব পৰা যায়।

সমুদ্ৰৰ উপকূল যেন সীমাহীন—চিলিৰ গোটেই দৈৰ্ঘ্য জুৰি গ্ৰহৰ চাৰিওপিনে আগুৰি থকা বলয়ৰ দৰে, আঁকোৱা পকোৱা এটা আঙঠিৰ দৰে সমুদ্ৰ বিৰাজ কৰিছে। দক্ষিণ সমুদ্ৰৰ নিৰন্তৰ গৰজনে ইয়াক খেদি ফুৰিছে। —আৰু দক্ষিণ মেৰুৰ সিপাৰলৈকে ইয়াক জুৰি থকা বুলি বুজিব পাৰি।

মোৰ একাষে অৰণ্যৰ উজ্জ্বল গাঢ় সেউজীয়া হেজেল গছৰ ডালবোৰে মোক হাত বাউলি দি মাতিছে—কোনোবা ডালত থোপাথোপে ফল লাগি আছে - বছৰৰ এই সময়ত ইয়াৰ ফলবোৰ ইমান ৰঙা, যেন সেন্দুৰেহে বোলাই থোৱা হৈছে। দক্ষিণ চিলিৰ ঢেঁকীয়া গছবোৰ ইমান ওখ যে ঘোঁৰাটোৰে সৈতে মই তেওঁৰ তলেদি পাৰ হৈ গ'লোঁ। কেনেবাকৈ এখিলা পাত গাত লাগিলে নিয়ৰৰ টোপালে আমাক তিয়াই দিয়ে। সোঁপিনে বিশাল বুঢ়ি হ্ৰদ নিথৰ নীলা এখন চাদৰ হৈ পৰি আছে।

হ্ৰদটো পাৰ হৈ ঘোৰাৰ পিছতহে মই কেইজনমান মানুহ দেখিবলৈ পালোঁ। তেওঁলোকক মই চিনি নাপাওঁ, কিন্তু জালোৱা বুলি জানো। সমুদ্ৰ আৰু হ্ৰদ য'ত মিলিছে, য'ত ইটোৱে সিটোক আঁকোৱালি লৈছে—বা য'ত সিহঁতে ইটোৱে সিটোক আক্ৰমণ কৰিছে—দুটা সোঁতৰ মাজৰ পানীখিনিত কিছুমান মিঠাপানীৰ মাছ পোৱা যায়, অশান্ত ঢৌৰ কোবত মাছবোৰ পাৰত এহাৰ খাই পৰিছিলহি। ৰূপালী বাকলিৰ বহল এই মাছবোৰ সকলোৰে লোভৰ বস্তু আছিল। এজনৰ পৰা আৰম্ভ কৰি পাঁচজন জালোৱাই একেলগ হৈ প্ৰকাণ্ড মাছ এটাক বাঠিৰে খুচি ধৰিবলে। সিঁহতে ইয়াক থবাহিত সুমুদ্ৰাৰ আগতে জকমকীয়া মাছটোৰে কঁপি উঠিছিল। ৰাতি হৈ আহিল। মই পাহাৰৰ কাষৰ ওখোৰা মোখোৰা বাটটো বিচাৰি আৰু ভিতৰলৈ সোমাই গ'লোঁ। মূৰৰ ওপৰেদি জঙ্গল যে শগুণ—কিবা বনৰীয়া চৰাই এটাই ক'লা ডেউকা দুখনি থপ্‌থপাই উৰি গ'ল। ৰাখৰ সময়ত হুটা মাতেৰে যেন ৰিনাই গ'ল। সিও যেন মোৰ পিছে পিছেই বৈ আহিল। ৰঙানেজীয়া শিয়ালবোৰে ৰাস্তাত শাৰী পাতি আহিহে পাৰি পাৰ হৈ গ'ল। মই চিনি

নোপোৱা আৰু কিবা কিবি বনৰীয়া চিকাৰী জন্তু ইপিনে সিপিনে গ'ল।

মই এতিয়া বুজিলো যে মই বাট হেৰুৱালো। ইমান সময়লৈকে ৰাতি আৰু অৰণ্যই মোক এতিয়ালৈকে আনন্দত ভৰপূৰ কৰি ৰাখিছিল, এতিয়া সেইবোৰেই ভয়ৰ কাৰণ হৈ পৰিল। এইবাৰ, নিজান ৰাস্তাত হঠাৎ এজন বাটৰুৱা আহি ওলাল। ওচৰ চাপি আহিলত মই তেওঁক সেই অঞ্চলৰ হজুৱা-সকলৰ এজন বুলি চিনিলো। ঢিলা কামিজ পিন্ধা, হাড় ওলোৱা খীণ ঘোঁৰাত উঠা এনে মানুহবোৰে এইবোৰ ৰাস্তা পাৰ হৈ কাষলৈ অহা-যোৱা কৰে।

মই তেওঁক বাট হেৰুৱাইছো বুলি কলো। তেওঁ ঠাইখনৰ চুক-কোণবোৰো ভালদৰে চিনি পাইছিল, আৰু মই মৰণা মাৰিবলৈ যোৱা ঠাইখনো তেওঁ চিনি পাইছিল। ৰাতিটো জঙ্গলত, বাহিৰত কটাবলৈ মোৰ ইচ্ছা নাছিল, ৰাতিপুৱা-লৈকে ক'ত থাকিব পাৰো তেওঁক মই সুধিলো। তেওঁ মোক ইয়াৰ পৰা দুই ক্ৰোশ মান দূৰত ফালৰি কাটি যোৱা এটা লুংলুঙীয়া বাটৰ সন্ধান দিলে।

তেওঁ মোক কলে—সেইপিনে এটা দুমহলীয়া কাঠৰ ঘৰ আছে।

মই সেইটো হোটেল নেকি সুধিলো।

"নহয় ভাই, তাত তিনিগৰাকী ফৰাছী মহিলা আছে—তেওঁলোকে তোমাক আদৰি লব। আজি ত্ৰিছ বছৰ ধৰি তেওঁলোকে তাত কাঠৰ বেপাৰ কৰিছে। সকলোৰে লগত তেওঁলোকে ভাল ব্যৱহাৰ কৰে আৰু তোমাকো তেওঁলোকে ৰাতিটো থাকিবলৈ দিব।"

ৰাতি প্ৰায় ন বজাত গৈ মই সেই ঘৰটো পালোগৈ। দুৱাৰত হেণ্ডাৰ মাৰি তেওঁলোক শুবলৈ যোৱাৰ আগতে সেইখিনি পাবলৈ ঘোঁৰাক চাবুক মৰাৰ লগে লগে মই ঈশ্বৰক খাটিলো। ঘৰৰ পদুলিমুখ পাই, কাঠৰ টুকুৰা আৰু গুৰিৰ ভৰা বগা আগচোতালখন পাই, প্ৰথমতে লাহে লাহে আৰু পিছত জোৰেৰে ঢাকিয়াবলৈ ধৰিলো। ঘন জঙ্গলৰ মাজত লুকাই থকা বাটটো যেন মোৰ পৰম আশ্ৰয়ৰ থলহে। কেই মিনিটমান পাৰ হৈ গ'ল, যদি দুৱাৰ কোনেও নোখোলে তেন্তে কি হব ভাবি মোৰ ভয় লাগিল। তেনেতে ক'লা পোছাক পিন্ধা এগৰাকী তিৰোতাই দুৱাৰখন আধাকৈ খুলি এই ৰাতিখনত আহি ওলোৱা আলহীজনক পৰীক্ষা কৰি চালে।

"তুমি কোন? কি লাগে?" এটা শান্ত, ভৌতিক প্ৰশ্ন কাণত পৰিল।

“অজানত বাট হেৰুৱা মই এজন ছাত্ৰ। হাৰ্ভাৰ্ডেৰ ঘৰত মোক মৰণত মাতিবলৈ মাতিছে। মই বৰ ক্লান্ত। আপোনালোক বাই-ভনী কেইগৰাকীয়ে আলহী নিবিচাৰ বুলি মোক মানুহে কৈছে। ৰাতিটো ঘৰৰ এটা চুকত শুবলৈ পালে, পুৱাই মই ওলাই যাম।”

“আহা, আহা, এই ঘৰটো তোমাৰ নিজৰ বুলিয়ে ভাবি লোৱা।”

তেওঁ মোক এটা ডাঙৰ বৈঠকখানা ঘৰলৈ নি হাতত পুৰণামান লেম্প জ্বলাই দিলে। লেম্পৰ চিমনিৰ কাচ ফটফটীয়া ফটিকৰ দৰে; সোণৰ দৰে চকচকীয়া ব্ৰোঞ্জৰ ই শিল্পকলাৰ অপৰূপ নিদৰ্শন। কোঠাটোত এটা সেমেকা ভিজা ভাব আছিল। ওখ ওখ খিৰিকীবোৰ দীঘল বগা পৰ্দাৰে ঢাকি থোৱা হৈছিল। হাতল থকা চকীবোৰক বগা ঢাকনিৰে ঢাকি ৰখা হৈছিল—কিহৰ পৰা ৰক্ষা কৰিছিল অৱশ্যে নাজানো। কোঠাটোত যেন কিবা এটা পুৰণি শতাব্দীৰ পৰিৱেশ আছিল, মই যেন ইয়াক আদিম দিনৰ লগত খাপ খুৱাই লব পৰা নাছিলোঁ, সপোন নে দিঠক বুজিব নোৱাৰিছিলোঁ। ক'লা পোছাক পিন্ধা পকাচুলিৰে মহিলা গৰাকীও নীৰৱে আছিল—তেওঁ ইটো সিটো বস্তু চুই মেলি, এখন এলবাম, এখন বিছনি ইপিনে সিপিনে লৰচৰ কৰিছিল—কিন্তু ইমান লাহে লাহে খোজ দি গৈছিল যেন তেওঁ একে ঠাইতে নীৰৱে আছে।

মোৰ মনত হ'ল যেন এটা দূৰৰ জগত সোমাই গৈ মই জী আছোঁ বুলি সপোন দেখিছোঁ। হঠাতে আৰু একে চেহেৰাৰে আৰু পোছাকৰে দুগৰাকী মহিলা সোমাই আহিল। ৰাতি তেতিয়া আৰু বেছি, ঠাণ্ডাও বেছি। তেখেতসকলে মোৰ কাষতে বহিল। একগৰাকীৰ মুখত মোক আদৰ অভ্যৰ্থনা জনোৱাৰ হাঁহি—অইন গৰাকীৰ চকুযুৰি কিন্তু প্ৰথম গৰাকীৰ দৰে বিষণ্ণ।

হঠাৎ আমাৰ কথা-বাৰ্তা সেই দুৰ্বাশিৰটীয়া গাঁৱলীয়া ঠাইৰ পৰা বহুত আঁতৰি আহিল। হেজাৰে হেজাৰে কীট-পতঙ্গৰ মাজত, ভেকুলীৰ টোৰটোৰনি, শিলাচৰ চৰাইৰ কুৰুলি, সকলোৰে পৰা আমি দূৰলৈ—বহুত দূৰলৈ গ'লোঁ। তেওঁলোকে মোৰ পঢ়া-শুনাৰ বিষয়ে জানিব খুজিলে। মই এবাৰ বোদলেয়াৰৰ নাম উল্লেখ কৰিলোঁ, আৰু তেওঁৰ কবিতাৰ অনুবাদ কৰিবলৈ লৈছোঁ বুলি কলোঁ।

[illegible] যেন ঠাইখনত, বিজুলী বাতি জ্বলি উঠিল। মহিলা [illegible]

তেওঁলোকৰ লগত কথা পাতি থাকোঁতেই তাগৰত মোৰ চকু মুদ খাই আহিছিল। কথা-বতৰাত ভাল বুলি যে তেওঁলোকৰ গৰ্ব আছে বুজিছিলোঁ। খোৱাৰ টেবুলখন উত্তৰাধিকাৰ সূত্ৰে পোৱা এটা বিশেষ কৃষ্টিৰ প্ৰতীক যেন লাগিছিল—সময় আৰু সমুদ্ৰই তেওঁলোকক জন্মভূমিলৈ ঘূৰি যাবলৈ নোৱাৰা কৰিলেও চিন হিচাপে তেওঁলোকে এই কৃষ্টিকে ৰাখি থবৰ চেষ্টা কৰিছিল। তিনিওগৰাকীয়ে ঠাট্টা-তামাছা কৰি কথা কৈ আছিল। মোক তেওঁলোকে এখন পুৰণি খাদ্য তালিকা দেখুৱাই নম্ৰলীয়া ভনীয়েকে কলে, "আমি তিনিওজনীয়েই আধা পাগলী বুঢ়ী মানুহ।"

যোৱা তিনি বছৰত তেওঁলোকৰ তালৈ মুঠতে সাতাইছজন মানুহ আহিছিল, দুৰ্বিপৰটীয়া এই ঘৰটোলৈ কোনোবাই কামত, কোনোবাই কৌতূহলত আকৌ মোৰ নিচিনাকৈ কোনোবা হঠাৎ আহি ওলাইছিলহি। এই সাতাইছজন মানুহৰ প্ৰতিজনৰ কাৰণে বেলেগে বেলেগে নথিভুক্ত কৰি খোৱাৰ তালিকা লিখি থৈছিল, আৰু কোন তাৰিখে কি খোৱা-বোৱাৰ দিহা হৈছিল, তাত লিখি থোৱা আছিল।

"আমি এই তালিকাবোৰ ৰাখিছোঁ। যদি এওঁলোকৰ এজনো আকৌ ঘূৰি আহে, তেওঁলোকক আমি একে আহাৰ দুবাৰ নুখুৱাম।"

মই বিছনাত পৰা মাত্ৰকে বজাৰত পিয়াজৰ বস্তা পৰাৰ দৰে টোপনিত লালকাল দিলোঁ। দোকমোকালিতে এডাল মম জ্বলাই, মুখ-হাত ধুই, কাপোৰ পিন্ধি যাবলৈ সাজু হলোঁ। পোহৰ হলেই, ঘোঁৰাশালৰ এটা ল'ৰাই মোৰ ঘোঁৰাটোত জিন লগাই দিলে। ক'লা পোছাকৰ অমায়িক মহিলা-সকলক বিদায় জনাবলৈ মোৰ সৈতে নগ'ল, হিয়াৰ মাজৰ পৰা যেন কোনোবাই ক'লে, "এই সকলোবোৰ আচৰিত মায়াৱী সপোন—ইয়াৰ মোহ নাভাঙিবলৈ হলে তেওঁলোকক নজগোৱাই ভাল।"

এই সকলো ঘটনা মোৰ চেঙেলীয়া ডেকাকালৰ—আজি প্ৰায় ৪৫ বছৰ আগৰ কথা। আদিম অৰণ্যৰ মাজত "ফুলোৰ্ছ ডা মাল" কিতাপৰ সেই নিৰ্বাসিতা তিনিগৰাকী ভনীৰ কি পৰিণতি হ'ল কোনে জানে? তেওঁলোকৰ পুৰণি মদৰ বটলবোৰ আৰু ক্ৰীৰটো মমৰে জ্বলাই থকা টেবুলখনৰে বা কি গতি হ'ল? গছৰ আঁৰত লুকাই থকা ঘৰটো, আৰু কাঠৰ কলটো?

সকলোতকৈ সহজ পৰিণতি হ'ল মৃত্যু আৰু বিস্মৃতি। যোৱাৰ মোৰ আত্মকলাৰী সেই শৰাণু তিনোকা গৰাকীবাকী আৰু সেই ঘৰটোৰকো অৰণ্যই

গ্ৰাস কৰিলে। তথাপি তেওঁলোক কোনোবা সংগোপনত লেখা স্ফটিকৰ দৰে ফট্‌ফটীয়া পানীৰে হ্ৰদৰ তললৈ দেখা পোৱাৰ নিচিনাকৈ মোৰ স্মৃতিপটত জিলিকি আছে। বনৰীয়া নিঃসঙ্গ জীৱন যাপন কৰা কোনো দৰ্বাৰী কামত নলগা, পুৰণিদিনীয়া শোভা-সমাৰোহক ৰক্ষা কৰিবলৈ চেষ্টা কৰা সেই তিনি-গৰাকী বিষণ্ণ মহিলালৈ মই নমস্কাৰ জনাওঁ। পূৰ্বপুৰুষৰ নিজৰ সংস্কৃতিক ৰক্ষা কৰিবলৈ জগতৰ নিৰ্জনতম আৰু দুৰ্গম পৰ্বতৰ শেষ সীমান্ত তেওঁলোকৰ এই চেষ্টাই মোৰ মন মুহিছিল।

## গমৰ খেতৰ প্ৰণয়

থাইন্‌বৈ তজবজীয়া হৈ ৰংমনেৰে মই দুপৰীয়াৰ আগতে হাৰ্মাণ্ডেজৰ গমখেতি পালোঁ গৈ। ৰাতিৰ ভাল টোপনি আৰু নিজান বাটত অকলে ঘোঁৰাত উঠি যোৱাত মোৰ মুখখন উজ্জ্বল হৈ আছিল।

তেতিয়াও গম, যৱ, বাৰ্লি গছৰ মৰণা মাইকীঘোঁৰাৰে মৰা হৈছিল। এই গছবোৰৰ ওপৰত এজাক ঘোঁৰা আৰোহীৰে সৈতে আগুৰাই যোৱা দৃশ্যটো বৰ সুন্দৰ। বেলিৰ পোহৰ উজ্জ্বল ; বতাহ, খনিৰ পৰা ন-কৈ ওলোৱা হীৰাৰ টুকুৰাৰ দৰে পবিত্ৰ আৰু চক্‌মকীয়া। মৰণা মৰাটো এটা সোণ বৰণীয়া ভোজ ; হালধীয়া খেৰবোৰ পৰ্বতৰ দৰে ওখ হৈ আছে, সকলোপিনে কামৰ ব্যস্ততা—লগতে কোৰ্হাল। কোনোবাই খেলাত গম জৰাইছে ; মাইকীসকলে কথা-বতৰা কৰিছে। ঘোঁৰাবোৰ পলাৰ খুন্দিছে, কুকুৰে ভুক্‌ভুক্ কৰিছে। সৰু সৰু পোনাকণিহঁতক ঘোঁৰাৰ চাৰিটা ঠেঙৰ তলৰ পৰা খেৰৰ মাজৰ ফলৰ দৰে অনবৰত বুটলি আনিব লগা হৈছে।

হাৰ্মাণ্ডেজ এটা অদ্ভুত জাতি। মতাবোৰে দাড়িগোঁফ নুখুৰায়। দীঘল কাৰিজ চোলা পিন্ধি, কোমৰ বন্ধত দীঘল তৰোৱাল গুঁজি লয়। তেল, নহলে গম-বাৰ্লিৰে খুন্দিবলৈ, নহলে বোকাৰে দুতুৰি পুতুৰি, নহলে ৰবৰুগত ডিঙিত জুবুলি জুপুৰি এওঁলোকৰ বোপাই, পুত্ৰেক, ভাতিন, ভতিজা সকলোকে দেখিবলৈ একে। আকৌ যাৰ খেতিত পাইচত মৰণা মৰা কমলো সুবিধা আছিল তেওঁলোকে এটাৰ বিহুত দুটা মোহিন চলাই গৈছিল। বেছি কথা-বাৰ্তা নকৈছিল ; আৰু খুব মন-কাজিয়া নাথাকিলে [illegible] হুপাতি মাৰিব পাৰিছিল.

কিন্তু দল লাগিলে জনত যাকে পায় তাকে ধুমুহাৰ কোবাল মজাহৰ ধৰে মাৰিয়াই খুন্দিয়াই উঘালাই নিছিল। মুকলি পথাৰত গৰুৰ মঙহ সেকি ভোজ পতা হৈছিল। সেই মঙহ আৰু ৰঙা মদৰ মেলত গীটাৰৰ তালে তালে কৰুণ সুৰ মিলোৱাত তেওঁলোক ওস্তাদ আছিল। সীমান্ত প্ৰদেশৰ তেওঁলোক উপযুক্ত অধিবাসী আছিল। মই কিন্তু তেওঁলোকক ভাল পাইছিলোঁ। সেঁতা চেহেৰাৰ মোৰ পাতলৈ দেহাটো এই পালোৱানবোৰৰ আগত নিচেই অকিঞ্চিৎকৰ আছিল। আৰু কিয় জানো তেওঁলোকেও মোক অলপ সম্ভ্ৰমৰ চকুৰে চাইছিল।

ৰাতিগৰুৰ মঙহৰ ভোজৰ পিছত, গীটাৰ বজোৱা শেষ হলে, বেলিৰ ৰ'দত গোটেই দিন মৰণা মৰাৰ পিছত, ভাগৰত লালকাল হৈ শুবলৈ এখন বিছনা পাতি পথাৰতে শুইছিল। বিবাহিত মতা-তিৰোতা আৰু অকলে অহা তিৰোতাসকলে তাম্বুৰ ভিতৰত নতুনকৈ কাঠৰ তক্তা পতা বিছনাত শুইছিল। আমি মতা মানুহখিনিয়েই মৰণা মৰা মজিয়াত খেৰৰ পৰ্বতৰ হালধীয়া কোমল বিছনাত একেলগে শুইছিলোঁ।

কিন্তু আৰাম কাক বোলে মই এইবাৰ আকৌ নতুনকৈ বুজিছিলোঁ। খেৰবোৰ বহলাই বিছনা পাতি, জোতাবোৰক গাৰুকৈ লৈ, কাপোৰ-কানিখুলি, অকল হলোচোলাটো পিন্ধি মই বিছনাত পৰিলোঁ। আন সকলোৱে ইতিমধ্যে টোপনিত লালকাল দি নাকেৰে ঘোৰ্ঘোৰাই আছিল।

মই বহুতপৰ চিত হৈ শুই ৰলোঁ—চকু দুটা মেলা, মোৰ বাহু আৰু মুখ খেৰে ঢকা। ৰাতিটো কট্‌কটীয়া, ঠাণ্ডা আৰু মায়াময়। জোন উঠা নাই, কিন্তু তৰাবোৰ যেন অলপতে হৈ যোৱা বৰষুণৰ পানীত ধোৱা। আকাশৰ একেবাৰে মুখত টোপনিত লালকাল দি পৰা অইন সকলোৰে চকুৰে নেদেখাকৈ তৰাবোৰে যেন মোৰ কাৰণেহে জিক্‌মিক্‌ কৰিছিল। মোৰ টোপনি আহিছিল —কিন্তু হঠাৎ কোনোবাই যেন মোৰ গাত খুন্দিয়াইছে, মই গম পালোঁ।

আচিনাকি কোনোবা এজনে এন্ধাৰত মোৰ কাষ চাপি আহিব লাগিছে। মই ভয় খালোঁ। লাহে লাহে সেইজন মোৰ আৰু কাষলৈ আহিছে, আৰু মুখৰ কাষতে তেওঁৰ উশাহ-নিশাহ পাইছোঁ। মোৰ গোটেই দেহাটো নিথৰ কৰি মই শুই থাকিলোঁ—খেৰবোৰ হিলি পৰাত এটা খচ্‌খচ্‌ শব্দ হৈছে।

হঠাৎ কাৰোবাৰ এখন হাত মোৰ গাত পৰিলহি। হাতখনে মোৰ মূৰ, চকু, গোটেই গাটোত ৰব আন্ধাৰতে হাত বুলোৱাকৈ খেপিয়াইছে—হাতখন [illegible]

গছ আৰু ধূলিও পাৰ হৈ গ'ল। চিলিৰ ৰাজধানী আৰু ভিতৰুৱা ঠাইত মই বহুতবাৰ ভ্ৰমণ কৰিছোঁ—কিন্তু অৰণ্য পাৰ হৈ যাবৰ সময়ত গছ-গছনিয়ে যেন মোক আইৰ দৰে টানিছিল। পোৰা ইটাৰ ঘৰবোৰ, মকৰাজালবে ভৰা অতীতৰ সাক্ষী চহৰবোৰৰ নিস্তব্ধতাই মোক মুহিছিল। এতিয়াও মই সেই অৰণ্য জগতৰে কবি—যদিও আজি বহুতদিন হ'ল—মই সেই দেশৰ বাহিৰত।

মাৰুতি ষ্ট্ৰীটৰ ৫১৩ নম্বৰত এটা ভাড়াঘৰৰ বাবে মই এখন ছপাকিছ পত্ৰ লৈ আহিছিলোঁ। এই নম্বৰটো মই জীৱনত নাপাহৰোঁ, কিন্তু মই চন-তাৰিখ আদি খুব সোনকালে পাহৰি যাওঁ। সেই অচিনাকি চহৰখনত ঘৰটো বিচাৰি নাপাম, আৰু হেৰুৱাম বুলি মই বৰ ভয় খাইছিলোঁ। ভাড়াঘৰৰ বাহিৰৰ পিনে বাৰান্দাত বহি মলিন হৈ অহা আবেলিবোৰ মোৰ ভাল লগা নাছিল। আকাশখন সেউজীয়া, আৰু কোনোবা ঠাইত যোৰ বঙচুৰা আছিল। জ্বলন্ত আকাশৰ তলৰ ঘৰৰ মুখচবোৰক এৰাবাৰী যেন লাগিছিল।

ভাড়াঘৰ এটাত অকলে থকা মানে আকালত মৰা—বিশেষকৈ তেতিয়াৰ দিনত এজন ছাত্ৰৰ বাবে। মই দিনে-ৰাতিয়ে লিখিছিলোঁ, কিন্তু খাইছিলোঁ খুব কম। মোৰ দৰে আৰু কেইজনমান মোৰ চিনাকি কাৰিয়েও দাৰিদ্ৰৰ জ্বালা সহিব নোৱাৰা হৈছিল। তেওঁলোকৰ ভিতৰত ৰোমিও মুৰ্গা বোলা এজনৰ কথা মোৰ মনত পৰিছে। বয়সত প্ৰায় মোৰ সমান হলেও তেওঁ মোতকৈ ওখ আৰু খীণ আছিল। তেওঁৰ সুন্দৰ গীতি-কবিতাবোৰত যেন এটা সূক্ষ্ম সুৰৰ জেউতি তিৰ্‌বিৰ্‌ কৰিছিল।

ৰাজধানীৰ কাষৰ ছান বাৰ্নাডো চহৰৰ এখন মেলাত ৰোমিও মুৰ্গা আৰু মই এবাৰ কবিতা পঢ়িবলৈ গৈছিলোঁ। আমি ষ্টেজত উঠাৰ আগতেকে বগা ধুনীয়া "ফুলবাণী" চাই আৰু তেওঁৰ নগৰীসকলৰ পলাগ লৈ, নগৰৰ বৰমুৰীয়াসকলৰ বক্তৃতা শুনি সকলোৱে বৰ খুহী মনেৰে আছিল। কিন্তু মই কবিতা আবৃত্তি কৰিবলৈ আৰম্ভ কৰোঁতেই, হঠাৎ যেন কিবা এটা সলনি হৈ গ'ল। মোৰ মাতটো যেন পৃথিৱীৰ সকলোতকৈ হতভগীয়া মাত—শ্ৰোতাসকলে কাহিলে, মোক ঠাট্টা-তামাছা কৰিলে, আৰু মোৰ বিষাদ ভৰা কবিতাবোৰ শুনি প্ৰাণ খুলি হাঁহি সময় কটালে। অসভ্য বৰ্বৰ শ্ৰোতাসকলৰ এনে ভাব দেখি মই মোৰ কবিতাখিনি এৰেকে উশাহে পঢ়ি, ষ্টেজৰ পৰা নামি

লগৰীয়া বোমিও মুৰ্গাক কবিতা পঢ়িবলৈ কলোঁ। তাৰ পিছত হোৱা ঘটনাবোৰ মোৰ সদায় মনত থাকিব। এই ডন কুইক্সটজনে হুফুটতকৈ ওখ দেহাটো আৰু ক'লা ফটাছিটা কাপোৰ-কানি পিন্ধি মোতকৈও খহটা মাতেৰে কবিতা আওৰাবলৈ ধৰিলে। শ্ৰোতাসকলৰ ভিতৰত এজনো থং নকৰাকৈ নাথাকিল। একেলগে সকলোৱে চিঞৰিলে—এই থাবলৈ নোপোৱা ভিকহুটো! ইয়াৰপৰা ওলাই যোৱা—আমাৰ আনন্দ মাটি নকৰিবা।

মাৰ্তুতি ষ্ট্ৰীটৰ ভাড়াঘৰৰ পৰা শামুকে খোলা এৰি পেলাই থৈ সমুদ্ৰলৈ যাত্ৰা কৰাৰ দৰে মইও বাহিৰৰ পৃথিৱীলৈ যাত্ৰা কৰিলোঁ। অচিনাকি সমুদ্ৰখন ছাত্ৰিয়াগোৰ বাট-পথ, আৰু য়ুনিভাৰ্ছিটী আৰু মাৰ্তুতি ষ্ট্ৰীটৰ মাজৰ ঠাইখনৰ বাহিৰে মই আন ঠাই চিনি নাপাইছিলোঁ।

বোম্যাণ্ডকৰ অৱস্থাৰ সোৱাদ লবলৈ হলে মই আৰু ভোকত কল্মলাব লাগিব বুলি জানিছিলোঁ। আগৰ ঘৰটোত অন্ততঃ আগৰ একে চহৰৰ মানুহ বুলি মাজে মাজে আলু-পিঁয়াজটো দিছিল, কিন্তু সেই ঘৰটো এৰি নোযোৱাকৈ মই নোৱাৰিলোঁ—জীৱন, প্ৰেম, যশ, স্বাধীনতা সকলোৱে মোক হাত বাউলি দি মাতিছিল, অন্ততঃ মই তেনেকৈ ভাবিছিলোঁ।

শিক্ষক ভৱনৰ ওচৰতে আৰগুৱেলেছ ষ্ট্ৰীটত মই প্ৰথম মোৰ বাবে সম্পূৰ্ণ নিজা ঘৰটো ভাড়া ললোঁ, বাস্তাটো ধোঁৱা বৰণীয়া আছিল, ঘৰৰ আগত এখন জাননী দিয়া আছিল—ভাড়াৰ ঘৰ পোৱা যায়। সমুখৰ পিনে ঘৰৰ গিৰিহঁতে তেওঁৰ পৰিয়াল লৈ বাস কৰিছিল। সম্ভ্ৰান্ত বেশ, পকা চুলিৰে এওঁক দেখিলে বেয়া লগা নাছিল। কিন্তু তেওঁৰ চকু দুটা কিবা অদ্ভূত যেন লাগিল। তেওঁ মাইকী মানুহৰ বেশ চৰ্চাৰ ব্যৱসায় কৰি জীৱিকা চলাইছিল। কিন্তু ব্যৱসায়ত তেওঁ বেচি গুৰুত্ব দিয়া নাছিল, মৃত্যুৰ পিছত পাৰলৌকিক অদৃশ্য জগতৰ কাৰবাৰৰ বিষয়েহে তেওঁ বেছি উৎসাহী আছিল। তেওঁৰ কথা-বাৰ্তা খুব ভাল আছিল।

ট্ৰাংকৰ পৰা মই কিতাপ আৰু কাপোৰ-কানিখিনি উলিয়াই ললোঁ। ট্ৰাঙ্কটো মই টেমুকোৰ পৰা আনিছিলোঁ। নিজৰ স্বাধীনতা আৰু আয়াসত গৰ্ব্বিত হৈ মই বিছনাত দীঘল দি শুই শুই কিতাপ পঢ়িম বুলি ভাবিলোঁ।

ঘৰৰ আগপিনে কোনো বাৰান্দা নাছিল, কেৱল শাৰী শাৰী বন্ধ ঘৰ। পিছদিনা পুৱা নিজান ঘৰটোৰ চুক-কোণবোৰ লুৰুকি ফুৰোঁতে মই দেখিলোঁ যে সকলোবোৰ ঘৰৰ বেৰাত—এনেকি পায়খানাতো এটা বিশেষ চিন দিয়া

আছে যাৰ মানে হ'ল—"নিজকে সমৰ্পণ কৰা। তুমি আমাক ধৰিব নোৱাৰা। তুমি মৃত" কোনো ঘৰৰ বেৰা এই চিনৰ পৰা বাদ নাছিল।

সেই বছৰ ছাণ্ডিয়াগো চহৰত বৰ বেয়াকৈ জাৰ পৰিছিল। স্থানীয় ঔপনিবেশিক শাসনকালৰ পৰাই আমাৰ দেশত মানুহে প্ৰকৃতিৰ ৰুদ্ৰৰূপৰ লগত চিনাক আছিল। আৰু তাক অৱজ্ঞা কৰিবলৈ শিকিছিল। মই এইখিনি লিখাৰ পঞ্চাশ বছৰৰ পিছত ইলিয়া এৰেবুৰ্গে মোক কৈছিল যে চিলিৰ দৰে ইমান ঠাণ্ডা ক'তো তেওঁ পোৱা নাই—যদিও তেওঁ তেতিয়া মস্কোৰ বৰফ পৰা ৰাস্তাৰ পৰা ঘূৰি আহিছিল। খিৰিকীৰ আয়নাবোৰ ঠাণ্ডাত নীলা হৈ আছিল। আমাৰ ঘৰৰ কাষৰ ৰাস্তাৰ গছবোৰ যেন জাৰত কঁপিছিল। ঘোঁৰাৰ গাবীৰ ঘোঁৰাবোৰে নাকৰ উশাহ-নিশাহত ভাপ উলিয়াইছিল। পৰকালৰ সৰ্বনাশী ইঙ্গিতৰ লগত এনে এটা বতৰত মোৰ সেই ঘৰটোত সময়-খিনি বৰ বেয়াকৈ গৈছিল।

ঘৰৰ গৰাকীয়ে পগলাৰ চকুৰে মোলৈ পোনপটীয়াকৈ চাইছিল—তেওঁৰ সেই চাহনিয়ে মোক বিশ্বিধ থকা-সৰকা কৰিছিল। লাহেকৈ তেওঁ মোক কৈছিল, "মোৰ বৈণী চোৰিটো মৰা আজি চাৰিমাহহে হৈছে। মৃতকৰ বাবে এইখিনি বৰ টান সময়। তেওঁলোকে এই সময়ত আগৰ জগতৰ পুৰণি ঠাইত ফুৰিবলৈ আহে। আমি তেওঁলোকক দেখা নাপাওঁ, কিন্তু তেওঁলোকে সেইটো নাজানে। আমি তেওঁলোকক সেইটো জনাই দিব লাগে, নহলে আমি উদাসীন বুলি ভাবি তেওঁলোকে দুঃখ পাব। সেইবাবে মই চাৰিওপিনে চিন দি থৈছোঁ—যাতে মোৰ বৈণী চোৰটোই বুজি পাই পায় যে তেওঁ এতিয়া মৃত।"

এই বুঢ়া মানুহজনে মোক বৰ চালাক বুলি ভাবি মোৰ ওপৰত নজৰ ৰাখিছিল। তিৰোতা মানুহক মোৰ ঘৰলৈ আহিব নোৱাৰাকৈ তেওঁ নিয়ম বান্ধি দিলে। মোৰ কিতাপবোৰ লুকুকি চাই, চিঠি আহিলে খুলি পঢ়ি, বস্তুবাহানি ইফালে সিফালে কৰি প্ৰায়ে লণ্ডভণ্ড কৰি থৈছিল।

ব্যক্তিগত স্বাধীনতাত এনেকৈ হাত পৰাত মই আন ভাড়াঘৰ বিচাৰিব-লগীয়াত পৰিলোঁ। হাড় কঁপোৱা জাৰত আচনাকি ৰাস্তাত ঘূৰি ঘূৰি খোৱাখানাৰ ওচৰত মই অৱশেষত এটা ঘৰ পালোঁ। ঘৰৰ গৰাকীয়নীয়ে পৰকাল ইহকাল নামানিছিল। তেওঁৰ ঘৰটোৰ আগপিনে অৰতনত বঢ়া এখন ফুলনি আছিল। সেই ফুলনিৰ মাজেদি গৈ মই ঘৰৰ বাটচ'ৰা পালোঁগৈ, নিজৰা এটাৰ সোঁত বন্ধ হৈ ওপৰত সেউজীয়া কম্বলৰ দৰে শেলুৱৈ পৰি

আছিল। পিচটাপনে খুব ওখ চিলিঙৰ এটা কোঠালীত মই থাকিবলৈ ললোঁ। ঘৰটো ওখ বাবে মোৰ বৰ ভাল লাগিল।

আমি ছাত্র-কবিসকলে বন্য জীৱন যাপন কৰিছিলোঁ। মই গাঁৱলীয়া ধৰণেই থাকিবলৈ ললোঁ। নিজৰ ৰুমৰ ভিতৰতে থাকি দিনো কেবাটাও কবিতা লিখি, তাতে নিজে নাই কাপৰ পাচত কাপকৈ চাহ খাই গৈছিলোঁ, কিন্তু মোৰ ঘৰ আৰু ৰাস্তাৰ বাহিৰত লেখকসকলৰ হুলস্থুলীয়া জীৱনে মোক বিশেষকৈ টানিছিল। তেওঁলোকে চাহ-কফি নাখাই বিয়াৰ আৰু খাটি মদ খাইছিল। আলাপ আলোচনা আৰু কবিতা পঢ়া ৰাতি নুপুৱালৈকে চলিছিল। এইবোৰ কাৰণে মোৰ পঢ়া-শুনা বেছি আগুৱা নাছিল।

দেউতাৰ ৰেলকোম্পানীয়ে দিয়া এটা ধোঁৱাবৰণীয়া ডাঠ ফেল্টৰ কোট আছিল। এইটো পিন্ধি তেওঁ বাহিৰা ঠাইত কাম কৰিবলৈ যাব লাগিছিল, কিন্তু তেওঁ কেতিয়াও সেইটো পিন্ধা নাছিল। এই কোটটো মই পিন্ধাত ই কবিৰ বাবে নতুন পোছাকত পৰিণত হ'ল। তিনি চাৰিজন অইন কবিয়েও এনে কেপ কোট ব্যৱহাৰ কৰিবলৈ ললে, ইজনৰ পৰা সিজনলৈ হাত সলাই সলাই কোটবোৰ কবিৰ চিন হৈ পৰিল। ভদ্ৰলোকসকলে এই কোট দেখিলে খঙত জ্বলিপকি উঠিছিল, আৰু অইন সাধাৰণ মানুহেও তেওঁলোকৰ লগত যোগ দিছিল। চিলিত সেই সময়ত নতুনকৈ টাঙ্গো নাচৰ প্ৰচলন হৈছিল। ইয়াত তাল, ঠেকা, একৰ্ডিয়ন লৈ এমখা উচ্ছৃংখল ল'ৰাই হুলস্থুল লগাইছিল। তেওঁলোকে বাছি বাছি আহি আমাৰ কবিবোৰৰ আড্ডাত উপস্থিত হৈছিল। সমাজবিৰোধী এই ডেকাবোৰ নাচ-গান আৰু গণ্ডগোল কৰাত পাকৈত আছিল। আমাৰ জীৱনযাত্ৰাক সিহঁতে উপলুঙা কৰিছিল, বিশেষকৈ কেপ কোট পিন্ধাটোক—আৰু আমি কবিবোৰে সিহঁতক ওলোটাই ঠাট্টা কৰিছিলোঁ।

এই সময়তে এগৰাকী বিধবাৰ লগত মোৰ বন্ধুত্ব হ'ল। তেওঁৰ কথা মই জীৱনত পাহৰিব নোৱাৰোঁ। তেওঁ ডাঙৰ নীলা চকু দুটি গিৰিয়েকৰ কথা সুঁৱৰি চকুচকুলীয়া হৈছিল। গিৰিয়েক এজন ঔপন্যাসিক আছিল আৰু দুৱৈণীয়েক তেওঁৰ সুঠাম দেহ লহৰীৰ বাবে জনাজাত আছিল। দুয়োতে তেওঁ-লোক এটা দেখত লৰলগীয়া দম্পতি আছিল। গমৰঙা চুলি, অনুপম লাহী শৰীৰ আৰু ঘন নীলা চকু; গিৰিয়েক আছিল খুব ওখ আৰু মালৰ দৰে বলী দেহ। ঔপন্যাসিক জনৰ যক্ষ্মাৰোগৰ হ'ল, আৰু সোনকালে ঢুকাল।

পিচত অৱশ্যে মই ভাবিবলৈ বাধ্য হৈছিলোঁ যে তেওঁৰ মৃত্যুৰ বাবে জেনাহৰ দৰে সুন্দৰী তেওঁৰ কামাতুৰা বৈণীয়েকো কম দায়ী নাছিল। পেনিছিল্লিন আদি দৰৱৰ আগৰ যুগত এনে চৰিত্ৰৰ বৈণীয়েকে তেওঁৰ দৰে মালৰীয়াৰ দৰে দেহৰ এজন মানুহকো হমাহতে শেষ কৰিলে।

সুন্দৰী বিধৱাগৰাকীয়ে তেতিয়াও মোৰ কাষত ধৰা দিয়া নাছিল। ঘন বেঙুনীয়া আৰু ক'লা ৰঙৰ পোছাকে তেওঁক ৰবফৰ দৰে বগা, আৰু শোকাহত এটা মিঠা ফলৰ দৰে লাগিছিল। এদিন আবেলি খোৱাখানাৰ পিচপিনৰ মোৰ কোঠালীত তেওঁৰ শোকৰ ছদ্মবেশ খুলি পৰিল, আৰু মই সেই জ্বলন্ত ৰবফৰ ফলটো চুহি চালোঁ। ইয়াৰ পিচৰ স্বাভাৱিক পৰিণতিৰ আগত যেতিয়া তেওঁৰ চকু দুটি মোৰ চকুৰ তলত মুদ খাই আছিল। উচুপি উচুপি, হুমুনিয়াহ পেলাই তেওঁ মৃত স্বামীৰ নাম ললে, "অ ৰবাৰ্টো। ৰবাৰ্টো!" যেন সেই সতী-শুদ্ধ কুমাৰীগৰাকীয়ে নিজকে সমৰ্পণ কৰাৰ আগতে অলপ পূজা-পাতলহে কৰি ললে।

সি যিয়ে নহওক, মোৰ উদ্ধত যৌৱনৰ চাহিদা হিচাপেও এই বিধৱাৰ কাম-প্ৰবৃত্তি মোৰ পক্ষেও অতি বেছি হৈ পৰিল। মোৰ আৰু ঘনাই নিমন্ত্ৰণ আহিবলৈ ধৰিলে—আৰু এইদৰে তেওঁৰ নিলাজ দেহটোৱে মোক অকলে ধ্বংসৰ পিনে আগুৱাই নিবলৈ ধৰিলে। ইমানকৈ জুইত পতঙ্গই জাপ দিয়াৰ দৰে ৰতিকৰ্ম শুভ নহয়, প্ৰতিদিনে মোৰ শৰীৰত অপুষ্টিৰ নানা লক্ষণে বেছিকৈ দেখা দিলে।

## লাজ

মোৰ জীৱনৰ প্ৰথম কেইবছৰমান—আৰু বোধহয় তাৰ পিচতো বহুত বছৰ বোবা কলাৰ দৰে কটাইছিলোঁ।

চেঙেলীয়া বয়সৰ পৰাই মই নিয়মিত ক'লা সাজ পিন্ধিছিলোঁ, বোবা শতিকাৰ প্ৰকৃত কবিসকলৰ দৰে মোৰ ধাৰণা হৈছিল যে এই পোছাকত মোক বেয়া নেদেখি। কিন্তু সেই বয়সৰ ধৰ্ম অনুযায়ী, ছোৱালীৰ পিচ লোৱাতকৈ মই সিহঁতক নেদেখা ভাও ধৰি আগুৱাই যাবলৈ চেষ্টা কৰিছিলোঁ। লাজত বঙা মুঙা হৈ কথা কওঁতে খোনাম বুলি ভয়ত মই সিহঁতৰ প্ৰতি মোৰ কোনো আগ্ৰহ নাই যেন দেখুৱাইছিলোঁ। আচল অৱস্থাটো কিন্তু ঠিক ইয়াৰ বিপৰীত হৈ আছিল—ছোৱালীবোৰ মোৰ কাৰণে গভীৰ ৰহস্য আছিল।

কামনাৰ চিন্তাৰ জুইত জাপ দি জাহ যাবলৈ, সেই অপাৰসীম গভীৰ ৰহস্যৰ কুৰাত বুৰ মাৰিবলৈ মোৰ আন্তৰিক ইচ্ছা সত্বেও পানী বা জুইলৈ ভয় থকাত মই একোকে কৰিব পৰা নাছিলোঁ। তাৰ উপৰি, মোক গতিয়াই পঠিয়াবলৈকো কোনো নাছিল, সেইবোৰ কাৰণে এবাৰো পানীৰ পিনে নোচোৱাকৈ, মিচিকি হাঁহি এটিও নমৰাকৈ মই ৰহস্যময় নৈৰ পাৰৰ্ত যাওঁতে উদাসীন যেন দেখুৱাইছিলোঁ।

বয়সীয়া মানুহৰ আগত, সাধাৰণ অৱস্থাত মানুহৰ আগত, ৰেল বা পোষ্ট অফিছৰ কৰ্মীসকলৰ আগত, বিশেষকৈ তেওঁলোকৰ তিৰুতাসকলৰ আগত মোৰ সেই দশা হৈছিল। তিৰোতা, ঘৈণী বা মোৰ মাইকী বুলি চিনাকি কৰি দিবলৈ যেন এই পেটি বুৰ্জোৱাবোৰেও লাজ পাইছিল বা ভয় খাইছিল। দেউতাৰ কাষলৈ অহা তেনে মানুহৰ কথা-বাৰ্তা মই টেবুলত বহি শুনিছিলোঁ, কিন্তু পিচদিনাই যদি আগৰাতি আমাৰ ঘৰত ভাত খাবলৈ অহা সেই মানুহ-গৰাকীৰ লগত মোৰ বাটত দেখা হৈছিল, মই তেওঁৰ লগত কথা পাতিবলৈ সাহ নকৰি নেদেখাৰ ভাও ধৰি বাটটো পাৰ হৈ সিপাৰলৈ গৈছিলোঁ।

লাজকুৰীয়া হোৱাটো আত্মাৰ এটা কেৰোণ—ই নিঃসঙ্গ জগতলৈ বাট মুকলি কৰি দিয়ে। তাৰ উপৰি তোমাৰ গাত লিপিত খাই লাগি থকা ই এটা জীয়াতু যাতনা, যেন জীৱনৰ দুখন মাখিছালৰ তলৰখনে বিদ্ৰোহ কৰি কেঁকুৰি আঁতৰি যাব খুজিছে। মানুহৰ চৰিত্ৰ গঢ়িবৰ বাবে দৰকাৰী গুণবোৰৰ ভিতৰত এই অনিষ্টকৰ দোষটোৱে ভৱিষ্যত ব্যক্তিত্বৰ সোঁত কোন পিনে বৈ যাব—তাৰ বহুখিনি নিৰূপণ কৰে।

সৰুকালৰ বাৰিষাৰ স্মৃতি আৰু মোৰ অন্তৰ্মুখী চৰিত্ৰই স্বাভাৱিকতেই বহুতদিন মোক বন্দী কৰি ৰাখিলে। ৰাজধানীলৈ অহাৰ পিচত বহুত মতা-তিৰুতা বন্ধু পালোঁ। মানুহে মোৰ পিনে বেছি মনোযোগ নিদিলেই বন্ধুত্ব পতা মোৰ বাবে সহজ হৈছিল। মানুহৰ বিষয়ে মোৰ বিশেষ কৌতূহলো নাছিল। নিজকে এই বুলি মই প্ৰবোধ দিছিলোঁ যে পৃথিৱীৰ সকলো মানুহকে মই কেনেকৈ জানিম? তথাপিও, এই সকলো বোৰ সত্বেও যোলবছৰীয়া এই নিবোকা কৱিজনে কোনো কোনো মহলত খুব পাতল এটা কৌতূহল উদ্ৰেক কৰিলে। এই ল'ৰাটিকে তেওঁলোকে কোনো কোনো ঠাইত কাৰো লগত সাধাৰণ সম্ভাষণৰ ভদ্ৰতা নেদেখুৱাই ওলোৱা সোমোৱা দেখিলে, তেওঁৰ দীঘল স্পেনীয় কোটটো আৰু খীন দেহটো দেখিলে পথাৰত

চকাই খেদিবলৈ ৰখা পুতলা যেন লাগিছিল। মোৰ দৰিদ্ৰতাৰ লগত এই পোছাকৰ যে এটা সম্পৰ্ক আছে সেই বিষয়ে কাৰো কোনো সন্দেহ নাছিল।

সেই সময়ত মোৰ লগত ভাল আছিল এজন ধনী মানুহৰ। তেওঁৰ ঘৈণীয়েক মীনা আৰু পিলো ইয়েনাজে মোৰ সঙ্গ ভাল পাইছিল। তেওঁলোকৰ দৰে অলস আৰামী জীৱনযাপন কৰিবলৈ মোৰ মনে মনে বৰ ইচ্ছা হৈছিল। কিন্তু আচলতে তেনে জীৱন আছিল, মোৰ বাবে সুদূৰৰ সপোন। সেইবাবেই প্ৰথম মই উমলগা, মৃদু পোহৰ ভৰা, ধুনীয়া আচবাব আৰু দেৱাল ভৰ্তি কিতাপ থকা এটা ঘৰলৈ গৈছিলোঁ। কিতাপবোৰৰ নানা বৰণীয়া বেটুপাতবোৰ যেন মই হাতেৰে চুব নোৱাৰা ক্ষণিকৰ বসন্ত কাল যেন লাগিছিল। তেওঁ-লোক মৰমিয়াল আৰু চালাক আছিল, মোৰ নীৰৱতা আৰু আত্মমগ্নতাক আওকাণ কৰিও বাৰে বাৰে মোক তেওঁলোকৰ ঘৰলৈ প্ৰায়ে মাতি নিছিল। তেওঁলোকৰ ঘৰৰ পৰা ওলাই আহিবৰ সময়ত মই ৰংমনে অহা দেখি মোক আকৌ মাতিছিল।

সেই ঘৰতে মই প্ৰথম কিউবিষ্ট চিত্ৰকলাৰ নিৰ্দশন দেখোঁ। জুৱান গ্ৰিছৰ ছবি এখন মই চাই থাকোঁতে তেওঁলোকে কৈছিল যে পেৰিছত থাকোতে জুৱান গ্ৰিছ তেওঁলোকৰ পৰিয়ালৰ বন্ধু আছিল; কিন্তু মোক সৰতকৈ মুগ্ধ কৰিছিল তেওঁলোকৰ পিন্ধা পায়জামা দুটাই। সুবিধা পালেই মই পায়জামা দুটাৰ পিনে তবধমানি চাইছিলোঁ। তেতিয়া জাৰকালি—বিলিয়াৰ্ড খেলা টেবুলৰ ওপৰৰ মখমল কাপোৰৰ দৰে কিবা ডাঠ কাপোৰৰ, গভীৰ সমুদ্ৰৰ দৰে নীলা ৰঙৰ পায়জামা দুটা দেখাৰ আগতে মই কেৱল জেলখানাৰ কয়েদীবোৰে পিন্ধা গাৰি দিয়া পায়জামাহে দেখিছিলোঁ। পিলো ইয়েনেজৰ পায়জামাৰ নিচিনা মই দেখাই নাছিলোঁ। ইয়াৰ কাপোৰখিনি জকমকীয়া নীলা ৰং আৰু পিন্ধা মানুহজনৰ প্ৰতি ছাণ্টিয়াগো চহৰৰ উপকণ্ঠত থকা বেচেৰা কবিৰ মনত হিংসাৰ উদ্ৰেক কৰিছিল। আজি পঞ্চাছ বছৰৰ পিচতো সেই পায়জামা দুটা মোৰ মনত ফটফটীয়াকৈ জিলিকি আছে।

আজি বহুত দিন ধৰি ইয়েনেন পৰিয়ালৰ লগত মোৰ দেখা হোৱা নাই। মিনাই গিৰীয়েকক এৰি থৈ গ'ল, লগতে এৰি থৈ গ'ল সেই মৃদু পোহৰ ভৰা ঘৰটো আৰু অইন আৰাম বিৰামৰ উপকৰণবোৰ। ছাণ্টিয়াগো চহৰলৈ অহা এটা চাৰ্কাছ দলৰ এজন খেলুৱৈৰ লগত তেওঁ পলাই গ'ল। অষ্ট্ৰেলিয়াৰ পৰা বৃটিছ দীপপুঞ্জলৈ সকলো ঠাইত চাৰ্কাছৰ খেলুৱৈজনক সহায় কৰিবলৈ

তেওঁ টিকট বেচি গ'ল, মানুহজনে তেওঁক একেবাৰে মুগ্ধ কৰিছিল। একেবাৰে শেহত তেওঁক ফ্ৰান্সৰ দক্ষিণ অঞ্চলত এদল ৰহস্যবাদী ৰাইক্ৰুছিয়ান নে কিবা তেনে এটা নামৰ লগত দেখা গৈছিল বুলি শুনিছিলোঁ।

গিৰিয়েক পিলো ইয়েনেজ-এ তেওঁৰ নামটো সলাই জুৱান এমাৰ হ'ল। সময়ত তেওঁ এজন শক্তিশালী লেখক হৈছিল, তেতিয়া তেওঁৰ নাম বিশেষ জনাজাত নাছিল। তেওঁ মোৰ আজীৱন বন্ধু হৈ আছিল। নীৰৱ আৰু দয়ালু কিন্তু দুখীয়া অৱস্থাত তেওঁৰ মৃত্যু হ'ল। এতিয়াও তেওঁৰ বহুত কিতাপ প্ৰকাশিত হবলৈ বাকী আছে। এদিন প্ৰকাশ হৈ সেইবোৰ নিশ্চয় ফলেফুলে বিকশিত হব।

পিলো ইয়েনেজ বা জুৱান এমাৰৰ প্ৰসঙ্গ এৰি মই এতিয়া আকৌ মোৰ লাজৰ প্ৰসঙ্গলৈ ঘুৰি আহোঁ। মোৰ ছাত্ৰ জীৱনত পিলোৱে তেওঁৰ দেউতাকৰ লগত মোৰ চিনাকি কৰি দিবলৈ বহুত চেষ্টা কৰিছিল। তেখেতে মোক য়ুৰোপলৈ যোৱাৰ কিবা এটা দিহা কৰি দিবই বুলি তেওঁ মোক কৈছিল। সেই সময়ত লাটিন আমেৰিকাৰ সকলো কবি-চিত্ৰশিল্পীৰ চকু আছিল পেৰিছৰ ওপৰত। পিলোৰ দেউতাক এজন বিখ্যাত মানুহ আছিল— তেওঁ ছিনেটৰ আছিল। প্লাজা ডি আৰ্মাছ আৰু প্ৰেছিডেণ্টৰ হাউচিৰ কাষত তেওঁ এটা বিশাল কুৎসিৎ ঘৰত বাস কৰিছিল, মোৰ মনেৰে প্ৰেছিডেণ্টৰ হাউচিত থাকিবলৈহে তেওঁ ভাল পালেহেঁতেন।

মোৰ বন্ধু কেইজনক ওচৰৰ সৰু কোঠালিতে থৈ আহিলোঁ। অহাৰ আগতে তেওঁলোকে মোৰ মূৰৰ টুপিটো খুলি লৈ মোক দেখিবলৈ স্বাভাৱিক কৰি ললে, আৰু প্ৰকৃততে তেওঁৰ বিৰাট পঢ়া কোঠালিলৈ মোক প্ৰায় ঠেলি সুমুৱাই দিলে, এই কোঠাটো কোনোবা এদিন আলহী সোমপোচৰ ঘৰ যেন পাওঁ—এতিয়া ই একেবাৰে খালী—কেৱল দুৰত ঘৰটোৰ এমুৰত হাতলগা চকী এখনত মই ছিনেটৰক বহি থকা দেখিলোঁ। তেওঁৰ কাষতে মজিয়াত এটা লেম জ্বলি আছিল। পঢ়ি থকা খবৰৰ কাগজৰ পাত কেইখিলাই তেওঁৰ মুখখন পৰ্দাৰ দৰে ঢাকি থৈছিল।

হালধীয়া ৰঙৰ কাঠৰ টুকুৰাৰে ঘৰৰ মজিয়াখন সজা হৈছিল, তাক মমেৰে ঘঁহি পালিছ কৰা আছিল। এই বিপদজনক মজিয়াখনত ভৰি দিওঁতেই স্কি খেলা খেলুৱৈৰ দৰে পিছলি গলোঁ—ইমান বেগতে পিছলি গলোঁ যে মূৰ আচন্দ্ৰাই কৰি গ'ল। নিজকে ৰখাবলৈ আপ্ৰাণ চেষ্টা কৰিও মই থিৰ হৈ থাকিব

নোৰাবিলো, কেবাবাৰো পৰি একেবাৰে শেহত গৈ তেওঁৰ তাঁবৰ ভিতৰ বলোগৈ। খবৰৰ কাগজখন মুখৰ পৰা নুগুচুৱাকৈ চকুৰ এটা কোণেদি তেওঁ মোলৈ কঠিনকৈ চাই ক'লে।

মই তেওঁৰ কাষৰ এখন সৰু চকীত কোনোমতে বহিলোগৈ। ভাওৰ মানুহজনে মোলৈ নিবিখি চালে। তেওঁৰ চকুত মই মকবাৰ দৰে এটা নিম্নখিত প্ৰাণীহে যেন হ'লোঁ। তেওঁ যেন এজন প্ৰাণী বিশাৰদ। মোক তেওঁ ইমুৰৰ পৰা সিমুৰলৈ ভালকৈ চিনি পায়। মই কিয় আহিছোঁ ইত্যাদি বিষয়ক তেওঁ কিছুমান প্ৰশ্ন সুধিলে। মই কোনোমতে সেপচুৱাকৈ উত্তৰ দি আগতকৈ লাজকুৰীয়া আৰু ভয়াতুৰ হৈ বহি বলোঁ।

তেওঁক যে কি উত্তৰ দিছিলোঁ মোৰ মনত নাই। প্ৰায় বিছ মিনিটমানৰ পিচত তেওঁ মোলৈ সৰু হাত এখন আগবঢ়াই দিলে—এইটো মোক গুচি যাবলৈ কোৱাৰ চিন, মোৰ মনেৰে তেওঁ মোক কৈছিল যে তেওঁ মোক পিচত খবৰ দিব। খবৰ কাগজখন আকৌ তেওঁ মুখৰ আগত তুলি ললে, মই সেই ভয়ঙ্কৰ কাঠৰ মজিয়াখনত যিমান সাৱধানে পাৰোঁ উভটি আহিবলৈ ধৰিলোঁ। অৱশ্যে এনে সাৱধানতা মই প্ৰথম বাৰেই লোৱা উচিত আছিল। মোৰ বন্ধুৰ দেউতাক ছিনেটৰজনে মোক কোনো খবৰ নিদিলে আৰু কিছুদিনৰ ভিতৰতে হোৱা নিৰ্বোধ আৰু প্ৰতিক্ৰিয়াশীল মিলিটাৰী বিদ্ৰোহত হাতত খবৰৰ কাগজ লৈ থকা অৱস্থাতে তেওঁ নিজৰ আসনৰ পৰা খহি পৰিল, আৰু স্বীকাৰ কৰিবলৈ মই লাজ পোৱা নাই যে এই ঘটনাত মই বৰ সুখী হৈছিলোঁ।

## ছাত্ৰ ফেডাৰেছন

টেমুকোত থাকোঁতেই মই ছাত্ৰ ফেডাৰেছনৰ মুখপত্ৰ 'ক্লাৰিডাড'ত এজন বাতৰি লিখোঁতা আছিলোঁ আৰু মোৰ সহপাঠীবোৰক বিছ ত্ৰিছখনমান কাগজো বিক্ৰী কৰিছিলোঁ। ১৯২০ চনত পোৱা এটা খবৰে টেমুকোত থকা আমাৰ প্ৰজন্মৰ ল'ৰাসকলৰ অন্তৰত এটা তেজৰ চেকা বাখি থৈ গ'ল। ৰাজতন্ত্ৰৰ আলাসৰ লাৰু "সোণালী যৌবনে" ছাত্ৰ ফেডাৰেছনৰ সদৰ দপ্তৰ আক্ৰমণ কৰি তাক ছেদেলি ভেদেলি কৰি থৈ যোৱা বুলি খবৰ পাইছিলোঁ। কৰ্তৃপক্ষ ঔপনিবেশিক যুগৰ পৰা ধনীৰ লেমটো আছিল' আৰু আক্ৰমণকাৰীবোৰক জেলত নিদি আক্ৰান্তবোৰকহে সুমুৱাই থলে। ডোমিঙ্গো গোমেছ ৰজাছ আছিল

চিলিব সন্ত্ৰক কবিসকলৰ আশা-ভৰসা। তেওঁৰ ওপৰত ইমান অত্যাচাৰ কৰা হ'ল যে শেহত পগলা হৈ তেওঁৰ জেলতে মৃত্যু হ'ল।

সবু দেশ এখনৰ জাতীয় জীৱনত এই ঘটনাৰ গুৰুত্ব ইমান গভীৰ আৰু সুদূৰ প্ৰসাৰী আছিল যে পিচলৈ গ্ৰানাডাত কবি যে ডেৰিকো লোৰকাৰ হত্যাৰ লগতহে ইয়াক বিজাব পাৰি।

১৯২১ খৃষ্টাব্দৰ মাৰ্চত মই চাণ্টিয়াগো য়ুনিভাৰ্ছিটীত ভৰ্তি হবলৈ আহিলোঁ। চিলিৰ এই ৰাজধানীখনত তেতিয়া মাত্ৰ ৫ লাখ মানুহৰ বাস, গেছৰ ধোঁৱা আৰু কফিৰ গোন্ধে চহৰখন ভৰাই ৰাখিছিল। হেজাৰে হেজাৰে পকীৰৰত অচিনাকি মানুহ আৰু উৰহৰ উৎপাত আছিল। সাধাৰণ মানুহে প'য়ালগা ভগা ভাড়াগাৰীত অহাযোৱা কৰিছিল। ইণ্ডিপেণ্ডিচিয় এভেনিউৰ পৰা চহৰৰ সিমূৰে থকা কেন্দ্ৰীয় ষ্টেচনৰ ওচৰলৈ—আৰু তাত থকা মোৰ কলেজলৈ যাবলৈ সময় বহুত লাগিছিল।

ছাত্ৰ বিদ্ৰোহৰ বহুত নামী নেতাই ফেডাৰেছনৰ সদৰ দপ্তৰলৈ অহাযোৱা কৰিছিল। সেই সময়ত সন্ত্ৰাসবাদীসকলৰ সৈতে তেওঁলোকৰ আদৰ্শৰ মিল আছিল। আলফ্ৰেডো ডিমাৰিয়া, ডানিয়েল সোয়েইটছাৰ, ছাণ্টিয়াগো লাৰ্বাকা, জুৱান গানডুলফো এওঁলোকৰ ভিতৰত আছিল। সকলোতকৈ ক্ষমতাশালী আছিল জুৱান গানডুলফো– তেওঁৰ স্পষ্ট ৰাজনৈতিক ভাষণ আৰু অদম্য সাহৰ বাবে সকলোৱে ভয় কৰিছিল। তেওঁ মোক এটা সৰু ল'ৰা যেন ভাবি তেনে ব্যৱহাৰ কৰিছিল। অৱশ্যে সেই সময়ত মই এটা সৰু ল'ৰাৰ দৰেই আছিলোঁ। এবাৰ মোৰ অসুখ হোৱাত ডাক্তৰে চাবলগীয়া হ'ল। তেওঁৰ অফিচতে ডাক্তৰে চাব আৰু মই তালৈকে গ'লোঁ। কিন্তু অলপ বেলি হোৱাত তেওঁ খণ্ডত চকু পকাই মোক সুধিলে, "পলম কৰিলা কিয়? অইন ৰুগী বৈ আছে;"—মই সেমেনাসেমেনিকৈ ক'বলগীয়া হ'ল, ঘড়ী নাই বাবে, কেইটা বাজিল বুজি নাপালোঁ। তেওঁ তেতিয়াই ফটুৱা চোলাৰ জেপৰ পৰা নিজৰ ঘড়ীটো উলিয়াই মোক দি কলে, "এইটো লোৱা—পিছৰবাৰ সময় চাই আহিবা।"

জুৱান গানডুলফো চাপৰ, জোনৰ দৰে গোল মুখৰ আৰু বয়সৰ আগতে টপামুৰীয়া আছিল। তথাপি তেওঁৰ চেহেৰাই মানুহৰ মনত সন্মানৰ উদ্ৰেক কৰিছিল। এবাৰ সৈন্যদলৰ এজন কাজিয়াখোৰ গুণ্ডাস্বভাৱৰ মানুহে তেওঁক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰিলে। গানডুলফোই আহ্বান গ্ৰহণ কৰি দুসপ্তাহৰ

ভিতৰতে কৃত্তি শিকিলে আৰু প্ৰতিক্ৰিয়াশীল বুৰুজৰা হব্‌বাই মানুহজনক একেবাৰে মাত-বোল নোহোৱা কৰি থৈ গ'ল। সেইখিনি সময়তে তেওঁ মোৰ প্ৰথম কিতাপ "ক্ৰেপাস্কুলাচিৰ"ৰ বেটুপাতত কাঠ খোদাই কৰি, আৰু ভিতৰৰ আটাইবোৰ ছবিও কাঠ খোদাইৰে আঁকি দিছিল। বাহিৰত দেখিবলৈ কটুৰা, আৰু শিল্পকলাৰ বিষয়ে একেবাৰে অজ্ঞ যেন লগা মানুহৰ এই অৱদানে মনত গভীৰ সাঁচ বহুৱাই যায়।

সাহিত্যৰ বিপ্লৱীজগতৰ সৰ্বপ্ৰধান মানুহজন আছিল "জুভেণ্টাড" আলোচনীখনৰ সম্পাদক ৰবার্টো মেজা ফুয়েণ্টাছ। এইখনো ছাত্ৰ ফেডাছনৰে আলোচনী আছিল, কিন্তু আৰু বহুত বেছি লেখকে ইয়াত লিখিছিল, ইয়াৰ সম্পাদনাও "ক্লাচিডাত"তকৈ বেছি সাৱধানে কৰা হৈছিল। গঞ্জালেছ ভেৰা, আৰু মেনুৱেল ৰজাছ—এই লেখক দুজন আগৰ প্ৰজন্মৰ মানুহ হলেও তেওঁলোকৰ লেখাবোৰেই বেছি লেখত লবলগীয়া আছিল। মেনুৱেল ৰজাছে বহুত বছৰ আৰ্জেণ্টিনাত থকাৰ পিচত তেতিয়া চিলিলৈ ঘূৰি আহিছিল। বিশাল দেহ আৰু মিঠা কথাৰে তেওঁ আমাক মুগ্ধ কৰি ৰাখিছিল, কথাবোৰত অলপ গৰ্ব আৰু ভেমৰ প্ৰকাশ থাকিলেও তেওঁ যেন আমাৰ লগত মিলিজুলি এক হৈ গৈছিল। তেওঁ লাইনো টাইপিষ্টৰ কাম কৰিছিল। গঞ্জালেছ ভেৰাক মই টেমুকোতে চিনি পাইছিলোঁ। ছাত্ৰ ফেডাৰেছনৰ ওপৰত পুলিচী অত্যাচাৰৰ পিচত তেওঁ টেমুকোলৈ পলাই গৈছিল। টেমুকোত মোৰ ঘৰটো ষ্টেচনৰ কাষতে হোৱাত তেওঁ চিধাই ষ্টেচনৰ পৰা মোক ঘৰত দেখা কৰিবলৈ আহিল। আমাৰ সেই দেখা হোৱাৰ দৃশ্য মই জীৱনত পাহৰিব নোৱাৰিম। শেঁতা পৰা বগা মানহ মই জীৱনতে দেখা নাই। যোলবছৰীয়া কবিৰ মনত তেওঁৰ তেজমঙহ নথকা মুখখনি বগা হাড় বা হাতী দাঁতৰে কোনোবা খনিকৰে সজা যেন লাগিছিল। তেওঁৰ ক'লা পোছাকটোৰ —পেণ্টৰ ভৰিত আৰু কামিজৰ হাতৰ সিয়নি ফালি উৰ্ঘলি গৈছিল, কিন্তু তাৰ বাবে তেওঁক দেখিবলৈ কম শুৱনি নালাগিল। প্ৰথমৰ পৰাই তেওঁৰ কথাবোৰ চোকা আৰু ঠাট্টা তামাছাৰে ভৰা আছিল। তেওঁ মোৰ তালৈ আহিবৰ সময়ত ভৰাপিটা ৰবৰুণ দি আছিল। তেতিয়া ৰাতিৰ এক্কাৰ, তেওঁ যে জীয়াই আছে সেই কথাটো মই তেতিয়া নাজানিছিলোঁ, আৰু হঠাৎ তেওঁক দেখি মোৰ মুখৰ মাত হৰিছিল, এণ্ড্ৰিয়েভৰ উপন্যাসৰ চৰিত্ৰ চাচা য়েগুলেভ-এ যেনেকৈ নিহিলিষ্ট বিপ্লৱী যুৱকজন ঘৰলৈ আহোঁতে চক খাই উঠিছিল।

সেই সময়ত লাটিন আমেৰিকাৰ ডেকাসকলে য়েগ্নেভৰ চৰিত্ৰক আদৰ্শ কৰি লৈছিল।

## আলবাৰ্টো বোজাছ গিমেনেছ

"ক্লাৰিডাভ" বোলা সমালোচনা পত্ৰিকাত মই যোগ দিছিলোঁ। এই আলোচনীখন আলবাৰ্টো বোজাছ গিমোনেছ-এ একেবাৰে অকলে চলাইছিল। মোৰ নিজৰ প্ৰজন্মৰ বন্ধু-বান্ধৱসকলৰ ভিতৰত এওঁৱো আছিল মোৰ সকলোতকৈ ঘনিষ্ঠ বন্ধু। কৰডোভান বোলা টুপি পিন্ধি, ভালকৈ সাজি কাচি সদায় পৰিপাটী হৈ থাকিছিল। সম্ভ্ৰান্ত বংশৰ মানুহৰ দৰে দীঘল চাপদাড়ি ৰাখি, দৰিদ্ৰতাৰ ভিতৰতো সোণালী ৰঙৰ চৰাই এটিৰ দৰে গা-মুৰ অতাই পিতাই ৰাখিছিল। নতুন ফিট্বাবুৰ সকলো দোষগুণ তেওঁৰ আছিল সকলো বিষয়ে এটা অৱজ্ঞা দেখুৱা, অসংখ্য কঠিন সংঘাতৰ বেগেতে লঘুকৰণ, অপকৰ্ষিটৰ আনন্দ-আৱাহন, আৰু জীৱনৰ সকলো বিষয়ে অফুৰন্ত কৌতূহল কামনা আছিল। তেওঁ যেন সকলো বিষয়তে সমান পটু আছিল। কিতাপ আৰু ছোৱালী; মদৰ বটল আৰু জাহাজ; ভ্ৰমণ তালিকা আৰু সুদূৰৰ দ্বীপপুঞ্জ—অনায়াসে এই সকলো বিষয়ে তেওঁ জ্ঞান জাহিৰ কৰিব পাৰিছিল। সাহিত্যজগতৰ এজন চিৰঅলস বাটৰুৱাৰ দৰে শান্তশিষ্ট হৈ ঘূৰি ফুৰিছিল, যেন মেধা আৰু মোহিনীশক্তিক এনেকৈ নষ্ট কৰাই তেওঁৰ স্বভাৱ। চাৰিও-ফালৰ অভ্যস্ত দৰিদ্ৰতাৰ মাজত তেওঁৰ নেকটাইবোৰে সমৃদ্ধিৰ ৰুচিৰ পৰিচয় দিছিল। প্ৰায়ে নতুন এটা ঘৰলৈ, নহলে নতুন এখন চহৰলৈ, তেওঁ থাকিবলৈ গৈছিল। কেইসপ্তাহমান তেওঁৰ স্বাভাৱিক সৎ ৰসবোধ, আৰু চিৰদিনীয়া স্বতঃস্ফূৰ্ত বোহেমিয়ান জীৱনে বানকাগুৱা, কুৰিকো, ভালডিভিয়া কন্সেপ-ছিয়ন, ভালপাৰাইজো আদি চহৰৰ মানুহক মোহিত কৰি ৰাখিছিল। তাৰ পিচত যেনেকৈ হঠাৎ আহিছিল, তেনেকৈ হঠাৎ এদিন তেওঁ অদৃশ্য হৈছিল—এৰি থৈ গৈছিল মাথোন তেওঁৰ কবিতা, তেওঁৰ চিত্ৰশিল্প, নেকটাই, প্ৰেম আৰু বন্ধুত্ব। সাধুকথাৰ ৰাজকোঁৱৰৰ দৰে তেওঁ সহজে বুজিব নোৱাৰা আৰু দানশীল আছিল। টুপী, জেকেট, কামিজ, নেকটাই, এনেকি জোতাযোৰো তেওঁ বিলাই দিছিল। বিলাবলৈ আন কোনো বস্তু নাপালে কাগজত হিকাবিকি এটা লিখি—কোনোবা কবিতা এটাৰ লাইন কেটামান, নহলে হঠাৎ

মনলৈ অহা কিবা এটা খুহুটীয়া কথা—তাকে উদাৰ মনেৰে দিছিল যেন মহামূলীয়া মণিমুকুতাহে কিবা দিলে।

তেওঁৰ কবিতাবোৰ সমকালীন জগতৰ আধুনিক আছিল, এপালিনেয়াৰ আৰু স্পেনৰ অতি আধুনিক ৰীতিত সেইবোৰ লিখা হৈছিল। কবিতাত এটা নতুন সোঁতৰ তেওঁ জন্ম দিলে তাৰ নাম ৰখা হল "আগু"—তেওঁৰ মতে এইটো মানুহৰ প্ৰথম কান্দোন—নৱজাতকৰ ই প্ৰথম কবিতা।

ৰোজাচ গিমেনেজ-এ আমি সেই সময়ত যি কেইজনে তেওঁৰ লগত আছিলোঁ, আমাৰ ওপৰত ইমান প্ৰভাৱ বিস্তাৰ কৰিছিল যে আমাৰ সাজ পোছাকত, আমাৰ ছিগাৰেট খোৱাৰ ষ্টাইলত, আমাৰ হাতৰ আখৰত নতুন ধাৰা প্ৰৱৰ্তন কৰিলে। মোৰ বিষন্ন মাতটোক ধেমালিৰে অনুকৰণ কৰি কৰি তাৰ ওৰ পেলালে। তেওঁৰ সন্দেহবাদী মন বা উদ্দাম মতলীয়া মদ্যপানে মোক আকৃষ্ট কৰিব পৰা নাছিল। কিন্তু তেওঁৰ মুখখন মনত পৰিলে মোৰ এতিয়াও ভাল লাগে, যেন মুখৰ প্ৰতিটো চুক-কোণৰ পৰা সৌন্দৰ্য্য উপচি পৰিছে, যেন এটা জোপোহাত লুকাই থকা পখিলা মুকলি হৈ গ'ল।

তেওঁ সৰু সৰু কাগজৰ চৰাই সাজিবলৈ শিকিছিল ডন মিগুয়েল ডি উমামুনৰ পৰা ; ডিঙি দীঘল ডেউকা দুখন মেলি থোৱা চৰাইবোৰ সাজি তেওঁ আকাশত উৰুৱাই দি সিহঁতক "প্ৰাণ দিছোঁ" বুলি কৈছিল। তেওঁ ফৰাছী কবিসকলক আৱিষ্কাৰ কৰিছিল, লুকাই থোৱা মদৰ বটল ভঁৰালৰ পৰা উলিয়াই আনি পি শেষ কৰিছিল, ফ্ৰান্সিছ জেমছৰ নায়িকাসকললৈ প্ৰেম-পত্ৰ লিখিছিল।

তেওঁৰ সুন্দৰ কবিতাবোৰ লেখা কাগজবোৰ জেপতে কোঁচমোচ খাই ৰৈছিল—তেতিয়াও কোনো দিনে, এনেকি আজিলৈকে সেইবোৰ আৰু প্ৰকাশিত নহ'ল।

তেওঁৰ উদাৰতা প্ৰায় এটা দোষত পৰিণত হৈছিলগৈ। আৰু সেইবাবে তেওঁক সকলোৱে চিনিও পাইছিল। এবাৰ এখন চাহৰ দোকানত এজন অচিনাকি মানুহে আহি তেখেতক সুধিলে, "মহাশয়, মই বহুত পৰ হ'ল আপোনাৰ কথা-বাৰ্ত্তা শুনি, আপোনাক ভাল পাইছোঁ। মই আপোনাক কিবা এটা খুজিব পাৰোঁনে ?" ৰোমাছ গিমেনেজ-এ অলপ ভেবাচেকা খাই সুধিলে "কি খুজিবনো ?" অচিনাকি জনে কলে, "আপোনাৰ গাৰ ওপৰেদি মোক এবাৰ জাপিয়াবলৈ দিবনে ?" কবিয়ে কলে, "কি ? মই এই বহি থকা

মেজখনৰ এইখিনিতে আপুনি মোৰ ওপৰেদি জপিয়াব খুজিছে নেকি? আপুনি নিজকে ইমান পৰাক্ৰমী বুলি ভাবেনে? মানুহজনে নম্ৰভাৱে কলে, "নহয় মহাশয়, এতিয়া নহয়, পিচত। আপুনি মৰাৰ পিচত যেতিয়া কফিনত শুই থাকিব, তেতিয়া। জীৱনত যিমানজন ভাললগা চৰিত্ৰৰ মানুহক মই দেখিছোঁ, তেওঁলোকৰ মৃত্যুৰ পিচত, অনুমতি পালে মই তেওঁলোকৰ গাৰ ওপৰেদি এবাৰ জাপ মাৰিব খোজোঁ। মই অকলশৰীয়া মানুহ, আৰু জীৱনত এইটোৱে মোৰ একমাত্ৰ বাসনা।" এখন নোটবহী উলিয়াই লৈ তেওঁ দেখুৱালে "—চাওক, এইবোৰ মানুহৰ ওপৰেদি মই জপিয়াইছোঁ—সেই তালিকাখন চাওক।" আনন্দত উগ্ৰাৱল হৈ বোমাছ গিমেনেজ-এ এই অদ্ভুত প্ৰস্তাৱত মান্তি হ'ল। কিছুবছৰৰ পিচত চিলিৰ নেৰানেপেৰা বৰষুণৰ এবাৰ জাৰকালিত বোমাছ গিমেনেজ ঢুকাল। ছাণ্টিয়াগো চহৰৰ কোনোবা এখন মদৰ দোকানত তেওঁৰ স্বভাৱ অনুযায়ী গাৰ জেকেটটো খুলি থৈ আহি, দক্ষিণ মেৰুৰ হাড়কঁপোৱা জাৰত অকল কামিজ চোলা পিন্ধি, বৰষুণত তিতি, চহৰৰ ৰাস্তা পাৰ হৈ কুইণ্টা নৰ্মাল চুবুৰীত থকা তেওঁৰ ভনীয়েক বোছিটা-ৰ ঘৰ ওলালগৈ। দুদিনৰ পিছত ব্ৰঙ্কিয়েল নিউমোনিয়াত এই পৃথিৱীৰ মই দেখা সুন্দৰ এটা জীৱনৰ অৱসান হ'ল। কবিয়ে নিজে সজা এটি সৰু চৰাইৰ দৰে বৰষুণত আকাশলৈ উৰা মাৰিলে।

কিন্তু তেওঁৰ শৱদেহ পৰ দিয়া বন্ধুসকলে সেইদিনা এটা অদ্ভুত দৃশ্য দেখিলে; বিজুলী ঢেৰেকনিৰে ডবাপিটা বৰষুণ দি আছিল, কুইণ্টা নৰ্মালৰ ফলৰ গছৰ পাতবোৰ বতাহত কঁপি, বিজুলীৰ পোহৰত বাৰে বাৰে জিলিকি উঠিছিল। তেনেতে বৰষুণত তিতি জুৰুলি জুপুৰি হৈ এজন মানুহ দুৱাৰ মেলি সোমাই আহিল। তেওঁক কোনেও চিনি নাপালে। সকলোৰে চকুৰ আগতে মানুহজনে বুকু ফিন্দাই কফিনৰ ওপৰেদি এবাৰ জাপ মাৰিলে। আৰু যেনেকৈ ধুমুহাৰ দৰে আহিছিল তেনেকৈয়ে, কাৰো লগত এটাও কথা নোকোৱাকৈ ওলাই গৈ ৰাতিৰ এন্ধাৰ আৰু বৰষুণৰ লগত মিলি গ'ল। আলবাৰ্টো বোজাছ গিমেনেজ-ৰ আচৰিত জীৱনৰ শেষ এনেকুৱা এটা ৰহস্যময় ৰীতি-নীতিৰ লগত সাঙোৰা হ'ল, আৰু এই ৰহস্যৰ কোনেও কেতিয়াও সমাধান কৰিব নোৱাৰিলে।

তেওঁৰ মৃত্যু সংবাদ পাবৰ সময়ত মই স্পেইনত গৈ মাত্ৰ ভৰি দিছিলোঁহে, আৰু বাৰ্ছিলোনাত পোৱা এই সংবাদটোৰ নিচিনা দুখৰ সংবাদ জীৱনত

মই খবৰ কমহে পাইছোঁ। "বোমাছ গিমেনেজ উৰি আহিব" বোলা শোকগীতি টো মই তেতিয়াহে লিখিবলৈ বহিলোঁ। "চিভিন্টা ডি অক্সিডেন্টা" নামৰ আলোচনীত পিচত ই প্ৰকাশিত হৈছিল।

কিন্তু তেওঁক অকল এনেকৈ বিদায় দিবলৈ মোৰ সত নগ'ল। কিবা এটা সকাম পাতি তেওঁৰ ইমান দূৰৰ চিলিত ডবাপিটা বৰষুণত হোৱা মৃত্যুৰ সময়ত তেওঁৰ নশ্বৰ দেহৰ কাষত থাকিব নোৱাৰা বাবে হোৱা মোৰ আক্ষেপৰ, তেওঁৰ কফিনৰ লগত শোকযাত্ৰাত যোগ দিব নোৱাৰা দুখৰ প্ৰায়শ্চিত্ত কৰিবলৈ মোৰ মন গ'ল। তেওঁৰ আৰু মোৰ বন্ধু চিত্ৰশিল্পী ইছাইয়াছজনৰ কাষলৈ গৈ তেওঁক মোৰ উদ্দেশ্যৰ কথা কলোঁ। দুয়ো হুন্টা মাৰিয়া ডেল মাৰ-ৰ অপূৰ্ব সুন্দৰ হাউলিটোলৈ গ'লোঁ। এই হাউলিটো সমুদ্ৰযাত্ৰী-সকলৰ তীৰ্থস্থান আছিল। জালোৱা আৰু নাবিকসকলে এছটা এছটাকৈ শিলৰ টুকুৰা সজাই বহুত শতাব্দীৰ আগতে এই হাউলিটো সাজিছিল। তাৰ পিচত ইয়াক অলংকৰণ কৰাইছিল হেজাৰ হেজাৰ ভক্তৰ নৈবেদ্য সজাই; নানা আকাৰ আৰু আকৃতিৰ সৰু সৰু নাও আছিল এই নৈবেদ্য,—অনন্ত-কালৰ সোঁতত উটি গৈ থকা নাওবোৰে হাউলিটোৰ বেৰা আৰু মুধত পৰ্দাৰ দৰে বিনন্দীয়া দৃশ্যৰ সৃষ্টি কৰিছিল। মই ক'লোঁ যে মৃত কবিৰ সকামৰ এইখনেই উপযুক্ত ঠাই হব। তেওঁক সুধিব পৰা হলেও তেওঁ এই ঠাইখনৰ কথাত তেওঁ মান্তি হ'লহেঁতেন বুলি ভাবিলোঁ। মোৰ বন্ধু চিত্ৰশিল্পীজন আৰু মই গৈ দুয়ো হাউলিৰ মুখৰ মাজভাগলৈ গৈ তাত দুটা প্ৰকাণ্ড মমবাতি জ্বলাই দিলোঁ। হাতত এটাকৈ বগা মদৰ বটল লৈ আমি সেই নিৰ্জন খালী গিৰ্জাটোত বহিলোঁ। পৰকাল আৰু ঈশ্বৰ নামানিলেও সেই নিৰ্বাক অনুষ্ঠানে যেন আমাক মৃত কবিৰ একেবাৰে কাষ চপাই নিলে। নিৰ্জন গিৰ্জাৰ একেবাৰে মুধত জ্বলা দুডাল মমবাতিৰ উজ্জ্বল পোহৰ আৰু উজ্জ্বল ও জীৱন্ত হৈ কবিৰ পগলা চকু দুটিৰ দৰে, ধৰ্মীয় নৈবেদ্যৰ এন্ধাৰৰ মাজেদি আমালৈ চাই ৰ'ল। তেওঁৰ অন্তৰৰ দীপ চিৰদিনৰ বাবে নুমাল, কিন্তু সেই চকু দুটি আজিও আমাৰ মনত অম্লান।

## জাৱৰ দ্বিনৰ পগলা

বোজাছ গিমেনেজ-অৰ বলিয়ালিৰ কথা কওঁতে মই এই কথা কব লাগিব যে কবিতাৰ লগত বলিয়ালিৰ এটা মিল আছে। যাইকৈ যুক্তিবাদী স্বভাৱৰ

মানুহৰ পক্ষে কবিতা লিখা বৰ টান কাম আৰু কবি এজনৰ পক্ষেও যুক্তিবাদী স্বভাৱৰ মানুহ হোৱা টান। তথাপিও সংসাৰত যুক্তিয়েই জিকে, আৰু যুক্তি হ'ল ন্যায়পৰায়ণতাৰ প্ৰধান খুটি, ইয়েই জগত সংসাৰ শাসন কৰে। মিগুৱেল ডি উনা মুনো-ই—তেওঁ চিলিক খুব ভাল পাইছিল—এবাৰ কৈছিল, মই এই কথাটো একেবাৰে ভাল নাপাওঁ। এইবোৰ কি?—যুক্তি নহলে শক্তিৰে কাম সমাধা কৰা—যুক্তি, সদায় কেৱল যুক্তি –"

পুৰণি দিনৰ মই জনা পগলা কবিসকলৰ এজন আলবাৰ্টো ভালডিভিয়াৰ কথা মই কওঁ। তেওঁ বোধহয় পৃথিৱীৰ ভিতৰত আটাইতকৈ লিংলিঙীয়া খীণ মানুহ আছিল। শেঁতা আৰু হাড়-ছালৰ এই মানুহজনৰ এবোজা পকা চুলি, আৰু ক্ষীণ দৃষ্টিৰ চশমা পিন্ধা চকু দুটিৰ উদাসীন সুদূৰ চাহনিৰ বাবে আমি তেওঁক "ভালডিভিয়া মৰাশ" বুলি মাতিছিলোঁ।

মঁদৰ দোকান, হোটেল, চাহ-কফিৰ দোকানৰ পৰা তেওঁ যেনেকৈ নিঃশব্দে উঠি গৈছিল, তেনেকৈ গান-বাজনাৰ সভাৰ পৰাও ওলাই গৈছিল। কাষলতিৰ তলত সদায় এটা ৰহস্যময় খবৰ কাগজৰ টোপোলা লোৱাটো তেওঁৰ অভ্যাসত পৰিণত হৈছিল। আমি বন্ধুবোৰে তেওঁৰ হাড়-ছাল লগোৱা দেহটো আঁকোৱালি লৈ তেওঁক "আমাৰ মৰমৰ মৰাশ মইনাটি" বুলি আদৰ জনাইছিলোঁ। এছাটি মৃদুবতাহৰ দৰে তেওঁ পাতল আছিল।

কিছুমান সুন্দৰ কবিতাৰ শাৰীত সূক্ষ্ম অনুভূতি আৰু অতিশয় সুৱদি সুৰৰ নমুনা তেওঁ ৰাখি গ'ল। তাৰে কেটামান—

সকলো এদিন শেষ হব— আজিৰ আবেলি, ৰঙা পৰা বেলি।
জীৱন ঃ
অশুভ—ইয়াকতো পৰাজয় কৰিব নোৱাৰি—ই জিকিবই।
মাথো তুমি থাকি যাবা— মোৰ জীৱন সন্ধিয়াৰ চিৰ লগৰী ভনিটী।

আমি এনেকৈ মৰাশ ভালডিভিয়া বুলি মতা মানুহজন প্ৰকৃত কবি আছিল। প্ৰায়ে তেওঁক আমি ভাত খুৱাই পঠিয়াইছিলোঁ। আমি দিয়া এই নামটোত তেওঁ খং নকৰিছিল, বৰং এটা মৃদু মিচিকি হাঁহি ওঁঠত খেলি গৈছিল। খুব কম কথাৰ মানুহ হলেও তেওঁ সদায় পোনপটীয়া কথা কৈছিল। বছৰত এবাৰকৈ আমি আনুষ্ঠানিকভাৱে তেওঁক কবৰ দিবলৈ নিছিলোঁ। নৱেম্বৰৰ এক তাৰিখে আমি দুখীয়া ডেকা লেখক-কবিসকলে আমাৰ সাধ্যমতে তেওঁৰ বাবে এটা ভোজৰ আয়োজন কৰি তেওঁক সন্মানৰ

আসনত বহুৱাই, ঠিক ৰাতি বাৰবজাত টেবুল খালী কৰি ৰং মনেৰে শোভাযাত্ৰা কৰি কবৰৰ পিনে যাত্ৰা আৰম্ভ কৰিছিলোঁ। আমাৰ ভিতৰৰে কোনোবা এজনে ৰাতিৰ এন্ধাৰত কবিৰ সন্মানত এটা বিদায়-বক্তৃতা দিছিল। আৰু তাৰ পিচত গম্ভীৰ হৈ সকলোৱে তেওঁক কবৰখানাৰ গেটৰ ভিতৰত থৈ গুচি আহিছিলোঁ। এই নিয়মীয়া অনুষ্ঠানটোক কবিয়ে ৰংমনে গ্ৰহণ কৰিছিল—কাৰণ ইয়াত কোনো নিষ্ঠুৰতা নাছিল। আৰু তেওঁযো নিজে এই তামাছাত ভাগ লৈছিল। গুচি অহাৰ আগতে আমি তেওঁৰ কফিনত কেটামান টকা দি থৈ আহিছিলোঁ—যাতে “মৃত কবিয়ে” কবৰত বহি চেণ্ডউইচ এটা খাব পাৰে।

দুই তিন দিনৰ পিছত ‘কবি মৰাণ’ক আকৌ আমাৰ মাজত দেখি কোনোৱে অবাক হোৱা নাছিল। মনে মনে আহি তেওঁ আমাৰ কফিৰ আড্ডাত যোগ দিছিল এবছৰৰ বাবে—অৰ্থাৎ পিছৰ বছৰৰ নৱেম্বৰ মাহলৈ তেওঁ শান্তিত থাকিব পাৰিব বুলি নিশ্চিন্ত হৈছিল।

বুৱেনছ এয়াৰ্ছত থাকোঁতে মই এগৰাকী চেৰাবলিয়া লেখকক দেখা পাইছিলোঁ। তেখেতৰ নাম ওমাৰ ভিগনলা। তেওঁ এতিয়া জীয়াই আছেনে নাই মই নাজানো। তেওঁ প্ৰকাণ্ড দেহৰ মানুহ আছিল, আৰু হাতত সদায় এডাল লাঠি লৈ ফুৰিছিল। এবাৰ তেওঁ মোক চহৰৰ এটা ৰেষ্টোৰাত খোৱাৰ নিমন্ত্ৰণ কৰিছিল। মোৰ পিনে চাই মুৰ দুপিয়াই এখন চকী দেখুৱাই, সেই পিনে ঘূৰি গম্‌গমোৱা মাতেৰে তেওঁ ক'লে, “বহক, বহক, ওমাৰ ভিগনোলি!” ৰেষ্টোৰাত বহুত খৰিদ্দাৰৰ ভীৰ আছিল, আৰু তেওঁৰ কথাবোৰ সকলোৱে শুনিলে। অলপ বিমোৰত পৰি মই তভালিকে তেওঁক সুধিলোঁ, আপুনি মোক ওমাৰ ভিগনোলি বুলি মাতিছে কিয়? আপুনি ভালকৈ জানে যে, মই পাবলো নেৰুদা আৰু আপুনি ওমাৰ ভিগনোলি।” “ওঁ, মই জানো। কিন্তু ইয়াত বহুত মানুহে মোৰ নামটোহে জানে, মোক চিনি নাপায়। তেওঁ-লোকৰ কেইজনমানে মোক ভালকৈ পিটন দিব খোজে। সেইটো তোমাৰ ওপৰতে হওক বুলি মই ভাবিছোঁ।”

ভিগনোলি আৰ্জেণ্টিনাৰ এখন গাঁৱৰ চহা মানুহৰ ঘৰৰ আছিল। এজনী গাইক তেওঁ প্ৰাণৰ বন্ধু কৰি লৈছিল। গাইজনীৰ ডিঙিত পখা এডাল বান্ধি তেওঁ তাইক লৈ বুৱেনছ এয়াৰ্ছৰ হোটেলবোৰতো ঘূৰি ফুৰিছিল। সেই সময়তে তেওঁৰ কেইখানমান কিতাপৰ প্ৰকাশ হৈছিল। কিতাপবোৰৰ নামো আছিল [illegible]

—"খাইপৰেৰে কি ভাবে ?" "মোৰ গাই গৰুজনী আৰু মই" ইত্যাদি ইত্যাদি।
বহুতেই এয়াৰ্হ'ত পি ই এন ক্লাবে লেখকসকলৰ বিশ্বসন্মিলনী আয়োজন কৰিছিল। ডিগনলি তাত গাইজনী লৈ দেখা দিবহি বুলি লেখকসকলে, আৰু তেওঁলোকৰ নেত্ৰী ভিক্টোৰিয়া ওকাম্পোই ভয়ত কঁপি আছিল। তেওঁ-লোকে এনে বিপদ হব পাৰে বুলি কৰ্তৃপক্ষক জনালে আৰু তেতিয়া পুলিচে সন্মিলনী বহা ঠাইডোখৰ গৰু-ঘোঁৰা আনিব নোৱাৰাকৈ ঘেৰি ৰাখিলে। কিন্তু সতৰ্কতা বৃথা হ'ল। অনুষ্ঠান তেতিয়া পুৰাদমে চলি আছিল—তেতিয়া লেখকসকলে প্ৰাচীন গ্ৰীক সাহিত্য আৰু আধুনিক পৃথিৱীৰ বুৰঞ্জীৰ জগত তাৰ সম্বন্ধ আলোচনা কৰি আছিল। হঠাৎ বিশালকায় ডিগ্‌নেলিয়ে তেওঁৰ নলেগলে লগা বন্ধু গাইজনীক লৈ সভাকক্ষত উপস্থিত হ'লহি। সেই সময়তে-যেন তাইয়ো আলোচনাত যোগ দিব খুজিছে—তেনেকৈ গাইজনীয়ে হাম্বা হাম্বাকৈ চিঞৰিবলৈ ধৰিলে। পুলিচৰ চকুত ধূলি দি তেওঁ তাইক যৰ ভাওৰ এখন মটৰ ভেনত তুলি সভালৈ লৈ আহিল।

ডিগ্‌নেলিৰ বিষয়ে আৰু এটা কথা কবলগীয়া আছে। তেওঁ এবাৰ এজন কুস্তিগীৰক কুস্তিযুজলৈ আহ্বান কৰিছিল। যুদ্ধৰ দিনা ৰাতি মোৰ বন্ধুজনে লনো পাৰ্কত ঠিক সময়ত তেওঁৰ গাইজনীৰে গৈ উপস্থিত হ'লগৈ। পাৰ্কত মানুহ ভৰি ঠাহ খাই-আছিল। গাইজনীক এটা খুটাত বান্ধি, পৰিপাটী পোছাক খুলি তেওঁ কলিকতাৰ পৰা অহা সেই কুস্তিগীৰজনৰ মুখামুখি হ'ল।

কিন্তু গাইজনীয়ে বা তেওঁৰ জকমকীয়া পোছাকটোৱেও তেওঁক এইবাৰ ৰক্ষা কৰিব নোৱাৰিলে। কলিকতাৰ কুস্তিগীৰে চকুৰ পলকতে জপিয়াই পৰি তেওঁক মাটিত বগৰাই পেলালে। কটা ঘাত লোণৰ ছিটা দিবলৈ তেওঁ থাঁড় গৰুৰ দৰে প্ৰকাণ্ডদেহী কবিৰ ডিঙিত এখন ভৰিৰে চেপি ধৰিলে। দৰ্শক-সকলে গুহৰি মাৰি, মেকুৰীৰ দৰে মিউমিউ কৰি আনন্দত চিঞৰি উঠিল, আৰু তেওঁক যুদ্ধ চলাই যাবলৈ অনুৰোধ কৰিলে।

কেইমাহমানৰ পিছত ডিগন্‌লিৰ এখন নতুন কিতাপ প্ৰকাশ হ'ল। "গাই গৰুৰ লগত আলাপ আলোচনা"। কিতাপৰ প্ৰথম পাতত উৎসৰ্গৰ ঠাইত যি কথাখিনি লিখা আছিল, তাৰ তুলনা জগতত পাবলৈ নাই, আৰু মই তাক মোৰ স্মৃতি শক্তিৰ পৰা উদ্ধাৰ কৰি দিলোঁ—"এই দৰ্শনৰ কিতাপখন মই সেই চাৰিজন হেজাৰ ফুলুন পোৱালীক উৎসৰ্গা কৰিলোঁ। যিহঁতে ফেব্ৰুৱাৰীৰ ২৪ তাৰিখে লনো পাৰ্কত চিঞৰি-বাখৰি মোৰ জেৰ পিৰ খুজিছিল।"

যোৱা মহাযুদ্ধৰ আগতে পেৰিছত চিত্ৰশিল্পী আলজাৰো গুৱেৰাৰাক মই লগ পাইছিলোঁ। য়ুৰোপত তেওঁ চিলিৰ গুৱেৰাৰো বুলি জনাজাত আছিল। তেওঁ টেলিফোনত মোক মাতি কলে, "বৰ জৰুৰী দৰকাৰ, নিশ্চয় আহিব।" কথাটো জৰুৰী বুলি তেওঁৰ মাতত বুজা গৈছিল।

তেতিয়া মই স্পেনৰ পৰা ঘূৰি আহিছিলোঁ। আমাৰ সেই সময়ত যুদ্ধ আছিল হিটলাৰৰ বিৰুদ্ধে—সেই যুগৰ নিৰুনৰ বিৰুদ্ধে। মাদ্ৰিদত বোমা পৰিছিল। আমাৰ ঘৰৰ ওপৰত বোমা পৰা, বোমাত মতা-তিৰুতা-শিশুক মাৰি চিনচাৰ নোহোৱা কৰা মই দেখি আহিছিলোঁ। বিশ্বযুদ্ধ লাগো লাগো হৈ আহিল। অইন লেখকসকলৰ লগত যোগ দি মই ফেচীবাদৰ বিৰুদ্ধে যুদ্ধ চলাবলৈ আৰম্ভ কৰিছিলোঁ—লিখালিখি কৰি আসন্ন এই ঘোৰ বিপদৰ পিনে মানুহৰ চকু মুকলি কৰিবলৈ চেষ্টা কৰিছিলোঁ।

মোৰ নিজৰ দেশৰ চিত্ৰশিল্পী জনে কিন্তু আমাৰ এই সংগ্ৰামত যোগ নিদিলে। তেওঁ কথকী মানুহ নাছিল কিন্তু কঠোৰ পৰিশ্ৰমী আৰু যান্ত শিল্পী হিচাপে জনাজাত হৈছিল। আমি যেন এটা বাৰুদৰ বস্তাৰ ওপৰতহে বহি আছিলোঁ। অক্ষ-শক্তিয়ে যেতিয়া স্পেনৰ ৰিপাব্লিকক ৰক্ষা কৰিবলৈ পঠিওৱা অস্ত্ৰ-শস্ত্ৰৰ বাট ভেটি ধৰিলে আৰু পিচত যেতিয়া মিউনিখত সিহঁতে হিটলাৰৰ সেনাবাহিনীক সোমাবলৈ দিলে, তেতিয়াই যুদ্ধ আহি দুৱাৰমুখ পালেহি।

চিলিৰ গুৱেৰাৰাৰ অনুৰোধ ৰাখি মই তেওঁৰ লগত দেখা কৰিবলৈ গলোঁ। তেওঁ মোক খুব জৰুৰী বিষয়ে কথা পাতিবলৈ মাতিছিল।

মই তেওঁক সুধিলোঁ, "মোক কি কাৰণে মাতিলে?"

তেওঁ কলে, "আমাৰ নষ্ট কৰিবলৈ আৰু অলপো সময় নাই। আপুনি ফেচী বিৰোধী হোৱাৰ কোনো মানে নাই। আমি কোনো বিষয়েই বিৰোধী নোহোৱাই ভাল। আমি একেবাৰে পোনবাটেদি যাব লাগে আৰু মই সেই বাট বিচাৰি পাইছোঁ। মই আপোনাক এই বিষয়ে কব খোজোঁ যাতে নাজী বিৰোধী সম্মিলনীবোৰ বন্ধ কৰি আচল কাম কৰিব পাৰে। নষ্ট কৰাৰ সময় আৰু নাই।"

"আলজাৰো, কি কথা কওক—মোৰ সঁচাকৈ বেছি সময় নাই।"

"পাবলো, সঁচা কথা কবলৈ হলে মোৰ আইডিয়াটো এটা তিনি অংকীয়া নাটকত মই লিখি থৈছোঁ, আৰু সেইখন তোমাক শুনাবলৈ [illegible]

আহিছো।” কথাষাৰ কৈ তেওঁ মোলৈ একেথৰে চাই ৰ'ল। দুটি লোমশ ভ্ৰুৰে চকুৰে তেওঁৰ মুখখন নিষ্ঠুৰ কুস্তিগীৰ এজনৰ দৰে লাগিছিল। বিৰাট এটা পাণ্ডুলিপি তেওঁ উলিয়াই ললে।

মই ভয় খালোঁ, আৰু সঁচাকৈ মোৰ সময় নাই বুলি কলোঁ। মানৱ জাতিক ৰক্ষা কৰিবলৈ তেওঁনো কি বুদ্ধি পাঙিছে চমুকৈ মোক জনাবলৈ মই তেওঁক অনুৰোধ কৰিলোঁ।

তেওঁ মোক কলে, “ই কলম্বাচৰ কণীৰ দৰে—দেখিবলৈ টান হলেও ভাঙিবলৈ সহজ। মই তোমাক বুজাই কম। বাৰু, তুমি যদি আলু এটা মাটিত পোতা, তাৰ পৰা কেইটা আলু পাবা ?”

কিবা এটা কব লাগিব বুলিয়েই মই কলো, “চাৰিটা কি পাঁচোটা।”

তেওঁ উত্তৰ দিলে, “আৰু বহুত বেচি, কেতিয়াবা চাল্লিছটা—কেতিয়াবা এশটামানো হব। ধৰা, প্ৰত্যেকে এটাকৈ আলু পুতিলে, বাগানত, বাৰান্দাত ৰখে সুবিধা। চিলিৰ জনসংখ্যা কিমান ? আঠ মিলিয়ন। তেনেহলে আঠ মিলিয়ন আলুৰ গছ; পাবলো, ইয়াক ৪০ ৰে গুণ কৰা, ১০০ ৰে গুণ কৰা। সেইদৰে মানুহৰ ভোকৰ তৃপ্তি হব—লগতে যুদ্ধৰো শেষ হব। চীনৰ জনসংখ্যা কিমান? ৫০০ মিলিয়ন নহয়নে? প্ৰতিজন চীনা মানুহে আলুৰ গছ ৰোৱক। প্ৰতিজোপা গছৰ পৰা ৪০ টাকৈ আলু হওক। ৫০০ মিলিয়নক চাল্লিছৰে গুণ কৰক—মানৱ জাতি এনেকৈয়ে ৰক্ষা পৰিব।”

নাজী সৈন্যদলে পেৰিছ অধিকাৰ কৰিলে—সিহঁতে পৃথিৱী ৰক্ষা কৰিবৰ এই আলুৰ আইডিয়াটো গ্ৰহণ নকৰিলে। কলম্বাচৰ কণী বা কলম্বাচৰ আলুৰ আইডিয়া বিফল হ'ল। আলভেৰো গুয়েভাৰাক এদিন ঠাণ্ডা কুঁৱলি-ভৰা ৰাতি ঘৰতে গ্ৰেপ্তাৰ কৰা হ'ল। সিহঁতে তেওঁক কনচেনট্ৰেচন কেম্পলৈ চোচোৰাই টানি নিলে আৰু তাত তেওঁক বন্দী কৰি ৰাখিলে। জো পুৰি হাতত এটা চিন আঁকি দিলে। এনেকৈয়ে তেওঁ-যুদ্ধৰ শেষলৈ বন্দী হৈ ৰ'ল। এই নৰকৰ পৰা তেওঁ জীৱত জঁকা হৈ ওলাই আহিল, আৰু আগৰ স্বাস্থ্য কেতিয়াও ঘুৰাই নাপালে। চিলিক বিদায় জনাবলৈ তেওঁ শেহৰাৰৰ বাবে নিজৰ দেশলৈ আহিল। মাতৃভূমিক শেহ চুমা জনাই—যেন সপোনতহে—চুমা দিলে—তেওঁ আকৌ ফ্ৰান্সলৈ ঘূৰি গ'ল। তাতে কিছুদিনৰ পিচত তেওঁ মৃত্যুৰ কোলাত ঢলি পৰিল।

মহান চিত্ৰশিল্পী, মৰমৰ বন্ধু চিলিৰ গুয়েভাৰা, মই তোমাক এটা কথা

জন্যৰ খোজেঁ। মই জানো যে তুমি মৃত, তোমাৰ মতুলকৈ পঞ্চা আমাৰ ৰাজনীতিয়ে তোমাক অলপো সহায় কৰিব নোৱাৰিলে। মই জানো যে নাজী সৈন্যই তোমাক মাৰিলে। আৰু তথাপি - যোৱা বছৰৰ জুন মাহত মই লণ্ডনৰ গেলাৰীলৈ গৈছিলোঁ। টাৰ্নাৰে অঁকা চিত্ৰ চাবলৈ গৈ প্ৰধান কোঠাটো সোমোৱাৰ আগতে এখন বৰ ধুনীয়া ছবি আৱিষ্কাৰ কৰিলোঁ - এই ছবিখন টাৰ্নাৰে অঁকা ছবিৰ দৰে মনত ছাপ ৰাখিব পৰা। অপৰূপ সৌন্দৰ্যমণ্ডিত কাৰোবাৰ হাতৰ কাম এইখন এগৰাকী বিখ্যাত ভদ্ৰমহিলাৰ ছবি মহিলা-গৰাকীৰ নাম এডিথ ছিটওৱেল, আৰু এই চিত্ৰশিল্প আছিল তোমাৰ নিজৰ হাতৰ কাম। বিখ্যাত লণ্ডন মিউজিয়ামৰ বিখ্যাত ছবিবোৰৰ লগত একেলগে ওঁৰি থোৱা লাটিন আমেৰিকাৰ এইখনহে একমাত্ৰ ছবি।

সেইটো বিখ্যাত মিউজিয়াম বুলি নহয়, সম্মানটোৰ বাবেও নহয় আৰু সঁচাকৈ কবলৈ গ'লে ধুনীয়া ছবিখনৰ কাৰণেও নহয়—মোৰ দুখৰ কাৰণ হ'ল, আমি দুজনে দুজনক ভালকৈ চিনি নাপালোঁ, ভালকৈ বুজি নাপালোঁ। এটা আনুৰ বাবে আমি জীৱনত ইজনে সিজনক পাব হৈ গ'লোঁ।

সঁচাকৈ কবলৈ গ'লে মই বৰ হোজা মানুহ, এইটো মোৰ সম্মান, আকৌ এইটোৱে মোৰ লাজ। বন্ধুসকলে মহামূলীয়া পোছাক পিন্ধি বাওঁতে মইও তেওঁলোকৰ লগত গৈছিলোঁ, আৰু তেওঁলোকৰ ধুনপেচৰ বাবে ঈৰ্ষা কৰিছিলোঁ। তেওঁলোকৰ পৈশাচিক ব্যৱহাৰক ঘৃণা কৰিছিলোঁ ; আৰু তেওঁ-লোকৰ অকণি অকণি কাগজৰ চৰাই, এনেকি গাই-গৰুবোৰকো হিংসা কৰিছিলোঁ—কিয়নো এটা বুজিব নোৱাৰা বিষয়ে এইবোৰৰ লগত সাহিত্যৰ কিবা সম্বন্ধ আছিল যেন লাগে। সি যি নহওক, মোৰ বিশ্বাস যে মই কাৰো বিচাৰ কৰিবলৈ ক্ষমতা নাই, ভাল পাবলৈকে মোৰ জন্ম। মোক আক্ৰমণ কৰা সন্ত্ৰাসবাদীবোৰে, প্ৰথমতে মোৰ কবিতা পঢ়ি জ্ঞান লাভ কৰাৰ পিচত মোৰ চকু কাঢ়িব খোজা সকলকো কিবা সমালোচনা কৰাতকৈ, মই নীৰৱে থকাই যুগুত বুলি ভাবোঁ। শত্ৰুৰ শিবিৰত ফুৰাচকা কৰিলেও তেওঁলোকৰ ভাবধাৰাৰে সংক্ৰামিত হয় বুলি মই কেতিয়াও ভয় খোৱা নাছিলোঁ—কিয়নো মোৰ একমাত্ৰ শত্ৰু হ'ল জনগণৰ শত্ৰুবিলাকহে।

এপলিনিয়েৰ-এ কৈছিল, "অৱাস্তৱ জগতক খুঁচিয়াই উলিওৱা আমাৰ নীচিনা মানুহবোৰৰ বাবে মোৰ দুখো হয়।" যিবোৰ কথা এইমাত্ৰ মই কলোঁ,

সেইবোৰ ভাবিয়েই মোৰ মুখেদি থকা এই কথাষাৰ কলোঁ। কথাষাৰ সেই মানুহসকলবোৰ—যি সকল চোৰাবলিয়া হলেও মোৰ প্ৰিয়পাত্ৰ—তেওঁলোকৰ বিষয়ে মোৰ কি মতামত তাক নাজানিলেও তেওঁলোক কম শৌৰ্য্যবীৰ্য্যবান নহয়।

## ভাণ্ডৱ কাৰবাৰী

আমি কবিসকলে সদায় এইটো বিশ্বাস কৰিছিলোঁ যে ধনী হবলৈ হলে কি কৰিব লাগিব, বেহাবেপাৰৰ আঁচনি কৰি তাক কামত পৰিণত কৰাৰ বিষয়ে আমাৰ দৰে প্ৰতিভাৰ আন কোনেও অধিকাৰী হব নোৱাৰে। ১৯২৪ চনত তেনে এটা টকা ঘটা মগজীয়া ধুমুহাৰ কোবত মই "ক্ৰেপাহফুলাৰিও" বোলা কিতাপখনৰ স্বত্ব—মাত্ৰ প্ৰথম সংস্কৰণ নহয়, চিৰকাললৈ, চিলিৰ প্ৰকাশকক বেচি দিয়াৰ পৰামৰ্শ পালোঁ। কিতাপৰ স্বত্ব বিক্ৰী হোৱাৰ পিচত মই ধনী হম বুলি ভাবিছিলোঁ। এজন নোটাৰী পাব্লিকৰ সমুখত কণ্ট্ৰাক্টৰ দলিলত চহী কৰিলোঁ। মানুহজনে মোক ৫০০ পেচোচ দিলে, তেতিয়াৰ দিনত তাৰ দাম আছিল ৫ ডলাৰতকৈ অলপ কম। বোজাছ গিমেনেজ, আলভেৰো হিনো-জোছা, হুমাৰো আৰ্চি—য়ে নোটাৰী পাব্লিকজনৰ ঘৰৰ পদুলি মুখত মোৰ কাৰণে বৈ আছিল। এই ব্যৱসায়িক লেনদেন সফল হোৱাৰ পিচত তেওঁ-লোকে এটা ভালকৈ ভোজ খাব খুজিছিল। বাস্তৱিকতে আমি সেই সময়ৰ সকলোতকৈ দামী চেৰেটোৰা লা বাহিয়াত খালোঁগৈ। বগা মদ, ছিগাৰ, কাঢ়া মদ, লগত ললোঁ। তাৰ আগতে আমি চাৰিজনেই জোতা পালিছ কৰাই ললোঁ, আয়নাৰ দৰে জোতা চক্‌চকীয়া হ'ল। ৰেষ্টোৰাটোৱে, চাৰিটা জোতা পালিছওৱালা আৰু প্ৰকাশকজনে এই কিনাবেচাত লাভ কৰিলে—কিন্তু কবিৰ ভাগ্যত ধনী হোৱা নহ'লগৈ।

আলভেৰো জিনোছোজাই ফিতাহি মাৰি কৈছিল যে বেহাবেপাৰৰ বিষয়ে ৰখা তেওঁৰ চকু শগুণতকৈ চোকা। তেওঁ পাঙি থোৱা একো একোটা প্ৰকাণ্ড আঁচনিৰ কথা শুনি আমি মোহিত হৈছিলোঁ। সেইবোৰ আঁচনি কামত পৰিণত হলে আমাৰ মূৰত টকাৰ বৃষ্টি হব বুলি আমি বিশ্বাস কৰিছিলোঁ; আমাৰ দৰে ভিকহু বোহেমিয়ানৰ কাৰত তেওঁৰ জকমকীয়া ইংৰাজী, ছিগাৰেটৰ ভাৰ্জিনিয়া খপাত, নিউ ইয়ৰ্কৰ কোনোবা এটা ইউনিভাৰ্ছিটীৰ পঢ়াশুনা—সকলোখিনিয়ে তেওঁৰ কাৰবাৰী বুদ্ধিৰ প্ৰতি বিশ্বাস জন্মাবলৈ সহায় কৰিছিল।

এদিন তেওঁ মোক অকলে মাতি নি খুব বেগেতে ধনী হ'ব পৰা উপায় এটা খুব গুপুতে কলে। অলপ টকা মই যোগাৰ কৰি লব পাৰিলে তেওঁৰ লগত এই কাৰবাৰত আধাআধি মালিকানাও পাব পাৰিম। বাকী কামখিনি তেওঁ কৰিব। আঁচনিখন জনাৰ পিচত আমি সেইদিনা নিজকে অসীম ক্ষমতাশালী ঈশ্বৰ আৰু আইনে চুব নোৱাৰা ডাঙৰ মহাজন বুলি ভাবি ললোঁ।

মানুহে মোল নুবুজা, অৰ্থনীতিত সুপণ্ডিত এই প্ৰতিভাধৰজনক মই ভয়ে ভয়ে সুধিলোঁ, "কি বস্তুৰনো কাৰবাৰ কৰিবা?"

আলডেৰোই চকু দুটা মুদি এমোকোৰা ছিগাৰেটৰ ধোঁৱা উলিয়াই দিলে। ধোঁৱাবোৰে গৈ সৰু সৰু আঙঠিৰ দৰে বৃত্ত ৰচনা কৰিলে, শেষত তেওঁ ফুচফুচাই উত্তৰ দিলে, "চিলমাছৰ কেঁচা ছালৰ।"

মই অবাক হৈ তেওঁৰ কথাৰ প্ৰতিধ্বনি কৰিলোঁ. "চিল মাছৰ কেঁচা ছালৰ?"

আৰু গম্ভীৰ হৈ তেওঁ উত্তৰ দিলে, "ওঁ, চিল মাছৰ কেঁচা ছালৰ—ঠিককৈ কবলৈ গ'লে একে বৰণৰ লোম থকা চিল মাছৰ ছালৰ।"

আৰু বেছি কথা সুধিবলৈ মোৰ সাহ নহ'ল। চিল মাছ বা সমুদ্ৰৰ সিংহৰ কিবা বৰণৰ লোম আছিল বুলিয়েই মই নাজানিছিলোঁ, দক্ষিণৰ উপকূলত শিলৰ ছটাত বহি থকা, ৰদৰ পোহৰত জকমক কৰা ছাল এখনহে দেখিছিলোঁ। কিন্তু থলথলীয়া পেটৰ ছালত চুলিৰ লেশ মাত্ৰও আছিল বুলি নাজানিছিলোঁ।

মোৰ যিখিনি লাম লাকটু আছিল, সকলো বেছি মই নগদ ৰূপ কেইকামান পালোঁ, ঘৰৰ ভাড়া বাকী পৰিল। দৰ্জিৰ মাহেকীয়া কিস্তিৰ টকা নিদিলোঁ, মুচিৰ টকা নুশুজিলোঁ, আৰু বিজুলীৰ বেগেৰে টকাখিনি আনি কাৰবাৰৰ মালিকৰ হাতত দিলোঁ।

তাৰ পিচত আমি চিল মাছৰ কেঁচা ছাল চাবলৈ গ'লোঁ। এগৰাকী পেহীয়েকৰ পৰা আলডেৰোই ছালখিনি কিনিছিল। এখেত দক্ষিণ চিলিৰ বাসিন্দা আৰু কেইবাটাও নিৰ্জন দ্বীপৰ গৰাকীয়নী। নিজান দ্বীপৰ এৰা শিলকেইটাত চিল মাছবোৰে প্ৰেম-প্ৰণয়ৰ লীলা-খেলা কৰিছিল। এতিয়া মোৰ চকুৰ আগতে সেই দুষ্ট প্ৰকৃতিৰ পেহীয়েকজনীৰ ভাড়াটীয়া খুনীৰ কাৰ্বাইন বন্দুকৰ মাৰত এই প্ৰেমিক-প্ৰেমিকাবোৰ কেঁচা ছালত পৰিণত হৈছে। ভাড়া লোৱা গুদামৰ মুখলৈকে ছালবোৰ হেঁচিঠেলি সুমুৱা হ'ল—ইমান বেছিকৈ বস্তু থাকিলে দৰ্শকৰ মনত কাৰবাৰ ডাঙৰ বুলি ভাবিব।

মই নিৰীহ ভেড়াৰ দৰে ভয়ে ভয়ে সুধিলোঁ, “পৰ্বতৰ সমান ওখ হৈ থকা কেঁচা ছালবোপা লৈ আমি কি কৰিম ?”

“কিমান গ্ৰাহক আছে চাবাচোন—বহুতক এই ছাল লাগে নহয়।” আমি গুদামঘৰটো এৰি আহিলোঁ। আলভেৰো উৎসাহত ভৰপূৰ, মই তলমূৰকৈ—মোৰ মুখত এটাও মাত নাছিল।

এই একে বৰণৰ লোমভৰা চিল মাছৰ কেঁচা চালৰ এটা পোৰ্ট ফোলিও বেগ বনোৱা হ'ল। ইয়াৰ ভিতৰত কিছুমান খালী ফৰ্ম ভৰাই আলভাৰোই কাৰবাৰৰ কামত ফুৰাচকা কৰিবলৈ ধৰিলে। তেওঁ কলে যে এনেকৈ পোৰ্ট ফোলিও বেগ লৈ গ'লে বেচ কাৰবাৰী কাৰবাৰী যেন লাগে। কাগজত বিজ্ঞাপন দি আমি জেপৰ শেহ পাইটোলৈকে খৰচ কৰিলোঁ—এই কাৰবাৰত মন থোৱা কোনোবা এজন সদাগৰে এই বিজ্ঞাপনখন দেখক—আমাক তেতিয়া আৰু কোনে পায় ? আমি ধনী হমেই। আলভেৰোই সদায় পৰিপাটীকৈ সাজ-পোছাক পিন্ধে। তেওঁ অন্ততঃ আধা ডজনমান ইংলিছ কাপোৰৰ চুট বনাবলৈ দলে। ময়ো মোৰ অপূৰ্ণ সপোনবোৰৰ এটাক পূৰ্ণ কৰিবলৈ ইচ্ছা কৰিলোঁ—মোৰ দাড়ি খুৰুৱা বুৰুজডালৰ লোমবোৰ কমি গৈ গৈ এতিয়া একেবাৰে টপামূৰীয়া হৈছেগৈ—ই ব্যৱহাৰৰ অযোগ্য—মই এডাল বুৰুজ কিনিলোঁ।

অৱশেষত এজন গ্ৰাহকে দেখা দিলে। তেওঁ ছামৰাৰ কাৰবাৰ কৰিছিল। মানুহজন চুটি-চাপৰ, নোদোকা, ভয়লেশহীন আৰু প্ৰায় অভদ্ৰৰ নিচিনা স্পষ্টবাদী আছিল। বাহিৰত খুব উদাসীন যেন হৈ আলভেৰোই তেওঁক আমাৰ অমূল্য সম্পদখিনি দেখুৱাবলৈ তিনিদিনৰ পিচত এটা সময় স্থিৰ কৰিলে।

এই তিনিদিনৰ ভিতৰত আলভেৰোই কেটামান খুব দামী ইংলিছ চিগাৰেট কিনিলে। “ৰোমিও আৰু জুলিয়েট” বোলা কেটামান হাভানা চিগাৰো যোগাৰ কৰিলে। এইবোৰ তেওঁ সকলোৰে চকুত পৰাকৈ, বিশেষকৈ সেই গ্ৰাহকজন অহাৰ আগতে বুকুৰ জেপত ভৰাই লৈছিল। ছালবোৰৰ ভিতৰত যিবোৰ বেচি ভাল, আমি সেইবোৰ মজিয়াত থলোঁ।

আমাৰ লগত হোৱা কথা ৰাখিবলৈ মানুহজন একেবাৰে ঠিক সময়ত আহি উপস্থিত হ'লহি। আমাক দেখিও তেওঁ মূৰৰ টুপীটো খুলি নললে, বা আমাক কোনো সম্ভাষণো নজনালে। মজিয়াত পৰি থকা মাছৰ ছালবোৰলৈ

তেওঁ তুচ্ছ-তাচ্ছিল্য কৰি চাই, ঘৰৰ মুখলৈ চালে। ঘোপোকা আৰু নখ দীঘল আঙুলি এটাৰে তেওঁ একেবাৰে দুবৰ দ'ম লাগি থকা ছালখিনিলৈ টোৱালে। সেইখিনিত এটা চুকত মই বেয়া ছালখিনি গোটাই থৈছিলোঁ।

এই সংকটময় মুহূৰ্তত আলভেৰোই তেওঁক এটা হাভানা চিগাৰ যাচিবলৈ যো-জা কৰিলে। সৰু পুঁজিৰ কাৰবাৰীজনে প্ৰায় থাপ মাৰি চিগাৰটো লৈ তাৰ এটা মূৰ দাঁতেৰে ছিঙি, মুখত ভৰাই পৰীক্ষা কৰিব খোজা ছাল-খিনিৰ পিনে আঙুলি টোঁৱাইয়ে ৰ'ল।

সেই ছালখিনি তেওঁক নেদেখুৱাৰ বাহিৰে আৰু উপায় নাছিল। মোৰ কাৰবাৰৰ ভাগীদাৰজনে জখলাত উঠি সেইখিনি নমাই আনিলে। তেওঁৰ মুখৰ মিচিকি হাঁহিটো মৃত্যুদণ্ড পোৱা কয়েদীৰ নিচিনা আছিল। আলভেৰোই দিয়া চিগাৰত হোপা মাৰি মাৰি মানুহটোৱে প্ৰতিটো ছালৰ থৈলা এটা এটাকৈ ভালকৈ পৰীক্ষা কৰি চালে।

এডোখৰ মাছৰ ছাল হাতত লৈ তাক দুভাজ কৰি জাপি লৈ ঘঁহি, খিণৰ চকুৰে চাই মজিয়াত এছাৰ মাৰি পেলালে। এনেকৈয়ে আৰু এডোখৰ ছাল ঘঁহিপিহি, শুঙি পেলাই দিলে। প্ৰতিটো বেগ পৰীক্ষা কৰাৰ পিচত তেওঁৰ শগুণৰ দৰে চকু দুটাই মজিয়াৰ পৰা ঘৰৰ মুখলৈ থোৱা ছালবোৰ নিৰিখি অৱশেষত মোৰ কাৰবাৰত পৈণত বন্ধুৰ মুখলৈ চালে।

তাৰ পিচত টান শুকান মাতেৰে এই কথাকেইটা কলে,—কথাবোৰ আমাৰ মনত সদায় মনত থাকিব—“ডাঙৰীয়াসকল, মই এই ছালবোৰৰ বোজা লৈ মৰিব নোখোজোঁ” কথাষাৰ কৈ মূৰৰ টুপীটো নোখোলাকৈ, আলভেৰোৰ চিগাৰটো হুপি, আমাক বিদায় নজনোৱাকৈ গপচত ওলাই গ'ল। আমাৰ লাখ টকাৰ সপোনৰ তেনেকৈ মুদা মৰিল।

## মোৰ প্ৰথম কবিতাৰ কিতাপ

তন্দ্ৰাতুৰ মানুহৰ নিচিনাকৈ মই কবিতাৰ আশ্ৰয় ললোঁ, তেতিয়া সাহিত্যৰ নতুন ভাবধাৰাই ছাণ্টিয়াগো চহৰখন ভৰাই পেলাইছিল। ৫১৩ নং মাৰুৰী ষ্ট্ৰীটত মই মোৰ প্ৰথম কিতাপখন লিখা শেষ কৰিলোঁ। প্ৰতিদিনে দুটা-তিনিটা-চাৰিটা-পাঁচটাকৈ মই কবিতা লিখিছিলোঁ। আবেলি বেলিকা বাহিৰৰ পিনৰ বাৰান্দাত বহি মই এটা আপুৰুগীয়া দৃশ্য দেখা পাইছিলোঁ—গোটেই পৃথিৱী দুখিত তেনে এটা দৃশ্য মই আৰু দেখা নাই। বেলি মাৰ

বাৰিষ সময়ত তাৰ হেঙুলীয়া বৰণে গোহকক হেদোঁল ভেদোঁল কৰি কমলা আৰু ঘোৰ ৰঙা বৰণৰ বিৰাট আকাৰৰ বিছনীহে যেন সাজিছিল। মোৰ প্ৰথম কিতাপখনৰ মাজৰ অধ্যায়টোৰ নাম মই দিছো "মাৰুৰীৰ গধূলি"। মাৰুৰী নাম কিয় দিলোঁ মোক কোনেও কেতিয়াও সোধা নাই, বোধহয় খুব কম মানুহেহে মাৰুৰী নামৰ সেই মজলীয়া ডাঙৰ বাস্তাটোৰ পৰা দেখা অতুলনীয় গধূলিবোৰৰ কথা জানে।

১৯২৩ খৃষ্টাব্দত মোৰ প্ৰথম কিতাপ "ক্ৰেপাছকুলাৰিও" প্ৰকাশ হ'ল। প্ৰতিদিনে মই অলপ পাচহুঁহকি গৈ আকৌ অলপ আগবাঢ়ি যাব পাৰিছিলোঁ। প্ৰথমটো মুদ্ৰণৰ বাবে মোৰ লামলাকটু, যি কেইখন আছবাব আছিল, সকলো বেচিব লগীয়াত পৰিলোঁ। দেউতাই মোক এটা ঘড়ী দিছিল, ঘড়ীটোত তেওঁ কোণাকুণিকৈ দুখন এনামেলৰ নিছান বনাই সুন্দৰকৈ দিছিল—মই তাকো বন্ধক-দিবলগীয়াত পৰিলোঁ। মুদ্ৰকজন অতিশয় গোঁৱাৰ মানুহ আছিল, একেবাৰে শেষত কিতাপখন বন্ধোৱা প্ৰায় শেহ হবৰ সময় হ'ল, বেটুপাতটো এঠাবে লগোৱাও হ'ল—তেওঁ তেতিয়াও মোলৈ বেয়াকৈ চাই কলে, "তুমি সকলো পইচা নুশুজালৈকে কিতাপৰ এটা কপিও নোপোৱা।" মোৰ সমালোচকসকলৰ ভিতৰত "অকলশৰীয়া" নামলোৱা এগৰাকী মানুহ আছিল। তেওঁ উদাৰ মনে আগবাঢ়ি আহি প্ৰতিটো পাই-পইচা দিলেহি। মুদ্ৰকজনে গিলি খোৱাৰ দৰে পইচাখিনি জেপত ভৰালে আৰু মই মোৰ প্ৰথম কিতাপখন কান্ধত তুলি অপাৰ আনন্দত ডুবি বাট বুলিলোঁ—অৱশ্যে মোৰ জোতাজোৰত তেতিয়া কেইবাঠাইতো ফুটা আছিল।

মোৰ প্ৰথম কিতাপ। মই সদায় কৈ আহিছোঁ যে লেখকৰ কাম কোনো ৰহস্য বা যাদু নহয়! কবিৰ কামৰ দ্বাৰা বিশেষকৈ সকলোৰে উপকাৰ হোৱা উচিত বুলি মই ভাবোঁ। কবিতাৰ লগত খুব বেছি মিল আছে পাউৰুটীৰ এটা নতুন লোফৰ, চীনামাটিৰ এখন সুন্দৰ থালৰ, খোদাই কৰা কাঠৰ সুন্দৰ কাৰু-কাজৰ (অপটু হাতেৰে কৰা হলেও)। মই এতিয়াও বিশ্বাস কৰোঁ যে সপোনত তেতিয়াও মগ্ন কবিৰ বাহিৰে আইন কোনো কাৰুশিল্পীয়ে তেওঁৰ প্ৰথম সৃষ্টিৰ ফল দেখি মনত এনে ৰোমাঞ্চ অনুভৱ কৰে। এই মুহূৰ্তটি জীৱনত আৰু কেতিয়াও ঘূৰি নাহে। হয়তো আৰু বহুত সংস্কৰণ এই কিতাপৰ হব, সেইবোৰ আৰু বিষদ, আৰু সুন্দৰ হব। তেওঁৰ কথাবোৰ মদৰ দৰে আইন ভাষাৰ পিজালত ঢালি দিয়া হব; পৃথিৱীৰ আইন আইন ঠাইতো

গৈ ই গান হ'ব, ইয়াৰ সংগতি বিৰলাৰ। কিন্তু প্ৰথম কিতাপখন ওলোৱাৰ মুহূৰ্তটো—যেতিয়া চিঞাহিঁখিন শুকুৱা নাই, কাগজখন খৰখৰীয়া, সেই মোহময় আনন্দ ভৰা মুহূৰ্তটো—যেন চৰাইৰ ডেউকাৰ ছটফটনিৰ শব্দ বা পৰ্বতৰ ওখ টিঙত ফুলি উঠা প্ৰথম কলিটোৰ দৰে কবিৰ জীৱনত ই এবাৰহে আহে।

মোৰ সেই কেঁচা মনৰ কবিতাৰ কিতাপখনত এটা পৰিণত কবিতা আছিল, "বিদায়"—এই কবিতাটো মই যলৈকে গৈছোঁ, তাতে বহুত মানুহে মুখস্থ কৰি ৰাখিছে। এই কবিতাটো তেওঁলোকে মোক খুব আওহতীয়া ঠাইতো আওৰাই শুনাইছে, অথবা মোক আওৰাবলৈ অনুৰোধ কৰিছে—মোৰ বহুত সময়ত বিৰক্তি উপজিছে, কিন্তু কেতিয়াবা কোনো জনসমাবেশত মোক চিনাকি কৰি দিয়া মাত্ৰকে কোনোবা এটি ছোৱালীয়ে ইয়াৰ কেটামান লাইন চিঞৰি আওৰাব, অথবা কেতিয়াবা এজন উপমন্ত্ৰীয়ে এই কবিতাটোৰ প্ৰথম ফাঁকি মিলিটেৰি চেলাম জনাই, আওৰাই মোক আদৰি নিব।

বহুত বছৰৰ মূৰত স্পেনত ফেডেৰিকো গাৰ্চিয়া লোৰকাই তেওঁৰ কবিতা "অবিশ্বাসিনী পত্নী"ৰ বিষয়ে এনে প্ৰতিক্ৰিয়াৰ কথা কৈছিল। কাৰো লগত বন্ধুত্বৰ শ্ৰেষ্ঠ চিন হিচাপে ফেডেৰিকোৱে তেওঁৰ এই অপূৰ্ব সুন্দৰ আৰু দীঘল কবিতাটো আবৃত্তি কৰি শুনাইছিল। কবিয়ে নিজৰ কবিতাবোৰৰ কোনো এটাৰ প্ৰতি বেছি অনুৰাগ দেখুৱাব পাৰে। এইটো সম্পূৰ্ণ সুস্থ আৰু স্বাভাবিক অনুভূতি। কোনো এটা কবিতা এনেকৈ পাঠকক ঠিক কৈ দিয়া মানে কালৰ কোনোবা এটা বিশেষ মুহূৰ্তৰ লগত কবিৰ বিশেষ পৰিচিতিৰ কথা জনাই দিয়া, যদিও সৃষ্টি হ'ল এটা চিৰন্তন চকাৰ দৰে, ই আৰু সহজে, আৰু আত্মবিশ্বাসেৰে—যদিও বোধহয় কম প্ৰাণৱন্ত আৰু কম স্বতঃস্ফূৰ্ত হৈ অবিৰাম ঘূৰিবই লাগিছে।

"ক্ৰেপাছকুলাৰিও"-ক এতিয়া বহুত পিচত এৰি থৈ আহিছোঁ। মোৰ কবিতাত এটা গভীৰ অস্থিৰতাই দেখা দিলে। দক্ষিণৰ পিনে গৈ বাৰে বাৰে মই শান্তি গোটাই আনিছিলোঁ। ১৯২৩ খৃঃ অত এটা অভিজ্ঞতা লভিলোঁ। সেই দিনাই মই টেমুকোৰ ঘৰলৈ উভটি আহিছিলোঁ। মাজনিশা পাৰ হৈ গৈছে—শুবলৈ যোৱাৰ আগতে কোঠাটোৰ খিড়িকীখন খুলি দিলোঁ। হঠাৎ আকাশৰ জেউতিয়ে মোৰ চকুত হাট মাৰি ধৰিলে। গোটেই আকাশখন যেন জীৱন্ত, তিৰবিৰ কৰি থকা অগণন তৰা যেন সজীৱ। ৰাতিয়ে যেন

তোঁতআই গা-মনে ধৰই আছিছে। কুমেৰু প্ৰদেশৰ তৰাৰ মালা গাঁথি মোৰ মনৰ ওপৰত শাৰী শাৰীকৈ সজাই ৰাখিছে।

এই তৰা ভৰা আকাশ আৰু ব্ৰহ্মাণ্ডৰ ৰূপত যেন মই মতলীয়া হলোঁ। দৌৰি টেবুলৰ কাষলৈ গৈ মই লিখিবলৈ ধৰিলোঁ। যেন প্ৰেতলিপিহে লিখিছোঁ এনেকৈ মোৰ বুকুখন ধপধপাব ধৰিলে। মোৰ বিখন কবিতাৰ কিতাপে বহুত বাৰ নাম সলাই পিচত "উৎসাহী বাটলু গুটি মৰা মানুহ" নামত প্ৰকাশ হ'ল, তাৰ প্ৰথম কবিতাটো এনেকৈ লিখা হ'ল। কবিতাৰ কথা-বোৰ খুব সহজে কলমৰ আগলৈ আহিল. মাছে পানীত সাঁতোৰাৰ দৰে মই নিজৰ কবিতাত নিজে ডুব মাৰিলোঁ।

পিচদিনা, সুখত ভৰপূৰ হৈ মই কবিতাটো পঢ়িলোঁ। পিচত ছাপিটয়াগোত ৰাজীকৰ আলিৰো ওয়াৰজুন-এ মোৰ এই কবিতাটো পঢ়ি খুব প্ৰশংসা কৰিছিল।—ইমান সজীৱ, ইমান মহৎ কবিতা মই খুব কম দেখিছোঁ। অৱশ্যে মই তোমাক কবই লাগিব—চাবাট আৰ্কেণ্টি-ৰ প্ৰভাৱ তোমাৰ কবিতাত আছে।

ই যেন এন্ধাৰত এটা পোহৰৰ জিলিঙণিৰ দৰে আছিল, স্পষ্টতাৰ আভাস, আৰু ইয়াৰ বাবে মই কৃতজ্ঞ। তেওঁৰ চিঠিখন মোৰ জেপত বহুত দিন আছিল। তাৰ পিচত কোঁচমোচ খাই ফালি গ'ল। মোৰ বহুত কথা মনলৈ আহিছিল। সেই নিশা বিশেষকৈ মই অলস ভাবে ম'ত আচ্ছন্ন হৈ পৰিছিলোঁ, সেই তৰাৰ ৰাজ্যত, ধুমুহাৰ দৰে গতিশীল তৰাৰ ৰাজ্যত পৰি মই বৃথাই মোৰ জ্ঞান-বুদ্ধি হেৰুৱাইছিলোঁ। মোৰ ভুল হৈছিল। এনেবোৰ অনুপ্ৰেৰণাৰ পৰা মই নিজকে বচাব লাগিব। প্ৰতি খোজত ঠেক বাটত মুজিয়েহে মোক বাট দেখুৱাব লাগিব। নম্ৰতা মই শিকিব লাগিব। সেই ৰাতি মই বহুত পাণ্ডুলিপি পুৰি পেলালোঁ। বহুত কবিতা কটাকটিকৈ নতুনকৈ লিখিলোঁ। বহুবছৰৰ পিছলৈকে এই কবিতাবোৰ আৰু নোলাল বা প্ৰকাশিত নহ'ল।

চাবাট আৰ্কেণ্টি-ৰ চিঠিখনৰ পিচত মোৰ বিশাল বহল কবিতা লিখাৰ পৌনঃপুনিক আকাঙ্খাৰ ওৰ পৰিল। অলঙ্কাৰ শাস্ত্ৰক মই আমোল দিব নোৱাৰোঁ বাবে তাক পৰিহাৰ কৰিব লাগিব। মোৰ ষ্টাইল আৰু প্ৰকাশভঙ্গীক লাহে লাহে কোমল কৰিলোঁ সহজ সৰল ভাষাত, নিত্য দিনৰ পৃথিৱীৰ লগত মিল থকা কবিতা মই লিখিবলৈ ধৰিলোঁ, পিচত এই কবিতাবোৰৰ নাম হ'ল "কুবিটা কবিতা"।

এই "কুৰিটা প্ৰেমৰ কবিতা আৰু এটা নিৰাশাৰ গান" কিতাপখন আচলতে এটা গৰখীয়া গীতৰ দুখ লগা কবিতাৰ কিতাপ। মোৰ দুখকষ্ট ভৰা চেঙেলীয়া জীৱনৰ কামনা-বাসনাবোৰ আমাৰ দেশৰ দক্ষিণ অঞ্চলৰ ভয়ংকৰী প্ৰকৃতিৰ লগত মিলি গৈছিল। এই কিতাপখন মই ভাল পাওঁ, ইয়াৰ আন্তৰিক বিষাদ সত্ত্বেও জীৱনৰ গভীৰ সুৰত আনন্দ লুকাই আছে। মোৰ এই কিতাপখন লিখোঁতে এখন নৈ আৰু তাৰ মোহনাই মোক সহায় কৰিছিল। নৈখনৰ নাম ইম্পিৰিয়েল নৈ। কুৰিটা কবিতা হ'ল মোৰ ছান্টিয়াগো চহৰৰ লগত প্ৰেমৰ অধ্যায়। ছাত্ৰসকলৰ চহৰ ছান্টিয়াগো, ভেঁওলোকে ঘূৰি ফুৰা চহৰৰ ৰাস্তাবোৰ, য়ুনিভাৰ্ছিটী আৰু সফল প্ৰেমৰ সুবাদি সুগন্ধৰ অধ্যায়।

ছান্টিয়াগো ছোৱা লিখা হৈছিল একাউৰেন ষ্ট্ৰীট আৰু এহপানা এভেনিউত, শিক্ষক ভৱনৰ পুৰণি অট্টালিকাৰ ভিতৰত। কিন্তু তাৰ দৃশ্যবোৰ আছিল দক্ষিণ চিলিৰ পানী আৰু গছেৰে ভৰা। নিৰাশাৰ গানত থকা ডকবোৰ আছিল "কাৰাহিউ" আৰু "বাজো ইম্পিৰিয়েল" চহৰৰ পুৰণি ডকবোৰ। বহল নৈখনে খুন্দিয়াই ভাঙিব খোজা তক্তা আৰু খুটিবোৰক কাঠৰ মুঢ়াৰে দৰে লাগিছিল। দূৰৰ সাগৰত হাঁহৰ ধপ্ধপনি শুনা গৈছিল—এতিয়াও শুনা যায়।

বহুতদিনৰ আগতে জাহাজডুবিৰ পৰা পৰি থকা, পেলাই থৈ যোৱা দীঘল, লেহুকা এখন জীৱন তৰীৰ ভিতৰত বহি মই জাঁ ক্ৰিষ্টোফী বোলা গোটেই কিতাপখন পঢ়িছিলোঁ, আৰু "নিৰাশাৰ গান" কবিতাটো লিখিছিলোঁ। ওপৰৰ আকাশত তীব্ৰ নীলা ৰং, মাটিত জীৱন তৰীৰ ভিতৰত লুকাই বহি মই কবিতা লিখিছোঁ—সেইবোৰৰ নিচিনা ইমান আনন্দপূৰ্ণ আৰু গভীৰ অৰ্থৰ দিন মোৰ জীৱনলৈ আৰু কেতিয়াও অহা নাই। ওপৰত অভেদ্য নীল আকাশ, মোৰ হাতত জাঁ ক্ৰিষ্টোফী নহলে তেতিয়াই লিখা কবিতাৰ কেটামানৰ শাৰী—মোৰ কবিতাত সদায় থকা সেই বিষয়বোৰ—সুদূৰ সাগৰৰ শব্দ, বনৰীয়া চৰাইৰ কুৰুলি, আৰু অমৰ অৰণ্যানীৰ দৰে পুৰিলেও শেষ নোহোৱা জ্বলন্ত প্ৰেম।

"কুৰিটা কবিতা"ৰ নায়িকা গৰাকী কোন মোক বহুতে সোধে। এই প্ৰশ্নৰ উত্তৰ দিয়া টান। এই বিষয় মতলীয়া উগ্ৰ কবিতাৰ ভিতৰুৱা দুগৰাকী "মাৰিছল" আৰু "মাৰিছুল্ধা" বুলি ধৰিব পাৰি, সমুদ্ৰ আৰু বেলি, সমুদ্ৰ আৰু ছাঁ বুলিবও পাৰি। সমুদ্ৰ হ'ল মোহময় গাঁৱলীয়া পৰিৱেশত প্ৰেম—

ৰাতিৰ আকাশ তৰাৰে ভৰা, টেমুকোৰ বৰষুণত তিতা আকাশৰ দৰে ক'লা চকু, প্ৰায় প্ৰতিটো পৃষ্ঠাতে আনন্দ আৰু সৌন্দৰ্য্যৰ প্ৰতীক হৈ ই বিৰাজ কৰিছে। কন্দৰৰ পানীয়ে কেউপিনে ইয়াক বেঢ়ি ৰাখিছে, পাহাৰৰ ওপৰৰ পৰা আধা-তোখৰ জোনে ভূমুকি মাৰিছে ; মাৰিদম্বা হ'ল চহৰলৈ প্ৰথম বাৰ অহা ছাত্ৰ। খোৱা বৰণীয়া মূৰৰ টুপী, খুব কোমল ক'লা দুটি চকু, কল্পনা মগন মন, এই পথিক কবিৰ ছাত্ৰজীৱনৰ চহৰৰ বাট-পথৰ লগত পৰিচয় হৈ, মোহিত হৈ, জীৱনৰ শান্তি আৰু পূৰ্ণতা লাভ।

ইতিমধ্যে চিলিৰ জীৱনত পৰিৱৰ্তন আহিছে।

চিলিৰ মানুহৰ আন্দোলন আৰু জোৰদাৰ কৰা হৈছে। ছাত্ৰ আৰু লেখকসকলৰ সমৰ্থন পাবৰ বাবে তেওঁলোকে হুলস্থুল লগাইছে। এপিনে পেটি বুৰ্জোৱাৰ মহান নেতা আৰ্টুৰো আলেছান্দ্ৰি পামা-ই চিলি ৰিপাব্লিকৰ সভাপতি হৈছে। তেওঁ জনসাধাৰণ মুখিয়াল মানুহ, আৰু এজন প্ৰগতিশীল নেতা আছিল। তেওঁৰ জ্বলন্ত বাণীয়ে গোটেই দেশখনক কঁপাই সাৱধান কৰি দিছিল। কিন্তু অসাধাৰণ ব্যক্তিত্ব সত্বেও ক্ষমতালৈ এবাৰ অহাৰ পিচতে তেওঁৰো আমাৰ আমেৰিকাৰ সচৰাচৰ দেখা শাসকসকলৰ এজনত পৰিণত হ'ল। শাসন যন্ত্ৰৰ ক্ষমতাশালী দলটোৱে তেওঁক আৰু তেওঁৰ বক্তৃতাবোৰক হাঁ কৈ মুখ মেলি গিলি থলে—ইহঁতৰ বিৰুদ্ধেই তেওঁৰ ইমান দিনৰ সংগ্ৰাম আছিল। তিতা-কেহা লগা যুদ্ধ আৰু কাজিয়া পেছালে দেশখন ভাঙি টুকুৰা টুকুৰ কৰিছিল।

সেই সময়তে লুই এমিলিও ৰেকাবাৰেন বোলা এজন শ্ৰমিক নেতাই অসাধাৰণ দক্ষতাৰে সৰ্বহাৰা দলবোৰক সংগঠিত কৰি ললে। বহুত য়ুনিয়ন কেন্দ্ৰ পাতি গোটেই দেশ জুৰি তেওঁ ন-দহখন খবৰৰ কাগজ উলিয়ালে। বেকাৰীৰ গৰা-খহনীয়াত দেশৰ অৰ্থনীতি ভাঙি পৰোঁ পৰোঁ হৈছিল। মই তেতিয়া ক্লাৰিডাড কাগজত নিয়মিত লেখক আছিলোঁ, আৰু আমি ছাত্ৰসকলে জনসাধাৰণৰ দাবী সমৰ্থন কৰিছিলোঁ। ছাণ্টিয়াগোৰ ৰাস্তাত পুলিচৰ পিটন খোৱা মোৰ মনত পৰে। সোৰা আৰু তামৰ খনিৰ হেজাৰ হেজাৰ কাম হেৰুৱা শ্ৰমিকে ছাণ্টিয়াগো চহৰ ভৰি পৰিলহি। তেওঁলোকৰ প্ৰকাশ্য সমাবেশ আৰু তাৰ ফলত হোৱা দমনমূলক অত্যাচাৰে জাতিৰ জীৱনত এটা চেকা ৰাখি থৈ গ'ল।

সেই সময়ৰ পৰা—মাজে মাজে কেতিয়াবা বিৰতি সত্বেও ৰাজনীতি মোৰ

জীৱন আৰু কবিতাৰ অংশ হৈ পৰিল। জন জীৱনৰ বাটপথৰ বিষয়ে মোৰ কবিতাই লোকোৱাকৈ নোৱাৰিলে, যেনেকৈ লোৱাৰিলে মোৰ অন্দে কবি-অন্তৰৰ প্ৰেম, জীৱন, আনন্দ বিষাদক বাদ দি যাবলৈ।

## কথাৰ কথা

তুমি বিহকে কৰ খোজা কৰ পাৰা—কিন্তু ডাঙৰীয়া—কথাই আচল। কথাবোৰেই গান গায়, আকাশলৈ উৰি ওপৰলৈ উঠে, নহলে তললৈ নামি আহে। মই সিহঁতৰ আগত মূৰ দোঁৱাও, মই সিহঁতৰ গাত লাগি থাকোঁ, সিহঁতক দোঁৱাই মাৰোঁ, কামুৰি ডোখৰ ডোখৰ কৰোঁ, সিহঁতক গলাই পেলাওঁ—মই কথাবোৰ ইমান ভাল পাওঁ। কথাবোৰ আশাতীত, লুভীয়াৰ দৰে মই সিহঁতলৈ বাট চাই থাকোঁ, আৰু ঠেও ধৰি ধৰি খোজ কাঢ়োঁ, হঠাৎ সিহঁত আগতে পৰে। স্বৰবৰ্ণ—এইবোৰক মই পছন্দ কৰোঁ, ৰঙীন মণি-মুকুতাৰ দৰে সিহঁতে জকমক কৰে, ৰূপালী মাছৰ দৰে জঁপিয়ায়। সিহঁত সাগৰৰ ফেনৰ দৰে; সূতা, ধাতু, নিয়ৰৰ দৰে। মই কিছুমান শব্দৰ পিচে পিছে দৌৰোঁ, সিহঁত ইমান সুন্দৰ যে মোৰ সকলোবোৰ কবিতাতে সিহঁতক মই সুমুৱাব খোজোঁ। এই পলৰীয়া শব্দবোৰ মই মাজতে খপ্‌কৈ ধৰোঁ, মোৰ চকুৰ আগেদি পলাব খোজোঁতেই সিহঁতক বন্দী কৰি পেলাওঁ, সিহঁতক চাক-চিকুণ কৰোঁ, সিহঁতক বখলিয়াই চাওঁ, মোৰ মুখৰ আগৰ থালখনত থৈ চাওঁ। ফটিকৰ দৰে সিহঁতৰ ফট্‌ফটীয়া ৰূপ মোৰ চকুত পৰে। শিহৰিত, হাতীৰ দাঁতৰ দৰে শুভ্ৰ; গছলতাৰ দৰে সেউজীয়া, তেলেতীয়া ফলৰ দৰে, কোমল শেলুৱৈৰ দৰে, দামী মণি-মুকুতাৰ দৰে, জলপাইৰ দৰে সিহঁতৰ ৰূপ—তাৰ পিচত মই সিহঁতক লৰাই চৰাই চাওঁ, ঘূৰাওঁ, পি খাওঁ, সোপাসোপে গিলি খাওঁ, সানো, মহলা দিওঁ, তাৰ পিচতহে এৰোঁ। মই সিহঁতক মোৰ কবিতাত এছটা এছটাকৈ শিলৰ থট্‌খটীৰ দৰে, পালিছ কৰা কাঠৰ ৰূপালী চকমকনিৰ দৰে, কয়লাৰ দৰে, জাহাজডুবি হলে ঢৌৰ কোবত পাৰত আহি পৰা ধন-সম্পদৰ দৰে। এই সকলো বোৰকে শব্দৰ ভিতৰতে পোৱা যায়। এটা শব্দই ঠাই সলালেই পুৰা এটা আইডিয়াৰ অৰ্থৰ আমূল পৰিবৰ্তন হয়, অথবা এটা শব্দই অনুজৰ দৰে এঠাইত আহি বহিব পাৰে, অথচ তাত তাৰ বহাৰ কোনো কথাই নাছিল। কথাৰ ছাঁ আছে, স্বচ্ছতা আছে; ওজন, চৰাইৰ দৰে কোমল পাখি, লোম; সিহঁতে লেপে লেপে ধৰি, নৈৰ পানীৰ লগত বাগৰি বাগৰি,

অথবা কোনোবা দেশত দকৈ শিয়া পৰিত আৰ্জিছে। সিহঁত খুব প্ৰাচীন, আকৌ আধুনিকো। ফুলৰ কুঞ্জবনত সিহঁত লুকাই থাকে, অথবা ফুটো ফুটো কৈ নুফুটা ফুলৰ কলিত। আমাৰ ভাষা কি মহান! দুৰ্দান্ত বিদেশী বিজয়ী-বোৰৰ পৰা আমি এই সুৱদি ভাষাটো উত্তৰাধিকাৰ সূত্ৰে পাইছোঁ। সিহঁতে দুৰ্গম দক্ষিণ আমেৰিকাৰ ওখোৰামোখোৰা ঠাইত আলু, চ'চেজ, বীন, ক'লা ধঁপাত, সোণ, নানা শইচ, ভজা কণী আদিৰ বাবে তন্ন তন্নকৈ বিচাৰি ফুৰিছিল; আৰু তেনে আগ্ৰহ আৰু উছাহেৰে এতিয়ালৈকে আৰু কোনেও বিচৰা নাই। সিহঁতে সকলো বস্তু গ্ৰাস কৰিছিল—ধৰ্ম, পিৰামিড, জাতি-উপজাতি, প্ৰকাণ্ড থৈলাত ভৰাই অনা পৌত্তলিকতাবাদৰ দৰে এই দেশৰ মূৰ্তিপূজা·· সিহঁতে খ'লৈকে গৈছিল, মাটিৰ পৰা চব খাঁহিমুহি নষ্ট কৰি পেলাইছিল; কিন্তু এই বৰ্বৰ জাতিৰ বুটজোতাৰ পৰা শব্দবোৰ শিলগুটি পৰাৰ দৰে জৰ্জৰকৈ পৰিছিল; সিহঁতৰ দাড়ি, হেলমেট, ঘোঁৰাৰ নালৰ পৰা শব্দবোৰ ৰৰষুণৰ দৰে মাটিত পৰিছিল। সেই জলজলীয়া শব্দবোৰক থৈ গৈছে আমাৰ ভাষাক আৰু উজ্জ্বল কৰিবলৈ। আমি সেইবাবে কিবা যেন হেৰুৱালোঁও—আকৌ কিবা অলপ পালোঁও। সোণখিনি লৈ সিহঁত পলাল, আকৌ আমাক সোণ দি থৈ গ'ল। সিহঁতে সকলো লৈ গ'ল, আৰু আমাৰ বাবে সকলো থৈও গ'ল। সিহঁতে আমাৰ বাবে শব্দবোৰ থৈ গ'ল।

# জগতৰ বাটে-পথে

## ভালপাৰাইজো ভ্ৰমণ

ভালপাৰাইজো ছাণ্টিয়াগো চহৰৰ খুব কাষতে। মাত্ৰ ওখোৰামোখোৰা পৰ্বতেহে সিহঁতক বেলেগাই ৰাখিছে—এই পৰ্বতবোৰৰ ওখ টিঙত চাবিশিঙীয়া শিলৰ স্তম্ভৰ দৰে ওখ ওখ কাঁইটীয়া ফুলাম কেকটাছ গছ ভৰি আছে। তথাপিও ভালপাৰাইজো যে ছাণ্টিয়াগোৰ পৰা বেলেগ তাক কোৰা টান। বৰফৰ দেৱালৰ ভিতৰত ছাণ্টিয়াগো বন্দী চহৰ, আনহাতে ভালপাৰাইজোই অপাৰ সমুদ্ৰ, ৰাজপথৰ কোলাহল, শিশুৰ চকুৰ চাৱনিলৈ নিজকে অবাৰিত মুক্ত কৰি দিয়ে।

আমাৰ চেঙেলীয়া বয়সত, হঠাৎ কোনোবা দিনা, পুৰা দোকমোকালিতে, ৰাতি উজাগৰে থাকি, জেপত এটা কণাকড়িও নোলোৱাকৈ আমি ৰেলৰ তৃতীয় শ্ৰেণীৰ কোঠাত বহি পৰিছিলোঁ, আমি মানে কবি আৰু চিত্ৰশিল্পীবোৰ; কুৰি বছৰ বয়সৰ অফুৰন্ত উৎসাহ-উদ্যমৰ ভৰালটোৱে নিজক কামত লগাবলৈ পাবলৈ, মুকলি হৈ ফুটি-ফাটি যাবলৈ বলিয়াৰ দৰে ছটফট কৰিছিল। ভালপাৰাইজোৰ আকাশৰ তৰাই তিৰবিৰাই চুম্বকৰ দৰে আমাক টানিছিল।

এনে আৱাহন মই আকৌ বহুত বছৰৰ মূৰতহে পাইছিলো। তেতিয়া মই মাদ্ৰিদত থাকোঁ, কোনোবা এটা সৰাইখানাত, থিয়েটাৰৰ পৰা পুৱতি নিশা বাহিৰলৈ ওলাবৰ সময়ত, কেতিয়াবা আকৌ এনেয়ে বাটে-পথে ঘূৰি ফুৰোতে মই যেন হঠাতে টলেডোৰ আহ্বান শুনিবলৈ পাওঁ—যেন ইয়াৰ ভূতবোৰৰ আৰু নীৰৱতাৰ নিঃশব্দতাই মোক ৰিঙিয়াই মাতে, আৰু সেই পুৱতি নিশাই মোৰ চেঙেলীয়া জীবনৰ আধা-বলিয়া বন্ধুবোৰৰ দৰে, এতিয়াৰ বন্ধুসকলক লগত লৈ মই পুৰণি ছাইৰঙৰ অকোৱা-পকোৱা দুৰ্গবোৰৰ পিনে যাবলৈ ধৰোঁ। টেগাছ নামৰ নৈৰ বালিত, মিলৰ দলঙৰ তলত কাপোৰ-কানি পুৰাকৈ পিন্ধিয়েই আমি টোপনি যাওঁ।

কিয় যে মই কিন্তু কাৰণটো ঠিককৈ কব নোৱাৰোঁ, কিন্তু ভালপাৰাইজো ভ্ৰমণৰ এটা কথাই মোৰ মনত দকৈ সাঁচ বহুৱাই থৈছে—যেন এখন স্থিৰ চিত্ৰহে

অ'কা আছে, যেন পথাৰৰ ঘাঁহ—বন, লতাৰ বনৰীয়া সুগন্ধিৰে সেই যাত্ৰাটো আমোদিত হৈ আছে। আমি দুজন কবি আৰু চিত্ৰকৰক বিদায় জনাবলৈ ভালপাৰাইজোলৈ গৈছিলো, তৃতীয় শ্ৰেণীৰ ৰেলৰ কামৰাত উঠি তেওঁলোকে ফ্ৰান্সলৈ যাবলৈ ওলাইছিল। আমাৰ গোটেই কেইজনাৰ পকেট জাৰি-জোকাৰিও অতি সস্তা হোটেল এটাত থাকিবলৈ লাগতিয়াল ভাড়াখিনি আমি জোগাৰ কৰিব নোৱাৰিলো। শেহত এই আশ্চৰ্যনগৰী ভালপাৰাইজোত বাস কৰা আমাৰ প্ৰিয় পগলা বন্ধু নভোৱাক বিচাৰি গলো। তেওঁৰ ঘৰটো উলিওৱা সাধাৰণ কাম নাছিল। বগুৰা বাই বাই বাৰে বাৰে পিছলি পৰি পৰি, অসংখ্য টিলা পাৰ হৈ আমি পৰ্বতৰ ওপৰত নভোৱাৰ ছাঁটোক অনুসৰণ কৰি যাবলৈ ধৰিলো।

জোপোহা দাড়ি আৰু মোটা গোফ এজোৰ লৈ এই নভোৱা এজন মনত ৰাখিবলগীয়া মানুহ। আমি ভাগৰি-জুগৰি, কণা-মানুহৰ দৰে তেওঁ দেখুৱাই নিয়া ওখ-চাপৰ টিলাৰ খাজবোৰ পাৰ হৈ, এন্ধাৰত অকল তেওঁৰ কোট-চোলাটোক বতাহত উৰুৱাই নিওঁতে হোৱা ধপ্‌ধপনি শব্দবোৰ শুনি, তেওঁৰ অনৰ্গল কথা শুনি আমি গৈ আছিলো। তেওঁ আছিল এজন পগলা সাধু, আমি তেওঁৰ ঠিক নামেই ৰাখিছিলো। তেওঁ স্বভাৱতেই প্ৰকৃতিপ্ৰেমী আছিল, নিৰামিষ খাইছিল, আৰু দৈহিক স্বাস্থ্য আৰু প্ৰকৃতিৰ দানৰ বিষয়ে সজাগ আছিল। বাটত গৈ থাকোঁতে তেওঁ আমাৰ মাজত তেওঁৰ মতবাদ প্ৰচাৰ কৰি গৈ আছিল। মেঘৰ গৰজনিৰ দৰে গম্‌গমোৱা মাতেৰে আমাক শিশু ভাবি নিজৰ কথাবোৰ কৈ আছিল। এই এন্ধাৰ ঠাইত, চহৰৰ নিজান উপকণ্ঠত তেওঁৰ বিশাল দেহটোক চেণ্ট ক্ৰিষ্টোফাৰৰ দৰে লাগিছিল।

অৱশেহত তেওঁৰ ঘৰ পালোগৈ। দুটা কোঠালীৰে এই কাঠৰ ঘৰটোৰ এটা কোঠালীত তেওঁৰ বিছনা পৰা আছিল। আনটোত প্ৰকাণ্ড এখন বেতৰ হাতলৱালা চকীয়ে গোটেই ঠাইখিনি জুৰি আছিল, হাতলত বহুত সৰু সৰু দেৰাজ, আৰু ওপৰত গোলাপ ফুলৰ ডিজাইন অ'কা আছিল। চকীখন ভিক্টোৰীয়ান যুগৰ এটা অপূৰ্ব নিদৰ্শন। মোক সেই ৰাতি শুবলৈ সেই চকীখন দিয়া হল। বন্ধু কেজনে সান্ধ্য খবৰৰ কাগজ কেইখনমান মাটিত পাৰি লৈ, তাৰ খবৰ আৰু সম্পাদকীয় স্তম্ভৰ ওপৰত সাৱধানে বাগৰ দিলে।

তেওঁলোকৰ উশাহ-নিশাহ আৰু নাকৰ ঘোৰ্ঘোৰণিয়ে তেওঁলোকৰ গভীৰ টোপনিৰ জাননী দিলে। ৰজাৰ সিংহাসনৰ দৰে চকীখনত বহি মোৰ ভাগৰুৱা

হাড়াকিডালে টোপনিত সময় কটাবলৈ টান পালে, ওখ পাহাৰৰ পৰা, নিৰ্জন টিলাবোৰৰ পৰা, যেন নীৰৱতাৰ শব্দ মোৰ কাণত পৰিল। এন্ধাৰত মাত্ৰ মাজে মাজে ৰাংকুকুৰৰ ভুকভুকনি আৰু দূৰৈত অহাযোৱা কৰা জাহাজৰ সুহুৰিয়ে ভালপাৰইজোৰ এই নিশাটো সপোন নহয়, দিঠকহে বুলি মোক জনাইছিল।

হঠাৎ মোৰ শৰীৰত এটা আচহুৱা, অপ্ৰতিৰোধ্য কঁপনি অনুভৱ কৰিলোঁ। পৰ্বতৰ সুগন্ধ, প্ৰেইৰি বনভূমিৰ আৰু মোৰ শৈশৱৰ লগত বাঢ়ি উঠা গছ-লতাৰ মৃদু গোন্ধে মোক আকুল কৰিলে। চহৰীয়া জীৱনৰ চকমকনিত মই এইবোৰ পাহৰিয়ে গৈছোঁ। অলপ কলাঘুমটি আহিল—যেন ধৰিত্ৰী আইয়ে নিচুকনি গীত গাই মোক শুৱাব। মাটিৰ বুকু নিজৰি অহা এই হুমহুনিয়াহ, এই পৱিত্ৰ সুগন্ধিনো ইয়াত ক'ৰ পৰা পাইছোঁ বুলি প্ৰকাণ্ড বেতৰ চকীখনৰ চুকে-কোণে থকা অসংখ্য দেৰাজবোৰ লুৰুকি চালোঁ। শুকান, খহটা গছৰ পাতেৰে এই দেৰাজবোৰ ভৰি আছিল—তাৰ কোনোটো শইচৰ ঘূৰণীয়া আঁটিৰ দৰে, যাঠিৰ দৰে জোঙা, কোনোবাটো কোমল—আকৌ কেতবোৰ ধাতুৰ দৰে কঠিন। আমাৰ নিৰামিষভোজী সাধুৰ সুস্বাস্থ্যৰ আচল টেমাটো, আমাৰ ভলভলীয়া বাট দেখুৱাওঁতা চেণ্ট ক্ৰিষ্টোফাৰে তেওঁৰ প্ৰকাণ্ড হাত দুখনেৰে বনৰীয়া গছ-লতা গোটাই আনি থৈছে। সুগন্ধ ক'ৰ পৰা আহিছে এই সাঁথৰটো ভাঙিব পাৰি, গছ-পাতৰ আমোলমোলোৱা গোন্ধত মোহ গৈ মই শান্তিত টোপনি গলোঁ।

ভালপাৰাইজো-ৰ ঠেক এটা ৰাস্তাত, ডন জইলো এস্কবাৰ-ৰ ঘৰৰ বিপৰীতে মই কেইবা সপ্তাহো বাস কৰিছিলোঁ। আমাৰ ঘৰ দুটাৰ বাহিৰা বাৰান্দা দুখন প্ৰায় লগালগি আছিল। মোৰ চুবুৰীয়াজনে পুৱা দোকমোকালিতে এই বাৰান্দালৈ ওলাই আহি ব্যায়াম কৰিছিল। তেওঁৰ ক্লামিহাড়বোৰ বীণাৰ তাঁৰ বন্ধা কাঠ কেডুখৰিৰ দৰে স্পষ্ট হৈ ফুটি উঠিছিল। দুখীয়া মানুহৰ হলোচোলা বা ফটা ওপৰকোটৰ বাহিৰে তেওঁক কেতিয়াও আইন পোছাক পিন্ধা দেখা নাছিলোঁ। আধা নাবিক, আধা দেৱদূতৰ দৰে এই মানুহজনে সমুদ্ৰ যাত্ৰা, কাষ্টম হাউছ আৰু জাহাজৰ নাবিকৰ কামৰ পৰা বহুত দিনৰ আগতে অৱসৰ ললে। প্ৰতিদিনা তেওঁ ৰবিবাৰৰ পোছাকটো নিজহাতে চাফচিকুণকৈ ৰাখিছিল। ক'লা ফ্লানেলৰ এই পোছাকটো সম্ভ্ৰান্ত মানুহৰ পোছাকৰ দৰে আছিল; তেওঁক মই এইটো পোছাক কেতিয়াও পিন্ধা নেদেখিলোঁ,

অতি যতনেৰে চাফ-চিকুণকৈ তাক আলমাৰিত আদৰৰ সামগ্ৰীবোৰৰ লগত তুলি থোৱা দেখিছিলোঁ।

কিন্তু তেওঁৰ সকলোতকৈ আদৰৰ ধন আৰু আপুৰুগীয়া বস্তুটো আছিল এখন ইটালীয়ান বেহেলা— ষ্ট্ৰাডি ভেৰীয়ান বেহেলা। এই বস্তুটোক তেওঁ খুব যতনেৰে ৰাখিছিল কিন্তু কোনোদিনে ইয়াক নিজে বজোৱা, আৰু অইনক বজাবলৈ দিয়া নেদেখিলোঁ। তেওঁ নিউয়ৰ্কলৈ গৈ বেহেলাখন বেচি দিম বুলি প্ৰায়ে কৈছিল, আৰু বেচি এসোপা টকা পাম বুলি ভাবিছিল। পোছাক ৰখা ভঙা আলমাৰিৰ পৰা ইয়াক উলিয়াই তেওঁ কেতিয়াবা আমাক চুই চাবলৈ দিছিল। আকৌ কেতিয়াবা বেহেলাখন লৈ তেওঁক আমি উত্তৰৰ পিনে যোৱা দেখিছিলোঁ। উভাতৰৰ সময়ত কিন্তু হাতত বেহেলাখন নাছিল, আৰু বয়সত সৰি যোৱা মুখৰ দাঁতবোৰৰ ঠাইত সোণেৰে বন্ধোৱা দাঁত, আৰু আঙুলিত চকমকীয়া আঙঠি পিন্ধি অহা দেখিছিলোঁ।

এদিন ৰাতিপুৱা তেওঁ আৰু ব্যায়াম কৰা বাৰান্দালৈ ঘূৰি নাহিল। আমি তেওঁক পাহাৰৰ ওপৰত থকা কবৰখানাত কবৰ দিলোঁ। ক'লা ফ্লানেলৰ পোছাকটোৱে প্ৰথমবাৰ তেওঁৰ আশ্ৰমবাসীৰ হাত-ভৰি ঢাকিলে। তেওঁক বিদায় দিবৰ সময়ত তেওঁৰ আদৰৰ বেহেলাখনে কান্দিব নোৱাৰিলে- আমি কোনেও বেহেলা বজাব নাজানিছিলোঁ। আলমাৰি খুলি আমি তেওঁৰ বেহেলাখন নাপালোঁ। বোধহয় ই সাগৰলৈ নহলে ডন জইলোৰ সপোন সাৰ্থক কৰিবলৈ নিউয়ৰ্কলৈ উৰি গ'ল।

ভালপাৰাইজো চহৰখন এটা লুকাই থকা সাপৰ দৰে – অঁকোৱাপকোৱা। ইয়াৰ পাহাৰবোৰৰ ওপৰত জলপ্ৰপাতৰ দৰে দাৰিদ্ৰ সিঁচৰতি হৈ আছে। পাহাৰৰ ওপৰৰ অসংখ্য মানুহে কি খায় আৰু কি পিন্ধে ( অথবা প্ৰায় নোখোৱাকৈ আৰু নিপিন্ধাকৈ ) কোনেও নাজানে, প্ৰতি ঘৰৰ আগচোতালত কাপোৰ মেলি দিয়া তাঁৰডাল দেখিলে আৰু দিনে দিনে বাঢ়ি যোৱা শুদা ভৰিৰ সংখ্যা দেখিলে তেওঁলোকৰ প্ৰণয়লীলাৰ প্ৰমাণ পোৱা যায়।

সাগৰৰ ওচৰৰ সমান ঠাইত বাৰান্দা থকা ঘৰবোৰৰ খিড়িকী সদায় বন্ধ –যেন কেতিয়াও কোনো মানুহৰ ভৰিয়ে সেই ঘৰবোৰ গছকা নাই। তাৰ ভিতৰতে এটা ঘৰৰ গৰাকীজনক "আৱিষ্কাৰক" আখ্যা দিয়া হৈছিল। মই এদিন এখেতৰ ঘৰলৈ গৈ দুৱাৰৰ পিতলৰ ঘণ্টাটো জোৰেৰে বজালোঁ—যেন ভিতৰত থকা মানুহে শব্দটো শুনে। বহুত পৰৰ মূৰত দুৱাৰখন

এখানিমান খুলিলে, মই ভিতৰলৈ যাতে সোমাই যাব নোৱাৰোঁ, ঠিক সিমানকণ খুলিলে। পাতল খোজ আৰু বিমোৰত পৰা এখন মুখে মোলৈ চালেহি। ঘৰৰ তেওঁ পুৰণি লিগিৰী, চাবিচকুৱীয়া গৰম চেলেং আৰু এপ্ৰন পিন্ধি, ফুচ্‌ফুচাই কথা কৈ তেওঁ মোক ঘৰলৈ সুমুৱাই নিলে। আৱিষ্কাৰকজনো যথেষ্ট বুঢ়া মানুহ। তেওঁ আৰু লিগিৰীজনীয়ে এই ডাঙৰ ঘৰত খিড়িকী-দুৱাৰ বন্ধ কৰি অকলে থাকে। তেওঁ মূৰ্তি সংগ্ৰহ কৰি ৰাখিছিল, আৰু মই এই সংগ্ৰহ চাবলৈ গৈছিলোঁ। ঘৰৰ বাৰান্দা আৰু কোঠাবোৰ উজ্জ্বল ৰঙা মূৰ্তিৰে ভৰি আছিল; ক্ৰমশঃ লুপ্ত হৈ যোৱা সমুদ্ৰ দেৱতাৰ দেহৰ কোনো এটা অঙ্গ, পলিনেছীয়া দেশৰ শুকান চুলিৰে সজা পৰচুলা, চিতা-বাঘৰ ছালেৰে ঢকা কাঠৰ ঢাল, দেখিলে ভয়লগা দাঁতৰ মালা, সাগৰৰ ফেনে-ফুটুকাৰে ভৰা পানীত সোঁত কাটি কাটি যোৱা বৈঠা। বেৰাত ওলমি আছে ভয়ংকৰ ছুৰি কটাৰী—সেইবোৰ ইমান চোকা যে এন্ধাৰতো ৰূপৰ দৰে চক্‌চক্ কৰিছিল।

মই মন কৰিলোঁ যে কাঠৰ পুৰুষ দেৱতাৰ মূৰ্তিবিলাকক লিঙ্গহীন কৰা হৈছে, মূৰ্তিবোৰৰ পুৰুষাঙ্গ লেংটি মাৰি সাৱধানে ঢাকি থোৱা হৈছে—এই লেংটিৰ কাপোৰখিনি নিশ্চয় সেই লিগিৰীৰ গৰম চেলেং আৰু এপ্ৰনৰ পৰা কাটি লোৱা।

বুঢ়া আৱিষ্কাৰকজনে তেওঁৰ এই সম্পদবোৰৰ মাজত কল্পনা-বিহাৰ কৰিছিল। কোঠাৰ পিচত কোঠাত যতনেৰে সজাই ৰখা বস্তুবোৰৰ বিষয়ে তেওঁ মোক বহুত কথা জনাইছিল। তাৰে কিছুমান মইমতীয়া আৰু বাকী কিছুমান ব্যঙ্গ কৰি কোৱা হৈছিল—যেন পুৰণি দিনৰ গৰ্বিত, বহুতদিন জীয়াই থকা এজন মানুহেহে কথাবোৰ কৈছিল। ছামোৱা দেশৰ কোনোবা মূৰ্তিৰ দৰে তেওঁৰ মুখত ছাগলী দাড়ি আছিল। চিকাৰ কৰোঁতে, হৰিণ আৰু বাঘ খেদোঁতে বাটত ধুলি উৰুৱাই যাওঁতে তেওঁ ব্যৱহাৰ কৰা বন্দুক-বোৰ মোক দেখুৱালে। বীৰত্বৰ এই কাহিনীবোৰো তেওঁ মোক ফুচ্‌ফুচনিৰ দৰেই কৈছিল, যেন সেই বন্ধ খিড়িকীৰ ঘৰটোৰ কোনোবা এঠাইত বেলিৰ পোহৰৰ ক্ষুদ্ৰ এটা ৰশ্মি সোমাইছে, আৰু এখানিমান এটি জীয়া পখিলাই মূৰ্তিবোৰৰ মাজতে উৰি ফুৰিছে।

বিদায় লোৱাৰ আগতে দ্বীপপুঞ্জলৈ যাবলৈ, সোণোৱালী বালিত খোজ কাঢ়ি ফুৰিবলৈ হোৱা মোৰ হেঁপাহৰ কথা তেওঁৰ কাষত উলিয়ালোঁ,

তেতিয়া, চাৰিওপিনে এবাৰ চাই, তেওঁৰ পকা দাড়িৰ মুখখন মোৰ কাণৰ একেবাৰে কাষলৈ আনি কঁপা কঁপা মাতেৰে তেওঁ মোক ফুচুফুচাই কলে, "তেওঁক জানিবলৈ নিদিবা—মইও কিন্তু আকৌ এবাৰ তালৈ যাম বুলি ভাবিছোঁ।"

তেওঁ খন্তেকপৰ তেনেকৈ থিয় হৈ ৰ'ল, এটা আঙুলি ওঁঠৰ ওপৰত, যেন জঙ্গলৰ ভিতৰত কোনোবা বাঘ আহিব যেন লাগিছে - তাৰ মৃদু খোজৰ শব্দ শুনিছে। আৰু তাৰ পিছতে দুৱাৰখন হঠাৎ বন্ধ কৰি দিলে—চব এন্ধাৰ হৈ গ'ল, যেন আফ্ৰিকাৰ এটা নিশা খপকৈ আহিল।

ওচৰচুবুৰীয়াৰ পৰা মই খবৰ ললোঁ—"কোনোবা নতুন ধৰণৰ মানুহ লগ পাবলৈ আছেনে? ভালপাৰাইজো চহৰত ঘূৰিবলৈ যাবলৈ কিবা নতুন আকৰ্ষণ আছেনে?"

তেওঁলোকে উত্তৰ দিলে—"আৰু একো নাইয়েই বুলিব পাৰি। কিন্তু এই ৰাস্তাইদি গ'লে আপুনি ডন বাৰ্টলমিক লগ পাব পাৰে।"

"তেওঁক কেনেকৈ চিনি পাম।"

"ভুল কৰিবৰ উপায় নাই। তেওঁ সদায় সুন্দৰ এখন গাড়ীত উঠি ফুৰাচকা কৰে।"

তাৰ কেইঘণ্টামানৰ পিচত মই এখন ফলৰ দোকানত আপেল কিনি আছিলোঁ। এখন ঘোঁড়াৰ গাড়ি আহি দুৱাৰ মুখত ৰ'লহি। ক'লা পোছাক পিন্ধা এজন ওখ আপচু মানুহ গাড়ীৰ পৰা নামি আহিল। তেওঁৰ কান্ধত এটা সেউজীয়া ভাটৌ বহি আছিল। ভাটৌটোৱে তৎক্ষণাত—কলেনো আহিছে বুজি নোপোৱাকৈ মোৰ কান্ধত বহিলহি।

মই মানুহগৰাকীক সুধিলোঁ, "আপুনিয়ে ডন বাৰ্টলমি নে?"

"হয়, মোৰ নাম ডন বাৰ্টলমি।" তেওঁ কোটৰ তলৰ পৰা দীঘল এখন তৰোৱাল টানি উলিয়াই মোৰ হাতত দিলে, আৰু আপেল-আঙুৰ কিনি খৰাহিত ভৰাবলৈ ধৰিলে। তৰোৱালখন প্ৰাচীন দিনৰ—দীঘল, ধাৰ বেচি, তাৰ হাতলডাল দেখিবলৈ গোলাপ ফুলৰ দৰে, চিকণ ৰূপৰ কাৰুকাজ কৰা।

"মই তেওঁক চিনি নাপালোঁ, তেওঁক আৰু কেতিয়াও দেখা নাপালোঁও। কিন্তু সসন্মানে মই তেওঁক গাড়ীৰ দুৱাৰলৈ আগুৱাই দিলোঁ, তেওঁৰ লগত ফলৰ খৰাহিটো দিলোঁ, আৰু শেহত চৰাইটো আৰু তৰোৱালখন তেওঁৰ হাতত গটাই দিলোঁ।

ভালপাবাইজো-ৰ জগতখন সৰু— ইয়াক অনাহকতে আওহেলা কৰা হৈছে। গুদামঘৰৰ পিচপিনৰ চোতালত পেলাই থোৱা পাচি-খৰাহিৰ দৰে ইয়াক কোনেও নিবিচাৰে - ক'ৰ পৰা আহিল, কোনেই বা নিব নাজানে। বোধহয় এই গোপন ৰাজ্যত ভালপাৱাইজো-ৰ আত্মাত চিৰদিনৰ বাবে যেন এটা ঢৌ, ধুমুহা-বতাহ, নিমখ, কঁপি উঠা, গুণগুণাই গান গোৱা হেৰাই যোৱা শক্তি সাঁচি থোৱা আছে। প্ৰতিজন মানুহৰ বুকুতে এখন সমুদ্ৰ বন্দী হৈ আছে— মানুহক কথাৰে বুজাব নোৱাৰা এটা শব্দ, এটা অকলশৰীয়া গতিৰ প্ৰকৃতি, যি পিছত গৈ সপোনৰ ফেন-ফুটুকা আৰু ময়দাত পৰিণত হৈছে।

বন্দৰৰ কাষৰ মানুহৰ জীৱন দেখিলে হিয়া ভাঙি যায়। সেই জীৱনৰ এটা অচ্ছেদ্য অংশ হ'ল মই লগ পোৱা চেৰাখলিয়া সেই মানুহবোৰ। পাহাৰৰ ওপৰত হৰিষ আৰু বিষাদত মিহলি হৈ থকা দৰিদ্ৰতাৰ ৰাজত্ব দেখি মই অবাক হৈ গলোঁ। ঢেঁকীকল, মাল তোলা-উঠা কৰা পকী ঘাটটো, পাৰত কামত লাগি থকা মানুহবোৰৰ মুখত সুখৰ মুখাৰ মাজে মাজে অহাযোৱা। আকৌ যি সকলে কেতিয়াও পাহাৰৰ ওপৰলৈ উঠিবই নোৱাৰিলে—অথবা ভৈয়ামতো কোনো কাম নাপালে ; নিজৰ বুকুত গুপুতে সাঁচি থলে।

এইবোৰকে লিবিকিবিদাৰি চাই তেওঁলোকে জীৱন কটাই দিলে—এনেকৈয়ে এদিন বিস্মৃতিৰ কুঁৱলীয়ে তেওঁলোকক ঢাকি পেলালে।

ভালপাৰাইজো-ই কেতিয়াবা আহত তিমিমাছৰ দৰে ধৰফৰায়। বতাহত ভেঙুৰাভেঙুৰী কৰে, জীয়াতু যাতনাত কান্দে, মৰে আৰু আকৌ জীৱন ঘুৰাই পায়।

চহৰৰ প্ৰতিজন অধিবাসীৰ মনত কোনোবা এটা ভূঁইকঁপৰ স্মৃতি আছেই। চহৰৰ অন্তৰ জীৱনত লিপিত লাগি থকা তেওঁ এটা ভয়ৰ সঁফুৰা। জন্মৰ আগৰ পৰাই তেওঁ বীৰ। বন্দৰৰ ৰুবজ্ঞীৰ চিনজনা দিনবোৰৰ পৰা কেৱল পৰাজয়, বসুমতী আইৰ কঁপনি আৰু গুৰগুৰ শব্দ ; যেন সমুদ্ৰৰ তলত, মাটিৰ বুকুত, লুপ্ত কবৰৰ মুখৰ পৰা মৃত্যুৰ ঘণ্টা বজাইছে - জাননী দিছে যে অসীম গহ্বৰৰ পৰা ওপৰৰ মাটিলৈ—সকলোৰে শেষ সময় আহিছে।

কেতিয়াবা কেতিয়াবা ঘৰৰ দেৱাল আৰু ছাদ হুৰমুৰকৈ ভাঙি পৰি, জুইৰ শিখা আৰু ধূলিত পৰিণত হয়। চিঞৰ আৰু নীৰৱতাত পৰিণত হয়— একেবাৰে শেহত মৃত্যু আহি সকলোকে নীৰৱ কৰি দিয়ে, তেতিয়া সমুদ্ৰৰ বুকুৰ পৰা শেষ প্ৰলয়ৰ ছয়ামৰা পৰ্বত সমান ঢৌ আহি পৰে। ওখ ওখ গাছ

সেউজীয়া বগুত ভয়ংকৰ হাতৰ দৰে এই বিৰাট ঢৌবোৰে যেন প্ৰতিশোধৰ স্পৃহাত হাতৰ কাষতে যিহকে পায়, তাকে ধাঁহিমুহি উটুৱাই লৈ যায়।

এই প্ৰলয়কাণ্ড কেতিয়াবা আৰম্ভ হয় মৃদু এটা কঁপনিৰে, মানুহে তেতিয়া টোপনিৰ পৰা সাৰ পায়। চেগা-চেৰেকাকৈ টোপনি গৈ যেন মানুহৰ আত্মাই পৃথিৱীৰ একেবাৰে বুকুৰ মাজলৈ দকৈ শিয়া পুতি দিছে। এই কথাকেই জানিবলৈ মানুহৰ আত্মা চিৰদিন ব্যাকুল, এতিয়া কথাটো সকলোৱে জানে। আৰু তাৰ পিছত যেতিয়া পৃথিৱী কঁপি উঠে, ক'লৈকো দৌৰি গৈ সাৰিব নোৱাৰি, কিয়নো তেতিয়া দেৱতাসকলো পলাইছে—ওখ শিখৰৰ গিৰ্জাবোৰো ভাঙি চুৰমাৰ হৈছে।

খঙাল এটা ষাড়গৰুৰ আগৰ পৰা দৌৰি পলাবৰ সময়ত, মানুহে পানীত ডুবিবৰ আগত, ছুৰি কটাৰীৰ খোচ খাবৰ সময়ত মানুহে যেনে ভয় খায়, এই ভয় তেনেকুৱা নহয় এইটো হল জগৎ নিবন্ধনৰ ভয়, তৎক্ষণাত অহা বিপদ, আই বসুমতীৰ তললৈ বহি ভাঙি টুকুৰাটুকুৰি হোৱাৰ বিপদ। ইয়াৰ মাজতে পৃথিৱীয়ে এটা শব্দহীন হুংকাৰ মাৰে। এনে এটা মাত পৃথিৱীৰ থাকিব পাৰে বুলি কোনেও জনা নাছিল।

মাটিত পৰি ধূলি হৈ যোৱা ঘৰৰ অংশবোৰ লাহে লাহে থিতাপি হৈ বহিছে। আমাৰ মৃত আপোন মানুহবোৰক লৈ, চাৰিওফালে আগুৰি থকা মৃতসবলক লৈ আমি তেতিয়া একেবাৰে অকলশৰীয়া—কেনেকৈ যে নিজে বাচি ললোঁ, তাক আমি নাজানো।

ঘৰৰ চিড়িবোৰ তলৰ পৰা, আকৌ ওপৰৰ পৰা, অঁকাই পকাই, বগুৱা বাই আৰম্ভ হয়। চুলিৰ বেণীৰ দৰে সিহঁত সৰু হৈ যায়; তাৰ পিছত অলপ বিশ্ৰাম, আকৌ পোনাই ওপৰলৈ উঠি যায়। উঠোঁতে মূৰ আচম্ৰাই কৰে। হঠাৎ তললৈ জঁপিয়াই যাব লাগে—নহলে তোমাক টানি লৈ যায় আন পিনে ঘূৰি যায়—এই চিড়িবোৰ আৰু শেহ নহয়!

কিমান চিড়ি? এটা চিড়িত কিমান খট্‌খটী? খট্‌খটীবোৰ পাৰ হবলৈ কিমান খোজ লাগে? কিমান শতাব্দী ধৰি মানুহে ভৰিৰ খোজ দি এই চিড়িবোৰৰ তললৈ নামিছে—আকৌ কিতাপ এখন, বিলাহী বেঙেনা, মাছ, মদৰ বটল, পাউৰুটী লৈ উভটি গৈছে। কিমান হেজাৰ বিজাৰ ঘণ্টাই খট্‌খটী-বোৰক ঘঁহি ক্ষয় কৰিছে, সেই খট্‌খটীবোৰেই নৰ্দমাৰ নিচিনাকৈ বৰষুণৰ পানী বৈ যোৱাত সহায় কৰিছে; খেলিছে—হাঁহিছে! এই চিড়িবোৰেই!

ভালপাৰাইজো-ৰ নিচিনাকৈ অইন কোনো চহৰে চিৰিবোৰ এনেকৈ নষ্ট কৰা নাই, ফুলৰ পাহিৰ দৰে থহাই পেলোৱা ঝৰঙ্গীত দেখা পোৱা নাই, নিজৰ মুখলৈ দলিওৱা নাই, কুলাৰে বতাহত জাৰি পেলোৱা নাই অথবা আকৌ বুটলি গোট খুউৱা নাই। কোনো চহৰৰ মুখত এনে ওখোৰা-মোখোৰা দাগ নাই, যেন জীৱনৰ খলাবমাত ইহঁতেও আকাশলৈ উঠিছে, নহলে পৃথিৱীলৈ নামিছে।

চিৰিবোৰৰ কোনোটোৰ মাজলৈ উঠিলে কেতিয়াবা হয়তো ঘন বেগুনীয়া ফুলেৰে কাৰ্শলা বন গজি থকা দেখা যায়। কোনোটো চিৰি বগাই গৈ হয়তো এছিয়াৰ সমুদ্ৰৰ পৰা ঘুৰি অহা কোনোবা নাবিক এজনে ঘৰত নতুন এখনি হাঁহি মুখ দেখিলে—অথবা ঘৰটো একেবাৰে ভয় লগাকৈ নীৰৱ দেখিলে। কোনোবা চিৰিত থৰকুবৰকুকৈ খোজ দিয়া কোনোবা মদপীয়ে হয়তো আকাশত ক'লা ধুমকেতুৰ দৰে তললৈ জাপ মাৰিলে। কোনোবাটো চিৰিত আকৌ সূৰ্য্যৰ কিৰণ পৰাত পাহাৰৰ মুখলৈকে মণিব পাৰিব।

ভালপাৰাইজো-ৰ সকলোবোৰ চিৰি আমি এবাৰ উঠানমা কৰিলে, গোটেই পৃথিৱীখন এপাক মাৰি অহাৰ সমান হব।

ভালপাৰাইজো! মোৰ বিষাদ নগৰী! দক্ষিণ প্ৰশান্ত মহাসাগৰৰ নিৰ্জনতাত কি নহৈছিল? বাট হেৰুৱা বাটৰুৱাই ভৰা বা জোনাকীৰ তিৰবিৰণিত দুৰ্ঘটনাৰ হাত সাৰিব পাৰিছিল নে?

ভালপাৰাইজো-ৰ ৰাতিবোৰ! আমাৰ এই গ্ৰহটোৰ এধানিমানি ঠাই, বিশাল বিশ্বব্ৰহ্মাণ্ডৰ এটি পোহৰৰ কণা মাত্ৰ! জোনাকী জ্বলি উঠি ৰাতিবোৰ সোণোৱালী ঘোঁৰাব মুৰৰ দৰে ভালপাৰাইজোক পৃথিৱীত চিনাকি কৰি দিছিল।

আৰু তাৰ পিছতে তাৰ পিছতে ভয়ংকৰ ঘটনাবোৰ ঘটিবলৈ ধৰে। পৰিত্যক্ত এটা ৰাতিয়ে দূৰ-সুদূৰলৈকে এনেবোৰ প্ৰকাণ্ড গ্ৰহ-তৰাৰে আকাশ ভৰালে যে পোহৰ পৰি চাৰিওদিশ আলোকিত হ'ল—বহুত ওখত আলডি-বাৰানে কঁপিবলৈ ধৰিলে। কোঁছিওপিয়াই সবগৰ দুৱাৰত তাইৰ গধূলিৰ পোছাকটো মেলি ধৰিলে। দক্ষিণা ক্ৰছৰ শব্দহীন ৰথখনে নীহাৰিকাৰ আলোক-মালাৰ ওপৰেদি বাগৰি গ'ল।

আৰু তেতিয়াই, চুলি-দাড়িৰে ভৰা ছেগিটেৰীয়াছ-এ কিবা এটা বস্তু তললৈ পেলাই দিলে, নিজৰ গুপ্ত শিঙৰ পৰা এটুকুৰা হীৰা—বা

বহুত ওখ আকাশৰ পৰা নিজৰ গাৰ ছালখনত লাগি থকা এটা চেৰেপাও হব পাৰে।

জন্মৰ পৰাই ভালপা বাইজো শোহৰত উজ্জ্বল, গুণগুণাই গান গোৱা, ফেনে-ফুটুকাৰে ভৰা বচকী তিৰোতা এগৰাকীৰ দৰে।

ইয়াৰ ঠেক বাটে-পথে ৰাতি হলে ক'লা জলকুঁৱৰীয়ে উমলিছিল। এন্ধাৰত দুৱাৰবোৰ নিজে নিজে খুলি নিজে বন্ধ হৈছিল, হাতত ধৰি তোমাক ঘৰৰ ভিতৰলৈ সুমুৱাই নিছিল ; দক্ষিণ অঞ্চলত নাৱিকসকলে শয্যাসঙ্গিনীৰ লগত এনেকৈ বাট হেৰুৱাইছিল। বীয়াব খোৱা দোকানত পলিয়েণ্টা, ট্ৰিয়েটঙ্গা, কাৰমেলা ক্ল'ৰ ডি ডিয়ছ, মাণ্টিকুলা, বেৰেনিছ, বোঁব চুইট আদি ৰচকীহঁতে হেঁচাঠেলা লগাইছিল ; মদ খাই মতলীয়া হৈ পৰা নাবিকবোৰক আদৰ-অভ্যৰ্থনা কৰিছিল ; ইজনীয়ে সিজনীক কামত সহায় কৰিছিল। এজনী ভাগৰি পৰিলে তেতিয়াই অইন এজনী আহি আমাৰ দেশ চিলিৰ বিষণ্ন বৰষুণত আলাং আঠাংকৈ নাচ আৰম্ভ কৰিছিল।

তিমি-চিকাৰী নাওবোৰে সমুদ্ৰ ৰাক্ষস মগৰবোৰ মাৰিবলৈ বন্দৰৰ পৰা যাত্ৰা কৰিছিল। অইন কিছুমান জাহাজ গৈছিল কেলিফৰ্নিয়াত সোণ বিচাৰি। শেহত যোৱা জাহাজবোৰে সাতসমুদ্ৰ পাৰ হৈ চিলিৰ মৰুভূমিৰ সোৰা লৈ দেশ-বিদেশ পাইছিল গৈ। পৃথিৱীৰ ভিতৰতে চিলিৰ এই মৰু-ভূমি সকলোতকৈ শুকান—যেন ইয়াৰে এটা অংশ—এটা মূৰ্তি ভাঙ্গি অন্তহীন ধূলিকণাত পৰিণত কৰিছে আৰু সোৰাৰ জন্ম দিছে।

এই কামবোৰত খুব সাহসৰ দৰ্কাৰ হৈছিল।

ৰাতিৰ জগতত ভালপাৰাইজো ই তিৰ্বিৰ্ কৰিছিল। এই জগতৰ পিনে, আৰু এই জগতৰ পৰা জাহাজে সাগৰৰ ঢৌ আহি ওফন্দি পৰিছিল—পাব চৰাইৰ দৰে উদ্ভব আকৃতিৰ জাহাজ, সুগন্ধিৰে ভৰা জাহাজ, কেপ হৰ্ণত বহুতদিন আটক হৈ পৰি থকা, ৰছদ শেহ হৈ ভোকত কলমলোৱা যুদ্ধ জাহাজ বহুত সময়ত জাহাজ আহি বন্দৰ পোৱা মাত্ৰকে মানুহে নামি গৈ ঘাঁহৰ ওপৰত দীঘল দি লাং খ ই পৰিছিল। ভয়ংকৰ, অকল্পনীয় দিনবোৰত যেন মহাসমুদ্ৰই বাৰে বাৰে সুদূৰ পেটাগনিয়া প্ৰণালীত দুৱাৰ মুকলি কৰি দিছিল। ভালপাৰাইজো-ই সেই সময়ত নাৱিকবোৰক ভাল দৰ্মহা দিব পাৰিছিল - ইয়াৰ নাৱিকবোৰে ভালপাইৰাজো-ক ভাল পাইছিল, আকৌ ভেওঁলোকেই ইয়াৰ মুখত থুই পেলাইছিল।

হয়তো বা কোনো এখন জাহাজে এটা প্ৰকাণ্ড পিয়ানো লৈ আহিছিল। ফ্লোৰা ট্ৰিণ্টান, গৰ্গাৰ "পেৰ্ৰ বৃঢ়ী আই" সকলোৱে উপভোগ কৰিছিল। আকৌ এদিনাখন ওৰেগাৰ নামৰ জাহাজত "ৰবিন্সন ক্ৰুছো'ৰ মূল পাণ্ডুলিপি-খন পোৱা গ'ল. কোনোবাই অলপতে জুৰান ফ্ৰাণ্ডেজ দ্বীপপুঞ্জত ইয়াক পালে .. আৰু কিছুমান জাহাজত আনাৰছ, কফি ; সুমাত্ৰা দ্বীপৰ জালুক ; গুৱাইকুইলো-ৰ ফল ; অসম দেশৰ সুগন্ধি যূথিফুল, স্পেনৰ পৰা গুৱামৰি · দূৰৰ মোহনাটো ঘোঁৰা-মানুহৰ খুৰৰ দৰে মামৰে ধৰা · মাজে মাজে এটা সুগন্ধই ঠাইডোখৰ আমোল মোলায়—কোনোবা বাস্তাত ইলাচিৰ গোন্ধ, অইন এঠাইত মন মতলীয়া কৰা আতলছৰ সুগন্ধ—এই গোন্ধবোৰে যেন বগা কাঁড় এডালৰ দৰে বুকুখন বিন্ধি থকা সৰকা কৰি পেলায়। চাৰিওপিনৰ পৰা ফেৰপাতি অহা চিলিৰ সমুদ্ৰৰ ঘাঁহ-বনে যেন তোমাৰ লগত ফেৰ পাতিবলৈ আহিছে।

আৰু তেতিয়াই ভালপাৰাইজো জ্বলি উঠিব, আৰু ঘন সোণোৱালী বৰণ লব। লাহে লাহে ই এজোপা সুমথিৰা গছ হৈ সাগৰৰ পাৰত থিয় দিব, যেন ফল-ফুল পাতেৰে ভৰা এই গছডালে শীতল ছাঁ দিব।

ভালপাৰাইজো-ৰ পাহাৰবোৰে কেতিয়াবা সিঁহতৰ অধিবাসীবোৰক গৃহহীন কৰিবলৈ থিৰাং কৰিলে, ঘৰবোৰ ঠিক মূধলৈ দাঙি নিব খুজিলে, বোকাৰে ৰঙা হৈ থকা পৰ্বতৰ টিঙৰ পৰা সিহঁতক ওলোমাই ৰাখিব খুজিলে—এই টিংবোৰ আকৌ হালধীয়া, দেখিবলৈ ঠিক সোণৰ কৰবী ফুলৰ দৰে, কিন্তু গছ-গছনিবোৰ বনৰীয়া সেউজীয়া ৰঙৰ। আকৌ ঘৰবোৰে আৰু তাত থকা মানুহবোৰে ওখ টিঙতে ওলমি থাকিব খুজিলে। যন্ত্ৰণাত কেকুৰি গৈ, ভিতৰত গাঁত খান্দি সোমাই গৈ, চিন্তাত হাবাথুৰি খাই, তেওঁলোকে প্ৰতিটো টিঙত থাকি যাবলৈ মন কৰি দাঁত-মুখ চেপি ওলমি বৈ গ'ল। ইয়াৰ বন্দৰটোত সদায় সমুদ্ৰ আৰু প্ৰকৃতিৰ মাজত সাপ-নেউলৰ যুদ্ধ লাগি আছে। সমুদ্ৰ ৎহটা ওখ পাৰবোৰ মানুহৰ অধীন নহয়, কিন্তু অকণঅকণকৈ মানুহেই যুদ্ধত জিকিছে। পাহাৰবোৰে আৰু সীমাহীন সাগৰে চহৰখনত এটা বিশেষ সৌন্দৰ্য দান কৰিছে—ইয়াক সমান্ কৰিছে—সৈন্যৰ ছাউনিৰ দৰে নহয়, কিন্তু বসন্তকালৰ বিনন্দীয়া শোভা—ৰং-বৰণ আৰু সমাৰোহ আনি চহৰখন সজাই ৰাখিছে। ঘৰবোৰ প্ৰতিটোৱেই এটা এটা ৰঙৰ খনি হৈ পৰিছে ; গেৰুৱা আৰু হালধীয়া, তেজৰঙা আৰু তুঁতৰ দৰে নীলা,

সেউজীয়া আৰু বেঙুনীয়া—নানা বৰণ মিলি গৈছে। ভালপাৰাইজো-ত বন্দৰৰ কামকাজ ভালেই চলে—ই যেন পালতোলা ডুবন্ত এখন জাহাজ—কিন্তু এতিয়াও সজীৱ জাহাজবোৰে নিছান তুলি লানি লাগি ইয়াৰ পৰা প্ৰশান্ত মহাসাগৰত ঢৌ তুলি যায়। নিছানবোৰে বতাহত লট্‌পট্‌ কৰে। বতাহেও যেন এনে এখন চহৰকে বাৰে বাৰে বিচাৰি আহে।

মই এই সুগন্ধি, আহত পাহাৰবোৰৰ মাজত থাকি আহিছোঁ। পাহাৰবোৰবো যেন আদি অন্ত নাই, অসংখ্য জুপুৰী ঘৰে মানুহৰ মনত কৰুণাৰ উদ্ৰেক কৰে। পাহাৰৰ টিংবোৰ ওখ, সাপৰ দৰে অকোৰা-পকোৰা বা শিঙৰে সজা পেপাৰ দৰে বেঁকা গাঠিটোৰ দৰে। এই অকোৰা-পকোৰা বাটৰ মাজত হয়তো এখন কমলা ৰঙৰ দোলনা; কোনোবা এজন পাদুৰী চাহাবে হয়তো তললৈ নামি আহিছে, শুদা ভৰিৰ এজনী ছোৱালীয়ে তৰমুজ এটা খোৰোং কৰি খাই তাতে মুখখন সুমুৱাই আহি আছে। এদল নাবিকে লগত বান্ধৱী লৈ পাৰ হৈ গৈছে। মামৰে ধৰা টিনৰ ছালৰ ঘৰ এখনত দোকান পতা হৈছে। নিচেই সৰু এটা ছাৰ্কাছৰ দল তেওঁলোকৰ তাম্বুটো ইমান সৰু যে জন্তুবোৰক শিকোৱা মাষ্টৰজনৰ গোঁফজোৰহে তাত ধৰিব। আকাশ চুব পৰা এডাল ওখ জখলা। এখন লিফ্‌ট্‌ তাত মুখলৈকে ভৰোৱা পিঁয়াজৰ বোজা লৈ ওপৰলৈ উঠিছে; সাতটা গাধ, সিহঁতে ওপৰলৈ পানী তুলি নিছে। ক'ৰবাত জুই নুমাই ঘূৰি অহা এখন দমকলৰ গাড়ী। দোকানৰ খিড়িকী এখনেদি বটলত থৰে থৰে সজাই থোৱা জীৱন-মৰণৰ দৰৱ।

এই পাহাৰবোৰৰ সকলোৰে অৰ্থপূৰ্ণ নাম একোটাকৈ আছে। পাহাৰ পাৰ হৈ যাব খুজিলে যেন বাটেই শেহ নহয়—পৃথিৱী বা শব্দৰ জগতত ইয়াৰ শেহ নাই। বাংঢালি পাহাৰ, পখিলা পাহাৰ, পলানকো-ৰ পাহাৰ, হাছপতাল এখন; সৰু টেবুল—এটা কোণ, সমুদ্ৰ সিংহ, জাহাজ বন্ধা ৰছি, কুমাৰৰ পাহাৰ, চেপাবো-ৰ পাহাৰ, ঢেকীয়া বন, বায়ুকল, কাঠবাদামৰ জোপেহা, পেকুইনছ চাৰকানেছ, আছিভিডোছ আদি পাহাৰ, খেৰৰ দম, জেলখানা, শিয়াল পাহাৰ, ডোনা এলভিৰাৰ পাহাৰ, চেণ্ট ষ্টিফেনৰ পাহাৰ, এষ্টৰ্গা পাহাৰ, মণিমৰকত, আখৰোট গছ, ৰডৰিগেজ পাহাৰ, হিলৈ-বাৰুদ, গোৱালা, নিষ্কলঙ্ক চিন্তা-ভাৱনা, কবৰখানা, কাইট বন, পাতাবাহাৰ গছ আকৌ ইংৰাজবোৰৰ হাছপতাল, তালগছ, ৰাণী ভিক্টোৰীয়াৰ পাহাৰ, কাৰাভেল্লোৰ পাহাৰ, স্বৰ্গীয় চেণ্ট জন, পকোৰ-ৰ পাহাৰ, ছাগলী, বিস্কোৰি পাহাৰ, ডন ইলিয়াছৰ

পাহাৰ, কোটগোলা, কুঁহিয়াৰ খেতি, চকুৰ চাৱনি, পাৰাছিয়া আৰু কুইনছ পাহাৰ, ষাঁড়গৰু, ফুল।

মইতো ইমানবোৰ ঠাইলৈ যাব নোৱাৰোঁ। ভালপাবাইজোলৈ যাবলৈ হলে এটা নতুন সমুদ্ৰ ৰাক্ষস লাগিব, আৰু তাৰ আঠখন ঠেং থাকিলেহে এই ঠাইবোৰ চোৱা শেহ হব। মই মাত্ৰ ইয়াৰ আহল বহল হিচাপ—মানুহে জনা হিচাপটোহে দিলোঁ। ইয়াৰ সোঁহাতে থকা ৰঙবিৰঙৰ সৌন্দৰ্য্য বা বাওঁহাতে থকা সেউজীয়া গছপাত, ওখ সাগৰৰ পাৰ বা দ'লৈ নামি যোৱা গাঁতবোৰৰ বৰ্ণনা নিদিলোঁ।

ইয়াৰ ঘণ্টা-ধ্বনি, ঢৌৰ লেখিয়া ওখ-চাপৰ গঢ়ন আৰু নামবোৰৰহে আভাস মই দিলোঁ।

তাৰ উপৰি, এই নামবোৰৰ মাজেদি, কাৰণ সিহঁতেই শিৰা-উপশিৰা, সিহঁতেই বতাহ আৰু তেল, বুৰঞ্জী আৰু গীতিকাব্য, ৰঙা তেজৰ সোঁত সিহঁতৰ মাজেদি বৈ গৈছে।

## খালত পৰা চিলিৰ ৰাষ্ট্ৰদূত

স্কুলত এটা সাহিত্য বিষয়ক বঁটা, নতুনকৈ প্ৰকাশ হোৱা মোৰ কেইখনমান কিতাপৰ জনপ্ৰিয়তা, আৰু মই পিন্ধিবলৈ লোৱা বিখ্যাত কে'প চোলাই শিল্পী মহলৰ বাহিৰতো মোক অলপ জনাজাত কৰিছিল। কিন্তু কুৰিৰ দশকত আমাৰ দেশৰ সাংস্কৃতিক জীৱন পুৰাকৈ য়ুৰোপৰ ওপৰত নিৰ্ভৰশীল আছিল—কদাচিৎ দুই এজনহে ইয়াৰ ব্যতিক্ৰম আছিল। আমাৰ প্ৰতিখন সাধাৰণতন্ত্ৰী দেশত এজনকৈ বিশ্বনাগৰিক যশস্বী মানুহে কামবন কৰি গৈছিল। লেখকসকল আছিল শাসকশ্ৰেণীৰ মানুহ, তেওঁলোক সকলোৱে পেৰিছত বাস কৰিছিল। আমাৰ দেশৰ শ্ৰেষ্ঠ কবি ভিচেণ্ট হুইডোব্ৰো-ই কেৱল যে ফৰাচী ভাষাত লিখিছিল সি নহয়, তেওঁ নিজৰ নামটোও সলাই ভিচেণ্টৰ ঠাইত ভিনচেণ্ট কৰি লৈছিল।

বাস্তৱিকতে কবলৈ গ'লে, মোৰ কুমলীয়া বয়সত অলপ-অচৰপ নাম হওঁতেই মানুহে মোক বাটে-পথে সুধিবলৈ ধৰিলে,- "তুমিনো ইয়াত কি কৰিছা? তুমি পেৰিছলৈহে যাব লাগে!"

মোৰ হৈ এজন বন্ধুৱে বিদেশমন্ত্ৰকৰ এজন ৰৰমূৰীয়াক ধৰিলে। তেওঁ

খবৰ আনিলে যে বৰমুৰীয়াজন মোৰ কবিতাৰ পাঠক আছিল, আৰু মই তৎক্ষণাত তেওঁক লগ ধৰিব লাগে।

"মই তোমাৰ আকাঙ্ক্ষা কি জানো। সেই হাতৰালা আৰামী চকীখনত বহা। তাৰ পৰা তুমি চাৰিচুকীয়া পাৰ্কখনৰ কেউঁপিনে ভালকৈ দেখিবলৈ পাবা, তাত বহিলে মেলাখনো দেখিবলৈ পাবা। কিমান মটৰ গাড়ী দেখিছা! —সকলোৰে ফুটনি। তুমি এজন ভাগ্যৱান ডেকা কবি। সেই কাৰেংঘৰটো দেখিছানে? এসময়ত ই আমাৰ পৰিয়ালৰ আছিল। আৰু এতিয়া মই ইয়াত এটা এন্ধাৰ চুকত আমোলাতন্ত্ৰৰ গভীৰ কুঁৱাত ডিঙিলৈকে ডুবি আছোঁ। আচলতে আত্মিক জগতটোহে সাৰ বস্তু। তুমি চাইকোভস্কি পছন্দ কৰানে?"

এঘণ্টামান শিল্পকলাৰ বিষয়ে দীঘল আলোচনা কৰি তেওঁ মোক কৰমৰ্দন কৰি বিদায় দিলে। মোৰ কামৰ বিষয়ে কোনো চিন্তাৰ কাৰণ নাই বুলি তেওঁ কলে। তেওঁ হ'ল ৰাজ দূতাবাসৰ মুখিয়াল। "তুমি এতিয়াই কোনোবা এঠাইত কাম পাইছা বুলি ধৰি লবই পাৰা।"

দুবছৰ ধৰি মই মাজে মাজে সেই কূটনৈতিক বিভাগৰ মুখিয়ালজনৰ অফিছত খবৰ কৰিবলৈ গৈছিলোঁ। প্ৰতিবাৰেই তেওঁ আগৰ বাৰতকৈ বেছি বেছি বিনয়ী আছিল। মোক দেখা মাত্ৰকে তেওঁ গোমোৰামুৱা হৈ এজন চেক্ৰেটেৰীক মাতি আনি ভুৰু কোঁচাই কৈছিল, "এতিয়া মই আৰু কাৰো লগত দেখা নকৰোঁ। প্ৰতিদিনৰ গদ্যময় জীৱনৰ কথা মই পাহৰি যাব খোজোঁ। এই চাকৰিতে আত্মিক আলোচনা কৰিবলৈ মই মাত্ৰ এই কবিকহে পালোঁ। আশাকৰোঁ তেওঁ আমাক এৰি থৈ নাযায়।"

মই ঠিক জানো যে তেওঁ এই কথা আন্তৰিকভাৱেই কৈছিল। কিন্তু তাৰ পিছত অলপো বিৰতি নিদিয়াকৈ কুকুৰৰ বিষয়ে আলোচনা কৰি গৈছিল। "যিবোৰ মানুহে কুকুৰ ভাল নাপায় সেইবোৰে শিশুকো ভাল নাপায়।" আৰু তাৰ পিছতে ইংৰাজী উপন্যাসৰ আলোচনা কৰিছিল। তাৰ পিছতে জঁপিয়াই নৃতত্ত্ব আৰু ধৰ্মতত্ত্বলৈ গৈছিল। আৰু শেহত ডাঙৰীয়াসকলৰ বংশ-তালিকাৰ বৰ্ণনা দিছিল, তেওঁলোকৰ ঘৰৰ লিগিৰা ল'ৰাৰ ছিচাপ দিছিল। মই বিদায় লবৰ সময়ত আমাৰ দুজনৰ মাজত হোৱা খুব গুপুত কথাহে যেন আকৌ উনুকিয়াইছিল, বিদেশত মোৰ চাকৰিটো একেবাৰে পকা বুলি তেওঁ কথা দিছে। যদিও তেতিয়া মোৰ খাবলৈকে টকা-পইচাৰ নাটনি আছিল,

গধ্‌লি বেলিকা তেওঁৰ ঘৰৰ পৰা ওলাবৰ সময়ত মই নিজকে এজন কূটনীতিক বিষয়া ভাবি গপচত ওলাই গৈছিলোঁ। বন্ধু-বান্ধৱে মই কি কৰি আছোঁ বুলি সুধিলে মই একে গপচতে কৈছিলোঁ, "য়ুৰোপলৈ যাবলৈ মই যো-যা কৰি আছোঁ।"

বন্ধু বিয়াঙ্গিস-ক লগ নোপোৱালৈকে দিনবোৰ এনেকৈয়ে গৈছিল। চিলিত বিয়াঙ্গিস পৰিয়াল ডাঙৰ বংশৰ। চিত্ৰশিল্পী, জনপ্ৰিয় সঙ্গীতজ্ঞ, আইনজ্ঞ, লেখক, আবিষ্কাৰক আৰু এণ্ডিজ পৰ্বত আৰোহণকাৰীসকলৰ এই পৰিয়ালত অস্থিৰতা আৰু বুদ্ধিমত্তাৰ ছাপ আছিল। মোৰ এই বন্ধুজনো এজন ৰাষ্ট্ৰদূত আছিল। বিদেশমন্ত্ৰকৰ বাহিৰ-ভিতৰ তেওঁ ভালকৈ জানিছিল। তেওঁ মোক সুধিলে, "তোমাৰ চাকৰিৰ এতিয়াও একো হোৱা নাই নেকি? এতিয়া যি কোনো সময়তে খবৰ আহিব পাৰে। বিদেশমন্ত্ৰকৰ এজন ওখ বিষয়া—তেওঁ শিল্পকলাৰ এজন পৃষ্ঠপোষকো—তেওঁৱে মোক কথা দিছে।"

দাঁত নিকটাই হাঁহি তেওঁ কলে, "বলা, আমি গৈ মন্ত্ৰীজনৰ সৈতে দেখা কৰোঁগৈ।"

মোক বাঁউসীত ধৰি মাৰ্বলৰ চিড়িৰ খটখটীবোৰত উঠি গ'ল। আৰ্দালী আৰু কৰ্মচাৰীসকলে আমাক বাট এৰি দিলে। মোৰ মুখৰ মাত হৰিল। এই প্ৰথমবাৰ বিদেশী মন্ত্ৰীৰ লগত মোৰ দেখা হব। গৈ দেখিলোঁ তেখেত একেবাৰে চুটি-চাপৰ মানুহ। তেখেতে জাপ মাৰি উঠি ডেস্কত বহি ললে। মোৰ বন্ধুৱে তেওঁক বুজাই কলে যে মই চিলি এৰি বিদেশত কাম-বন কৰিব খোজোঁ। মন্ত্ৰীৰ কাষত বহুত ঘণ্টা আছিল। তেখেতে তাৰে এটা বজালে। মোৰ মনৰ বেমেজালি বঢ়াবলৈ সেই আত্মিক বিষয়ত বক্ষকজন আহি উপস্থিত হ'লহি। মন্ত্ৰীয়ে তেওঁক সুধিলে, "কি কি কাম খালী আছে?"

সেই নিখুঁত সাজপাৰ পিন্ধা বিষয়াজনে এইবাৰ আৰু চাইকোভ্‌স্কিৰ কথা উলিয়াব নোৱাৰিলে। তেওঁ পৃথিৱীৰ বহুত দেশৰ নাম কৈ গ'ল। মই মাত্ৰ এটা নামহে ধাৰব পাৰিলোঁ, কাৰণ এই নামটো মই আগতে কেতিয়াও শুনা নাই—ৰেঙ্গুন।

মন্ত্ৰীজনে মোক সুধিলে, "পাৰলো, তুমি কলৈ যাব খোজা?"

অলপো কেৰোঘেহো নকৰাকৈ মই কলোঁ, "ৰেঙ্গুনলৈ।"

মন্ত্ৰীয়ে মুখিয়ালজনক আদেশ দিলে, "তেওঁৰ চাকৰি হ'ল বুলি এতিয়াই নিয়োগপত্ৰ এখন দিয়ক।"

মানুহজনে আস্তেৰেস্তে ওলাই গৈ চৰ্কাৰী আদেশৰ চিঠি লৈ আহিল।

মন্ত্ৰীৰ অফিছ ঘৰত এটা গোলক আছিল। বন্ধু বিয়াঙ্কিস আৰু মই দুয়ো সেই অজানা চহৰ ৰেঙুন ক'ত আছে চালোঁ। পুৰণি মেপখনত এটা দ্বীপ আছিল। আমি তাতে ৰেঙুন আবিষ্কাৰ কৰিলোঁ, "ৰেঙুন—এইয়া ৰেঙুন।"

কেইঘণ্টামানৰ পিছত মই চাকৰি পোৱা বাবে বন্ধুসকলৰ লগত আনন্দ উছব কৰিবৰ সময়ত কিন্তু ৰেঙুন নামটো মই একেবাৰে পাহৰি গলোঁ। আনন্দত অধীৰ মই মাত্ৰ তেওঁলোকক বুজালোঁ যে পূৰ্ব গোলাৰ্ধৰ সাধুকথাৰ দেশ এখনত মই ৰাষ্ট্ৰদূতৰ কাম পালোঁ, আৰু এই দেশখন মেপত এটা সৰু পতিৰ দৰে।

১৯২৭ খৃষ্টাব্দৰ জুন মাহত এদিন আমি সেই দূৰ দেশলৈ যাত্ৰা আৰম্ভ কৰিলোঁ। বুৱেনছ এয়াৰ্চত মোৰ অফিছে দিয়া প্ৰথম শ্ৰেণীৰ টিকেটটো ভঙাই আমি দুটা তৃতীয় শ্ৰেণীৰ টিকেটলৈ বাডেন বোলা জাহাজত উঠিলোঁ। এই জাৰ্মান জাহাজখনত কবলৈ গ'লে মাত্ৰ এটা শ্ৰেণীহে আছিল, পঞ্চম শ্ৰেণী। খোৱাবোৱাৰ বাবে দুটা সময় ভাগ কৰা আছিল। এবাৰ হ'ল, পৰ্তুগীজ আৰু স্পেননীয় অধিবাসীবোৰক বিমান সোনকালে পৰা যায় খুৱাই দিয়া, আৰু অইন বাৰ হ'ল বাকী সকলোকে খুউৱা, বিশেষকৈ জাৰ্মান মানুহবোৰক —লাটিন আমেৰিকাৰ কাৰখানা আৰু খনিৰ পৰা ঘূৰি যোৱা সকলক। মোৰ লগৰীয়া আলভ্ৰেৰোই ততালিকে মহিলা যাত্ৰীসকলৰ শ্ৰেণী বিভাগ কৰিলে— তেওঁ খুব খৰটকীয়া প্ৰেমিক পুৰুষ আছিল। মাইকী মানুহক তেওঁ দুভাগত ভগাইছিল, এদলে মতামানুহ চিকাৰ কৰে, অইন দলে চাবুকৰ মাৰত ঠিক থাকে, এই প্ৰভেদ অৱশ্যে সকলো সময়তে নাখাটিছিল। মাইকী মানুহৰ ভালপোৱা আদায় কৰিবলৈ তেওঁ বহুত কিটিপ-কৌশল জানিছিল। ডেকত দুগৰাকী লাহতী তিৰোতা উপস্থিত হলেই তেওঁ খৰধৰকৈ মোক হাতত ধৰি টানি লৈ বিজ্ঞ মানুহৰ চাউনি আৰু ভাৱভঙ্গী দেখুৱাই মোৰ হাত চাবলৈ আৰম্ভ কৰিছিল। দ্বিতীয়বাৰ ঘূৰি যাবৰ সময়ত তিৰোতা দুগৰাকীয়ে তেতিয়া খন্তেক থিয় দি, আমাক তেওঁলোকৰো হাত চাই দিবলৈ অনুৰোধ কৰিছিল। তেওঁৰো তৎক্ষণাত তেওঁলোকৰ হাত নিজৰ হাতত সুমুৱাই,

দৰ্শাৰতকৈ বেছি সময় তাত হাত বুলাই তেওঁলোকৰ ভৱিষ্যত গণনা কৰিবলৈ বহি গৈছিল। এনেবোৰ গণনাত তেওঁলোকক এবাৰ আমাৰ কৌবিনলৈ মাতাৰ নিৰ্দেশ আছিলেই।

কিন্তু ঘটনা সোনকালেই অইন পিনে গ'ল। এই তিৰোতাসকলক এনেকৈ লগ পোৱা মোৰ ভাল নলগা হ'ল। তেওঁলোকৰ হৈহৈৰৈৰৈনি আছিল—খোৱা-বোৱা সদায় একে হোৱা বাবে। মই তেওঁলোকক এৰি অটলাণ্টিক মহাসাগৰৰ এক ঘেৰেমিৰ পৰা ৰক্ষা পাবলৈ, এজনী খাটি ৰাজিলৰ কুমাৰীৰ ডাঙৰ চকু দুটা দেখি বিশ্ব সংসাৰ পাহৰি গ'লোঁ। ৰায়ো ডি জেনেৰোত তেওঁ মাক-বাপেক আৰু ভায়েকৰে সৈতে জাহাজত উঠিছিল।

তেতিয়াৰ দিনৰ লিছবনৰ বেপৰোৱা জীৱনযাত্ৰা দেখি মই অবাক হৈ গৈছিলোঁ। ছালাজাৰে তেতিয়াও সিংহাসনত বহা নাছিল। জালোৱাসকলৰ সকলোতে অবাধ গতি বিধি আছিল। আমি থকা সৰু হোটেলটিৰ খোৱা-বোৱা সোৱাদ লগা আছিল। খোৱাৰ টেবুলত থাল ভৰা ফল শোভা পাইছিল। ঘৰবোৰৰ ৰঙো আছিল হৰেকৰকমৰ। পুৰণি ৰাজকাৰেঙৰ ধেমু-ভিৰীয়া পদুলিমুখ, গিৰ্জাবোৰত আছিল ৰাজকাৰেঙৰ দৰে সুন্দৰ আৰু দৈত্যৰ দৰে প্ৰকাণ্ড মুখ—যদিও মোৰ মনেৰে এই মুখবোৰৰ পৰা ঈশ্বৰে বহুত শতাব্দী আগতেই অইন ঠাইত থাকিবলৈ গ'লগৈ। জুৱা খেলাৰ ৰাজহুৱা নাচঘৰ, বহল আলিবাটত শিশুৰ দৰে কৌতুহলী চকুৰ মানুহৰ ভীৰ, আধাপগলা ব্ৰাগাঞ্জাৰ ডাচেচক শিলগুটি ভৰা বাটত পিছে পিছে এদল বজৰুৱা লৰাই খেদি লৈ যোৱা—এইবোৰেই মোৰ য়ুৰোপ প্ৰৱেশৰ স্মৃতি।

তাৰ পিছত মাদ্ৰিদ পালোঁগৈ, তাৰ কফি হাউছবোৰত ভীৰ আৰু সেই সময়তে আমাৰ পৰমবন্ধু প্ৰিমো ডি ৰিভেৰাই কেনেকৈ অত্যাচাৰ কৰিব লাগে জাতিটোক প্ৰথমে দেখুৱাই দিলে—এই জাতিটোৱে পিছত সকলো শিকি ললে। মোৰ কিতাপ "ৰেছিডেন্সিয়া এন লা টিয়েৰা" কবিতামালাৰ প্ৰথম কবিতাবোৰ স্পেনৰ মানুহে বুজাত বহুত দেৰি কৰিলে। পিছত যেতিয়া এলবাৰ্টি লোৰকা, এলেকজেণ্ড্ৰ আৰু দিয়েগো-ৰ প্ৰজন্ম পালেহি তেতিয়াহে এই কবিতাবোৰ তেওঁলোকে বুজি পালে। মোৰ বাবে স্পেনৰ স্মৃতি হ'ল শেষ হব নোখোজা দীঘলীয়া ৰেল ভ্ৰমণৰ—আৰু পৃথিৱীৰ সকলোতকৈ দুৰ্দশাত পৰা তৃতীয় শ্ৰেণীৰ ৰেলৰ কামৰাবোৰ—আমি তাতে উঠি পেৰিছলৈ যাত্ৰা কৰিলোঁ।

মণ্টপাৰনেছিত আৰ্জেণ্টিনা, ব্ৰাজিল আৰু চিলিৰ মানুহৰ পিজ পিজ কথা ভাঁৰত আহি হেৰাই গলো। গোমেজ-ৰ শাসনত অত্যাচাৰত পোত গৈ থকা ভেনেজুৱেলাৰ মানুহবোৰে অৱশ্যে তেতিয়াও পলাই অহাৰ সপোন দেখা নাছিল। গোৰোহালৈকে ঢকা পোছাক পিন্ধা হিন্দু মানুহ মই ইয়াতে দেখিলো। মোৰ কাষৰ টেবিলখনত বহি থকা ছোৱালীটিয়ে বেজাৰ মনেৰে অলস ভাৱে ক্ৰিম-কফি খাই আছে—তেওঁ ডিঙিত অকমানি এটা সাপ মেৰিয়াই লৈছে। আমাৰ দক্ষিণ আমেৰিকাৰ মানুহখিনিয়ে এটা দল বান্ধি কনিয়াক মদ খাই, টাঙ্গো নাচ জুৰি দিছিল, আৰু সামান্য এটা চেলু লৈ এটা মাৰামাৰি লগাই আধা পৃথিৱী কৰতলগত কৰিব বুলি মতলব আটিছিল।

পেৰিছ—ফ্ৰান্স, য়ুৰোপত আমাৰ দৰে দক্ষিণ আমেৰিকাৰ সৰু চহৰৰ মানুহে দুখ মিটাবৰ এডুখৰি ঠাই আৰু দুই এটা ৰাস্তাৰ চুক-কোণৰ অধিবাসী আছিলো। মণ্টপাৰনেছি লা ৰোটাণ্ডা, লে ডোম, লে কুপলি আৰু দুই এখন দোকানত কফি পান কৰিছিলো। ক'লা মানুহক গায়ক আৰু সঙ্গীতজ্ঞৰ জনপ্ৰিয়তাক স্বীকৃতি দিয়াৰ তেতিয়া মাত্ৰ আৰম্ভ হৈছেহে। দক্ষিণ আমেৰিকাৰ মানুহৰ ভিতৰত আৰ্জেণ্টিনাৰ মানুহেই বেচি আছিল। তেওঁলোক কাজিয়া-পেচাল লগোৱাত প্ৰথম আছিল—তেনেকৈ চহকীও আছিল। নৱক গুলজাৰ কৰাৰ পিছত যিকোনো সময়তে দোকানৰ চাৰিজন লিটিকাই আৰ্জেণ্টিনাৰ মানুহজনক ধৰি দাঙি নি টেবুলবোৰ পাৰ কৈ একেবাৰে ৰাস্তাৰ মাজলৈ দলিয়াই পেলাইছিল। কিন্তু আমাৰ বুয়েনছ এয়াৰ্ছৰ কুটুমজনে এনে ঘটনাটো অলপো বিচলিত হোৱা নাছিল। সোতমোচ খোৱা দুঠেঙীয়া পাতলুন আৰু আউলিবাউলি চুলিৰে দুনাই ফেৰ পাতি গৈছিল। তেতিয়াৰ দিনত আৰ্জেণ্টিনাৰ সংস্কৃতিত পমেডৰ চল নাছিল।

প্ৰকৃততে পেৰিছতে সেই প্ৰথম দিনবোৰত মোৰ সময় কাড়তকৈ বেগেৰে উৰি গৈছিল। মই এজনো ফৰাছী, এছিয়াবাসী, আফ্ৰিকা আৰু ওছিয়ানিয়া দেশৰ মানুহৰ কথা কবই নালাগে স্পেনভাষী আমেৰিকাৰ মানুহ বা মেক্সিকো আৰু পেটাগনিয়াৰ মানুহো লগ পোৱা নাছিলো। সদায় কাজিয়া-পেচাল লাগিয়েই আছিল। নিজৰ ভিতৰত দনু কৰি পৰস্পৰৰ বদনাম গাই ফুৰিছিল, কিন্তু আকৌ এই মানুহবোৰকো এৰি অইন ঠাইত গৈ থাকিব নোৱাৰিছিল। গুৱেটেমালাৰ মানুহে পাৰাগুৱেৰ মানুহৰ লগ বেছি ভাল পাইছিল আৰু ফৰাছী মানুহতকৈ নিজৰ ভিতৰত সময় কটাবলৈ পছন্দ কৰিছিল।

এই সময়তে মই ছিজাৰ ভালেজোক লগ পালোঁ। তেওঁ এজন ডাঙৰ কবি আছিল। তেওঁৰ কবিতা আছিল বনৰীয়া জন্তুৰ ছালৰ দৰে চুলে খহট লগা, কিন্তু অত্যন্ত শক্তিশালী আৰু মহান।

আৰু এটা কথা—আমাৰ প্ৰথম সাক্ষাতৰ দিনাই দুয়োৰে অসপ কাজিয়া লাগিল। লা ৰোটাণ্ডাতে আমি দুয়োকো ড্ৰিংক কৰি দিয়া হ'ল, আৰু তাতে তেওঁ মোক থাটি পেৰু ভাষাত ওলগণি জনালে, তুমি আমাৰ সকলোতকৈ শ্ৰেষ্ঠ কবি, মাত্ৰ ৰুবেন ডাৰিও'ৰ লগত তোমাক বিজাব পাৰি।"

মই উত্তৰ দিলোঁ, "ভালেজো, আমি দুজনে বন্ধুত্ব ৰক্ষা কৰিবলৈ খুজিলে মোক আৰু এনে কথা কেতিয়াও নকব। দুয়ো দুয়োকো লেখক হিচাপে চাবলৈ আৰম্ভ কৰিলে তাৰ মীমাংসা যে ক'ত হব মই নাজানো।"

মোৰ কথা শুনি তেওঁ উচপ খাই উঠিল। প্ৰচলিত সাহিত্য-বিৰোধী শিক্ষা-দীক্ষাই মোক অভদ্ৰ ব্যৱহাৰ কৰিবলৈ শিকাইছিল। আনহাতে তেওঁ মোতকৈ এটা প্ৰজন্ম আগৰ মানুহ আছিল। তেওঁৰ ব্যৱহাৰত সদাশয় সৌজন্য লুকাই আছিল। মোৰ কথাত বেয়া পোৱাতহে মোৰ মনটো তেতিয়া কেনেবা লাগিল।

কিন্তু আমাৰ মনৰ এই ভাৱৰ কাটি যাবলৈ বেছি পৰ নালাগিল। সেই মুহূৰ্তৰ পৰাই আমি প্ৰকৃত বন্ধু হলোঁ। বহুত দিনৰ পিছতো মই যেতিয়া পেৰিছত আৰু বেছি সময় কটাইছিলোঁ, আমি দুয়ো একেলগে বহুত সময় থাকিছিলোঁ, তেওঁক ভালকৈ চিনি পাবৰ সুযোগ পাইছিলোঁ।

ভালেজো মোতকৈ চুটি-চাপৰ আৰু ক্ষীণ মানুহ আছিল। কিন্তু তেওঁৰ হাড় শকত, আৰু চেহেৰাত ৰেড ইণ্ডিয়ানৰ বেছি চাপ আছিল। ঘন ক'লা ৰঙৰ চকু, ওখ মুধৰ লেখীয়া কপাল, ইনকা জাতিৰ বৈশিষ্ট্য ভৰা ধুনীয়া মুখখনত অভ্ৰান্ত ৰাজকীয় মহিমাৰ বিষণ্ণ চিন ধৰিব পৰা গৈছিল। সকলো কবিৰ দৰে তেওঁৰো ভেম আছিল আৰু কোনোবাই তেওঁৰ চেহেৰাৰ ইণ্ডিয়ান গুণাৱলীৰ কথা উল্লেখ কৰিলে তেওঁ খুব ভাল পাইছিল। মুখটো ওখকৈ দাঙি ধৰি, তেওঁক শলাগিবলৈ সুযোগ দি মোক সুধিছিল, "মোৰ গঢ়নত কিবা এটা সৌন্দৰ্য আছে, কি কোৱা?" আৰু তাৰ পিছতে নিজকে লৈ ঠাণ্ডা মাতেৰে ৰং-তামাচা কৰিছিল।

তেওঁতকৈ বহুত বিষয়ত ঠিক বিপৰীত স্বভাৱৰ মানুহ আছিল ভিচেণ্টে হুইডোব্ৰো। তেওঁৰ এনেবোৰ আত্মবিশ্লেষণ ভিচেণ্টৰ মাজে মাজে কৰা অহংকাৰৰ তুলনাত একেবাৰে নাছিল। হুইডোব্ৰোই তেওঁৰ কপালৰ এগছি

চুলি ওলমাই থৈ, কোটৰ ভিতৰত বুকুৰ দুপিনে আঙুলি সুমুৱাই বুকু ফিন্দাই সুধিছিল, "মোক যে নেপোলিয়ন বোনাপাৰ্টিৰ নিচিনা দেখিবলৈ লাগে, কথাটো বাৰু মন কৰিছানে ?"

ভালেজো খামখেয়ালী মানুহ আছিল—কিন্তু বাহিৰৰ মানুহজন যেন অন্তৰৰ ছাঁত সোতমোচ খাই সোমাই আছিল। বাহিৰত তেওঁ গম্ভীৰ প্ৰকৃতিৰ আৰু মুখখন কঠোৰ এখন মুখাৰ দৰে আছিল। কিন্তু তেওঁৰ অন্তৰখন একেবাৰে বেলেগ আছিল। মই মাজে মাজে তেওঁক স্কুলত পঢ়া সৰু লৰাৰ দৰে বংমনে জপিওৱা দেখিছিলো ( বিশেষকৈ যেতিয়া তেওঁক গোমোঠা মুখৰ ঘৈণীয়েকৰ কাষৰ পৰা আমি থপিয়াই লৈ যাব পাৰিছিলো—এই মহিলা গৰাকী অত্যাচাৰী, অহংকাৰী আৰু ডাঙৰ মানুহৰ জীয়ৰী আছিল। ) তাৰ পিছতেই আকৌ তেওঁ বিষণ্ণতা আৰু বশ্যতাত ডুবি গৈছিল।

সৰতকৈ পিছত আমি এজন মানুহৰ কাৰণে ৰৈ আছিলো—তেওঁ হঠাতে পেৰিছৰ ছয়ামায়া জগতৰ পৰা আবিৰ্ভাৱ হলহি। তেওঁ চিলিৰ এজন লেখক ৰাফায়েল আলবাৰ্টিৰ ; ফৰাছী সকলৰ, বাস্তবিকতে সকলো মানুহৰ বন্ধু আছিল। সকলোতকৈ দৰ্কাৰী কথা হল যে তেওঁ চিলিৰ এক নম্বৰ জাহাজৰ বেপাৰী আছিল। তেওঁৰ খৰচৰ হাত বৰ দৰাজ বুলি সকলোৱে জানিছিল।

এই পয়গম্বৰ জনে হঠাৎ উদয় হৈ মোক অভ্যৰ্থনা জনাই এটা ভোজ দিব খুজিলে। আমি সকলোৱে গৈ তেওঁৰ লগত বগা ৰাছিয়ান সৰাইখানা—ককেছিয়ান মদৰ আচল ভৰালটো পালোগৈ। সৰাইখানাৰ বেৰাবোৰত ককেছিয়ান দেশৰ সাজপোছাক আৰু প্ৰকৃতিৰ দৃশ্যৰ ছবি সজোৱা আছিল। অলপ পৰৰ পিছতে ৰাছিয়ান বা নকল ৰাছিয়ান ছোৱালীয়ে পাহাৰৰ ওপৰত থকা খেতিয়কৰ ঘৰৰ ছোৱালীয়ে পিন্ধাৰ দৰে সাজিকাচি আহি আমাক বেৰি ধৰিলেহি।

আমাৰ গৃহস্থ মানুহজনৰ নাম আছিল কণ্ডন। দেখাত তেওঁ আছিল ৰাছিয়ান ডাঙৰীয়া সকলৰ শেষ বংশধৰ জনৰ দৰে। লাহী দেহা আৰু পাতল বৰণীয়া চুলিদাড়িৰে মানুহজনে বটলৰ পিচত বটল চেম্পেন মদ উৰুৱালে। প্ৰাগলৰ দৰে আকাশলৈ জপিয়াই জপিয়াই তেওঁৰ ৰছাক নাচ নাচিছিল। —অৱশ্যে জীৱনত তেওঁ কেতিয়াও ৰুছাক নাচ দেখা নাছিল।

চেম্পেন—চেম্পেন—আৰু চেম্পেনৰ বটল। হঠাতে আমাৰে শেতা বৰণীয়া লাখপতি গৃহস্থজন ধৰাশায়ী হল। টেবুলৰ তলত পৰি তেওঁ

মদপীৰ টোপনিত ঘৰ্ঘৰালৈ ধৰিলে যেন ভালুক খোৱা এটা তেজহীন ককৌছিয়ান মানুহৰ মৰাশহে!

আমি সকলোটি ভয়ত পেপুৱা লাগিলো। ঠাণ্ডা বৰফৰ সেঁক দি, নাকৰ তলত এমোনিয়াৰ বটল ধৰিও তেওঁৰ জ্ঞান ফিৰাই আনিব পৰা নগল; আমাৰ দুৰৱস্থা দেখি আৰু অসহায় যেন দেখি মাত্ৰ এজনীৰ বাহিৰে বাকী কেইজনী নাচনি ছোৱালী পলাল। মানুহজনৰ বুকুৰ স্পেত এটা ষ্টেকৰ চেকবুক পোৱা গল, কিন্তু মৰাশ'ৰ দৰে পৰি থকা মানুহজনৰ কামত সি নালাগিল।

কছাক দলৰ নেতাজনে তেতিয়াই তেতিয়াই তেওঁলোকৰ পাওনা টকা শুজি দিবলৈ জোৰ কৈ ধৰিলে। আমি বাহিৰলৈ ওলাব নোৱাৰাকৈ তেওঁলোকে দুৱাৰ খিড়িকী বন্ধ কৰি থলে। মোৰ জকমকীয়া নতুন কুটনৈতিক পাছপোৰ্টটো জমা দিহে আমি তেওঁৰ হাতৰ পৰা ৰক্ষা পালো।

লাখপতি মানুহজনৰ মৰাশ যেন দেহটো কান্ধত লৈ আমি বিদায় ললো। তেওঁক টেক্সি এখনত তুলি ছিজিলকৈ শুৱাই লৈ তেওঁৰ বিলাসবহুল হোটেলত চমজাই দি অহা কামটো সঁচাকৈয়ে বৰ টান আছিল। ৰঙা উৰ্দি পিন্ধা দুজন প্ৰকাণ্ড বলী দাৰোৱানৰ হাতত আমি তেওঁক গটাই দি আহিলো। জাহাজৰ দলওত পৰি যোৱা নৌবাহিনীৰ অধ্যক্ষ এজনক কাঢ়িয়াই নিয়াৰদৰে তেওঁলোকে মানুহজনক কাঢ়িয়াই নিলে।

এই দুৰ্ভাগ্যজনক ঘটনাৰ সময়ত বিগৰাকী ছোৱালীয়ে আমাক এৰি থৈ যোৱা নাছিল তেওঁৰো আমাৰ লগতে আহি টেক্সিখনত বহি আছিল। আলভেৰো আৰু মই তেওঁক আমাৰ লগত লৈ হেলিছ নামৰ ৰেষ্টোৰাত পুৱা দোকমোকালিত পিঁয়াজৰ চুৰুহা খাবলৈ নিমন্ত্ৰণ জনালো। তেওঁক বজাৰৰ পৰা ফুল কিনি দিলো, আৰু আমাৰ বিপদৰ লগৰী হোৱা বাবে চুমা এটা দি ধন্যবাদ জনালো। তেওঁ বৰ সুন্দৰী নহয় আকৌ একেবাৰে কুৎছিতও নহয়, কিন্তু কিবা এটা চকুত লগা ধৰণৰে নাকৰ আগটো ওপৰলৈ জোঙা হৈ উঠিছিল —আৰু পেৰিছৰ এনে বহুত ছোৱালীৰ দৰে সৌন্দৰ্যৰ অভাৱ পুৰাই দিছিল। আমি তেওঁক আমি থকা সৰু হোটেলটোলৈ নিমন্ত্ৰণ কৰিলো—আমাৰ লগত অহাত তেওঁৰো কোনো বাধা নাছিল।

আলভেৰোৰ লগত তেওঁৰ কোঠালৈ ছোৱালীটি সোমাল। ভাগৰি জুগৰি তত্তালিকে মই বিছনাত পৰিলো আৰু অলপ পিছতে টোপনিত লালকাল

দলো। কিন্তু তেতিয়াই যেন কোনোবাই মোক জোকাৰি তুলিলে। আলভেৰো —তেওঁৰ নিৰীহ, চেৰাবলিয়া মুখখন দেখিবলৈ অদ্ভুত যেন লাগিল। তেওঁ মোক কলে। "শুনা, এই ছোৱালীজনী কিবা বিশেষ ধৰণৰ—তবধ মানিব লাগিব। মই তোমাক কৈ বুজাব নোৱাৰোঁ। তুমি নিজে এবাৰ এতিয়াই তাইক পৰীক্ষা কৰি চাব লাগিব।'

কেইমিনিটমানৰ পিছতে অচিনাকিছোৱালীজনীয়ে টোপনিয়াই, কিন্তু বাধ্য ছোৱালীৰ দৰে, মোৰ বিছনাত শুবলৈ আহিল। তেওঁৰ লগত প্ৰণয় লীলাত মই তেওঁৰ সেই গোপন গুণৰ প্ৰমাণ পালোঁ। কথাৰে মই তাক বুজাব নোৱাৰোঁ —তেওঁৰ অন্তৰাত্মাৰ ভিতৰৰ পৰা উথলি উঠা এটা সুখানুভূতিৰ গুৰিত ধৰি টান মৰা কিবা এটা—সাগৰৰ ঢৌৰ প্ৰথম উচ্ছ্বাসৰ দৰে, ভেনাছৰ প্ৰণয় লীলাৰ গুপুত ৰহস্যৰ দৰে। আলভেৰোই ঠিক কথাকে কৈছিল।

পিছদিনা পুৱা চাহখোৱাৰ সময়ত আলভেৰোই মোক এদতীয়াকৈ মাতি নি স্পেনীয় ভাষাত সাৱধান কৰি দিলে—এই তিৰোতাগৰাকীক আমি এতিয়াই নেৰিলে, আমাৰ যাত্ৰা মাটি হব। আমি একেবাৰে ডুবিম, সমুদ্ৰত নহয়; অন্ত-হীন কাম-প্ৰবৃত্তিৰ লীলাখেলাত।

তেওঁক আমি অলপ সৰুসুৰা উপহাৰ দি বিদায় দিবলৈ থিৰাং কৰিলোঁ—ফুল, চকোলেট আৰু আমাৰ লগত থকা টকা-পইচাৰ আধাখিনি তেওঁক দিলোঁ। তেওঁ স্বীকাৰ কৰিলে যে ককেছিয়ান নৈশ ক্লাবত তেওঁ কাম নকৰে। আগৰ দিনা বাহিৰে তেওঁ প্ৰথমবাৰ আৰু সেই এবাৰহে তালৈ গৈছিল। তাৰ পিছত আমি এখন টেক্সিত তেওঁক লৈ উঠিলোঁ। এডোখৰ অচিনাকি ঠাই পাই তাতে টেক্সি ৰখাই, তেওঁক আমি চুমাৰে বিদায় জনালোঁ—তেওঁ তেতিয়াও হাঁহি আছিল—কিন্তু যেন অলপ বিমোৰত পৰিল—।

## পুবলৈ

মাৰ্ছাইলৈ উঠি যোৱা ট্ৰেনখনৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ ৰং বিৰঙৰ ফুলৰে ভৰা এটা ৰবাহিৰ দৰে ট্ৰেনখন নানা বিধৰ মানুহেৰে ভৰি আছিল—ৰূপহী গাঁৱলীয়া ছোৱালী, একৰ্ডিয়ন বজাই গান গাই যোৱা নাবিক —আৰু ট্ৰেনৰ অইন যাত্ৰীসকলেও এই গানত যোগ দিছিল। ভূমধ্য সাগৰৰ পিনে—পোহৰৰ দেশৰ পিনে ট্ৰেনখন পুৰেমুৱা হৈ গৈ আছিল। তেতিয়া ১৯২৭ খৃষ্টাব্দ। মাৰ্ছাই তেতিয়া মনমোহা বন্দৰ-নগৰী। ইয়াৰ ব্যৱসায়িক

ভাৰ খিলাসিতা আৰু বন্দৰত নোঙৰ কৰি থকা জাহাজৰ পালবোৰে অশান্ত বতাহত লাখিয়াৰ নিজতে নিজে মগ্ন হৈ আছিল। আমি গৈ উঠিব লগা জাহাজ-খন ছিঙ্গাপুৰলৈ যাব—ইয়াৰ নাম "সমুদ্ৰযাত্ৰাৰ দূত"। সাগৰৰ পানীত ইও সৰুসুৰা এখন ক্ৰুশ্বৰ নমুনা যেন আছিল—দূৰদূৰান্তৰ উপনিবেশত নানা বিষয়াৰ পদত যোগ দিবলৈ যোৱা পেটি বুৰ্জোৱা শ্ৰেণীৰ মানুহবে ই ভৰি আছিল। বাটত যাওঁতে জাহাজৰ কৰ্মচাৰীসকলে আমাৰ টাইপ ৰাইটাৰ আৰু লেখাৰ পাণ্ডুলিপিবোৰ দেখিলে, তেওঁলোকৰ চিঠিপত্ৰ এই মেচিনত খটখটাই লিখিবলৈ তেওঁলোকে অনুৰোধ কৰিলে। মাৰ্চাই, বোৰ্ডো আৰু আইল ঠাইৰ গাঁৱৰ ভিতৰত থকা তেওঁলোকৰ বান্ধৱীসকললৈ প্ৰতিজ্ঞাপ দিয়া অদ্ভুত চিঠিবোৰ টাইপ কৰি দিলোঁ। ভিতৰে ভিতৰে তেওঁলোকে চিঠিৰ বাতৰিবোৰক টাইপত চিঠি লিখাতহে বেচি আগ্ৰহী আছিল। তথাপিও তেওঁলোকে লিখিব দিয়া কথাবোৰ চলচাতুৰীহীন আৰু মৰমিয়াল আছিল—খ্ৰিষ্টান কবিয়েবাৰ লিখা কবিতাৰ দৰেই আছিল এই চিঠিবোৰ। লাহে লাহে ভূমধ্য সাগৰৰ বন্দৰ, কাৰ্পেটৰ বেপাৰী, বজাৰ আমাৰ চকুৰ আগত ধৰা দিলেহি। লোহিত সাগৰৰ জিবৌটি বোলা বন্দৰ মোৰ মনত বৈ গ'ল। চূণৰ লেখীয়া পোড়াবালিত আৰ্থাৰ ৰিমবাউয়ে অহাযোৱা কৰোঁতে যেন এটা বাট হৈ গৈছিল। পাথৰৰ মূৰ্তিৰ দৰে হাতত ফলৰ থৰাহিৰে নিগ্ৰো তিৰোতাবোৰৰ থলুৱা অধিবাসীৰ দুখলগা দৰিদ্ৰ ঘৰ-বাৰী জীৰ্ণ শীৰ্ণ কফিৰ দোকানবোৰত জ্বলি থকা লাইটবোৰ মৰা মানুহৰ দাঁত নিকটোৱা হাঁহি যেন লাগিছিল। তাত নেমুটেঙা দিয়া বৰফ মিহলোৱা চাহ বেচা হৈছিল।

আমি ছাংহাই পালোঁগৈ। ইয়াৰ নৈশ জগতখননো কেনে সেইটো জানিবৰ বাবে মন আকুল হৈ আছিল। বদনামী চহৰে মানুহক অসতী তিৰোতাৰ দৰে টানে। ছাংহাইয়ে ইয়াৰ বাহিৰ মুখখন হাঁ কৈ মেলি আমি দুটা গাৱঁলীয়া ল'ৰাক গিলি খাব খুজিলে। জেপত সামান্য ধন আৰু চকুত ধেমালি নহয়—কিন্তু কৌতূহল লৈ তৃতীয় শ্ৰেণীৰ যাত্ৰী এই লৰা দুটিয়ে যেন অকুল সাগৰত উটি ভাঁহি আহিছে।

এটাৰ পিছত এটাকৈ আমি ডাঙৰ নৈশক্লাববোৰলৈ গ'লোঁ। সপ্তাহৰ মাজৰ দিন বাবে তেতিয়া ক্লাববোৰ খালীয়েই আছিল। সেই প্ৰকাণ্ড প্ৰকাণ্ড নাচৰ মজিয়া—শ শ হাজাৰ নাচিব পৰাকৈ প্ৰকাণ্ড এই মজিয়াখনত তেতিয়া কোনেও নাচি থকা নাছিল দেখি আমাৰ মন বিষন্ন হৈ পৰিল। আমাৰ বাহিৰ্যান

পৰা অহা তিৰোতাই হঠাৎ এন্ধাৰৰ পৰা উদয় হৈ, হাঁহিয়াই আমাক অনুৰোধ কৰিছিল—যেন তেওঁলোকক আমি ছেম্পেন খুৱাওঁ। অকাৰ দৰে ক্ষীণ শৰীৰৰ তেওঁলোকক দেখি আমাৰ দুখ লাগিছিল। তেনেকৈ ছয় সাতটা পাপ আৰু পাপীৰ আড্ডাত ঘূৰি আমি অভিজ্ঞতা লভিলো আৰু সময়ৰ বাহিৰে একো নেহেৰুৱালোঁ।

বহুত অলি গলি আমি পাৰ হৈ আহিছিলোঁ। সেইবোৰ চিনি গৈ আকৌ বন্দৰৰ জাহাজ পালে তেতিয়া উভতি যাবলৈ ৰাতি বহুত দেৰি হ'ল। আমি ৰিক্সাত উঠি বেগেতে যাব খুজিলোঁ। মানুহ-ঘোৰাই টনা এনে গাড়ীত উঠা আমাৰ অভ্যাস নাছিল। ১৯২৭ চনত প্ৰথম মই ৰিক্সাত উঠিলোঁ। আৰু আমাক টানি লৈ যোৱা চীনা মানুহ বেজনে বাটত অলপো নৰখাকৈ দৌৰি খট্‌খটাই গৈ আছিল।

বৰষুণ দিবলৈ ধৰিলে, আৰু লাহে লাহে বাঢ়িল। আমি বিদেশী মানুহ - যাতে বৰষুণত নিতিতোঁ, সেইবাবে গাড়ীখন ৰখাই এটোপাও পানী নপৰাকৈ ওয়াটাৰ প্ৰুফ কাপোৰেৰে সমুখৰ পিনে ঢাকি দিলে। আমি গাড়ীত বহি বহি ভাবিলোঁ তেওঁলোক ইমান সভ্য আৰু বুজন মানুহ! হৰই! দুহেদুৰ বছৰৰ কৃষ্টি কি এনেয়ে যাব?

কিন্তু তথাপি যেন কিবা এটা কাৰণে মোৰ মনটো উদ্‌পি চাবলৈ ধৰিলে। বৰষুণৰ পৰা ৰক্ষা কৰিবলৈ কাপোৰখন এনেকৈ লগোৱা হৈছিল যে বাহিৰৰ একোকে মই দেখা পোৱা নাছিলোঁ।—কিন্তু তাৰ মাজেদিও আমাৰ চালকৰ মুখত এটা গুণ্‌গুণনি শুনিবলৈ পাইছিলোঁ। তেওঁৰ শুদা ভৰিৰ খোজৰ শব্দৰ লগত অলপ পিছতে তালে তালে তাল মিলোৱা ভিজা পকী বাটত অইন খোজ লগ খালেহি। শব্দবোৰ লাহে লাহে মিলি শেহ হ'ল আৰু আমি ভাবিলোঁ যে বাটতো শেহ হ'লহি তাৰ মানে আমি এতিয়া চহৰৰ বাহিৰৰ খোলা ঠাই পালোঁহি।

হঠাৎ মোৰ ৰিক্সাখন থামিল। ৰিক্সাৱালাই পাকৈত হাতেৰে মোক ঢাকি ৰখা কাপোৰখন খুলি পেলালে। এই এৰাবাৰীৰ নিচিনা ঠাইত জাহাজৰ ক'তো ছাটোও দেখা নাপালোঁ। অইন ৰিক্সাখন আলভেৰোক লৈ মোৰখনৰ কাষতে ৰ'লহি। ভয়াতুৰ মুখেৰে আলভেৰো নামি আহিল।

হঠাৎ ৭।৮ জন চীনা মানুহ আহি আমাক আগুৰি ধৰিলে। "পইচা — পইচা"—তেওঁলোকে বাৰে বাৰে আওৰাই গ'ল।

মোৰ বন্ধুৱে জেপত যেন কিবা পিস্তলৰ দৰে অস্ত্ৰশস্ত্ৰ আছে তেনেকৈ হাত সুমুৱালে। ফলত আমি দুজনেই এটাকৈ ভুকু খালোঁ। মই পিছলৈ হালি গৈ মাটিত পৰি যাব ধৰিছিলোঁ কিন্তু মানুহজনে মোক মাজতে ধৰি ৰখালে, আৰু বিজুলীৰ বেগেৰে আমাক আৰু আথেবেথে ভিজা মাটিৰ ওপৰত শুৱাই দিলে। মোৰ লং পেণ্টৰ আৰু কামিজৰ গ্লেপ টুপি, জোতামোজা আৰু নেকটাই সকলোতে লুৰুকি কি আছে বিচাৰি চোৱা হ'ল। নিপুণ হাতেৰে এনে কাম জনা মানুহৰ দৰে তেওঁলোকে তৎক্ষণাত কামটো সমাধা কৰিলে। আমাৰ পোছাকৰ এক ইঞ্চিমান ঠাইও নোচোৱাকৈ নৰ'ল। আমাৰ টকা-পইচাৰ এটা ফুটা কড়িও তেওঁলোকে নাৰাখিলে। কিন্তু এটা কথা কব লাগিব—ছাংহাইৰ চোৰৰ ঐতিহ্যময় বিবেচনাত আমাৰ কাগজপত্ৰ আৰু পাছপোৰ্ট-কেটাত হাত নপৰিল।

আমি অকলশৰীয়া হ'লোঁ, বহুত দূৰত ৰিণিকি ৰিণিকিকৈ দেখা পোহৰৰ পিনে খোজ ললোঁ। অলপ পিছতে গৈ আমি এইহেন ৰাতিও বাহিৰত থকা, অথচ সং শ শ চীনা মানুহক দেখা পালোঁ। তেওঁলোকৰ কোনেও ফৰাছী, ইংৰাজী বা স্পেনীয় ভাষা নাজানিছিল। আমাক এই বিষাদৰ সময়ত সহায় কৰিবলৈ সকলো সাজু হৈ আছিল। তেওঁলোকে আমাক জাহাজৰ কেবিনলৈ বাট দেখুৱাই লৈ গ'ল।

আমি জাপান পালোঁগৈ। চিলিৰ পৰা আমাৰ বাবে আহিব লগা টকাখিনি কনছুলেটত থকাৰ কথা আছিল। ইতিমধ্যে আমি য়কোহামাৰ এটা নাৱিক নিবাসত থাপিব লগীয়া হলোঁ। খেৰৰ জঘন্য বিছনাত শুই ভঙা কাচৰ খিড়িকীৰে অহা বতাহ, ধৰ আৰু বৰফত আমাৰ হাড়বোৰকে কঁপিছিল। আমাৰ খবৰ লওঁতাও কোনো নাছিল। এদিন পুৱা দোকমোকালিতে তেল কঢ়িওৱা জাপানী জাহাজ এখন সাগৰৰ পাৰত ভাঙি টুকুৰা টুকুৰি হ'ল। ভঙা জাহাজত মৃত নাৱিকৰ খণ্ড বিখণ্ড দেহ বোৰ ভৰি আছিল। নাৱিকসকলৰ ভিতৰত এজন আছিল স্পেনীয় ভাষা আৰু নিজৰ ভাষাৰ বাহিৰে তেওঁ আইন ভাষা নাজানিছিল। তেওঁ যে কেনেকৈ সাহ কৰি নিজৰ জীৱন ৰক্ষা কৰিলে আমাক শুনাইছিল—চাৰিদিন চাৰি ৰাতি এডোখৰ ভঙা কাঠত ধৰি তেওঁ পানীত ভাঁহি থাকিল—চাৰিওপিনে তেওঁক আগুৰি আছিল অন্ধকাৰ তেলৰ শিখাই। জাহাজৰ ৰক্ষা পোৱা মানুহবোৰক কম্বল আৰু ঔষধ

বস্তুৰ যোগান দিয়া হ'ল। ন্যাৰিকজন উদাৰমনা আছিল। যেওঁ নিজৰ ভাগৰ বস্তুৰে আমাক সহায় কৰিলে।

চিলিৰ কনছাল জেনাৰেলজনৰ নাম বোধহয় ডে লা মাৰিনো বা ডে লা ৰিভেৰা আছিল। তেওঁ যেন খুব দয়া কৰিহে আমাৰ লগত দেখা কৰিলে, আমাক এনেকৈ বুজিবলৈ দিলে যেন আমি উটি ভাঁহি অহা কোনোবা ভিকহুহে। তেওঁৰ নষ্ট কৰিবলৈ সময় নাই বুলি ক'লে। সেই ৰাতি তেওঁক কাউণ্টেছ উ ফু ছানে ডিনাৰলৈ মাতিছে বুলি ক'লে। ৰাজপৰিয়ালৰ বাবে পত্য চাহমেলতো তেওঁক চাহ খাবলৈ মতা হয় বুলিও জনালে। এতিয়াৰ ৰাজবংশৰ বংশাৱলী পঢ়াত তেওঁ মগ্ন হৈ আছে— সম্রাট ইমান কৃষ্টিবান মানুহ —ইত্যাদি ইত্যাদি····

নাই—টেলিফোন তেওঁৰ নাই। য়কোহোমাতনো টেলিফোন লৈ কি হব? মানুহেঁমাত্ৰে জাপানী ভাষাত কথা পাতি তেওঁক বিৰক্ত কৰিব। আমাৰ টকাৰ কথা, তেওঁৰ বিশেষ বন্ধু বেংকৰ মেনেজাৰজনেতো তেওঁক একো কোৱা নাই। তেওঁ খুব দুঃখিত—কিন্তু এতিয়া তেওঁৰ উঠিবৰ সময় হ'লেই। তেওঁক সাদৰ অভ্যৰ্থনা জনাবলৈ মানুহ বৈ আছে। আমাক আকৌ পিছদিনা আহিবলৈ কোৱা হ'ল।

দিনৰ পিছত দিন এনেকৈয়ে গ'ল। কনছালৰ অফিছৰ পৰা আমি জাৰত কঁপি কঁপি ওলাই আহোঁ। বিক্সাত ডকাইতিৰ পিচত আমাৰ পিন্ধা কাপোৰ-কানি একেবাৰে তাকৰ হৈ গৈছিল। উটি অহা ভিকহুক দিয়া ফটাছিটা কেইটামান চুৱেটাৰৰ বাহিৰে আমাৰ আৰু একো বিশেষ চোলা-কাপোৰ নাছিল। অৱশেষত আমি জানিলোঁ যে আমি আহি য়োকোহোমা পোৱাৰ আগতে আমাৰ বাবে টকা আহি বৈ আছে। তিনিবাৰ তেওঁক এই বিষয়ে জাননী দিয়া হৈছে আৰু এই ফপহুৱা মইবৰ জাৰৰ গেলোগপ্ মৰা মানুহটোৱে এই সামান্য কথাটো নিজৰ পদমৰ্য্যাদাৰ উপযুক্ত নহয় বুলি কথাটোত একেবাৰে কাণ দিয়া নাই। (মই আজিকালি যেতিয়াই কাগজত কোনোবা কনছাল সেই দেশৰ নিৰ্বান্ধৱ কোনোবা ভিকহুৱে হত্যা কৰা বুলি শুনো, সেই জাপানত থকা মেডেল পিন্ধি ভেম মৰা কৰ্ম্মচাৰীজনক তেনেকৈ মাৰিবলৈ মই হাবিয়াস কৰোঁ)।

টকাখিনি পাই সেই ৰাতি আমি খিজা নৈৰ পাৰৰ টোকিওৰ শ্ৰেষ্ঠ ৰাতিখানা "কবাকু"লৈ গ'লোঁ। জেনিয়ৰ দিনত টোকিওৰ খোৱাবস্তু জাক

আছিল। তাৰ বাহিৰেও আমাৰ ভোৰত কনচুলাই থকা পেটত সেই খোৱা বস্তুৰ সোৱাদ আৰু বেছি যেন লাগিছিল। জাপানী গেইছা ছোৱালীৰ সঙ্গত আমি কনছালে আওহেলা কৰা সকলো দুৰ্ভগীয়া যাত্ৰীৰ স্বাস্থ্যপান কৰিলোঁ।

ছিঙাপুৰ, ৰেঙুনৰ পৰা আমি বিঙিয়ালে শুনা পাম যেনে দুৰত আছোঁ বুলি ভাবি ললোঁ। কিন্তু কি দুখলগা ঘটনা! মেপত দেখা কেইমিলি-মিটাৰ ঠাইখিনিয়ে এতিয়া হাঁ কৰি মুখ মেলা প্ৰকাণ্ড এটা গাঁতত পৰিণত হ'ল। ৰেঙুনলৈ জাহাজত যাবলৈ কেইবাদিনো লাগে, আৰু তাতোকৈ পৰিতাপৰ কথা হ'ল ৰেঙুনলৈ নিয়মিত অহাযোৱা কৰা জাহাজখন ঠিক আগৰ দিনাই গুচি গ'ল। হোটেলৰ ভাড়া বা জাহাজৰ টিকেট কিনিবলৈ আমাৰ এটা পইচাও নাছিল। ৰেঙুনলৈ গ'লেহে আমি আকৌ টকা পাম।

হঠাৎ মোৰ সহকৰ্মী ছিঙাপুৰৰ কনছাল জেনাৰেলজনে এটা উদ্দেশ্য লৈ তাত উপস্থিত হ'লহি। তেওঁৰ নাম ছেনৰ মানছিলা। তেওঁৰ মুখৰ মিচিকিয়া হাঁহিটো ক্ৰমে ক্ৰমে কমি গৈ শেষত মুখ বিকটোৱাত পৰিণত হ'লগৈ। "মই আপোনালোকৰ বাবে বিশেষ কৰিবলৈ নাই। এতিয়া বিদেশমন্ত্ৰকৰ লগত যোগাযোগ কৰক।"

মই কলোঁ যে আমি কনছালসকলে মিলিজুলি থকাই ভাল। কিন্তু তেওঁ কোনো কথা নুশুনিলে। মানুহজনৰ মুখখন কাঠবুকুৰা কাৰাবন্দীয়া জেলাৰৰ দৰে আছিল। টুপীটো হাতত লৈ তেওঁ দুৱাৰৰ পিনে চোঁচা মাৰোঁতেই মোৰ মগজুত এটা দুষ্ট বুদ্ধি খেলি গ'ল। "মানছিলা মহাশয়, মই আমাৰ দেশৰ বিষয়ে কেইটামান বক্তৃতা ইয়াত দিবলৈ বাধ্য হম। শুনিবলৈ অহা মানুহৰ পৰা পইচা লম। সেই টকা গোটাই লৈ ভাড়াৰ পইচা উলিয়াম। অনুগ্ৰহ কৰি এটা ঘৰ, এজন দোভাষী আৰু লাগতিয়াল অনুমতি পত্ৰৰ দিহা কৰক।"

মানুহজন সেঁতা পৰি গ'ল, চিলিৰ বিষয়ে বক্তৃতা? ইয়াত ছিঙাপুৰত? মই এইবাবে অনুমতি দিব নোৱাৰোঁ। ইয়াত মইয়ে এই বিষয়ে প্ৰধান—আৰু অকল মইহে চিলিৰ বিষয়ে ইয়াত বক্তৃতা দিব পাৰোঁ।"

মই ক'লোঁ, "শান্ত হওক, মানছিলা মহাশয়, আমাৰ সেই সুন্দৰ দেশখনৰ

বিষয়ে যিমান বেছি মানুহে বক্তৃতা দিয়ে, সিমানেই ভাল। আপুনি ইমান বিচলিত কিয় হৈছেবা মই বুজিব পৰা নাই।"

শেহত এই খামখেয়ালি প্ৰস্তাবটো এটা ৰাজনৈতিক ব্লেক মেইলত পৰিণত হ'ল, আৰু আমি মিটমাট কৰিলোঁ। তেওঁ খঙত জ্বলিপকি উঠি আমাক ৰছিদত চহী কৰাই টকা দিলে। গণি লবৰ সময়ত আমি কলোঁ যে বেচি টকাৰ ৰছিদ চহী কৰাই কম টকা দিয়া হৈছে।

তেওঁ বুজালে, "সেইখিনি সুদ।"

( দহদিনৰ মুৰত ৰেঙুনৰ পৰা তেওঁলৈ মই এখন চেক পঠিয়াই দিলোঁ—অৱশ্যে সুদ বাদ দি )।

জাহাজখনে ৰেঙুনৰ কাষ চাপি অহাৰ লগে লগে ডেকৰ পৰা আকাশলৈ মুৰ দাঙি থকা ডাঙৰ পেগোদা ছিউ দা গনৰ সোণৰ মুকুটটো দেখিবলৈ পালোঁ; দলঙত এদল মানুহে উজ্জ্বল ৰঙৰ পোছাক পিন্ধি ভিৰ কৰি আছিল। বহল এখন নৈৰ মোহনাই লেতেৰা পানীৰে মাৰ্তাবান উপসাগৰ ভৰাই পেলাইছিল।—পৃথিৱীত এই নৈখনৰ নাম সকলোতকৈ মিঠা—ইৰাৱতী।

এই নৈৰ পাৰতে মোৰ নতুন জীৱনৰ পাতনি হবলগীয়া আছিল।

## আলভেৰো

মানুহৰ নিচিনা মানুহ! এই আলভেৰো! এতিয়া তেওঁৰ নাম আলভেৰো ডি ছিলভা—তেওঁ এতিয়া নিউইয়ৰ্কত থাকে। জীৱনৰ বেছি ভাগ সময় তেওঁ নিউইয়ৰ্কৰ জন-অৰণ্যতে কটালে। মই কল্পনাত তেওঁক অদ্ভুত অদ্ভুত কাম কৰা দেখোঁ। অদ্ভুত সময়ত তেওঁ কমলা টেঙা খাইছে—দিয়াছলাই কাঠিৰে ছিগাৰেটৰ কাগজ পুৰিছে, বহুত মানুহক বিৰক্তি লগা প্ৰশ্ন সুধিছে। তেওঁ আছিল সদায় শৃঙ্খলা ভঙাৰ শিৰোমণি। তেওঁৰ জকমকীয়া বুদ্ধিৰ প্ৰশ্নবোৰত কৌতূহল ফুটি উঠিছিল—আৰু নিউইয়ৰ্কৰ চহৰীয়া জীৱন সি থকা সৰকা কৰিছিল। তেতিয়া ১৯২৫ চন। তেওঁ হাতত এথোপা ভায়োলেট ফুল লৈ ফুৰিছিল। বাটত লগ পোৱা এগৰাকী মহিলাক এই ফুল দি তেওঁক তেতিয়াই শয্যাসঙ্গিনী হবলৈ মাতিছিল। মহিলাগৰাকীৰ নামধাম জনাৰ কোনো অভ্যাস তেওঁৰ নাছিল। এইবোৰ ঘটনা আৰু জেমছ জয়েছৰ বিষয়ে দিয়া তেওঁৰ অনৰ্গল বক্তৃতাই আমাৰ নিচিনা আৰু বহুতৰ কাষত তেওঁৰ অকপট চৰিত্ৰই বিস্ময়ৰ পাত্ৰ হৈছিল। তেওঁৰ যুক্তি আছিল সহজ

আৰু কৌতূহল অদমনীয়, বিশেষকৈ নিউইয়ৰ্ক চহৰৰ মানুহ, আধুনিক গানবাজনা আৰু চিত্ৰকলা সাহিত্যৰ বিষয়ে তেওঁৰ মতামত স্পষ্ট আছিল।

কমলা টেঙা তেওঁ প্ৰায় সকলো সময়তে খাইছিল, নহলে আপেলৰ বাকলি গুচাইছিল—খোৱা-বোৱাৰ সময়ত দয়-দস্তুৰ নমনা এই মানুহজন আচৰিত ভাৱে সকলো বিষয়ে পাৰ্গতালিৰ উচ্চ শিখৰত উঠি আছিল। চহৰলৈ আহি সৰু টাউনৰ আমাৰ দৰে মানুহবোৰে তেওঁৰ মাজত চহৰীয়া জীৱনত সপোন সাৰ্থক হোৱা দেখিছিলোঁ। বাহিৰত নেদেখুৱালেই আমি ভিতৰে ভিতৰে বহুত বস্তুৰ বাবে হাবিয়াস কৰিছিলোঁ যেনে দেশ-বিদেশত ঘূৰা, সেই দেশবোৰৰ গানৰ জলসা শুনা, বাতিপুৱালৈকে কফিখানাত আড্ডা দিয়া, ধৰকেৰে চকা ইউনিভাৰ্ছিটীত পঢ়িবলৈ যোৱা....সেইত আলভেৰোই জীৱনৰ এনে এটা বিন্দুত উপস্থিত হ'লগৈ যে তেওঁৰ লগত মোৰ জীৱন কটোৱা অসম্ভৱ হৈ পৰিল। মই আকো ঘ'লৈকে যাওঁ, ত'তেই সোণালী সপোনত থিতাপি লোৱাৰ, এখন ঠাইত বহি তাত শিপা পুতিবৰ চেষ্টা কৰোঁ—যাতে মই ভাবিব পাৰোঁ, যাতে অস্তিত্বক উপলব্ধি কৰিব পাৰোঁ। আৰু আলভেৰোই সদায় উৎসাহত এটাৰ পিছত এটাকৈ বনৰীয়া আঁচনিত মত্ত হৈ জাপ দিছিল। কোনোবা কথাছবিত আমাক লব পাৰে বুলি জানিলেই তত্তালিকে পোছাক বদলাই মুছলমানৰ সাজ পিন্ধি ষ্টুডিঅ'লৈ যাবলৈ ঠেং দাঙি আছিল। বঙালী মানুহৰ পোছাক পিন্ধা মোৰ এখন ফটো ক'ৰবাত এতিয়াও আছে। এবাৰ কলিকতাত মই এখন ছিগাৰেটৰ দোকানলৈ গৈছিলোঁ। তাত কোনো কথা কবলগীয়া নাছিল বাবে মই মনে মনে আছিলোঁ। দোকানৰ মানুহখিনিয়ে মোক ঠাকুৰ বংশৰ কোনোবা মানুহ বুলি ধৰি লৈছিল। এনেকৈ মাজে মাজে আমি দমদমৰ ষ্টুডিঅ' বোৰত ফুৰাচকা কৰিছিলোঁ—যাতে আমাক তেওঁলোকে ভাড়া লয়। ওৱাই এম ছি-ৰ পৰা আমি পাওনা টকা দিব নোৱাৰি পলাবলগীয়া হৈছিলোঁ। তাৰ নাৰ্ছসকলৰ কথাও মাজে মাজে মোৰ মনত পৰে। তেওঁলোকে আমাক ভাল পাইছিল। সাধুকথাৰ সদাগৰৰ লেখিয়াকৈ আলভেৰোই নানা বেহা-বেপাৰত মন দিব খুজিছিল। অসমৰ চাহপাত, কাশ্মীৰৰ কাৰ্পেট, ঘড়ি, পুৰণি কীৰ্তি-সম্পদ—সকলো তেওঁ বেচিবৰ চেষ্টা কৰিছিল। কিন্তু এই সকলো প্ৰচেষ্টা বৰ বেগাই ধূলিত পৰিণত হৈছিল। কাশ্মীৰৰ কাৰ্পেটৰ নমুনাৰ টুকুৰা, চাহ পাতৰ সৰু সুৰা মোনা সকলো টেবুলৰ ওপৰত, নহলে বিছনাত ইপিনে সিপিনে সিচঁৰতিকৈ পেলাই থৈ

আইন এটা চুটকেছ ইতিমধ্যেই আজুৰি লৈ তেওঁ কৰবালৈ গ'লগৈ—মিডনিথ, নহলে নিউইয়ৰ্ক···

মই লেখক বহুত দেখিছোঁ। তেওঁলোক ধীৰ স্থিৰ, সফল—কিন্তু তথাপি তেওঁ সকলোতকৈ শ্ৰেষ্ঠ, তেওঁৰ প্ৰকাশ কৰা কিতাপ নাই বুলিবই পাৰি—মই বুজি নাপাওঁ কিয় তেওঁ প্ৰকাশ নকৰে। ৰাতিপুৱাৰ বিছনাৰ পৰা উঠাৰ আগতে দেখা পাওঁ তেওঁৰ সৰু খৰা নাকটোৰ ওপৰত চশমা লগাই তেওঁ ইতিমধ্যেই লিখিবলৈ আৰম্ভ কৰিছে—টাইপ ৰাইটাৰত খট্‌খট্‌ শব্দ হৈছে—ৰিমে ৰিমে কাগজ উৰিছে, অৱশ্যে হাতৰ কাষত পোৱা যি কোনো কাগজ হ'লেই তেওঁৰ হ'ল।··· তেওঁৰ গতিশীল জীৱন, তেওঁৰ সমালোচনাবোৰ, তেওঁৰ কমলা টেঙা খোৱা, মাজে মাজে চিঠিপত্ৰ পোৱা, নিউইয়ৰ্কৰ তেওঁৰ ঘৰৰ কোণ, তেওঁৰ ভায়োলেট ফুল, তেওঁ সৃষ্টি কৰা বেমেজালিবোৰ—যিবোৰ তেওঁৰ কাষত থাকিলে কোনো সমস্যাই নহয়, তেওঁৰ মানসিক সুস্থিৰতা, যিবোৰক বেমেজালি যেন লাগে··· মানুহে আশা কৰা কোনো কাম তেওঁ পূৰ্ণ নকৰে, হয়তো তেওঁৰ কৰিবৰ মন নাযায়, নহ'লে কৰিব নোৱাৰিবও পাৰে—আকৌ একেলগে বহুত কামত হাত দিয়া বাবেও হব পাৰে—কিন্তু তেওঁ জানে—চব জানে—দুৰ্বদুৰাঙলৈ মেলি দিয়া আবেগ প্ৰৱণ তেওঁৰ নীলা চকু দুটিয়ে চব দেখা পায়, সূক্ষ্ম অনুভূতিয়ে সকলো অনুভৱ কৰে --তথাপিতো সময়ৰ বালি আঙুলিৰ মাজেদি পাৰ হৈ যায়, তেওঁ ধৰি ৰাখিব নোৱাৰে।

# উজ্জ্বল নিৰ্জনতা

## ছায়াময়া অৰণ্য

স্মৃতিৰ সাগৰত ডুবি আছিলোঁ হঠাৎ সাৰ পালোঁ সাগৰৰ গৰ্জনে মোক জগালে। ভালপাৰাইজো-ৰ ওচৰৰ সমুদ্ৰৰ উপকূলত—ইবেলালোৱাত। মই লিখি আছোঁ। সাগৰৰ পাৰবোৰ কতবিকত কৰা শিলাৰ বতাহে গঢ়ি কৰিছে। মই খিড়িকীৰে মহাসমুদ্ৰলৈ চাই আছোঁ—ইও মোৰ দৰে হেজাৰে ফেনৰ চকুৰে চাব লাগিছে—এতিয়াও পাৰত ধুমুহাৰ প্ৰলয়ঙ্কৰ চিন-চাব পৰি আছে।

কিমানবোৰ বছৰ পাৰ হৈ গৈছে। সেই স্মৃতিবোৰ জুকিয়াই কওঁতে যেন ঢৌৰ শব্দই বাৰে বাৰে মোৰ অন্তৰ চুই গৈছে, কেতিয়াবা নিচুকাই মোক টোপনিত পেলাইছে, কেতিয়াবা তৰোৱালৰ খোচ মাৰি জগাই তুলিছে। মই এই স্মৃতিবোৰক সিহঁতৰ ক্ৰম অনুসৰি নসজোৱাকৈ বিবৰি যাম,—এই ঢৌবোৰে কেনেকৈ নিজৰ ইচ্ছামতে আহি গৈ আছে।

১৯২৯ চন। ৰাতি। আজি মুছলমানৰ কিবা এটা পৰবৰ বাবে ছুটি। মানুহৰ ভিৰ চকুত পৰিছে। ৰাস্তাৰ মাজভাগত দীঘল গাঁত এটা খান্দি সেইটো জ্বলন্ত কয়লাৰে ভৰোৱা হৈছে। আৰু কাষলৈ গৈ মই দেখিলোঁ যে পাতল এতৰপ ছাইৰ তলত জ্বলন্ত কয়লাৰ ৰঙা ফিতা এডাল যেন দেখা গৈছে। জুইৰ তাপ মোৰ মুখত লাগিল। হঠাৎ চাৰিজন ৰঙা পোছাক পিন্ধা মানুহৰ কান্ধত উঠি, মুখত ৰঙা বগা ৰং সনা এজন মানুহ আহি মাটিত নামিল। মদ খাই মতলীয়া হৈ থকা মানুহৰ দৰে জ্বলন্ত কয়লাৰ ওপৰেদি খোজকাঢ়ি তেওঁ পাৰ হৈ গ'ল। আল্লাহ! আল্লাহ! বুলি তেওঁ চিঞৰি গৈছিল।

ভিৰৰ মানুহখিনিয়ে আচৰিত হৈ এই দৃশ্যটো চালে। তাৰ পিছত তেওঁ-লোকৰ এজনে গৈ জোতাবোৰ ভৰিৰ পৰা দলিয়াই পেলাই খালী ভৰিৰে আকৌ জ্বলন্ত কয়লা পাৰ হৈ গ'ল। এজন এজনকৈ আৰু বহুতেই এই কামটো কৰিবলৈ আগবাঢ়ি আহিল। মাজবাটত তেওঁলোকে ভৰিৰে গৈথাকোঁতে মাৰি চিঞৰিছিল - আল্লাহ! আল্লাহ! আটাহ পাৰি মুখৰ ছুলি দিয় হোৱাকৈ মুখৰ বিকট ভঙ্গী কৰি আকাশৰ পিনে চাই কয়লাখিনি পাৰ হৈ

গৈছিল। শিশু কোলাত লৈও কোনো কোনোৱে এই কামটো কৰিছিল। তেওঁলোকৰ কাৰোবাৰ ভৰি পুৰিছিল নে নাই মই কিন্তু নাজানো।

মৃত্যুৰ দেৱী কালী মন্দিৰ পবিত্ৰ নৈৰ পাৰত। দূৰ দূৰান্তৰ পৰা আশীৰ্বাদ ভিখাৰী হৈ অহা শশ হিন্দু তীৰ্থযাত্ৰীৰ লগত মিলি আমিও মন্দিৰত সোমালোঁ। ভীৰু এই মানুহসকলক ফটাছিটা কাপোৰ-কানি পিন্ধা দেখি ব্ৰাহ্মণবোৰে মন্দিৰত প্ৰায় গতা মাৰি সুমুৰাই প্ৰতি খোজতে ইটো সিটো কাৰণে পইচা খুজি লৈছিল। ব্ৰাহ্মণ পুৰোহিতে এই ভয়ঙ্কৰী দেৱীৰ সাতখন ওৰণিৰ এখন দাঙি ধৰিছিল আৰু তাৰ লগে লগে মৰা মানুহক জগাই তুলিব পৰাকৈ এটা বিকট ঘণ্টাধ্বনি কৰিছিল। যাত্ৰীসকলে মাটিত আঠু লৈ হাতযোৰ কৰি মাটিত কপাল লগাই সেৱা কৰিছিল। আৰু পিছৰ ওৰণিখনৰ বাবে সকলোৱে দোৰিছিল। পুৰোহিতে তেওঁলোকক এখন চোতাললৈ ঠেলি নিয়ে। খড়গৰে এৰোপ মাৰি ছাগলীৰ মূৰ কাটে, আৰু সিহঁতে আকৌ দক্ষিণা লয়। জন্তুবোৰৰ বেঁ বেঁ চিঞৰ ঘণ্টাধ্বনিত ডুবি যায়। চুণকাম কৰা লেতেৰা বেৰাখনত মূৰলৈকে তেজৰ চেকা। এই দেৱী মূৰ্তিৰ মুখখন ক'লা, চকুবিটা বগা, প্ৰায় তেজৰ দৰে ৰঙাবৰণৰ দুই মিটাৰ দীঘল জিভাখন লক্‌লকাই আছে। তেওঁৰ কাণ আৰু নাকৰ পৰা মৃত্যুৰ প্ৰতীক নৰমুণ্ডমালা বোজা হৈ ওলমিছে। তীৰ্থযাত্ৰীসকল বাহিৰলৈ ওলোৱাৰ আগতে তেওঁলোকৰ শেষ পাইটোও দান কৰি আহে।

কবিতা আৰু গান শুনাবলৈ অহা আমাক আগুৰি থকা কবিসকল কিন্তু ভয়াতুৰ তীৰ্থযাত্ৰীসকলৰ দৰে নাছিল। মাটিলৈকে বৈ পৰা বগা সাজ-পাৰ পিন্ধা এই কবিসকলে ঘাঁহৰ ওপৰত মাটিত লেপেটা খাই বহি, নিজে তম্বুৰা বজাই প্ৰতিজনেই নিজ সুৰ দি বন্ধা গান গাইছিল। গানবোৰ পুৰণি কালৰ কাম্যোদ্দীপক বা ৰং-ধেমালিৰ নহয়—এইবোৰ আছিল প্ৰতিবাদৰ গান। ভোকত থকা মানুহে কৰা সংগ্ৰামৰ গান, বন্দীশালত থাকোঁতে লিখা গান। ভাৰত-বৰ্ষৰ প্ৰায় সকলো ঠাইত মই তেওঁলোকক লগ পাইছোঁ। তেওঁলোকৰ চিন্তা-কাতৰ চকুৰ চাউনি মোৰ মনত এতিয়াও জকজকাকৈ স্পষ্ট হৈ আছে। হয়তো জেলৰ পৰা মাত্ৰ ওলাই আহিছে, আৰু বোধহয় কাইলৈয়ে জেলত সোমাবগৈ। দুখ-দুৰ্দশা আৰু ঈশ্বৰৰ বিৰুদ্ধে লিখা এই গানবোৰৰ যুগতেই আমি জীয়াই

আছো, আৰু জগতৰ এইচোৰে কবিতাৰ সোণোৱালী যুগ ; কিন্তু বিদ্ৰোহী গানবোৰক চেঁচু চেপি মাৰি পেলোৱা হৈছে আৰু বোম্বাইত বাটৰ দাঁতিত মুই লাখে লাখে মানুহে জীৱন নিয়াইছে। বাস্তৱতেই তেওঁলোকৰ জীৱন আৰু মৃত্যু, জীৱন আৰু সপোন। মূৰৰ ওপৰত এচুখাৰি ঘৰৰ চাল, পেটত ভাত আৰু বেমাৰত দৰৱৰ সপোন অপূৰ্ণ হৈয়ে থাকে। সভ্য গৰ্বিত ইংলণ্ডে এনেকৈয়ে ঔপনিবেশিক সাম্ৰাজ্যখন গঢ়ি থৈ গ'ল। কোনো স্কুল, শিল্প, বাসস্থান, হাস্পতাল—একো নাৰাখিলে, কেৱল জেলখানা আৰু ৰাশি ৰাশি খালী হুইস্কিৰ বটল পৰ্বতৰ সমান ওখ হৈ গ'ল।

ৰাঙ্গ নামৰ ওৰাংওটাংটোৰ কথাও মোৰ মনত পৰিছে। সুমাত্ৰাৰ মেডান বোলা ঠাইত বোটানিকেল গাৰ্ডেনখন প্ৰায় এৰাবাৰীৰ দৰে। মই ইয়ালৈ কেইবাবাৰো গৈছিলোঁ। মই দেখি আচৰিত হৈছিলোঁ যে প্ৰতিবাৰ দুৱাৰ খুলি দিবলৈ হৈয়ে আছিছিল। আমি দুয়ো হাত ধৰাধৰিকৈ ফুৰিবলৈ গৈছিলো। তাৰ পিছত কোনো এখন পানশালাত সোমাই বিয়াৰৰ অৰ্ডাৰ দিছিলোঁ। টেবুলত দুয়োখন হাত আৰু দুয়োখন ভৰিৰে ভুকুৱাই অৰ্ডাৰ দিছিল। দোকানৰ লিটিকাই আহি বিয়াৰৰ মগ দি গৈছিল—এটা ওৰাংওটাং আৰু এজন কবিৰ বাবে। একেবাৰে সঠিক মাপৰ বিয়াৰখিনি আমি ভগাই খাইছিলোঁ।

ছিঙাপুৰৰ চিড়িয়াখানাত সজাত ভৰাই থোৱা এটা অষ্ট্ৰেলিয়ান চৰাই দেখিছিলোঁ। তাৰ নেজডাল এখন বীণৰ দৰে। এনে জকমকীয়া, খণ্ডাল, অপৰূপ সৌন্দৰ্যৰ চৰাই—যেন অমৰাপুৰীৰ পৰা ভৈয়ামলৈ নামি আহিছে—খুব কমহে দেখা যায়। তাৰ অলপ দূৰতে দেখিছিলোঁ ক'লা মাইকী নাহৰ-ফুটুকী বাঘ। তাইৰ গাৰ পৰা তেতিয়াও হাবি-বনৰ গোন্ধ থোৱা নাই, সজাৰ ভিতৰত অকম ক্ৰোধত পায়চাৰি কৰিছে, যেন তৰাভৰা এচুখাৰি আকাশ, চলমান চৌম্বক ক্ষেত্ৰ এডাল, জগত সংসাৰ ধ্বংস কৰিবলৈ সাজু হৈ থকা এটা ক'লা আগ্নেয়গিৰি, নিখুঁত চো খেলোৱা শক্তিৰ এটা জ্বালামুখো, দুটি ক'লা চকু যেন দুখন চক্‌চকীয়া চোকা ছুৰি—দুকুৰা জুই—আমালৈ জুপি চাই প্ৰতিবাদ জনাইছে তাইৰ বন্দীত্বৰ বিৰুদ্ধে, মানুহৰ নিষ্ঠুৰতাৰ বিৰুদ্ধে।

পুৰণি ইন্দোচীনত পেনাং চহৰত বিখ্যাত 'সোঁণৰ মন্দিৰ' চাবলৈ গলোঁ।

এই মন্দিৰৰ কথা সাংবাদিক আৰু ভ্ৰমণকাৰীসকলে বৰ্ণনা কৰি গৈছে। পেনাং চহৰৰ বাস্তাত ইমান যুদ্ধ, ইমান ধ্বংসৰ অন্তৰ, ক্ৰন্দন আৰু অনুশোচনৰ

ইমান প্ৰকোপৰ পিছতো ই এতিয়াও অক্ষত আছেনে মই নাজানো। টাঁলিৰ ছালৰে ই এটা ক'লা চাপৰ সৰু মন্দিৰ। কলগছৰ এখন বনৰ মাজত, সেমেকা ঠাইত ফ্ৰাঙ্গিপানী আৰু ধুপধুনাৰ তীব্ৰ গোন্ধ ভৰা মন্দিৰটোত সোমালোঁগৈ। প্ৰথমতে একো দেখা নাপালোঁ। হঠাৎ কিবা এটাই লৰচৰ কৰা যেন পালোঁ। এটা সাপে অলস মন্থৰতাত গা পোনাইছে। লাহে লাহে আৰু সাপ আমাৰ চকুত পৰে—ডজন ডজন - শ শ—হেজাৰ বিজাৰ সাপ। নিচেই অকমানি এটা সাপ মমদানিত মেৰ খাই আছে। ক'লা, ধাতুৰ নিচিনা চক্চকীয়া, লেহুকা সাপবোৰে যেন কলমতিয়াই সুন্দৰ চীনামাটিৰ বাটিত গাখীৰ, কণী খাইছে। সাপবোৰে যেন আমাক পৰোৱাই নকৰে, সিহঁতৰ গাত গা ঘঁহিয়েই আমি যাওঁ। মন্দিৰৰ থাপনাত, শিলৰ খুটাত মেৰ খাই থকা সাপবোৰ বিষাক্ত বুলি বুজোঁ—সেইয়া তাত এডাল বাছেল্‌ছ ভাইপাৰে কণী এটা গিলিব ধৰিছে। প্ৰকাণ্ড অজগৰ কলাবাৰ ডি বুচি, কলাবাৰ নয়া নামৰ সাপবোৰ দেখিলোঁ। মৃত্যুৰলেখীয়া স্তব্ধতাত গেৰুৱা সাজ পিন্ধা ছাৰ দৰে পাৰ হৈ গৈছে। গাৰ উজ্বল ৰং আৰু ধীৰ অলস গতিয়ে তেওঁকো এটা সাপৰ লেখীয়া কৰিছে। কণী আৰু গাখীৰত খালী বাটি বিচাৰি ফুৰিছে।

সাপবোৰ ইয়ালৈ কোনে আনিলে, কেনেকৈ সিহঁত ইয়াত বৈ আছে? আমাৰ প্ৰশ্নৰ উত্তৰত জানিলোঁ যে নিজে নিজে সিহঁত আহিছে আৰু মন কৰিলেই নিজেই গুচি যাব পাৰে। লোহৰ দাং বা কাঁচ দি সিহঁতক মন্দিৰত ধৰি ৰাখিবৰ কোনো দিহা নাই।

পেনাং এৰি বাছখন হাবিৰ মাজেদি, ইন্দোচীনৰ গাঁওবোৰ পাৰহৈ, ছায়-গনৰ পিনে যোৱাৰ কথা। মোৰ কথা কোনেও বুজি নাপাইছিল, আৰু মইও কাৰো ভাষা নাজানিছিলোঁ। জঙ্গলৰ ভিতৰত বাটটো অনন্ত অসীম যেন লাগিছিল। মাজে মাজে বাছ ৰখোতে যাত্ৰীসকলে উঠা নমা কৰিছিল। এওঁলোকৰ বেছি ভাগ মানুহ চহা শ্ৰেণীৰ আছিল। তেওঁলোকৰ আচহুৱা সাজ-পোছাক, বেঁকা চকু, শান্ত আৰু গহীন স্বভাৱ মই লক্ষ্য কৰিছিলোঁ। বাছত শেহলৈ মাত্ৰ ২/৪ জন মানুহ ৰ'লগৈ—গাড়ীখন পুৰণি যেখেৰীয়া আছিল আৰু এই মসৃহ সিজি যোৱা গৰমত যি কোনো মুহূৰ্তত ভাঙি পৰিব যেন লাগিছিল।

হঠাতে মোৰ ভয় লাগিল। মই ক'ত আছো ক'লৈ যাব ওলাইছো—এই অচিনাকি মানুহবোৰৰ লগত মই কিয় ৰাতি কটাইছো? আমি এতিয়া

লাওহৰ পৰা কাম্বোডিয়ালৈ বাব ধৰিছো। অৱশিষ্ট যাত্ৰীসকলৰ বহুতৰ চকুলৈ চাই হঠাৎ তেওঁলোকক সাইলাখ ডকাইত যেন লাগিল। হয়, কোনো সন্দেহ নাই। প্ৰাচ্যদেশৰ সাধুকথাত লেখা ডকাইতবোৰৰ লগত মই এতিয়া বহি আছো।

ইজনে সিজনৰ চকুলৈ চাই তেওঁলোকে ঠাৰে-ঠিৰাৰে কথা কৈ আছিল, আৰু মোলৈ বাৰে বাৰে কেৰাহিকৈ চাই আছিল। ঠিক তেনেতে জংঘলৰ ঠিক মাজখিনিতে বাছখন একেবাৰে ৰ'লহি, ভগা বাছখন আৰু বকম ঠাই বিচাৰি নাপালে। অচিনাকি ঠাইত এই গছবোৰৰ তলতে টানি লৈ গৈ আকৌ তেওঁলোকে বলি দিব নেকি? গছবোৰৰ ছাঁই আকাশ ঢাকি ৰাখিছে, মই নিজে ক'ত মৰিম তেনে এডোখৰ ঠাই বিচাৰিলো। এই শাকপাচলিৰ খৰাহিবোৰ আৰু মুৰগীৰ বাকচবোৰৰ মাজতে মই মৰিম—সিহঁতে হ'ল মোৰ একমাত্ৰ চিনাকি বস্তু। মোৰ ওপৰত তেওঁলোকৰ খং কিমানখিনি তাৰ উমান লবলৈ মই সেইপিনে চাই দেখো যে তেওঁলোক হঠাৎ নাইকিয়া হ'ল—বাছখন খালী।

বহুতপৰ অকলে তাতে বহি থাকিলো। এন্ধাৰত, নিজান হাবিখনত মোৰ মনৰ বল একেবাৰে শেষ হৈ গ'ল। মই ইয়াতে মৰিম আৰু মোৰ মৃত্যুৰ কথা কোনেও নাজানিব। মোৰ প্ৰিয় জন্মভূমি, মোৰ কিতাপবোৰ আৰু মৰমৰ মানুহখিনিৰ পৰা ইমান দূৰত মই মৰিম!

হঠাতে দূৰত এটা টিমিক ঢামাককৈ-পোহৰৰ জিলিঙনি চকুত পৰিল। এটা চাকি—তাৰ পিছত আৰু এটা—আৰু এটা, গোটেই বাটটো পোহৰত উজ্জ্বল হৈ উঠিল। কোনোবাই বজাইছে—কম্বোডিয়ান সঙ্গীতৰ সহজ সুৰেৰে আকাশ ভৰি পৰিল। বাঁহী, তম্বুৰা আৰু চাকিৰ পোহৰে বাটপথ সঙ্গীত আৰু পোহৰত ভৰাই পেলালে। এজন মানুহে থিয় হৈ মোক ইংৰাজীত কলে, "বাছখন বেয়া হৈছে। আমি বহুত সময় বব লাগিব, বোধহয় ৰাতি নুপুৱালৈকে। ইয়াত শুবৰ ঠাইও নাই। যাত্ৰীসকলে আপোনাৰ মন ভাল লগাবলৈ গান-বাজনাৰ দিহা কৰিবলৈ ওলাই গৈছিল।"

বহুত ঘণ্টা ধৰি, এতিয়া আৰু মই নলগা সেই গছবোৰৰ তলত বহি নুঠালৈকে মহান আৰু প্ৰাচীন সংস্কৃতিৰ নমুনা ধৰ্মীয় নাচ চালো। গোটেই বাটটো মনমোহা সঙ্গীতে মধুৰ কৰি তুলিলে।

জীৱনত ই এটা শিক্ষা হ'ল—সাৱধান বাণী শুনিলো যে কীৰূপে অনাহক

ভয় খাব নালাগে। মই এই কথা কেতিয়াও নাপাহৰোঁ। লুকাই থকা, হঠাৎ পোৱা সন্মান, ভ্ৰাতৃত্ব, এশ্বাৰত বিকশি উঠা সৌন্দৰ্যৰ ফুল জনগণৰ পৰাই আহে।

## ভাৰতৰ এখন কংগ্ৰেছ

আমি এইয়া ভাৰতীয় জাতীয় কংগ্ৰেছ পাৰ্টিৰ সন্মেলনত উপস্থিত হৈছোঁ। হেজাৰ হেজাৰ প্ৰতিনিধিয়ে গেলাৰী ভৰি পৰিছেহি। গান্ধীক মই লগ পালোঁ। এই আন্দোলনৰ আৰু এজন প্ৰথম শাৰীৰ নেতা মতিলাল নেহৰুৰ লগত মোৰ দেখা হ'ল। অলপতে ইংলণ্ডৰ পৰা ঘূৰি অহা তেওঁৰ পুত্ৰেক জৱাহৰলাল নেহৰুৱে স্বাধীনতা বিচাৰে, কিন্তু গান্ধীয়ে প্ৰথম পদক্ষেপ হিচাপে সহজ স্বায়ত্ব শাসন বিচাৰে। গান্ধীৰ মুখৰ ভাব হ'ল এটা চতুৰ শিয়ালৰ দৰে, খুব বাস্তব বুদ্ধিৰ মানুহ, আমাৰ দেশৰ আগৰদিনীয়া ক্ৰিয়োল নেতাসকলৰ লাইনৰ ৰাজনীতিজ্ঞ, কমিটিৰ কাম-বনত পাকৈত, পৈণত কৌশলী, অক্লান্ত পৰিশ্ৰমী। লাখ লাখ মানুহে অবিৰাম সোঁতত আহি তেওঁৰ বগা চুৰিয়াৰ এটা কোণ পূজা কৰাৰ দৰে 'চুই গান্ধীজি' বুলি চিঞৰি পাৰ হৈ গ'ল। চশমা-যোৰ পিন্ধি তেওঁ শান্তভাৱে এটা নমস্কাৰ আৰু মিচিকি হাঁহি উপহাৰ দিলে। তেওঁৰ কোনো ক্লান্তি নাই, মানুহৰ চিঠি-টেলিগ্ৰাম পঢ়ে আৰু নিজহাতে উত্তৰ দিয়ে। সকলোৰে খবৰ লয়। তেওঁ এজন সাধু—ভাগবত ক্লান্ত নহয়; ৰাজনীতি আৰু জীৱন ধাৰণৰ নীতি আছিল কঠোৰ। আৰু নেহৰু আছিল বুদ্ধিমান—তেওঁলোকৰ বিপ্লৱোত্তৰ স্বাধীনতাৰ ঘোষক মাত্ৰ।

কংগ্ৰেছত আৰু এজন মহান পুৰুষৰ লগত দেখা হ'ল। তেওঁৰ নাম সুভাষ-চন্দ্ৰ বসু। জনগণৰ প্ৰিয়, আবেগপ্ৰৱণ, কঠোৰ সাম্ৰাজ্যবাদ-বিৰোধী, নিজৰ দেশৰ প্ৰিয় ৰাজনৈতিক নেতা। ১৯৪৪ চনৰ যুদ্ধত জাপানী আক্ৰমণৰ সময়ত তেওঁ বৃটিছ সাম্ৰাজ্যৰ বিৰুদ্ধে আক্ৰমণকাৰীসকলৰ পক্ষ লৈছিল। বহুত বছৰৰ মূৰত ভাৰতত তেওঁৰ বন্ধু এজনে ছিঙাপুৰৰ পতন কেনেকৈ হ'ল মোক কৈছিল। আমাক জাপানী অৱৰোধকাৰীবোৰৰ ওপৰত অস্ত্ৰশস্ত্ৰ ব্যৱহাৰ কৰিবলৈ শিকোৱা হৈছিল। হঠাৎ আমি সুধিবলৈ আৰম্ভ কৰিলোঁ, "কি কাৰণে জাপানৰ ওপৰত আমি জপিয়াই পৰিম কিয়?" তাৰ পিছতে সৈন্যদলৰ মুখ ঘূৰাই ইংৰাজ বাহিনীৰ পিনে বন্দুকৰ নল ঘূৰাই পেলালোঁ। কামটো সহজ

নাছিল। জাপানী আক্ৰমণকাৰীসকল এই পিনে পাৰ হৈ যাবহে। কিন্তু ইংৰাজবোৰে যুগমীয়াকে খিতাপি লৈছে যেন লাগিল।

সুভাষ চন্দ্ৰ বসুক গ্ৰেপ্তাৰ কৰি, বিশ্বাসঘাতকতাৰ দোষত অভিযুক্ত কৰা হ'ল। ভাৰতৰ বৃটিছ আদালতে তেওঁক মৃত্যুদণ্ড দিলে। এই ঘটনাত স্বাধীনতা আন্দোলন আৰু বহুগুণে বাঢ়িল। অৱশেষত তেওঁক এই অভিযোগৰ পৰা মুক্ত কৰা হল—নেহৰুৱে নিজে তেওঁৰ হৈ ওকালতি কৰিছিল।- তাৰ পিছৰ পৰা সুভাষচন্দ্ৰৰ জনপ্ৰিয়তা আৰু বাঢ়িল।

## হেলনীয়া দেৱতাসকল

কেউপিনে প্ৰভু বুদ্ধৰ মূৰ্তি—হৰেক ৰকমৰ···কঠিন, কোনোবাটো পোন, কোনোবাটো বেঁকা—পোকে খোৱা, সোণোৱালী ৰঙৰ যেন কোনোবা জন্তুৰ চিকমিকনিহে দিনে দিনে ৰ'দবতাহত আৰু ক্ষয় হোৱা। মূৰ্তিৰ মুখ, গাল, কিলাকুটি নাই, মিচিকিয়া হাঁহিত অকণি অকণি দাগ ; ভেঁকুৰা লগাৰ দাগ, বসন্তৰ দাগৰ দৰে, বনৰ চৰাই চিৰিকতিয়ে মলমূত্ৰ গাত পেলাই কৰা দাগ ; কাতি হৈ হেলান দি আছে প্ৰকাণ্ড মূৰ্তিবোৰ—কোনোটো চল্লিশ মিটাৰ এছটা শিল কাটি সজোৱা, কোনোটো বালিময় ক'লা পাথৰৰ, কোনোটো শেঁতা—গৈ থাকোঁতে জঙ্গলৰ মাজত হঠাৎ পাতৰ সিৰাসিৰণি শুনি সেইপিনে চকু দিলে এটা চুকত দেখা পাব তেনে এটা মূৰ্তি, শুই আছে তাত হয়তো শ শ বছৰ—হেজাৰ বছৰ ধৰি—হেজাৰৰ হেজাৰ গুণ বছৰ ধৰি। মই কিন্তু এই মূৰ্তিবোৰৰ কোমল ৰূপ দেখিবলৈ পাওঁ—অইন এখন জগতৰ, 'ৰবো ন তষ্ঠো' অৱস্থাত থকা সেই পাথৰৰ খুব কোমল মিচিকিয়া হাঁহি, সেই অভাৱনীয় ৰাজকীয় মহিমা ; যুগমীয়া কঠিন শিলাময় হোৱা সত্ত্বেও পৃথিৱীৰ তেজৰ বলি লগা কালৈ চাই তেওঁলোকৰ এই মহিমাময় হাঁহি ? তেওঁলোকৰ কাষেদি কিমান ঘটনাৰ সোঁত বৈ গ'ল ঘৰ হেৰুৱা তিৰোতামানুহ, দুই আৰু অত্যাচাৰৰ পৰা পলোৱা মতামানুহ, লোহৰ মুখা পিন্ধা যুঁজাৰুসকল, কপট বৰমূৰীয়া পুৰোহিতবোৰ—এই সকলোবোৰকে গিলি খোৱাৰ দৰে চাই থকা ভ্ৰমণকাৰী বিদেশীবোৰ। তথাপি মূৰ্তিবোৰ এতিয়াও একে ঠাইতে ৰ'ল। পাথৰৰ একো একোটা প্ৰকাণ্ড আৰু পাথৰৰে কটা সাজ-পোছাক—সুন্দৰ দৃষ্টি হেৰাই যোৱা চকুৰে তেওঁলোক অমানুষিক প্ৰকাণ্ড—আকৃতিৰ মূৰ্তি অথবা দেৱতা সেই শিখৰে তৰ্ক-বিতৰ্ক চলি হৈ থাকক···পাথৰৰে

দেৱতা··· বনৰ চৰাইবোৰে থপ্‌থপাই আহি গৈ থাকে—সিহঁতৰ ৰং ক'লা যেন লাগে ·· মোৰ স্পেন দেশীয় খ্ৰীষ্ট মূৰ্তিবোৰৰ কথা মনত পৰিল। আমাৰ দেশে সেই মূৰ্তি উত্তৰাধিকাৰসূত্ৰে পাইছে। থুতু আৰু বিহফোটোৰে, শুকাই যোৱা ঘাৰ দাগেৰে, গিৰ্জাৰ বন্ধ ঘৰৰ বিশেষ মমৰ গোন্ধেৰে সেই খ্ৰীষ্টও দেৱতা নে মানুহ, দ্বিতীয়বাৰ ভাবি চাবলগীয়া হৈছিল। তেওঁলোকক মানুহত পৰিণত কৰিবলৈ, দুখী মানুহৰ কাষ চপাবলৈ খাই আৰু নাড়ীকটা মানুহে, প্ৰতিবন্ধী আৰু লোভী মানুহে গিৰ্জাৰ ভিতৰৰ আৰু বাহিৰৰ অৱস্থাবোৰক মানুহৰ লগত বিজালে। খনিকৰে এইবোৰৰ গাত গুৰুতৰ জখমৰ চিন আঁকিলে, আৰু এই কষ্টবোৰক সহ্য কৰাটো ধৰ্মত পৰিণত কৰিলে। যেনে পাপ কৰিলে কষ্ট ভোগ কৰিবই লাগিব, যদিও পাপ নকৰিলেও কষ্ট ভোগ হয়—তোমাৰ কোনোপিনেই ৰক্ষা নাই · কিন্তু ইয়াত—এই আৰামত কাতি হৈ থকা পাথৰৰ মূৰ্তিবোৰে শান্তি পাইছে··· খনিকৰসকলেও দুখ-বেদনাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে আৰু এই দৈত্যৰ নিচিনা ডাঙৰ ভৰিৰ প্ৰকাণ্ড বুদ্ধমূৰ্তিবোৰে—তেওঁলোকৰ পাথৰৰ মুখত মিচিকিয়াই হাঁহি দেখুৱাইছে—হাঁহিত কোনো দুখ-বেদনা নাই—মানৱিক সৌন্দৰ্যৰে ভৰপূৰ হাঁহি মাৰিছে। তেওঁলোকৰ এটা গোন্ধও আছে এৱা ঘৰ-বাৰীৰ গোন্ধ নহয়, মৰুৱা জালৰে ভৰি থকা শাস্ত্ৰ পুথিৰ গোন্ধ নহয়; ই গছ-গছনিৰ অৰণ্য জগতৰ; হঠাৎ অহা বতাহৰ কোবত উৰি পৰা চৰাইৰ পাখি, গছৰ পাত, অসীম অৰণ্যৰ ফুল।

## মানুহৰ পৰিয়াল

মোৰ কবিতাৰ বিষয়ে লিখা কেইবাটাও প্ৰবন্ধত মই পঢ়িছোঁ যে দূৰ প্ৰাচ্যত কিছুমান দিন বাস কৰা বাবে মোৰ কবিতাত প্ৰাচ্য প্ৰভাৱ আছে, বিশেষকৈ "ৰেছিডেন্সিয়া এন লা টিয়েৰা"ত। আৰু সৰাচলতে সেই সময়ত মই এই কিতাপখনৰ কবিতাহে লিখিছিলোঁ। কিন্তু তেওঁলোকৰ বক্তব্যৰ আখৰে আখৰে প্ৰতিবাদ নকৰিলেও মই কব পাৰোঁ যে এনে প্ৰভাৱ ইত্যাদিৰ কথা ভবা ভুল।

প্ৰাচ্যজগতৰ গূঢ় দৰ্শনে বাস্তৱ জীৱনৰ মুখামুখি হৈ পশ্চিমী জগতৰ উদ্বেগ, মায়ুবৈকল্য, খেলিমেলি লগোৱা সুবিধাবাদৰ ফল আঙুলিয়াই দেখুৱাব পাৰে, তাৰ মানে পুঁজিবাদৰ নিয়ামক নীতিবোৰৰ সংকট স্পষ্ট কৰি দেখুৱাব

পাৰে। কিন্তু সেই সময়ৰ ভাৰতবৰ্ষতো আত্মমগ্ন হৈ গভীৰ ধ্যান-ধাৰণাৰ সুযোগ হৈছিল। জীয়াই থকাটোৱেই তেওঁলোকৰ মানুহৰ দৈহিক পাশৱিক চাহিদা আছিল। ঠাণ্ডা মগজৰ লাঞ্ছনাই আছিল ঔপনিৱেশিক শাসনত কায়েমী ৰাজত্ব। হেজাৰ হেজাৰ মানুহ দিনো কলেৰা, বসন্ত, জ্বৰ আৰু ভোকত মৰিছিল। ভাৰতৰ বৃহৎ জনসংখ্যা আৰু সেই অনুপাতে বৃহৎ শিল্পৰ অভাৱে সামন্তবাদী সমাজখনত খেলিমেলি লগাইছিল। এই সকলোবোৰ কাৰণে জীৱনৰ বীভৎস ৰূপটোহে দেখা দিছিল—মায়াবাদৰ সামান্য বেশও নোহোৱা হৈছিল।

ব্ৰহ্মজ্ঞানৰ কেন্দ্ৰবোৰ সাধাৰণতে পশ্চিমী দেশৰ, উত্তৰ আৰু দক্ষিণ আমেৰিকাৰো কিছুমান দুঃসাহসী মানুহৰ দ্বাৰা চলোৱা হৈছিল। অৱশ্যে এওঁলোকৰ মাজত দৃঢ়বিশ্বাস লৈ কাম কৰোঁতা মানুহো বহুত আছিল। কিন্তু এইবোৰৰ বেছিভাগ এখন সহজ সৰল সমাজৰ বাবে বিচিত্ৰ মাদুলী আৰু আধিদৈৱিক বেপেৰুৱা বক্তৃতাৰ লগত বিগ্ৰহক নীলাম কৰা হৈছিল। এই মানুহবোৰে ধৰ্মৰ লগত যোগৰ উল্লেখ কৰিছিল। ধৰ্মৰ নামত কৰা কহুৰং দেখি তেওঁলোকে আনন্দত উত্ৰাৱল হৈছিল। নগ্ন ৰংবাজী আৰু মুখভৰা কথাৰ সোঁত বোৱাইছিল।

এইবোৰ কাৰণে প্ৰাচ্য দেশখন মোৰ মনত এটা প্ৰকাণ্ড দুৰ্ভগীয়া মানুহৰ পৰিয়াল যেন লাগিল। ইয়াৰ ধৰ্মীয় বা লোকাচাৰৰ কোনো প্ৰভাৱ মোৰ ওপৰত নপৰিল। সেইবাবে মই বিশ্বাস নকৰোঁ যে মোৰ এই সময়ছোৱাত লিখা কবিতাই এখন প্ৰতিকূল জগতত হঠাতে আহি পৰা অকলশৰীয়া মানুহ এটাৰ মনোভাৱৰ বাহিৰে অইন কিবা দৰ্শন প্ৰকাশ কৰিছে।

গুপ্ত ব্ৰহ্মজ্ঞানৰ এজন অনুগামীৰ কথা মোৰ মনত পৰিছে—তেওঁ নিৰামিষ খাইছিল, আৰু ভাল বক্তৃতা দিছিল। আদহীয়া বয়সৰ চুটি চাপৰ ভপামুৰা এই মানুহজনৰ নাম আছিল পাওয়াৰ্চ। তেওঁৰ পাতল নীলা বৰণীয়া চকুৰ নিৰানন্দ বিষণ্ণ চাহনিয়ে মানুহৰ ভিতৰলৈ বিন্ধিছিল। উত্তৰ আমেৰিকাৰ কেলিফৰ্নিয়াৰ এই মানুহজনে বৌদ্ধধৰ্মত বিশ্বাস কৰিছিল, আৰু এই বিষয়ে বক্তৃতা দিছিল। প্ৰত্যেকবাৰ বক্তৃতাৰ সামৰণিত তেওঁ এই পথ্যৰ বিধান দিছিল—"ৰকফেলাৰে কি কৈছিল শুনক—দিনো এটাকৈ সুমথিৰা টেঙা খাবা।"

পাওয়াৰ্চৰ ৰুক্ষ খোলা অন্তৰে মোক আকৃষ্ট কৰিলে। তেওঁ স্পেনীয়

তাৰা জানিছিল। বক্তৃতা দিয়া শেষ হলে আমি গৈ কোনোবা ৰেষ্টোৰাত ভেড়াৰ ৰোষ্ট আৰু পিঁয়াজৰে পেট ভৰাই খাইছিলোঁ। বৌদ্ধ তত্ত্ববাদী পণ্ডিত বুলি নিজকে জাহিৰ কৰিলেও তেওঁ যে প্ৰকৃততে তাত বিশ্বাস কৰিছিল মই সন্দেহ কৰোঁ। অৱশ্যে তেওঁৰ বাক্যসাঁৰা খকটো বক্তৃতাৰ বিষয়বস্তুতকৈ বেচি সঁচা আছিল।

অনতিপলমে তেওঁ প্ৰেমত পৰিল—ছোৱালীগৰাকী দুভচীয়া, আৰু পাওয়াৰ্চৰ ডিনাৰ জেকেট আৰু বৌদ্ধধৰ্মৰ বিষয়ে তেওঁৰ তত্ত্বকথাত পগলা হৈ আছিল। শেঁতা, অলপ বয়সীয়া আৰু জীৱনত বহুত বেদনা পোৱা চকুৰে গাভৰুটিয়ে পাওয়াৰ্চক এজন দেৱতা, এজন জীৱন্ত বুদ্ধ বুলি ধৰি লৈছিল····ধৰ্মৰ জন্ম তেনেকৈয়ে হয়।

এই তিৰোতাগৰাকীৰ লগত তেওঁ কেইমাহমান কটালে। তাৰ পিছত তেওঁৰ নতুন এখন বিয়ালৈ মোক মাতিবলৈ আহিল। পাওয়াৰ্চ-এ এটা ৰেফ্ৰিজাৰেটৰ কোম্পানীত বিক্ৰেতাৰ কাম কৰিছিল। অফিচৰ পৰা তেওঁক এখন মটৰবাইক দিছিল। এই বাইকত উঠি আমি দুইয়ো লৰালৰিকৈ জোপোহা গছ-গছনি, মঠ-মন্দিৰ আৰু ধানখেতি পাৰ হৈ শেহত এখন চীনা বসতিৰ গাওঁ পালোগৈ। পাওয়াৰ্চ-ক ফটকা ফুটাই, গান গাই অভ্যৰ্থনা কৰা হ'ল। গাভৰু কইনাটিয়ে মুখত বগা ৰঙৰ ৰহণ সানিছিল। সকলোতকৈ ওখ এখন চকীত তেওঁ এগৰাকী গোঁসানীৰ দৰে বহি ব'ল। গান-বাজনা চলিল। আমি নানা বৰণীয়া পানীয় খালোঁ। পাওয়াৰ্চ আৰু তেওঁৰ নতুন কইনাৰ মাজত এটি কথাও নহ'ল।

আমি চহৰলৈ ঘূৰি আহিলোঁ। তেওঁ মোক বুজাই কলে যে মাত্ৰ কইনা-জনীয়েহে বিয়াৰ শাস্ত্ৰীয় নীতি-নিয়মিত অংশ লয়। তেওঁ নিজে তাত নাথাকিলেও উছৱ চলিয়েই থাকিব। পিছত গৈ তেওঁ কইনাৰ লগত ঘৰ পাতিব।

"তুমি যে বহু বিবাহকাৰী সেইটো বুজি পাইছানে ?"

"অ', মোৰ আইন পৰাকী ঘৈণীয়ে জানে, আৰু তেওঁ খুব সুখী হৈছে।"

তেওঁ বক্তৃতাত কোৱা "দিনো এটা সুমধিৰা" বচন কাকিৰ দৰে এই কথাটো সমানে সঁচা আছিল। আমি তেওঁৰ ঘৰ পালোগৈ—, তেওঁৰ প্ৰথমা পত্নীৰ ঘৰ—সেই বহুত দুখ-কষ্ট পোৱা দুভচগীয়া মানুহগৰাকীয়ে বিছৰ পিয়লা এটা, আৰু বিদায় জনাই লিখা এখন চিঠি টেবুলৰ ওপৰত থৈ নিজে

প্ৰায় মৰো মৰো হৈ পৰি আছিল। আচুঁৰাৰ ভিতৰত তেওঁৰ কঁকালকলীয়া দেহাটো একেবাৰে নঙঠা আৰু লাবৰ-চাবৰ নোহোৱা হৈ পৰি আছিল। ছেই-ঘণ্টামান কষ্ট পোৱাৰ পিছত তেখেত ঢুকাল।

পাওৱাৰ্চক এতিয়া মোৰ ঋণ লগা হ'ল, কিন্তু তেওঁৰ কাম এৰিব নোৱাৰিলোঁ, কাৰণ তেওঁৰ কণ্ঠধ্বনি বাস্তৱিকে আন্তৰিক আছিল। নিন্দ-নিন্দুক মানুহটো যেন ভাঙি টুকুৰা টুকুৰ হৈ গ'ল। তেওঁৰ লগত মই শ্মশানলৈ গ'লোঁ। সস্তা দামৰ কফিনটো এখন নৈৰ পাৰিতলৈ দি এবোজা, খৰিৰ ওপৰত তোলা হ'ল। তেওঁ সংস্কৃতত কিবা মন্ত্ৰ আওৰাই জুইশলা মাৰি খৰি কেডালত জুই লগাই দিলে।

গেৰুৱা ৰঙৰ পোছাক পিন্ধা কেইজনমান মানুহে মন্ত্ৰ পঢ়িলে—বৰ কৰুণ সুৰৰ সঙ্গীতৰ দৰে সেই মন্ত্ৰ। চিতাটো অলপ পিছতে নুমাল, আকৌ জুইশলাৰ কাঠিৰে জ্বলাবলগীয়া হ'ল। উদাসীন নৈ বৈ যাবই লাগিছে, প্ৰাচ্য দেশৰ চিৰন্তন নীলা ৰঙৰ আকাশত কোনো হেৰফেৰ নহ'ল, কেৱল গিৰিয়েকে এৰি থৈ যোৱা বেচেৰী ছোৱালীজনীৰ শেষকৃত্যত প্ৰকৃতিৰ সীমাহীন অৱজ্ঞা প্ৰকাশ পালে।

মোৰ অফিচৰ কাম-বন তেনেই পাতল আছিল। তিনি মাহৰ মূৰে মূৰে কলিকতাৰ পৰা চিলিলৈ যোৱা এখন জাহাজ আহিছিল, মোৰ তেতিয়াহে কাম ওলাইছিল। কঠিন পাৰাফিন আৰু চাহৰ ডাঙৰ পেটিৰে জাহাজবোৰ ভৰা—খুব লৰালৰিকৈ মই ছিলমোহৰ মাৰি কাগজ চহী কৰি দিব লাগে। তাৰ পিছত তিনি মাহ আৰু কোনো কাম নাথাকে। অকলে গুলোগ'থা কৰা, বজাৰ আৰু মন্দিৰত ঘূৰি ফুৰাই তেতিয়া মোৰ কাম। মোৰ কবিতা লিখাৰ এই সময়ছোৱাই বৰ বেদনাভৰা।

বাটপথেই মোৰ জীৱনৰ সঙ্গী হৈ পৰিল। বৰ্মাৰ ৰাস্তাবোৰ, মুকলি আকাশৰ তলৰ থিয়েটাৰ মঞ্চ, কাগজৰ ড্ৰেগন, উজ্জ্বল লণ্ঠনৰ পোহৰ—চীনা মানুহৰ বসতিৰ অঞ্চলবোৰ, সকলোতকৈ নিয়মিত আছিল হিন্দু বসতিৰ এলাকাটো—ইয়াৰ মন্দিৰবোৰত এটা বিশেষ বৰ্ণৰ মানুহৰ কাৰবাৰৰ ঠাই যেন লাগিছিল। দুখীয়া মানুহবোৰে তাত মাটিত দীঘল দি পৰি সেৱা কৰিছিল। বজাৰত পাণৰ পাত সেউজীয়া মালাটাইটে পাথৰৰ পৰ্বতৰ দৰে দ'ম লাগি আছিল। বনৰীয়া জন্তুৰ গঁড়াল আৰু চৰাইৰ সজা দেখিছিলোঁ। আঁকোৰা-পকোৰা ৰাস্তাত কমনীয় মুখৰ বৰ্মী তিৰোতাই দীঘল

চুৰুট মুখত গুজি অহাযোৱা কৰিছিল। এই সকলোবোৰ চাই মোৰ সময় কাটিছিল, লাহে লাহে বাস্তৱ জীৱনৰ সোৱাদ পালোঁ।

জাতিভেদ প্ৰথাই ভাৰতবৰ্ষক সমান্তৰাল বেণি পতা গোলাকাৰ মণ্ডত পৰিণত কৰিছে—এটাৰ ওপৰত এটাকৈ জাতি বহুৱাই একেবাৰে মুখত দেৱতাবোৰক বহুৱাইছে। অইনহাতে ইংৰাজবাজেও নিজৰ জাতিভেদ ব্যৱস্থা ৰক্ষা কৰি চলিছিল। একেবাৰে তলত সৰু কেৰানীৰ পৰা আৰম্ভ কৰি ব্যৱসায়ী আৰু বুদ্ধিজীৱি, তাৰ ওপৰত ৰপ্তানীৰ মালিক সদাগৰ, আৰু একেবাৰে মুখত চিভিল ছাৰ্ভিছৰ অভিজাত ইংৰাজ বেঙ্কৰ মালিকবোৰে আয়াসত জীৱনযাপন কৰিছিল।

আৰু এই দুখন জগতৰ মাজত আছিল বিৰাট ব্যৱধান। ইংৰাজ প্ৰভুৰ বাবে সংৰক্ষিত এলেকাত খিলঞ্জীয়া অধিবাসীৰ প্ৰৱেশ নিষেধ আছিল। দেশৰ সমস্যা জৰ্জৰিত জীৱন স্পন্দনৰ পৰা ইংৰাজবোৰে নিজকে দূৰত ৰাখিছিল। এই অৱস্থাই মোক অসুবিধাত পেলালে। মোৰ বৃটিছ বন্ধু-বোৰে মই ঘোঁড়াৰ গাড়ীত উঠা দেখি উপদেশ দিলে যে কনছালৰ দৰে ওখ পদৰ বিষয়া হৈ মই এনে গাড়ীত উঠিব নালাগে। মোক ঠাৰে-চিঞৰে জনালে যে মই প্ৰায়ে যোৱা এটা পাৰ্ছিয়ান ৰেষ্টোৰালৈ কেতিয়াও যাব নালাগে—এই ৰেষ্টোৰাত মই পৃথিৱীৰ শ্ৰেষ্ঠ চাহ জলজলীয়া সুন্দৰ কাপত খাইছিলোঁ। তাৰ পিছত তেওঁলোকে মোক চূড়ান্ত সাৱধান বাণী শুনালে—অৱশেষত মোৰ লগ নোলোৱা হ'ল।

এনেকৈ বয়কট কৰাত মই ভালেই পালোঁ। সেই ৰক্ষণশীল ইউৰোপীয় মানুহবোৰক মোৰ মুঠেও ভাল নালাগিছিল। এইটোও ঠিক যে প্ৰাচ্যদেশৰ অস্থায়ী ঔপনিবেশিক বাসিন্দাবোৰৰ লগত দিন কটাবলৈ মই নিশ্চয় ইয়ালৈ অহা নাছিলোঁ। মই আহিছিলোঁ পৃথিৱীৰ প্ৰাচীন জাতিৰ প্ৰকাণ্ড হৃতভগীয়া পৰিয়ালটো চিনি লবলৈহে, ইয়াৰ অন্তৰাত্মাৰ বাণী শুনিবলৈহে, সাধাৰণৰ জীৱন আৰু দৰ্শনত মই ইমান গভীৰভাৱে ডুবি গ'লোঁ যে শেহত এজনী থলুৱা ছোৱালীয়ে মোৰ হৃদয় হৰণ কৰিলে। তেওঁ সাজপাৰত ইংৰাজ মহিলাৰ দৰে আছিল, নাম লৈছিল জোছি ব্লিছ, কিন্তু এইখিনি বাহিৰতহে, নিজৰ ঘৰত তেওঁ সেই পোছাক খুলি থৈ বৰ্মী দেশৰ জকমকীয়া সাৰং পিন্ধি; ইংৰাজী নামটো এৰি বৰ্মী গুপুত নামটো লৈছিল। মই তেওঁৰ ঘৰত থাকিবলৈ ললোঁ।

মোৰ পাৰিবাৰিক জীৱনত কষ্ট আছিল, শুৱনি জোছি ব্লিছ লাহে লাহে ইমান ভাবপ্ৰৱণ হৈ পৰিল, আৰু মোক সম্পূৰ্ণ দখল কৰিবলৈ ললে যে তেওঁৰ ঈৰ্ষাৰ ভমকবোৰ প্ৰায় এটা বেমাৰত পৰিণত হ'লগৈ। তেনে নহলে বোধহয় মই গোটেই জীৱনটো তেওঁৰ লগতে থাকিলোহেঁতেন। তেওঁৰ খালী ভৰি দুখন, ক'লা চুলিত পিন্ধা বগা ফুলবোৰ ভাল পাইছিলোঁ। কিন্তু মাজে মাজে খঙৰ প্ৰকোপ চৰাত তেওঁ উদ্‌বাউল হৈ পৰিছিল। বিদেশৰ পৰা অহা মোৰ চিঠিবোৰলৈ তেওঁৰ ঈৰ্ষা আছিল। আৰু সেইবাবে খঙত জ্বলি-পকি মৰিছিল। মোৰ নামত অহা টেলিগ্ৰামবোৰ নোখোলাকৈয়ে তেওঁ লুকুৱাই থৈছিল—যেন মই উশাহ নিশাহ লোৱা বতাহখিনিলৈকে তেওঁৰ আক্ৰোচ আছিল।

কেতিয়াবা মাজনিশা হঠাৎ ঘৰত পোহৰ দেখি মই সাৰ পাই উঠিছিলোঁ—আঠুৰাৰ বাহিৰত কাৰোবাৰ ঘূৰা পকাৰ শব্দ পাইছিলোঁ। ভূতৰ দৰে তেওঁ বগা সাজ পিন্ধি, হাতত দীঘল চোকা কটাৰী এখন লৈ ঘূৰাইছিল। এবাৰ ঘন্টাৰ পিছত ঘন্টা তেওঁ এনেকৈ মোৰ বিছনাৰ চাৰিওকাষে ঘূৰি ঘূৰিও মোক হত্যা কৰিবনে নকৰে মন স্থিৰ কৰিব নোৱাৰিলে। তেওঁ মোক কৈছিল যে মই মৰিলেহে তেওঁৰ ভয়ে শাম কাটিব। তাৰ পিছদিনাই আকৌ মই যাতে তেওঁৰ প্ৰতি বিশ্বাসী হৈ থাকোঁ তাৰ বাবে পূজা-পাতল কৰিছিল।

বোধহয় তেওঁ মোক মাৰিহে এৰিলেহেঁতেন। কিন্তু ভাগ্যক্ৰমে সেই সময়তে মই সিংহললৈ বদলি হোৱাৰ অফিচৰ আদেশ পালোঁ, মই মনে মনে তেওঁক এৰি থৈ আহিবলৈ যো-জা কৰিলো, আৰু এদিন মোৰ কিতাপ-বহী, কাপোৰ কানি আদি বস্তুবোৰ এৰি থৈ অইনদিনৰ দৰে ঘৰৰ পৰা ওলাই আহিলোঁ, আৰু মোক লৈ দূৰ সিংহললৈ যোৱা জাহাজত উঠি বহিলোঁ।

বৰ্মাদেশৰ অজগৰ এটাৰ দৰে ভয়ঙ্কৰ হিংসাকুৰীয়া জোছি ব্লিছক মই বৰ দুখ মনেৰে এৰি যাবলৈ ওলাইছোঁ। জাহাজখন বঙ্গোপসাগৰত পৰি টলমল কৰি বাগৰিবলৈ আৰম্ভ নো কৰোতেই মই টাঙ্গো ডেল ভিউড (বৰলাৰ টাঙ্গো) নামৰ এটা বিয়োগাত্মক শোকৰ কবিতা লিখি এৰি থৈ অহা তিৰোতা-গৰাকীক উৎসৰ্গা কৰিলোঁ। তেওঁৰ বুকুত জ্বলন্ত খঙৰ আগ্নেয়গিৰিৰ বাবে তেওঁ মোক হেৰুৱালে। ৰাতিটো ইমান দীঘল—পৃথিৱীখন ইমান নিজান যেন লাগিছিল।

আফিং....কানি · ইয়াৰ বাবে এটা পুৰা বাস্তা আচুতীয়াকৈ ৰখা হৈছিল। ...কানীয়াবোৰে চাপৰ বেঞ্চত বহি দীঘল দি পৰিছিল। তেওঁলোকৰ এই ঠাই ভোগৰ যেন ভাৰতবৰ্ষৰ একেবাৰে নিজা ঠাই কোনো বিলাসৰ চিন নাই— চকী, মেজ, হেলান দিবলৈ বেছমৰ গাৰু—একো নাছিল—মাত্ৰ উদং কাঠৰ তক্তা, বাঁহৰ ধোঁৱা-খোৱা পাইপ, আৰু চীনামাটিৰ টান গাৰু —তাত বিৰাজ কৰিছিল সৌজন্য আৰু শৃঙ্খলা—এনেকি কোনো মন্দিৰতো এনে নিস্তব্ধতা আৰু শৃঙ্খলা দেখা নগৈছিল। কানিয়াবোৰে দিবা স্বপ্ন দেখি, লৰচৰ নকৰাকৈ, মুখৰ মাত নোহোৱাকৈ মগ্ন হৈ আছিল মই এটা কানিৰ পাইপ হুপিলোঁ— কিন্তু মোৰ মৌজ নালগিল ; গৰম, গাখীৰৰ নিচিনা এসোপা ধোঁৱা ওলাল ....চাৰি পাঁচ বাৰ পাইপ হুপিলোঁ—গা ইমান বেয়া হ'ল যে চাৰি পাঁচ দিনমান বিছনাৰ পৰা উঠিবই নোৱাৰা হলোঁ। খালী ওকালি আহিল—যেন ৰাজহাড়ৰ ভিতৰত থকা স্নায়ুকাণ্ড আৰু মগজৰ পৰা সেই ওকালিবোৰ ঠেলি ঠেলি ওপৰলৈ আহিবলৈ ধৰিলে। -বদৰ পোহৰ অসহ্য হ'ল,—কানিয়ে এনেকৈ প্ৰতিশোধ ললে...কিন্তু ই নহয় কানিত নিশ্চয় আৰু কিবা বেছি থাকিব লাগে এই বিষয়ে ইমান আলোচনা হৈছে—ইমান বেছি লেখা হৈছে আৰু যাত্ৰীসকলৰ বেগ আৰু ব্ৰীফকেছবোৰ ইমান লুৰুকি চোৱা হৈছে—যাতে এই বিষটো ওস্তাদ পবিত্ৰ শুল্ক বিভাগে আটক কৰিব পাৰে তাৰ বাবে সকলো আইন-কানুন বনোৱা হৈছে নাই, মই এনে কাপুৰুষ হসে নচলিব কানিক মই ভালকৈ জানিব লাগিব—অভিজ্ঞতা আৰ্জিব লাগিব, যাতে এই বিষয়ে মোৰ মতামত স্পষ্টকৈ দিব পাৰোঁ · মই আৰু বহুত চিলিম কানি খাবলগীয়া হ'ল মোৰ অভিজ্ঞতা হ'ল কানি খোৱাৰ পিছত অদ্ভূত অনুভূতি · কোনো সপোন নহয়, মানস প্ৰতিমাৰ আৰাধনা নহয় কোনো চকমকনি নাই জীৱনৰ শক্তি নিঃশেষ হৈ যোৱা সুৰেদি-সুৰীয়া কেনেবা এটা অপৰিসীম কোমল সুৰ বতাহত খেলি গৈছে বিস্মৰণ বকুত ফোঁপোলা অনুভূতি আগেদি যোৱা মানুহৰ সামান্য ছাঁয়াময় অবয়ব, মোৰ কিলাকুটি-ভিডি, বহুত দূৰৰ পৰা অহা এখন গাড়ী বা গাড়ীৰ ঘৰ্ঘৰ শব্দ ·· বাস্তাৰ আন কিবা কোঁহাল সকলোবে একেলগে মিলি সুমধুৰ টোপনিৰ আমেজ আনিছে ·· কিয় বাগানৰ ভাড়াটিয়া মজুৰ, ঠিকা কুলি, বিক্সা টানি ভাগৰত লালকাল দি পৰা মানুহ সকলোৱে কানিৰ বাগীত মোহ গৈ থাকে ...মোক আইনে

ৰুজোৱাৰ দৰে কানি বহুৰ্বৰ্ণীয়া বিলাসিতা নহয়, ই শোষিতৰ পলায়নৰ উপায় · কানিৰ আড্ডাত থকা সকলো কেইটা মানুহেই আছিল দৰ্জগীয়া ফুলতোলা হেলান দিয়া তাকিয়া সিহঁতৰ বাবে নাছিল—নাছিল কোনো বিলাসিতাৰ লেশ ঠাইখন একেবাৰে এৰাব—ক'তো পোহৰৰ লেশমাত্ৰও নাই কানীয়াবোৰৰ আধামুদা চকুতো পোহৰৰ জিলিকনি নাছিল ; সিহঁতে জিৰণি লৈছিল নেকি ? তিহঁত টোপনি গৈছিল নেকি ? মই এইবোৰ প্ৰশ্নৰ উত্তৰ কেতিয়াও বিচাৰি নাপালোঁ · তেওঁলোকে কেতিয়াও কথা নকৈছিল··· কোনেও কথা নকৈছিল ·· ঘৰটো সজোৱা নাছিল—কম্বল নাই, নাই একোৱেই ····ভগা ছিগা বেঞ্চিবোৰ বহুত মানুহে বহুত দিন ধৰি ব্যৱহাৰে নিমজ কৰি পাৰিছিল। কেটামান কাঠৰ দীঘল গাৰু আছিল····নীৰৱতা····অদ্ভুত, উশাহ নিশাহ বোধ কৰা শক্তিশালী এটা গোন্ধ···কানিৰ গোন্ধ···নিঃসন্দেহে ধ্বংসৰ বাটত ভাঁৰ দিবলৈ হলে ই এটা চিধা ৰাস্তা ···কানিৰ সদাগৰবোৰৰ, উপনিবেশ পাতোতাবোৰৰ বাবে ৰাখি থোৱা আছিল সোমাবৰ সময়তে কানীয়া-বোৰে নিজৰ নিয়মিত ভাগ কানি, সিহঁত ক্ৰমিক নম্বৰ আৰু তাৰ লগতে অনুমতিপত্ৰখন সাজুকৈ ৰখা পাইছিল। ভিতৰত গভীৰ, ধোঁৱাভৰা নীৰৱতা বিৰাজ কৰিছিল। অসুখক খেদাই, ভাগৰত মিঠা হাতেৰে হাত ফুৰাই গতিহীন শান্তিৰ দিহা কৰা হৈছিল। ধুৰ্ঁলী-কুঁৱলী, নীৰৱতা বহুত ভগা সপোনৰ গেদ ··সকলোবোৰে শান্তিপূৰ্ণ আশ্ৰয় পাইছিল আধামুদা চকুৰে সপোন বিলাসীবোৰে এটা ঘণ্টা সাগৰত ডুব দি, পৰ্বতৰ টিঙত এটা গোটেই ৰাতি কটাই সন্ধ্যা মধুৰ আয়াসত জিৰণি লৈছিল।

তাৰ পিছত ··সেই কানিৰ আড্ডালৈ মই আৰু কেতিয়াও ঘূৰি নগ'লোঁ··· মই ইতিমধ্যেই জানিছিলোঁ · অভিজ্ঞতা লভিছিলোঁ মই সেই স্পৰ্শাতীতক স্পৰ্শ কৰিছিলোঁ ই ধোঁৱাৰ পিছপিনে বহুত দুখত লুকাই আছিল।

## সিংহল

১৯২৯ চন—পৃথিৱীৰ বৃহৎ দ্বীপবোৰৰ ভিতৰত সকলোতকৈ সুন্দৰ দ্বীপ সিংহলত বৰ্মা আৰু ভাৰতবৰ্ষৰ দৰে একে ঔপনিবেশিক অৱস্থা আছিল। ইংৰাজবোৰে নিজৰ চুবুৰীত আৰু ক্লাবত চুকৰ ভেকুলীৰ দৰে আছিল। সিহঁতক ঘেৰি চাৰিওপিনে আছিল অসংখ্য সঙ্গীতজ্ঞ, কুমাৰ, তাঁতী, বাগানৰ

ক্রীতদাস, গেৰুৱা পোছাক পিন্ধা সন্ন্যাসী আৰু পাথৰৰ পৰ্বতত খোদাই কৰা প্ৰকাণ্ড দেৱতাৰ মূৰ্তি।

এদিনে ইংৰাজবোৰে প্ৰতি সন্ধিয়া ডিনাৰ খাবলৈ বিশেষ পোছাক পিন্ধিছিল—অইনদিনে হিন্দুমানুহৰ মনোজগত এনে যে তাৰ উৰাদিহ পোৱা মোৰ কল্পনাৰ অতীত আছিল। মই এই দুটাৰ মাজত পৰি নিঃসঙ্গ জীৱন কটাবলৈ ধৰিলোঁ। সেইবাবে মোৰ এই সময়চোৱা বৰ বিষণ্ণ। তথাপি মোৰ মনেৰে সময়খিনি বৰ উজ্জ্বল বুলিবও লাগে যেন অসামান্য উজ্জ্বলতাৰ বিজুলীৰ এটা জিলিকনি আহি খিৰিকীৰ কাষত ৰ'লহি। মোৰ ভিতৰ-বাহিৰ ভাগ্যাকাশ সি উজ্জ্বল কৰি গ'লহি।

ওৱালেৰাটে চহৰৰ উপকণ্ঠত নতুনকৈ সজা এটা সৰু বাংলোতে মই থাকিবলৈ ললোঁ। ওচৰতে সাগৰৰ ঢৌৱে পাৰত থকা পৰ্বতবোৰ খুন্দিয়াই যোৱা এই ঠাইডোখৰত মানুহৰ বসতি আছিল বিৰল। গধূলি বেলিকা যেন সাগৰৰ সঙ্গীত ফেনে-ফুটুকাৰে বাঢ়ি বেছি হৈছিল।

ৰাতিপুৱা, সদ্যহতে গা-মূৰ ধুই অহা প্ৰকৃতিৰ যাদুকৰী ৰূপ যেন উথলি উঠিছিল। খুব পুৱাই মই মাছমৰীয়া জালোৱাবোৰৰ লগত লগ লাগিছিলোঁ। দীঘল নাৱত উঠি মাছ মাৰিবলৈ গৈছিলোঁ—নাওবোৰক সমুদ্ৰৰ মকৰা যেন লাগিছিল। জালোৱাবোৰে নানা বৰণৰ মাছ জাল মাৰি তুলিছিল—যেন নানা বৰণৰ চৰাইৰে পৰিপূৰ্ণ অৰণ্যৰ পৰা অহা সেইবোৰ চৰাইহে। কিছুমান যেন ঘন নীলা ৰঙৰ, ৰ'দৰ পোহৰত তীব্ৰ হৈ উজলি উঠা জীৱন্ত মখমলৰ দৰে; কিছুমানৰ দেখিবলৈ কাইটীয়া বেলুনৰ দৰে আছিল—বতাহ ওলাই পৰিলত বেচেৰাহঁতক দেখিবলৈ সৰু কোঁচখোৱা সোণৰ কাইটৰ দৰে।

সাগৰৰ বুকুৰ এই বহু-ৰাজিৰ ধ্বংস আৰু হত্যালীলা মই চাই ভয় খাইছিলোঁ। দুখীয়া মানুহক কাটি ডোখৰ ডোখৰকৈ এই মাছবোৰ বেচা হৈছিল। ভগৱানৰ দান এই আহাৰৰ সামগ্ৰীক তেজশোহা কাৰবাৰীবোৰে পণ্যত পৰিণত কৰিছিল।

সাগৰৰ পাৰ ধৰি ফুৰি ফুৰি আহি মই হাতীবোৰে গা-ধোৱা ঠাই পালোঁহি। কুকুৰটো লগত থকাত হেৰাই যাম বুলি ভয় খোৱা নাছিলোঁ। কিমান যে কন্তু, জীৱজন্তু দেখিছিলোঁ···নিমজ পানীৰ মাজত এটা সম্পূৰ্ণ স্থিৰ খোৱা বৰণৰ কাঠফুলা হঠাতে ওলাল—অলপ পিছতে ইয়াক দেখিবলৈ

সাপ যেন লাগিল, আৰু তাৰ পিছত প্ৰকাণ্ড এটা মৰু, আৰু অৰণ্যেৰে ভৰা পাৰ্বত্য অঞ্চলৰ সৈতে এটা পৰ্বত ভাহি আহিল। পৃথিৱীত আন কোনো দেশতে আগতে বা এতিয়াও ইমানবোৰ হাতীয়ে বাস্তাত কাম কৰিছে বুলি মোৰ জনা নাই—দৃশ্যটো আচৰিত লাগিছিল—চাৰ্কাছ বা চিড়িয়াখানাৰ বাহিৰত কাঠৰ বোজা লৈ উঠানমা কৰা হাতীবোৰক দৈত্যাকাৰ কাঠকটীয়াৰ নিচিনা লাগিছিল।

এটা কুকুৰ আৰু এটা নেউল মোৰ সঙ্গী আছিল। জঙ্গলৰ পৰা নেউল-টোক অলপতে আনি তাক মোৰ লগত ৰাখিলোঁ। সি মোৰ কাষতে শুই, মোৰ সৈতে টেবুলত চাহ-ভাত খাই ডাঙৰ হ'ল। নেউল যে ইমান মৰমিয়াল হব পাৰে কোনেও ভাবিবই নোৱাৰে। এই পোহনীয়া জীৱটোৱে মোৰ প্ৰতিটো মিনিটৰ কথা জানিছিল। মোৰ লেখাৰ কাগজবোৰ গছকি, সি গোটেই দিনটো মোৰ লেখাৰ পিছে ঘূৰি ফুৰিছিল। দুপৰীয়া জিৰণিৰ সময়ত মোৰ কান্ধ আৰু মূৰত নেজডাল মেৰিয়াই বনৰীয়া জন্তুৰ অধিৰ-অধিৰ বিজুলীৰ ছাটিৰ দৰে টোপনিয়াইছিল। ওচৰ চুবুৰীত মোৰ নেউলটো জনাজাত হৈ পৰিল। সমুদ্ৰপাৰত মই বহুত পৰ ফুৰিছিলোঁ, সি মোৰ সঙ্গী হৈছিল। এদিন আবেলি চুবুৰীৰ ল'ৰাছোৱালীবোৰে শোভাযাত্ৰা কৰি মোৰ ঘৰলৈ আহিল—ৰাস্তাত এটা প্ৰকাণ্ড সাপ সিহঁতে দেখিছে, আৰু সিহঁতে মোৰ পৰাক্ৰমী নেউল কিৰিয়াক নিবলৈ আহিছে। সি সেই সাপটোক যুদ্ধত নিশ্চয় হৰুৱাব, আৰু সিহঁতে আনন্দত জয়ধ্বনি দিব। গাত মাত্ৰ লেংটি সম্বল এইবোৰ আছিল তামিল আৰু সিংহলী চেঙেলীয়া ল'ৰা-ছোৱালী। নেউলটোক কোলাত লৈ মই সিহঁতৰ আগে আগে যুদ্ধযাত্ৰা আৰম্ভ কৰিলোঁ।

সাপটো আছিল ভয়ঙ্কৰ ক'লা বঙৰ পলঙ্গা বা ৰাছেল ভাইপাৰ—ইয়াৰ কামোৰ সাংঘাতিক বিষে ভৰা। এটা বগা পানীৰ নলৰ কাষত ঘাঁহবনত ই বাঁহ পুৰাইছিল—যেন বৰফৰ ওপৰত পৰি থকা এডাল চাবুকহে।

মোৰ অনুগামীসকলে মনে মনে আহি মোৰ পিছত ব'লাহি। মই পাইপটো বগাই গৈ সাপটোৰ পৰা দুই মিটাৰ মান দূৰত নেউলটো এৰি দিলোঁ। কিৰিয়াই বিপদৰ উমান পালে—সি লাহে লাহে সাপটোৰ পিনে বগুৰা বাই গ'ল। মই আৰু মোৰ সৰু বন্ধুবোৰে উশাহ নিশাহ বন্ধ কৰি বাট চাই ৰলোঁ। যুদ্ধ আৰম্ভ হওঁ হওঁ হৈছে। সাপটোৱে মেৰ বাহি, কণা

তুলি, মুখ মেলি, বাদুভবা চকু দুটাবে সব্দু প্ৰাণীটোলৈ চালে। নেউলটোৱে আগুৱাই গৈ থাকিল, বাকসটোৰ পৰা কেই চেণ্টিমিটাৰ মান দূৰ গৈ পাওঁতেহে তাই প্ৰকৃততে কি হব ধৰিছে বুজিলে। আৰু তৌতিয়া ওলোটা মুখে প্ৰকাণ্ড এটা জাপ মাৰি, সাপ আৰু দৰ্শকবোৰক এৰি থৈ দৌৰ মাৰিলে, আৰু সেই দৌৰ মোৰ শোৱনিঘৰ নোপোৱালৈকে থাকিল।

তেনেকৈ, ওৱালেৱাটে-ৰ উপকণ্ঠত মোৰ জাত গ'ল।

সিদিনা, মোৰ ভনীটিয়ে মই ১৯১৮-১৯ চনত লিখা মোৰ প্ৰথম পিনৰ লিখা কবিতাৰ বহী এখন আনি মোক দিলেহি। সেইবোৰ পঢ়ি মোৰ শৈশৱ আৰু কৈশোৰৰ বিষণ্ণ ভাৱপ্ৰৱণতাত মই মিচিকিয়াই হাঁহিৰ লগাত পৰিলোঁ। সাহিত্যত মোৰ অলপ বয়সীয়া কামবোৰৰ প্ৰেৰণা আছিল নিঃসঙ্গতা। ডেকা লেখকে সেই নিঃসঙ্গতাৰ ক'পনি নুঠিলে লিখিবই নোৱাৰে, বহুত সময়ত সেই নিঃসঙ্গতা কল্পনা— সঞ্জাত হলেও। পকা লেখকে আকৌ মানবিক সঙ্গবোধ, সমাজৰ সোৱাদ নাপালে একো লিখিবই নোৱাৰে।

ওৱালেৱাটে-ৰ সেই দিনবোৰত, সেই বছৰবোৰত প্ৰকৃত নিঃসঙ্গতা কি মই শিকিলোঁ। সেই সময়ত মই সদায় সৈনিকৰ দৰে, আৱিষ্কাৰকৰ দৰে অকলে এখন খাটিয়াত শুইছিলোঁ। সঙ্গী আছিল মাত্ৰ এখন টেবুল, দুখন চকী, মোৰ কামবন, কুকুৰটো আৰু নেউলটো— লগত মোৰ লিটিকাই ল'ৰাটি, দিনটো ঘৰুৱা কামবন কৰি স্ৰি সদায় ৰাতি ঘৰলৈ গুচি গৈছিল। প্ৰকৃততে সি কিন্তু মোৰ সঙ্গী নাছিল। প্ৰাচ্যদেশত চাকৰৰ কাম কৰা ল'ৰাৰ দৰে সদায় চুপচাপ থকাই তাৰ অভ্যাস আছিল। নামটো আছিল ব্ৰাম্পি। কোনো আদেশ তেওঁক দিবৰ দৰ্কাৰ নহৈছিল কাৰণ তেওঁ সকলো কাম আগতেই ঠিকঠাককৈ কৰি থৈছিল, টেবুলত মোৰ খোৱাবস্তু, নতুনকৈ ইস্ত্ৰি কৰা কাপোৰ কানি, বাৰান্দাত হুইস্কিৰ বটলটো। কথা কবলৈ তেওঁ প্ৰায় পাহৰিয়ে গৈছিল যেন লাগে, মাত্ৰ প্ৰকাণ্ড কুকুৰ দাঁতৰে হাঁহিবহে জানিছিল।

কিন্তু এনে অৱস্থাত নিঃসঙ্গতাই লেখাৰ মেজাজ অনাত সহায় নকৰি, কঠোৰ জেলাখানাৰ অৱস্থাত পৰিণত হল। বেৰাত মূৰ খুন্দিয়াই ভাঙিলেও আহিবলৈ কোনো নাছিল, চিএঁৰত গগণ ফালিলেও বা উচুপি কান্দিলেও কোনো আহোঁতা নাছিল।

নীলা বতাহ, হালধীয়া বালি, আদিম অৰণ্য সাপ আৰু হাতী পাৰ হৈ গ'লে শ-শ, হেজাৰ হেজাৰ মনুষ্য প্ৰাণীয়ে যে পানীৰে উপচি পৰা নৈ আৰু

সাগৰৰ পাৰত কাম কৰি গান গাই আছে তাক মই বুজিছিলোঁ। তেওঁলোকে জুইত মাটি পুৰি কলহ গঢ়িছিল। কামুক তিৰোতাই তৰাভৰা আকাশৰ তলত নগ্ন হৈ পাতল কঠত শুই থাকে বুলিও মই জানিছিলোঁ—কিন্তু সেই জীৱন-স্পন্দনত মুখৰিত জগতৰ মই কেনেকৈ কাষ চাপিম ?—মোকতো সিহঁতে শত্ৰু বুলি ভাবিব।

পদে পদে মই দ্বীপটোৰ লগত চিনাকি হ'বলৈ ধৰিলোঁ। এদিন ৰাতি কলম্বোৰ এন্ধাৰ বসতিখিনি পাৰ হৈ থলুৱা মানুহৰ ভোজ এখনত যোগ দিবলৈ গ'লোঁ। এন্ধাৰ ঘৰ এটাৰ পৰা এগৰাকী তিৰোতা নে এটি লৰাৰ গানৰ সুৰ বতাহত ভাঁহি আহিছিল। মই তাতে বিশ্ৰাম লবলৈ কলো। পঁজাটোৰ দুৱাৰ মুখত এটা উগ্ৰ গোন্ধ মোক মতলীয়া কৰিলে—এই গোন্ধটো সিংহলৰ একেবাৰে নিজা ; খৰিকাজাই ফুল, ঘাম, নাৰিকল তেল, ক্লান্তিপানী আৰু মেগ্নলিয়া ফুলৰ গোন্ধৰ সানমিহলি। ৰাতিৰ ৰং আৰু গোন্ধৰ লগত মিহলি হৈ যোৱা ক'লাবৰণীয়া মানুহে মোক ভিতৰলৈ মাতি নিলে, নীৰৱে গৈ এখন কাঠৰ ওপৰত মই বহিলোঁ। ৰহস্যময় যি গানৰ সুৰে মোক ইয়াত ৰখালে সেই মনুষ্যকণ্ঠৰ গান দূৰত চলিয়ে থাকিল,—কোনোবা ল'ৰা—বা কোনোবা তিৰোতাৰ মাত—কঁপা কঁপা, যেন উচুপি উচুপি গাইছে, হঠাৎ খুব উচ্চগ্ৰামলৈ উঠি ই আকৌ হঠাৎ নামি আহিল, ইমান তললৈ নামিল যে ক্লান্তিপানীৰ সুগন্ধিৰ লগত লিপিত খাই, আৰাবেস্কো নাচত ভৰি জপটিয়াই ছায়াময় মানুহবোৰৰ দৰে এন্ধাৰত মিলি গ'ল ; আৰু আকৌ হঠাৎ ইয়াৰ ফটিকৰ দৰে ওজনেৰে তললৈ টুপ্‌কৈ সৰি পৰিল, যেন ইয়াৰ সৰ্বোচ্চ সুৰটোৱে আকাশ-খন বিন্ধিলে, খৰিকাজাই ফুলৰ মাজত তত্তালিকে সিচঁৰতি হৈ পৰিবলৈকে আহিল।

তাত মই বহুত সময় বহিলোঁ। ঢোলৰ ছেৱ আৰু গানৰ সুৰত ভোল গৈ ৰলোঁ। যেতিয়া উঠিবৰ হ'ল- মই বৰ্ণনা কৰিব নোৱাৰা আবেগৰ ঢৌত অন্তৰ থৌকি-বাথৌকি—যেন পৃথিৱীৰ আদিম গৰ্ভৰ পৰাহে সেই ৰহস্যময় তাল-লয়ৰ উদয় হৈছিল।

ক'লা -আৰু বগা বস্তৰ ডিনাৰৰ পোছাক পিন্ধা ইংৰাজবোৰে ইতিমধ্যে খোৱাৰ টেবুলত বহিছিলহি।

"ক্ষমা কৰিব, মোৰ দেৰি হল—ৰাস্তাত আহোঁতে এঠাইত সঙ্গীতৰ মিঠা সুৰ শুনি অলপ বৈছিলোঁ", মই তেওঁলোকক কলো।

তেওঁলোকে সিংহলত প্ৰায় পঁচিশ বছৰ কটাইছে—ভদ্ৰভাৱে মোৰ কথা অবিশ্বাস কৰি মোক কলে, "সঙ্গীত, থলুৱা মানুহৰ সঙ্গীত—ক'ত ? কোনখিনিত ?" কোনেও এই খবৰ নাজানিছিল—এইটো তেওঁলোকৰ বাবে নতুন খবৰ।

বৃটিছ প্ৰভু আৰু এছিয়াৰ বিশাল জগতৰ অধিবাসীসকলৰ মাজৰ এই প্ৰভেদটো কেতিয়াও নকমিল। এনেকৈ অমানুষিক আচুতীয়া অৱস্থাৰ সৃষ্টি হোৱাত এছিয়াবাসীৰ জীৱন আৰু মূল্যবোধৰ বিষয়ে সম্পূৰ্ণ অজ্ঞতা সৃষ্টি হৈ ৰ'ল।

পিছত অৱশ্যে জানিছিলোঁ যে এই সংকীৰ্ণ ঔপনিবেশিক মনোবৃত্তিৰ কোনো কোনো ব্যতিক্ৰমো আছিল। হঠাতে কোনোবা এজন ইংৰাজে ভাৰতীয় কোনো সুন্দৰীৰ প্ৰণয়ত ডুবি আছিল। খবৰটো জনাজাত হওঁতে ততালিকে তেওঁক দাবি ধমক দিয়া হ'ল ; স্বদেশৰ মানুহে তেওঁক কুষ্ঠৰোগীৰ দৰে এঘৰীয়া কৰিলে। এনে সময়তে চহৰত আৰু এটা ঘটনা ঘটিল। প্ৰভু ইংৰাজে এজন সিংহলী চহাৰ পঁজাঘৰটো পুৰি পেলাবলৈ আদেশ দিলে, যাতে এই চহাৰ মাটিবাৰীখিনি নিজে আত্মসাৎ কৰিব পাৰে। পঁজাটো পুৰি মাটিৰ লগত সমান কৰিবলৈ আদেশ পোৱা ইংৰাজজন আছিল এজন সাধাৰণ ইংৰাজ কৰ্মচাৰী। তেওঁৰ নাম লিওনাৰ্ড উলফ্। তেওঁ সেই কাম কৰিবলৈ অস্বীকাৰ কৰাত তেওঁৰ চাকৰি গ'ল, আৰু জাহাজত তুলি তেওঁক ইংলণ্ডলৈ পঠিয়াই দিয়া হ'ল। তাতগৈ তেওঁ প্ৰাচ্য মহাদেশৰ ওপৰত লিখা কিতাপবোৰৰ ভিতৰতে এখন উত্তম কিতাপ লিখিলে। তাৰ নাম "অৰণ্যৰ ভিতৰুৱা গাঁও এখন।" জীৱন আৰু সাহিত্যৰ প্ৰকৃত ৰূপায়ণৰ ই এখন উৎকৃষ্ট গ্ৰন্থ। যদিও দৰাচলতে ইয়াৰ খ্যাতি তেওঁৰ ঘৈণীয়েকৰ যশস্যাই ৰাহুৰ দৰে গ্ৰাস কৰিলে। বিশ্ববিখ্যাত ভাৱমূলক উপন্যাস ৰচয়িত্ৰী ভাৰ্জিনিয়া উলফ তেওঁৰ ঘৈণীয়েক।

অকণ অকণকৈ কঠিন গোলাখন ফাটিল, আৰু মোৰ কেইজনমান ভাল বন্ধু ওলাল। একে সময়তে মই নব প্ৰক্ৰমক আবিষ্কাৰ কৰিলোঁ। তেওঁলোক ঔপনিবেশিক কুণ্ঠিত ডুবি আছিল, আৰু বিলাতত নতুনকৈ ওলোৱা ইংৰাজী কিতাপৰ আলোচনা কৰিছিল। পিয়ানোবাদক, ফটোগ্ৰাফাৰ, সমালোচক আৰু কথাছবিশিল্পী লায়নেল ওৱেণ্ডট্ আছিল সাংস্কৃতিক জীৱনৰ খুটিস্বৰূপ আৰু এই জীৱনটোৱে সাম্ৰাজ্যৰ অৱসানৰ পদধ্বনি, আৰু সিংহলৰ অনাৱিষ্কৃত মানৱিক সম্পদবোৰ পৰীক্ষা কৰি লোৱাৰ মাজত দোধোৰ মোৰত পৰিছিল।

লায়নেল ওৱেণ্ডট্-অৰ এটা প্ৰকাণ্ড লাইব্ৰেৰী আছিল। ইংলণ্ডৰ পৰা সদ্য প্ৰকাশিত সকলো কিতাপ তেওঁ অনাইছিল। প্ৰতি সপ্তাহত চহৰৰ পৰা দূৰত থকা মোৰ ঘৰলৈ চাইকেলত এজন মানুহৰ হাতত কিতাপৰ এটা থৈলা পঠিয়াই দিয়াৰ খৰচী আৰু উদাৰ অভ্যাস কৰি ললে। এনেকৈ, কিছুদিন মই ইংৰাজী উপন্যাসৰ দীঘল বাটত ঘূৰিপকি ফুৰিলোঁ। তাৰ মাজত ডি. এইচ. লৰেন্সৰ "লেডি চেটাৰ্লিৰ লাভাৰ" বোলা কিতাপৰ প্ৰথম সংস্কৰণখনও আছিল। এই কিতাপখন ফ্লোৰেন্সত গোপনে প্ৰকাশ কৰা হৈছিল। লৰেন্সৰ লেখাই কাব্যিক গুণ আৰু মানুহৰ গোপন সম্পৰ্কৰ বিষয়ে অনুসন্ধান কৰা বিশেষ এটা চৌম্বক গুণৰ বাবে মোৰ মনত সাঁচ বহুৱালে। সি যি নহওক, তেওঁৰ প্ৰতিভা সত্ত্বেও অইন বহুত ইংৰাজ লেখকৰ দৰে পাঠকক নৈতিক শিক্ষা দিয়াৰ উৎসাহত তেওঁ আশাভঙ্গৰ বেদনাত ভুগিছিল। ডি. এইচ. লৰেন্সে যৌনশিক্ষাৰ বিষয়ে আমাক শিকাব খুজিছিল—কিন্তু আমি স্বতঃস্ফূৰ্তভাৱে প্ৰেম আৰু জীৱনৰ যোগেদি যি শিকিব পাৰোঁ, তাৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। তেওঁৰ কিতাপে মোক পিছত আমনি লগালে—কিন্তু তেওঁৰ কষ্টকৈ কৰা মায়াময় যৌন অনুসন্ধানৰ প্ৰতি মোৰ প্ৰশংসা অলপো নকমিল। ই মোক কষ্ট দিলে কাৰণ ই কোনো কামত নালাগিল।

সিংহলত কটোৱা দিনবোৰৰ আৰু এটা ঘটনা মোৰ মনত আছে—হাতী চিকাৰ।

কোনো এখন জিলাত হাতীৰ সংখ্যা বাঢ়ি বৰ বেছি হৈছিল। আৰু সিহঁতে আহি ঘৰবাৰী ভাঙি পথাৰৰ শস্য নষ্ট কৰিছিল। সেইবাবে ফান্দ পাতি হাতী ধৰাৰ দিহা কৰা হ'ল। এমাহতকৈ বেছি সময় ধৰি বহল নৈ এখনৰ দুটা পাৰত চহাসকলে হাতীবোৰ খেদি নিলে ঘাঁহ-বনৰ জুই, মেজি, টমটম সাজি এনেকৈ সিহঁতক জঙ্গলৰ এডোখৰ ঠাইলৈ খেদি নিয়া হ'ল। দিনে-ৰাতিয়ে জুই আৰু কোলাহলে পশুবোৰক উত্তেজিত কৰি তুলি দ্বীপৰ উত্তৰ-পশ্চিম পিনে খেদাই নিলে—যেন এখন ধীৰ সোঁতৰ নৈ বৈ গ'ল।

এটা বিশেষ দিনত জঙ্গলৰ এখন ঠাইত ফান্দখন পতা হ'ল। মই হাতী চিকাৰ চাবলৈ গ'লোঁ। প্ৰথম হাতীটোৱে ঠেক এটা বাটেদি সোমাই গৈ ফান্দত পৰিছে বুলি কেনেকৈ বুজিলে মই দেখিলোঁ। বৰ পলম হ'ল—বাটৰ অইন মুৰটো বন্ধ—ইতিমধ্যে শ শ হাতী আহি এই বাটেদি সোমাল। প্ৰায় পাঁচশ হাতীৰ এই প্ৰকাণ্ড দলটোৱে আগ-পিছ কৰিব নোৱাৰাকৈ ফান্দত পৰিল।

প্ৰকাণ্ড বলী মখনাবোৰে গছৰ গুৰিত খুন্দিয়াই সিহঁতৰ গাৰ বলেৰে মাটিত বগৰাই পেলাবলৈ চেষ্টা কৰিলে। কিন্তু অসংখ্য বাৰিৰে খুচিয়াই সিহঁতক তাৰ পৰা বিৰত কৰা হ'ল। হাতীবোৰে তেতিয়া গৈ মাজভাগত লগ খালে। মাইকী হাতী আৰু পোৱালিবোৰক ৰক্ষা কৰিবলৈ যেন দৃঢ়প্ৰতিজ্ঞ হ'ল। হাতীৰ এনে সংগঠিত ৰক্ষকৰ ভূমিকাই মৰ্মস্পৰ্শী দৃশ্যৰ অৱতাৰণা কৰিলে। জীয়াতু যাতনাত ছটফট কৰি হাতীবোৰে আটাহ পাৰিলে, যেন চিঁহিয়াই, কিবা এটা শিঙা বজাই হতাশাৰ জাননী দিলে। লেহুকা গছবোৰ সিহঁতে উঘালি পেলালে।

হঠাৎ দুটা মানুহ দুটা হাতীৰ পিঠিত উঠি ভিতৰলৈ সোমাই গ'ল। ইহঁত হাতী পোহ-মনোৱা মানুহ, আৰু হাতী দুটা শিক্ষিত হাতী। এই হাতী দুটাই সাধাৰণ পুলিচৰ দৰে কাম কৰিলে। সিহঁতে দুয়ো বন্দী জন্তু এটাৰ দুই পিনে থিয় হৈ তাৰ গাত শুৰ বুলাই শাঁত কৰাত সহায় কৰিলে। তাৰ পিছত মোটা জৰীৰে পিছৰ ভৰি এখন এজোপা মোটা গছত বান্ধি দিয়া হল। এটা এটাকৈ প্ৰাণী বোৰ অসহায় হৈ পৰিল।

বন্দী হোৱা হাতীটোৱে বহুত দিনলৈ খোৱা বোৱা এৰি মন মৰা হৈ ৰ'ল। কিন্তু চিকাৰীবোৰে তাৰ দুৰ্বলতা ক'ত জানিছিল। সিহঁতে ইয়াক কিছুমান দিন লঘোণে থাকিবলৈ দি তাৰ পিছত হাতীৰ অতি প্ৰিয় খাদ্য বাহঁৰ গাজ আৰু কোমল খেৰ তাক যাচলে—এই বস্তুবোৰ তাৰ মুকলি অৱস্থাত বিচাৰি হাতীয়ে বহুত দূৰ দুৰলৈ গৈছিল। অৱশেহত হাতী সৈমান হ'ল, আৰু খোৱাবস্তুত মুখ দিলে। সি পোহ মানিলে আৰু গধুৰ কামৰ বোজা গাত লবলৈ শিকিব ধৰিলে।

## কলম্বোৰ জীৱন

দেখাদেখিকৈ কলম্বোৰ জীৱনত বিপ্লৱৰ কোনো লক্ষণ আছিল। ইয়াৰ ৰাজনৈতিক আবহাওৱাও ভাবতত্তকৈ বেলেগ আছিল। টেটুত চেপা মাৰি ধুৰি নীৰৱ কৈ বথা শান্তিয়ে সকলো আবৰি ৰাখিছিল। এই দ্বীপটোৱে পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ চাহপাত ইংলণ্ডক যোগাইছিল। দেশখন কিছুমান এলেকাত ভাগ কৰা আছিল—পিৰামিডৰ ওপ জোঙা মুখটোত আছিল ইংৰাজবোৰ, ডাঙৰ ডাঙৰ ঘৰ আৰু বাগানত তেওঁলোকৰ বাস আছিল—

তেওঁলোকৰ তলত আছিল মজলীয়া শ্ৰেণীৰ মানুহ—দক্ষিণ আমেৰিকাৰ মজলীয়া শ্ৰেণীৰ মানুহৰ দৰে। তেওঁলোকে আগতে আৰু এতিয়াও বহুতে মোজাদাৰ শ্ৰেণীৰ আছিল। বুৰৰ বোলা হলাণ্ড দেশৰ দক্ষিণ আফ্ৰিকাত থিতাপি লোৱা যোৱা শতাব্দীত ঔপনিবেশিক যুদ্ধই সিংহললৈ নিৰ্বাসিত মানুহৰ এওঁলোক সতি-সন্ততি আছিল।

এওঁলোকৰ তলত আছিল লাখ লাখ বৌদ্ধ আৰু মুছলমান সিংহলৰ আদি মানুহ। তাতোকৈও তলত আছিল ভাৰতৰ পৰা যোৱা অনুপ্ৰৱেশ-কাৰীবোৰ—দক্ষিণ ভাৰতৰ তামিলভাষী, লাখ লাখ হিন্দু মানুহ—তেওঁলোক আছিল সকলোতকৈ কম দৰ্মহা পোৱা মানুহ।

তথাকথিত ভদ্ৰমণ্ডলীয়ে কলম্বোত মাত্ৰ নিজৰ শ্ৰেণীৰ বাবে আচুতীয়াকৈ ৰখা ক্লাববোৰত সাজ-পাৰ আৰু অলংকাৰৰ বাহাৰ দেখুৱাইছিল। দুজন বিখ্যাত ফপহুৰা এওঁলোকৰ নেতা আছিল। এজন আছিল ফৰাছী কাউণ্ট ডে মৌনি তেওঁৰ নাম—এদল অনুৰাগীয়ে তেওঁৰ পিছে পিছে ফুৰিছিল। অইনজন আছিল পোল। তেওঁৰ নাম—উইনজাৰ—তেওঁ বাহিৰত ভদ্ৰ আৰু পৰিপাটী সাজ পিন্ধা গুৰু গোঁসাই নমনা মানুহ আছিল। কলম্বোৰ সকলো ক্লাবঘৰত তেওঁৰ বিশেষ প্ৰতিপত্তি আছিল। এই মানুহজন অতি ৰসিক, যথেষ্ট বুদ্ধিমান আৰু জগতৰ সকলো বিষয়ে কিবা নহয় কিবা অলপ জানিছিল। এটা অদ্ভুত কাম তেওঁ কৰিছিল—সাংস্কৃতিক আৰু পুৰা-তাত্ত্বিক সম্পদৰ ৰক্ষক। এবাৰ তেওঁৰ লগতে এনে এটা অফিছৰ অভিযানলৈ যোৱাৰ পিছত মোৰ বহুত শিক্ষা হ'ল।

জঙ্গলৰ ভিতৰত থাপিত দুখন অতি ধুনীয়া চহৰ উলিওৱা হ'ল, অনুৰাধা-পুৰ আৰু পলন্নাৰোৱা চহৰ দুখন পাতালপুৰীৰ পৰা সিংহলৰ উজ্জ্বল সূৰ্যৰ ৰদত আকৌ থাম আৰু বাৰান্দাবোৰৰ কাৰুকাৰ্য জিকমিকাই উঠিল। কিন্তু ইয়াৰ বিমানখিনি সম্ভৱ প্ৰত্নতত্ত্বৰ সেই অপূৰ্ব সম্পদক সাৱধানে বান্ধিকুন্ধি লণ্ডনৰ ব্ৰিটিছ মিউজিয়ামলৈ ৰওনা কৰি দিয়া হ'ল।

মোৰ বন্ধু উইনজাৰ নিজৰ কামত বেছপাৰ্গত আছিল। দূৰ দূৰান্তৰ মঠ-মন্দিৰলৈ তেওঁ পুৰাকীৰ্তি সংগ্ৰহ কৰিবলৈ যাওঁতে ময়ো লগৰীয়া হৈছিলোঁ। বৌদ্ধ সন্ন্যাসীবোৰক পৰম সন্তোষ দি তেওঁৰ ছৰ্কাৰী ভেনগাড়ীত হেজাৰ হেজাৰ বছৰীয়া পুৰণি অপৰূপ সুন্দৰ পাথৰৰ ভাস্কৰ্যবোৰ লৈ আহি, ইংলণ্ডৰ মিউজিয়ামৰ শোভা বঢ়াবলৈ পঠিয়াই দিছিল। গেৰুৱা বসন

পিন্ধা বৌদ্ধ সন্ন্যাসীসকলৰ মুখত প্ৰশান্তিৰ চিন হাঁহিটো চাবলগীয়া আছিল —জাপানত সজা বং লগোৱা চেলুলয়েডৰ বুদ্ধৰ মূৰ্তি উপহাৰ দি উইনজাৰে তেওঁলোকৰ পৰা এই প্ৰাচীন নিদৰ্শনবোৰ গোটাইছিল। তেওঁলোকেও চকুৰে-মুখে শ্ৰদ্ধা উপচি পৰাকৈ মূৰ্তিবোৰ নি শতাব্দী ধৰি মণিমুকুতা খচিত পাথৰৰ মূৰ্তিবহা থাপনাত বহুৱাই দিছিল।

উইনজাৰ সাম্ৰাজ্যবাদৰ এটা উৎকৃষ্ট উৎপন্ন দ্ৰব্য—এজন চতুৰ মাৰ্জিত শিল্পৰসিক।

ৰ'দৰ তাপত পুৰি ক'লা পেলোৱা সেই উজ্জ্বল দিনবোৰত হঠাৎ মেঘৰ ছাঁ পৰিল। কোনো জাননী নিদিয়াকৈ মোৰ সেই বৰ্মী প্ৰেমিকা ৰণচণ্ডী জোছি ব্লিহ-এ আহি মোৰ ঘৰৰ সমুখত থিতাপি ললেহি—সেই সুদূৰ দেশৰ পৰা আই মোকে বিচাৰি আহিছে। ৰেঙুনৰ বাহিৰে আৰু ক'তো চাউল পোৱা নাযায়—তাই এনে বিশ্বাস কৰি পিঠিত চাউলৰ বস্তা, আৰু আমাৰ দুয়োজনৰ প্ৰিয় পল ৰোবচনৰ কেইখনমান ৰেকৰ্ড আৰু দীঘলকৈ মেৰিয়াই লোৱা কঠ এখন লৈ আহি উপস্থিত হ'ল। মোৰ ঘৰৰ পদূলিত বহি থাকি, মোৰ লগত দেখা কৰিবলৈ অহা সকলো আলহীকে অপমান কৰি তেওঁলোকৰ ওপৰত জাপিয়াই পৰিছিল। মই এতিয়াও মানসচকুৰে তাইক দেখিবলৈ পাওঁ— ঈৰ্ষাত জ্বলিপুৰি তাই মোৰ ঘৰত জুই লগাই দিব বুলি ভয় দেখুৱাইছিল। এদিন মোৰ লগত দেখা কৰিবলৈ অহা এগৰাকী মিঠা ইউৰেছিয়ান ছোৱালীক তেওঁ আক্ৰমণ কৰিলে।

ঔপনিবেশিক ৰাজত্বত পুলিচে এই শান্ত ৰাস্তাৰ ঠাইখিনিত তাইক এটা মূৰ্তিমান অশান্তি বুলি ধৰি ললে। তাইক দেশৰ পৰা বাহিৰ কৰি দিব বুলি ক'লে। মোৰ সেই দিনবোৰ অতি দুৰ্দশাৰ। তাইৰ বাবে উথলি উঠা অসুখী প্ৰেমৰ জোৱাৰ আৰু অইনাপিনে তাইৰ সৰ্বগ্ৰাসী দখলদাবীৰ ভয়ত মই বিবুধি হলোঁ। তাইক ঘৰত সুমুৱাই লবলৈ মোৰ সাহে নুকুলাইছিল ; প্ৰেমৰ পোৰণিত বলিয়া হৈ যিহকে খুচি তাকে কৰিব পৰা তাইৰ প্ৰেমে ঈৰ্ষাত অন্ধ হৈ আছিল।

"মোৰ পৰা কোনো সঁহাৰি নাপাই অৱশেষত তাই নিজেই এদিন গুচি যাবলৈ থিৰাং কৰিলে, আৰু তাইক জাহাজত তুলি দিবলৈ কাবৌ কাকুতি কৰিলে। জাহাজৰ পৰা গুচি আহিবৰ সময় হল, হঠাৎ লগৰ যাত্ৰীবোৰৰ কাষৰ পৰা ছিটিকি আহি,প্ৰেম আৰু শোকৰ কোবত খোকিবাখোকি হৈ তাই

মোক, মুখৰ পৰা আকন্ড কৰি মোৰ বাঁউসী, মোৰ কাপোৰ কানি চুমাবে ভৰাই দিলে। আৰু মই একো বুজাৰ আগতে মোৰ ভৰিত দীঘল দি পৰিল। মোক যেন তাই দেৱতাক পূজা কৰাৰ দৰে চকুৰ পানীৰে আৰতি কৰিলে, মুখখন তুলি তাই যেতিয়া মোলৈ চালে, মোৰ জোতাৰ বগা খড়িমাটিৰ বং লাগি তাইৰ মুখত ময়দা সনাৰ দৰে হৈ আছিল। তাইক নাযাবলৈ কবলৈ মোৰ ইমান ইচ্ছা হ'ল! মোৰ লগত জাহাজখন এৰি থৈ চিৰদিনৰ বাবে থাকিবলৈ কোৱা ইচ্ছাটোক মোৰ শুভবুদ্ধিয়ে বাধা দিলে। কিন্তু তাইৰ সেই অসহনীয় শোক, চক সনা মুখখনিৰ ব্যাকুলতা, শোকাতুৰ চকুলো এতিয়াও মোৰ স্মৃতিপটত কালিৰ ঘটনাৰ দৰে উজলি আছে।

"বোঁছডেল্সিয়া এন লা টিয়েৰা" কিতাপখনৰ প্ৰথম ভাগ লিখি মই তেতিয়া প্ৰায় শেষ কৰি আনিছিলোঁ; কিন্তু মোৰ কাম বৰ লেহেমত চলিছিল—দূৰত্ব আৰু গভীৰ নিৰ্জনতাই বিশ্বজগতৰ পৰা মোক আঁতৰাই ৰাখিছিল, চাৰিওফালৰ জগত নিৰ্বান্ধৱ আছিল—মই সৰ্বান্তঃকৰণে ইয়াৰ লগত যোগ দিব পৰা নাছিলো।

মোৰ জীৱনত ঘটা ঘটনাবোৰে—এইবোৰে যেন মোৰ কিতাপত স্বাভাৱিক ভাবেই ছাঁ পেলাইছিল—যেন শূন্যৰ পৰা ওলমি কিতাপৰ গুৰুত্ব দিছিল। চিত্ৰাহি নহয়—জীৱনৰ জীয়া তেজ দিহে যেন এইবোৰ লিখা হৈছিল। মোৰ লেখাৰ ধৰণ আৰু শুদ্ধ কৰিবলৈ চেষ্টা কৰিলোঁ, কিন্তু উদাস বিষণ্ণতাইহে যেন বেছি প্ৰভাৱ পেলালে। সত্যত জোৰ দিবলৈ, তিতা লগাকৈ কাৰ্যকৰী কৰিবলৈ আৰু ছন্দ-যতিৰ মিল ৰাখি (কাৰণ সেইটোৱে কবিতাৰ আচল সমল) লিখা কবিতাই মোৰ নিজৰ কবিতাৰীতি কৰিবলৈ বিচাৰিলোঁ। কিন্তু ৰীতিটোৱেই মানুহ নহয়, চাৰিওপিনে থকা সকলোখিনিকে লৈয়ে ৰীতি, আৰু যদি তেওঁ উশাহ নিশাহৰ বতাহখিনিক তেওঁ কবিতাত ঠাই দিব নোৱাৰে, তেনেহলে সেই কবিতা মৃত—মৃত, কাৰণ ই উশাহ-নিশাহ লবৰে সুযোগ নাপালে।

কলম্বোৰ সেই চহৰৰ উপকণ্ঠত থাকোঁতে, বহুত দিন অকলশৰীয়া জীৱন যাপন কৰোঁতে মই যিমান আনন্দেৰে, আৰু যিমান বেছি কিতাপ পঢ়িছিলোঁ তেনেকৈ আৰু কেতিয়াও পঢ়িব পৰা নাই। মাজে মাজে ৰিমবাউ, কুৱে ভেডো বা প্ৰাউষ্ট পঢ়ি লৈছিলোঁ। "ছোৱান্স ওৱে"ই মোক নকৈ এবাৰ কৈশোৰৰ কষ্ট, প্ৰেম আৰু ঈৰ্ষাৰ জগতলৈ নিলে। মই অনুভৱ কৰিলোঁ যে

ভিনটুইল ছোনাটাৰ এটা বাক্যাংশত—যিটো সঙ্গীতময়, আৰু প্ৰাউষ্টে যাক "ধতাহী আৰু সুগন্ধি" বুলি উল্লেখ কৰিছিল—সেইটোক কেৱল যে ইন্দ্ৰিয়-গ্ৰাহ্য শব্দৰ অপৰূপ বৰ্ণনাহে বুলিব পাৰি সি নহয়—কিন্তু ই যে নিজেই কামনাৰ চূড়ান্ত মৰসাহত ভাপ দিছে।

এই নিজান আৱেষ্টনীত মোৰ সমস্যা হ'ল এনে সঙ্গীতৰ সন্ধান কৰা—যাতে মই সঙ্গীতৰ সুধা পান কৰিব পাৰোঁ। মোৰ সঙ্গীতজ্ঞ শিল্পী আৰু বন্ধু এজনৰ সহায়ত আমি এই বিষয়ে আগুৰাব ধৰিলোঁ, প্ৰাউষ্টৰ, ভিনটুইল সম্ভৱতঃ শুবাৰ্ট, আৰু ভাগনাৰ, আৰু চেণ্ট চাঁন্‌ছ আৰু ফউৰে আৰু ড'ইশিভৰ আৰু ছিজাৰ ফ্ৰেংকোৰ সুৰৰ সানমিহলি বুলি শিকিলোঁ। মোৰ লাজলগাকৈ ক্ষুদ্ৰ সঙ্গীতৰ পাঠক্ৰমত সঙ্গীতৰ এই সকলো কেইজন মহাগুৰুৰ কাম বাদ দিয়া হৈছিল। তেওঁলোকৰ কামবোৰ মোৰ বাবে হেৰাই যোৱা অথবা তলামাৰি ছীলমোহৰ লগাই থোৱা সঙ্গীতৰে ভৰা বাকচৰ দৰে আছিল। মোৰ কাণ্ধত সঙ্গীতৰ মাত্ৰ অতি স্পষ্ট সুৰলহৰীহে ধৰা পৰে, আৰু সেইটোও অতি কষ্টে ধৰা পৰে।

মই আৰু ভালকৈ এই বিষয়ে অনুসন্ধান কৰি চালোঁ আৰু সঙ্গীতত্ত্বকৈ বেছি সাহিত্যমূলক অনুসন্ধানৰ পিছত ছিজাৰ ফ্ৰেংকোৰ পিয়ানো আৰু ভায়োলিনৰ ছোনাটাৰ তিনিখন ৰেকৰ্ডৰ এখন এলবাম পালোঁ। ভিনটুইলৰ বাক্যাংশটো যে তাত আছিল—সেইটো নিঃসন্দেহ।

মোৰ বাবে ইয়াৰ আকৰ্ষণ মাথোন সাহিত্যমূলক। কাব্যিক মেজাজৰ বাস্তৱতাৰ শ্ৰেষ্ঠ প্ৰদৰ্শক প্ৰাউষ্টে তেওঁৰ অতি মৰমৰ, আৰু ঘৃণ্য এখন ঘূণে ধৰা সমাজৰ কথা তেওঁৰ তীক্ষ্ন দৃষ্টিৰ বৰ্ণনাত বহুত শিল্পমূলক বিষয়, চিত্ৰকলা আৰু গিৰ্জাঘৰ, অভিনেত্ৰী আৰু কিতাপৰ কথা অন্তৰৰ আৱেগ দি লিখি গৈছে। কিন্তু যদিও তেওঁৰ অন্তৰ্দৃষ্টিয়ে যি বিষয়েই ধৰিছিল, তাকে জিলিকাইছিল, তেওঁ প্ৰায়ে এই ছোনাটাৰ মোহত পৰিছিল, আৰু অইন কোনো বৰ্ণনামূলক অংশতকৈ সম্ভৱতঃ তেওঁ এই নিত্যনতুন বাক্যাংশটোলৈ বাৰে বাৰে ঘূৰিআহিছিল। তেওঁৰ বৰ্ণনাৰ সুৰমাই মোৰ জীৱনটো আকৌ এবাৰ পাবলৈ, বহুত দিনৰ আগতে এৰি অহা প্ৰায় হেৰাই যোৱা সেই সুপ্ত অনুভূতিবোৰ মোক আকৌ ঘূৰাই দিলে। সেই সঙ্গীতময় বাক্যাংশত প্ৰাউষ্টৰ যাদুভৰা বৰ্ণনা পঢ়ি মই সঙ্গীতৰ ঢেউকাত উটি ভাহি যাব খুজিছিলোঁ।

ছায়াময় বৰ্ণনাৰ গভীৰতাত, একেবাৰে মৃদু হৈ, লেনিয়াই দীঘল হৈ,

ইয়াৰ কল্পনাত বাক্যাংশটোৱে নিজকে হেৰুৱাই পেলালে। যেন যাতনাত ই বাৰে বাৰে মেৰ খাই অসীম আকাশ চুবলৈ হাবিয়াস কৰা, তালে তালে দাঙি উঠা লাহী চূড়াৰে গথিক স্থাপত্যৰ এটা নিদৰ্শনহে।

বেদনাত যি অনুভূতিৰ জন্ম, সি আৰু বেছি তীক্ষ্ণ হোৱাৰ সময়ত, সকলোকে চেৰ পেলাই আৰু সুক্ষ্ম হবৰ সময়ত, নিজকে বিষণ্ণতাৰ অংশ বুলি নুই নকৰি জয়ৰ পথত আগবাঢ়ি যায়। দেখাত ই এটা পাক খোৱা বিষাদৰ চূড়াৰ দৰে—কিন্তু পিয়ানোৰ গম্ভীৰ সুৰ লহৰীবোৰ শব্দটোৰ মৃত্যু আৰু পুনৰ্জন্মক বাৰে বাৰে আওৰায়—প্ৰেম আৰু বিষাদ মিলিত হৈ মৃত্যু আৰু বিজয়ৰ সূচনা নকৰালৈকে পিয়ানোৰ অন্তৰ ভাঙি যোৱা সুৰৰ সমূহৰ পুনৰাবৃত্তি কৰে।

মোৰ মনত কোনো সন্দেহ নাই যে এইটোৱে সেই বাক্যাংশৰ অৰ্থ আৰু এইটোৱেই সেই ছোনাটা।

ওৱেলাবাটাত নাৰিকল গছৰ তলত লুকাই থকা মোৰ ঘৰটো যেন মোৰ এন্ধাৰত লুকুৱাই পেলাইছিল, কিন্তু প্ৰতিটো নিশাই ছোনাটাটোৱেই মোৰ লগৰী হৈছিল। মোক নানা পথৰ সন্ধান দি, যেন গভীৰ কুঁৱাত বুৰবুৰণি তুলি, ইয়াৰ চিৰ-সহচৰ বিষাদ, বিজয়ী বিষণ্ণতাৰে মোক ভৰপূৰ কৰি ৰাখিছিল।

এতিয়ালৈকে যি সকল সমালোচকে মোৰ কবিতাৰ সমালোচনা কৰিছে তেওঁলোকে মই ওপৰত স্বীকাৰ কৰা প্ৰভাৱটোৰ বিষয়ে ধৰিব পৰা নাই, কাৰণ সেই ওৱেলাৱেটাতে মই ৰেছিডেন্সিয়া এন লা টিয়েৰাৰ বেছিখিনি লিখি শেষ কৰিছিলো। যদিও মোৰ কবিতা সুগন্ধি বা কাল্পনিক নহয়, কিন্তু দুখ লগাকৈ মাটি মুৰা। মোৰ মনেৰে সেই গুণবোৰ, শোকপূৰ্ণ কবিতাৰ লগত এই সঙ্গীতে মোৰ অন্তৰৰ মণিকোঠাত বিৰাজ কৰা গভীৰ অনুভূতিৰে সানমিহলি হৈ আছে।

বহু বছৰৰ পিছত, চিলিলৈ আকৌ ঘূৰি যোৱাৰ পিছত চিলিৰ বহুৰ সঙ্গীত জগতৰ তিনিজন শ্ৰেষ্ঠ নায়কৰ লগত মই এটা পাৰ্টিত গোট খাইছিলো। ১৯৩২ চনত মোৰ মনেৰে মাৰ্টা ব্ৰুনেটৰ ঘৰত। ডোমিংগো ছান্টা ক্ৰুজ আৰু আৰ্মান্ডো কাৰ্ভাজালৰ লগত এটা চুকত ক্লোডিও আৰাউ-ৰে কথা পাতি আছিল। মই গা মেলাই সেইপিনে গ'লো, কিন্তু তেওঁলোকে মোলৈ কেৰাহিকৈও নাচালে। সঙ্গীত আৰু সুৰকাৰসকলৰ বিষয়ে তেওঁলোকে

লেখাৰ নিচিগাকৈ আলোচনা কৰি গৈ থাকিল। সেই বাবে মই অলপ নিজক জাহিৰ কৰিব খুজিলোঁ। মই জনা একমাত্ৰ সেই ছোনাটাৰ কথাটো উলিয়ালোঁ। তেওঁলোকে অবাক হৈ মোলৈ চালে, আৰু সুধিলে, ছেজাৰ ফ্ৰেঙ্ক? কিয় ছেজাৰ ফ্ৰেঙ্ক? আপুনি ভাৰ্ডিৰ বিষয়েহে জানিব লাগে। তেওঁলোকে আকৌ নিজৰ মাজত আগৰ আলোচনা চলাই গ'ল—মোৰ নিজৰ অজ্ঞতা –যিটোৰ পৰা মই এতিয়াও মুক্তি পোৱা নাই—মোক ঢাকি ৰাখিলে।

## ছিঙ্গাপুৰ

কলম্বোৰ নিঃসঙ্গতা যে কেৱল বিষণ্ণ আছিল সি নহয়—ই এলেহুৱাও কৰিছিল। মোৰ ঘৰৰ কাষত থকা বন্ধু বৰ কম আছিল। নানা জাতৰ, নানা বৰ্ণৰ ছোৱালীয়ে মোৰ খাটিয়াত শুই গৈ তেজমঙ্গহৰ শিয়ৰি উঠা অভিজ্ঞতা থৈ গৈছিল। সেই গ্ৰীষ্মপ্ৰধান সমুদ্ৰৰ পাৰত মোৰ দেহাটোৱে যেন ৰাতিয়ে দিনে এটা অকলশৰীয়া মেজিৰ দৰে পুৰিব লাগিছিল। এই লগৰী-বোৰৰ এগৰাকীৰ নাম আছিল পেটুছি। ক'লা, সোণবৰণীয়া, বুওৰ, ইংৰাজ আৰু দ্ৰাবিড় জাতীয় বহুত ছোৱালী বন্ধু লৈ তেওঁ প্ৰায়ে মোৰ তালৈ আহিছিল—প্ৰতিদানত একো নিবিচৰাকৈ তেওঁলোক মোৰ শয্যাসঙ্গিনী হৈছিল।

তেওঁলোকৰ এগৰাকীয়ে মোক "ছাউনি'লৈ যোৱাৰ অভিজ্ঞতা বৰ্ণনা কৰিছিল। ইংৰাজ ডেকা ল'ৰাবোৰ—সিহঁতৰ বেছিভাগেই দোকান বা অফিচত কেৰানীৰ কাম কৰিছিল। পইছা বচাবলৈ আৰু খোৱাবোৱাৰ সুবিধাৰ বাবে বাংলোত একেলগে থকা ঘৰক সিহঁতে ছাউনি বুলিছিল। কথাটো যেন একেবাৰে নিন্দনীয় নহয়, এনে সহজে তাই মোক কৈছিল যে এবাৰ তাই সিহঁতৰ চৌধ্যজনৰ লগত একেৰাতিতে যৌনসংসৰ্গ কৰিছিল।

মই তেওঁক সুধিলোঁ, "তুমিনো কিয় কৰিলা?"

"এৰাতি তেওঁলোকে এটা পাৰ্টি দিছিল, আৰু মই মাত্ৰ এজনী ছোৱালীহে উপস্থিত আছিলোঁ। গ্ৰামোফোন বাজিছিল। প্ৰতিজনৰ লগতে কেইখোজমান নাচি; নাচোতে নাচোতে এটা নহয় এটা শোৱনি ঘৰত সোমাই গৈছিলোঁ। তেনেকৈয়ে সকলোকে তৃপ্ত কৰিলোঁ।"

ছোৱালীজনী বেশ্যা নাছিল, মাত্ৰ ঔপনিবেশিকবাদৰ আৰু এটা ফল—

এই গছজোপাৰ অকপট উদাৰ ফল এটা। তাইৰ কথাই মোৰ মনত সাঁচ বহুৱাই ৰাখিলে, আৰু তেতিয়াৰ পৰাই তাই মোৰ অন্তৰত এডুখৰি কোমল ঠাই অধিকাৰ কৰিলে।

মোৰ নিজান বাংলোটো চহৰৰ উন্নত ঠাইখিনিৰ পৰা দূৰত আছিল। ঘৰটো ভাড়া লবৰ সময়ত মই পায়খানাটো ক'ত নো বুলি বিচাৰি চালোঁ —কিন্তু ক'তো নাপালোঁ। আচলতে গা ধোৱা ঘৰৰ কাষত ই নাছিল— পিছপিনে বাৰীখনত—দূৰত আছিল। কৌতূহলী হৈ মই দেখিলোঁ যে ই আমাৰ সৰুকালৰ চিলিৰ গাঁও অঞ্চলৰ পায়খানাবোৰৰ দৰে এটা কাঠৰ বাকচ —মাজত ফুটা এটা আছে। কিন্তু আমাৰ পায়খানাবোৰ দ'কুৱা বা বৈ যোৱা নৈৰ ওপৰত পতা হৈছিল। ইয়াত কিন্তু পাত্রটো ধাতুৰ তলত ফুটা থকা বাকচৰ ঠিক তলত পাতি থোৱা হৈছিল।

প্রতিদিনা পুৱাই এই চুঙাটো মই চাফা পাইছিলোঁ—কিন্তু এইটো কেনেকৈ চাফা হয় নাজানিছিলোঁ। এদিন পুৱা কিবা এটা কাৰণে মই অইনদিনতকৈ সোনকালে উঠিলোঁ আৰু কি ঘটিছে দেখি অবাক হলোঁ।

ঘৰৰ পিছপিনৰ এন্ধাৰলৈ পাথৰৰ মূৰ্তিৰ দৰে আগবাঢ়ি যোৱা সিংহলত এতিয়ালৈকে দেখা সকলোতকৈ ধুনীয়া তিৰোতা গৰাকীক মই দেখা পালোঁ। তাই নীচজাতিৰ তামিল আছিল, গাত এখন সস্তা ৰঙা আৰু সোণবৰণীয়া শাৰি, খালী গোৰোহা দুটাত দুপাত গধুৰ খাৰু, আৰু নাকৰ দুই পাহিত সৰু দুটি ৰঙা বিন্দুৱে জ্বলজ্বল কৰিছিল। এই দুটা নিশ্চয় সাধাৰণ কাঁচৰ আছিল, কিন্তু তাই পিন্ধা বাবে সিহঁত চুণী পাথৰৰ বাবে মহামূলীয়া যেন লাগিল।

গহীন হৈ, মোৰ পিনে এবাৰো কেৰাহিকৈ নোচোৱাকৈ, মই যে আছো তালৈ ভ্রূক্ষেপ নকৰাকৈ, মূৰত সেই ঘিণ লগা বস্তু ভৰাপাত্রটি লৈ দেৱী প্রতিমাৰ দৰে খোজ দি অন্তৰ্ধান হ'ল।

তাই ইমান ধুনীয়া আছিল যে, ইমান নীচবৃত্তিৰ কাম কৰা সত্বেও মই তাইক মনৰ পৰা আঁতৰ কৰিব নোৱাৰিলোঁ। জঙ্গলৰ এটা লাজুক জন্তুৰ দৰে তাই যেন এখন পৃথক জগতত বেলেগ ধৰণৰ জীৱন যাপন কৰিছিল। মই তাইক মাতিলোঁ—কিন্তু তাইৰ কোনো সঁহাৰি নাপালোঁ। তাৰ পিছত মই মাজে মাজে তাই অহাযোৱা কৰা বাটত ইটো সিটো উপহাৰ থৈ দিবলৈ আৰম্ভ কৰিলোঁ—এটুকুৰা পাটৰ কাপোৰ কিম্বা এটা ফল। তাই কিন্তু কোনো পিনে

নোচোৰাকৈ কোনো কথা নুশুনাকৈ নিজৰ কামত গুচি গৈছিল। সেই জঘন্য কামটো তাইৰ কৃষ্ণবৰ্ণ সৌন্দৰ্য্যই এগৰাকী উদাসীন মহাৰাণীয়ে কৰিব জগা উৎসৱত পৰিণত কৰিলে।

এদিন ৰাতিপুৱা মই নিজে আৰু আগবাঢ়িবলৈ ঠিক কৰিলোঁ। তাইৰ হাতত খপ্‌কৈ ধৰি মই তাইৰ চকুলৈ ব'লাগি চাই ৰলোঁ। কথা পাতিবলৈ মই তাইৰ ভাষা নাজানিছিলোঁ। তাই মিচিকি হাঁহি নামাৰিলে—কিন্তু মোৰ বিছনালৈ নি শুৱাই নগুঠা কৰাত কোনো বাধা নিদিলে ; এমুঠি ক'কাল, ভৰা নিতম্ব আৰু ভৰি উপচি পৰা দুটা বাটিৰ দৰে স্তন দুটাই তাইক দক্ষিণ ভাৰতীয় হেজাৰ বছৰীয়া ভাস্কৰ্য্যৰ দৰে অপৰূপ কৰি তুলিছিল। ই যেন এটা মানুহৰ লগত এটা পাথৰৰ মূৰ্তিৰ প্ৰণয় লীলাহে। তাইৰ দেহৰ অকণিও সঁহাৰি নাপালোঁ। গোটেই সময়খিনি তাই বহলকৈ চকুযুৰি মেলি চাই স্থিৰ হৈ ৰ'ল, মোক ঘিণ কৰি তাই ঠিক কামেই কৰিছিল—আৰু কোনো দিন এই কামৰ পুনৰাবৃত্তি নহ'ল।

টেলিগ্ৰামখন পঢ়ি মই বিশ্বাস কৰিবকে নোৱাৰিছিলোঁ। বিদেশমন্ত্ৰীয়ে মোক নতুন পদত নিয়োগ কৰাৰ জাননী দিছে। কলম্বোৰ কনছালৰ কামৰ পৰ্ব মোৰ শেহ হ'ল। এতিয়া ছিঙ্গাপুৰ আৰু বাটাভিয়াত মই এই কামতে নিযুক্ত হৈছোঁ। দাৰিদ্ৰ্যৰ তলৰ খাপৰ পৰা মই এতিয়া উন্নতি কৰি দ্বিতীয় খাপলৈ উঠিম। কলম্বোত ( যদি মই যাওঁৰেই ) তেন্তে ১৬৬'১৬ পাউণ্ড মোৰ দৰমহা আছিল আৰু এতিয়া একেলগে দুখন উপনিৱেশত কনছালৰ কাম কৰা বাবে ( মই কামটো ললে ) ১৬৬'১৬ পাউণ্ডৰ দুগুণে টকা পাম তাৰে ৩৩৩'৩২ পাউণ্ড হব। আৰু তাৰ মানে হ'ল বৰ্তমানৰ দৰে মই আৰু খাটিয়াত এনেকৈ শুব নালাগিব। মোৰ পাৰ্থিৱ বস্তুৰ বাবে আকাংখা কিন্তু বৰ ওখ নাছিল।

ভাবনা হল কিবিয়াক লৈ—মোৰ নেউলটো লৈ মই কি কৰিম? দগাবাজ চুবুৰীয়া চেঙেলীয়া ল'ৰাবোৰৰ হাতত ইয়াক তুলি দিমনে? সিহঁতেতো তাইৰ সাপমৰা শক্তি আছে বুলি আৰু বিশ্বাস নকৰে। নাই- নাই মই সপোনতো সেইটো নাভাবোঁ। সিহঁতে তাইক আওহেলা কৰিব, মোৰ নিচিনাকৈ একেখন মেজতে নুখুৱাব। তাইক মই আগৰ বনৰীয়া জীৱনলৈ ঘূৰাই পঠিয়াবলৈ জঙ্গলত এৰি দি আহিম নেকি? নাই, কেতিয়াও নহয়। সন্দেহ নাই যে তাই এতিয়া আত্মৰক্ষাৰ কৌশলটো হেৰুৱাই পেলাইছে, আৰু

কোনোবা অসতৰ্ক মুহূৰ্তত চিকাৰী চৰাইয়ে থাপ মাৰি লৈ যাব। কিন্তু তাইক মই লগতেই বা কেনেকৈ নিম? এনে আচহুৱা যাত্ৰী এজনক জাহাজত উঠিবলৈ যাবলৈ নিদিব।

বহুত ভাবিচিন্তি মই মোৰ সিংহলী লগুৱা লবা ব্ৰাম্পিক লৈ যাত্ৰা কৰিবলৈ থিৰাং কৰিলোঁ। এনে কাম লাখপতিয়ে কৰিব পাৰে। সকলোৱে এইটো বলিয়ালি বুলি কৈছিল। আমি এনে এখন ঠাইলৈ যাবলৈ ওলাইছোঁ —মালয় আৰু ইন্দোনেছিয়া—যাৰ ভাষাৰ এটা শব্দও ব্ৰাম্পিয়ে বুজি নাপাব। অইনে গম নোপোৱাকৈ তাক এটা খবাহিত তুলি নিয়া হব। ব্ৰাম্পিয়ে মোৰ দৰেই তাক ভালকৈ জানে। শুল্ক বিভাগে জানিলে সমস্যা হব, কিন্তু চালাক ব্ৰাম্পিয়ে কোনোমতে চম্ভালিব পাৰিব।

আৰু তেনেকৈয়ে, হৰিব আৰু বিষাদ আৰু নেউলটো লৈ সিংহল দ্বীপ এৰি আমি অইন এখন অজানা জগতলৈ যাত্ৰা কৰিলোঁ।

গোটেই পৃথিৱী জুৰি চিলিৰ ইমানবোৰ কনছালৰ দপ্তৰ কিয় যে আছে বুজিবলৈ নিশ্চয় টান। দক্ষিণ মেৰুৰ এটা চুকত মোখনি মাৰি থোৱা সৰু এখন সাধাৰণতন্ত্ৰী দেশে গোলকৰ সিপাৰৰ দ্বীপপুঞ্জত, উপকূল আৰু পৰ্বতৰ টিঙত অৱস্থিত দেশত এনেকৈ ছৰ্‌াকাৰী দপ্তৰ ৰাখি বিষয়াসকলৰ ভৰণপোষণ কৰিব লাগে কিয়, সেইটো নিশ্চয় বহুতৰ অদ্ভূত যেন লাগে। মোৰ চকুত— সঁচা কথা কবলৈ গ'লে আমি দক্ষিণ আমেৰিকাৰ মানুহবোৰৰ ই এটা কাল্পনিক কতৃৰ্ত্বৰ বিলাসিতা, ই আমাৰ এটা স্বভাৱ। কিন্তু আৰু এটা কথা—মই এই কথা আগতো উনুকিয়াইছোঁ যে এই সুদূৰ দেশৰ পৰা চিলিলৈ মৰাপাট, মোম তৈয়াৰ কৰিবলৈ মাটিতেলৰ সিতা, আৰু সৰ্বোপৰি চাহ—প্ৰচুৰ চাহ পঠিওৱা হৈছিল। আমি, চিলিত মানুহে দিনো চাৰিবাৰকৈ চাহ খাওঁ। আমাৰ দেশত চাহ খেতি নহয়। এই বিদেশী দ্ৰব্যটোৰ অভাৱ হোৱা বাবে, এবাৰ চিলিত সোৰা খনিৰ শ্ৰমিকসকলৰ মাজত ব্যাপক ধৰ্মঘট হৈছিল। মোৰ মনত পৰে—এদিন কেঁগিলাছমান হুইস্কি গিলাৰ পিছত কেজনমান ইংৰাজ ৰপ্তানীকাৰকে মোক সুধিছিল—আমি নো ইমান সৰহকৈ চাহপাত নি চিলিত কি কৰোঁ?

মই উত্তৰ দিছিলো—আমি চাহপানী পি খাওঁ।

যদি সিহঁতে ধাৰণা কৰিছিল যে চিলিত চাহপাতৰ পৰা কিবা গুপ্ত শিল্পৰ কোনো দ্ৰব্য উৎপন্ন হয়, মই তেনে সিহঁতক নিৰাশ কৰিলোঁ।

ছিঙ্গাপুৰৰ কনছালৰ অফিছটো দহবছৰীয়া পুৰণি আছিল। মই তেতিয়া তেইছ বছৰ বয়সীয়া। মনৰ সবল বিশ্বাস আৰু ড্ৰাম্পিৰ সৈতে নেউলটোক লৈ জাহাজ এৰি পাৰত উঠিলোঁ আৰু পোনে পোনেই গৈ ৰেফোলছ হোটেল পালোঁগৈ। আৰু ইমান দিনে গোটখোৱা এসোপা কাপোৰ কানি ধোবাৰ তালৈ পঠিয়াই বাৰান্দাত এখন আৰামঃকীত লেহেমৰে বহি লৈ মই এটা—দুটা—বোধহয় তিনি গিলাছ জিনৰ অৰ্ডাৰ দিলো।

এতিয়ালৈকে সকলো ঘটনা ছমাবছেট মমৰ কিতাপত বৰ্ণোৱা ঘটনাৰ দৰেই লাগিল। তাৰ পিছত আমাৰ কনছালৰ অফিছৰ সদৰ দপ্তৰৰ ফোন নম্বৰ বিচাৰি মই টেলিফোন গাইডখন চাবলৈ গ'লোঁ। মই তেতিয়াই বৃটিচ গভৰ্ণ-মেণ্টৰ যোগেদি এটা জৰুৰী বাৰ্তা অফিচলৈ পঠিয়ালোঁ। খবৰ লৈ ফোনৰ অফিচৰ পৰা তেওঁলোকে মোক জনালে যে তাত চিলিৰ কোনো কনছুলেটৰ অফিছ নাই। মই কনছাল জনৰ নাম ক'লোঁ—তেওঁৰ নাম ছেনৰ মানছেলা—তেওঁলোকে এনে নামৰ কোনো মানুহক চিনি নাপাই বুলি ক'লে।

মোৰ শোচনীয় অৱস্থা হ'ল। হোটেলত এদিনৰ ভাড়া আৰু ধোবাৰ দাম দিবলৈ মোৰ লগত থকা পইচাৰে কোনোমতেহে আটিলেহেঁতেন। তেতিয়া মোৰ মনত খেলালে যে সেই ভুতুড়ে কনছুলেট খন বাটাভিয়াত নিশ্চয় থাকিব। আৰু মই তেতিয়াই জাহাজলৈ উভটি যাবলৈ থিৰাং কৰিলোঁ কাৰণ জাহাজখন বাটাভিয়ালৈকে যাব, আৰু সেইখন তেতিয়াও বন্দৰতে আছিল। ধোবাখানাৰ গামলাত তিতোৱা কাপোৰ কানিবোৰ আনি ড্ৰাম্পিয়ে এটা টোপোলা বান্ধিলে, আৰু আমি তৰানৰা ছিগি জাহাজঘাটলৈ দৌৰ লগালোঁ।

জাহাজৰ পৰা জখলাডাল এৰুৱাই নিব ধৰোঁতেই আমি গৈ কেঁকাই গেঁথাই চিঁড়িত উঠিলোঁ। মোৰ আগৰ সহযাত্ৰীসকলে আৰু জাহাজৰ কৰ্ম-চাৰীবোৰে অবিশ্বাসত আমালৈ থৰ লাগি চাই ৰ'ল। সেইদিনাই পুৰাই এৰি যোৱা কেবিনটোত মই আকৌ সোমালোঁগৈ আৰু বাঙ্কৰ ওপৰত চিত হৈ শুই চকু দুটা মুদিলোঁ। জাহাজখনে লাহে লাহে দুৰ্ভগীয়া বন্দৰটো এৰিলে।

জাহাজত মই এগৰাকী ইহুদী ছোৱালীক লগ পাইছিলোঁ। তেওঁৰ নাম আছিল ক্ৰুজি। সোণালী চুলিৰে, অলপ মোটা এই বগী ছোৱালীজনীৰ কমলা ৰঙৰ চকু আৰু আনন্দত উপচি পৰা বাথৰালী স্বভাব আছিল। তেওঁ মোক কৈছিল যে বাটাভিয়াত তেওঁ এটা ভাল চাকৰি কৰিছিল। জাহাজত

বিদায়-পাৰ্টি'ত মই তাইৰ ওচৰে ওচৰে থাকিলোঁ। মদ্যপানৰ মাজে মাজে মোক তাই বাৰে বাৰে নাচিবলৈ টানি লৈ গ'ল, আৰু সেই সময়ত জনপ্ৰিয় ধীৰ অঙ্গভঙ্গীৰ নাচোন মই তাইৰ লগত জধলাৰ দৰে নাচিলো। সেই শেহৰ ৰাতিটো আমি মোৰ কেবিনত প্ৰেম কৰি কটালোঁ। আমি বুজিছিলোঁ যে ঘটনাচক্ৰত দৈবাৎ আহি আমি দুয়ো খন্তেকৰ বাবে লগ খাইছিলো। মই তাইক মোৰ দুৰ্ভাগ্যৰ কথা ক'লোঁ। তাই মোক শান্ত ভাৱে প্ৰবোধ দিলে, আৰু তাইৰ পাতল হৃদয়ৰ চেনেহে মোৰ অন্তৰ চুই গ'ল।

তাইৰ পিনৰ পৰা—ক্ৰুজিয়েও মোক তাই বাটাভিয়াত কৰিবলৈ যোৱা কামটোৰ বিষয়ে জনালে। এটা সংগঠনে মোটামুটিকৈ আন্তৰ্জাতিক সংগঠনে—য়ুৰোপৰ ছোৱালী আনি এছিয়াত ধনী মানুহৰ ৰক্ষিতা কৰি দিছিল। তাইক তিনিজন এনে ধনী মানুহৰ এজনক বাচি লবলৈ কোৱা হৈছিল—শ্যামদেশৰ এজন ৰাজকোঁৱৰ, এজন মহাৰাজ, আৰু এজন ডাঙৰ চীনদেশীয় সদাগৰ। তাই পিছৰ জনক বাচি ললে। তেওঁ কোমল স্বভাৱৰ এজন ডেকা মানুহ আছিল।

পিছদিনা গৈ আমি মাটিত ভৰি দিলোঁ। চীনা সাউদৰ বোলছ ৰয়েছ গাড়ী আৰু তাৰ ফুলাম পৰ্দাৰ মাজেদি গৱাকীৰ মুখৰ এডুখৰি মোৰ চকুত পৰিল। ক্ৰুজিয়ে তাইৰ বস্তু বাহানি লৈ ভীৰত অদৃশ্য হৈ গ'ল।

মইও জাহাজৰ পৰা নামি নেদাৰলণ্ডন বোলা হোটেলত থিতাপি লৈ দুপৰীয়াৰ সাজ খাবলৈ সাজু হৈছিলোঁ। তেনেতে হঠাৎ ক্ৰুজিক হোটেলত সোমোৱা দেখিলো। তাই উচুপি উচুপি আহি মোৰ দুৱাৰ পালেহি।

"তেওঁলোকে মোক বাটাভিয়াৰ পৰা উলিয়াই দিছে মই কাইলৈ গুচি যাব লাগিব।"

"কিন্তু তোমাক কোনে উলিয়াই দিছে? কিয়বা উলিয়াইছে?"

উচুপি উচুপি কান্দি তাই মোক ঘটনাটোৰ কথা ক'লে। বোলছ ৰয়েছ গাড়ীখনত তাই উঠিবলৈ যাওঁতেই অভিবাসন কৰ্মচাৰী জনে তাইক ৰখাই অভদ্ৰ প্ৰশ্নৰে জৰ্জৰিত কৰিলে, আৰু তাই সকলো কথা স্বীকাৰ কৰিব লগীয়া হ'ল। ডাচ শাসকসকলে তাই চীনামানুহৰ ৰক্ষিতা হৈ থাকিবলৈ অহাটো এটা বিৰাট অপৰাধ বুলি বিবেচনা কৰিছে। অৱশেষত তেওঁলোকে তাইক এৰি দিলে। তাই এই বুলি প্ৰতিজ্ঞা কৰিবলগীয়া হ'ল যে সেই প্ৰেমিক পুৰুষজনৰ লগত তাই দেখা নকৰিব, আৰু যিখন জাহাজত আহিছিল

সেইখন জাহাজ পিছদিনাই পশ্চিমলৈ যাত্ৰা কৰাত, তাইও তাতে উঠি ফিৰি যাব।

তাইৰ সকলোতকৈ দুখ লাগিছিল মানুহজনৰ বাবে—তাইৰ বাবে, ৰ'খি থাকি এতিয়া তেওঁ নিৰাশ হ'ব। গহীন গম্ভীৰ বোলছ ৰয়েছ গাড়ীখনৰ লগত ইয়াৰ কিবা সম্বন্ধ আছে বুলি মই ভাবোঁ। তথাপি কুঞ্জিৰ আবেগপ্ৰৱণ অন্তৰৰ কথা মই জনাত তাইৰ চকুপানীখিনি অকল নিজৰ আশাভঙ্গৰ কাৰণে নহয় যেন লাগে। তাইক হেয় কৰা হৈছে বুলি তাইৰ অপমান বোধ হৈছিল।

মই তাইক সুধিলো, "তুমি তেওঁৰ ঠিকনা বা টেলিফোন নম্বৰ জানানে?"

"মই জানো। কিন্তু সিহঁতে মোক গ্ৰেপ্তাৰ কৰিব বুলি মোৰ ভয় লাগে। মোক সিহঁতে জেলত দিব বুলিও ভয় দেখুৱাইছে।"

"তোমাৰনো তাত কি ক্ষতি হব? এটা কাম কৰা, যিমানুহজনে ইমানদিন তোমাৰ সপোন দেখি আহিছে—যদিও তেওঁ তোমাক দেখা নাই—তেওঁৰ লগত এবাৰ দেখা কৰাগৈ। অন্ততঃ তেওঁৰ লগত তোমাৰ দুষাৰমান কথা কোৱা উচিত। ইয়াত ডাচ পুলিচক ভয় খাবৰ কিটো আছে? সিহঁতক হাত কৰি লোৱা, চীনা সাউদজনৰ লগত দেখা কৰা। সিহঁতক ফাঁকি দি সাৱধানে যাবা, তেতিয়া চাবা তোমাৰ ভাল লাগিব, তেতিয়া এই দেশ এৰিবলৈ হলেও তোমাৰ মন ভাল লাগিব।"

সেই ৰাতিয়েই দেৱিকৈ তাই ঘূৰি আহিল। চিঠিৰে ঠিক কৰা তাইৰ প্ৰণয়ীজনক তাই লগ পালে—তাই মোক চব কথা ক'লে। শিক্ষিত মানুহ, ফৰাছী আদব-কায়দা জানে. ফৰাছী ভাষা বেচ ভালকৈয়ে জানে। তেওঁ বিবাহিত। চীনদেশৰ সামাজিক বিয়াৰ ৰীতিনীতি তেওঁ মানি চলে আৰু বৰ আমনি লগা "একঘেয়ে" জীৱন যাপন কৰে।

হালধীয়া ছামৰাৰ প্ৰেমিকজনে মেমপ্ৰেমিকাৰ বাবে বাগিচাৰে সৈতে এটা বাংলো, আঠুৱা, ষোড়শ লুইৰ যুগৰ আচবাব আৰু এখন প্ৰকাণ্ড পালেঙত বিছনা পাৰি থৈছিল। সেই ৰাতিটো তেওঁলোকে সেই বিছনাতে কটালে। ঘৰৰ গিৰিহঁতে বিষাদ মনে তেওঁ তাইৰ বাবে সাজুকৈ ৰখা অকণি অকণি বিলাসিতাৰ সমলবোৰ দেখুৱালে। যুগৰ ছবি—কাটাচামুচ (নিজে কিন্তু তেওঁ তাতখোৱা খৰিকা ব্যৱহাৰ কৰে), য়ুৰোপীয়ান মদৰে ভৰা মদৰ ভড়াল, বৰফ ভৰা ৰিফ্ৰিজাৰেটৰ—এইবোৰ।

তাৰ পিছত আহি তেওঁ এটা প্ৰকাণ্ড তালাবন্ধ চন্দুকৰ কাষত বহিলহি। পেণ্টৰ জেপৰ পৰা চাবি লৈ চন্দুকটো খুলি ক্ৰুজিৰ চকুৰ আগত এটা আশ্চৰ্য্য সম্পদৰ সংকুৰা মুকলি কৰি দিলে—শ শ হেজাৰ হেজাৰ তিৰোতা মানুহৰ অন্তৰ্বাস ; কোমল ৰেছমৰ জাজিয়া, চুটি এখানিমান মেঠনি, নাৰীৰ একান্ত গোপন অন্তৰ্বাসে সেই বাকচটো ভৰা আছিল। চন্দনৰ উগ্ৰ গোন্ধে ঠাইখিনি পবিত্ৰ কৰি ৰাখিছিল। সকলো ধৰণৰ ৰেছমৰ, সকলো ৰঙৰ, বেশ্যানীয়াৰ পৰা হালধীয়া, গুলপীয়াৰ প্ৰছিটো ৰঙৰ পৰা কাদুভৰা সেউজীয়া উগ্ৰ ৰঙচুৱা, জলমলীয়া ক'লা, বিজুলীৰ লেখীয়া ফিৰোজা ৰঙৰ পৰা বিৱাৰ সাজৰ শুদ্ধ বগালৈকে আছিল। পুৰুষৰ কল্পনাত চূড়ান্ত এই কামধেনুৰ ৰূপ এই ব্যভিচাৰী জনে নিজৰ কামুক তৃপ্তিৰ বাবে গোটাইছিল।

ক্ৰুজিয়ে আকৌ উচুপিবলৈ ধৰিলে। তাই ক'লে, মই একেবাৰে শিলপৰা মানুহৰ দৰে হলোঁ। তাৰে কেইটামান আজুৰি লৈ মই সোৰ দি ইয়ালৈ আহিলো।

মানুহৰ মনৰ এই গোপন ৰহস্যময় ব্যৱহাৰত মইয়ো অবাক হলোঁ। আমদানি-ৰপ্তানী কাৰক, ব্যৱসায়ত সফল এই চীনা সাউদৰ পথিলা গোটোৱাৰ দৰে তিৰোতাৰ অন্তৰ্বাস গোটাইছিল বুলি কোনেবা সপোনতো ভাবিব পাৰিছে ?

মই তাইক ক'লোঁ, "মোকো এটা দিয়া।"

বগা আৰু সেউজীয়া মিহলোৱা এটা জাজিয়া বাচি লৈ তাই দিলে, দিয়াৰ আগতে তাত আলফুলকৈ হাত বুলালে।

"ক্ৰুজি, অনুগ্ৰহ কৰি ইয়াৰ ওপৰত কিবা এটা লিখি দিয়া।"

অতি যতনেৰে তাই এইটো নিমজ কৰি লৈ ইয়াৰ ওপৰত তাইৰ আৰু মোৰ নাম লিখি দিলে। চকুলোৰে জাজিয়াটো তিতি গ'ল।

পিছদিনা মোক দেখা নিদিয়াকৈ তাই গুচি গ'ল। মই তাইক আৰু কেতিয়াও দেখা নাই। তাইৰ সেই মহাৰ্ঘ জাজিয়াটো তাইৰ নৈবেদ্য আৰু চকুলো, মোৰ কিতাপ আৰু কাপোৰৰ লগত চুটকেছৰ ভিতৰত বহুতদিন বিৰাজ কৰিছিল। কেতিয়া, কেনেকৈ, মোৰ ঘৰলৈ অহা কোনোবা নিলাজী বাতিৰ আলহীয়ে সেইটো পিন্ধি গুচি গ'ল—মই এতিয়াও নাজানো।

সেই সময়ত—যেতিয়া মোটেল বুলি পৃথিৱীত একো নাছিল—নেদাৰ-লণ্ডন হোটেল অত্যুত্তম আছিল। ইয়াৰ এটা ডাঙৰ কেন্দ্ৰীয় অট্টালিকাত খোৱাবোৱাৰ আৰু অফিছৰ কামৰ দিহা আছিল। বেলেগ বেলেগ আলহীৰ বাবে প্ৰতিজনৰে এটাকৈ বাংলো আছিল। ডাঙৰ ডাঙৰ গছ আৰু সৰু সৰু ফুলনিয়ে বাংলোবোৰ আঁতৰাই ৰাখিছিল। এই গছৰ অগণিত অসংখ্য চৰাই ডালে ডালে দৌৰি ফুৰা কেৰ্কেটুৱা, জঙ্গলৰ দৰে ঝিঁ-ঝিঁ কৰা অসংখ্য পোক-জোক আছিল। ত্ৰাণ্ডিপয়ে নেউলটোক ভালকৈ চোৱা-মেলা কৰাত নিজকে সঁপি দিছিল—নতুন ঘৰলৈ আহি নেউলটো দিনে দিনে দগাবাজ হৈছিল।

বাটাভিয়াত সঁচাসঁচিকৈ এজন চিলিৰ কনছাল আছিল। অন্ততঃ টেলিফোন গাইডত তেনেকৈ লিখা আছিল। জিৰণি লৈ, উপযোগী সাজপাৰ পিন্ধি মই পিছদিনা কনছালৰ অফিছলৈ যাত্ৰা কৰিলোঁ। চিলিৰ কনছালৰ চিনটো এটা বিৰাট অট্টালিকাৰ আগত আঁৰি থোৱা দেখিলোঁ। এই ঘৰটোতে এটা জাহাজ কোম্পানীৰ অফিচও আছিল। অফিচৰ অসংখ্য কৰ্মচাৰীৰ এজনে মোক মেনেজাৰৰ ঘৰলৈ লৈ গ'ল। তেওঁ ৰঙা-ছিঙা পেটুৱা এজন ডাচ মানুহ আছিল—জাহাজ কোম্পানীৰ মেনেজাৰতকৈ তেওঁক জাহাজ ঘাটৰ এজন বনুৱা যেনহে লাগিছিল।

মই নিজকে চিনাকি দিলোঁ—মই চিলিৰ নতুন কনছাল। আপোনাৰ সাহায্যৰ বাবে প্ৰথমেই ধন্যবাদ। আপুনি এতিয়া কনছাল অফিছৰ কাম-বন মোক দেখুৱাই বাধিত কৰক। মই এতিয়াই কামৰ ভাৰ বুজি লম বুলি আপোনাক ক'লোঁ।

তেওঁ খঙেৰে ক'লে, "মইয়ে ইয়াত অকলে এজন কনছাল।"

"সেইটো কি কথা ?"

তেওঁ চিঞৰি ক'লে, "আগতে আপোনালোকে মোৰ ধাৰ সুজি আৰম্ভ কৰক।"

* মানুহজনে জাহাজ কোম্পানীৰ কাম-বন চলোৱাত পাকৈত হ'ব পাৰে, কিন্তু কোনোমতেই তেওঁ ভদ্ৰভাৱত কথা, ভদ্ৰ ব্যৱহাৰ জানে বুলি কব নোৱাৰি। এবাৰ এবাৰকৈ তেওঁৰ কথা শুনোঁ—এটা কুৎসিৎ চুৰট তেওঁ চোবাই আছিল—ইয়াৰ খোৱাই গোটেই বতাহখিনি দূষিত কৰি পেলাইছিল।

খঙাল মানুহজনে মোক কোনোমতে কথা কবলৈ সুযোগ নিদিলে। তেওঁৰ খং আৰু চুৰুটটোৰে কাহ আৰু কফত আমাৰ কাণত তলা লগালে। সোপা-সোপে কফ ওলাল। অৱশেষত, আত্মপক্ষ সমৰ্থনৰ বাবে মই এটা কথা ক'বলৈ কোনোমতে সুযোগ পালোঁ, "মহাশয়, আপোনাৰ ওচৰত মোৰ এটা পইচাও ধাৰ নাই, আৰু এটা পইচাও মই দিবও নোখোজোঁ। মই ভিয়ানদুৰে জানো, আপুনি ইয়াত অবৈতনিক কনছালহে, আৰু যদি এই বিষয়ে কোনো প্ৰশ্ন থাকে, চিএৰ-বাথৰ কৰিলে তাৰ সমাধান মিলিব বুলি মই ভাবোঁ। আৰু মোক এনেকৈ গালি পাৰিলে মই সহ্যও নকৰোঁ।

পিছলৈ মই জানিছিলোঁ যে অভদ্ৰ ডাচ মানুহজনৰ কথাবোৰ ঠিকেই আছিল। এওঁ এনে এটা জুৱাচুৰিৰ কবলত পৰিছিল যে চিলিৰ চৰ্কাৰ বা মোৰ ওপৰত কোনো দোষ পৰিবই নোৱাৰিছিল। এই জুৱাচুৰিৰ মূলত আছিল সেই মানছিলা বোলা মানুহজন। দগাবাজ মানছিলাই বাটাভিয়ালৈ আহি কামৰ ভাৰ কেতিয়াও লোৱা নাছিল। তেওঁ ইমানদিন পেৰিছত বাস কৰিছিল, আৰু এই ডাচজনৰ লগত এটা এনে চুক্তি কৰিছিল যে ডাচজনে কনছালৰ সকলো কাম কৰিব, আৰু মানছিলালৈ প্ৰতিমাহে কাগজপত্ৰ আৰু টকা পঠাব। মানছিলাই মাহেকীয়া বন্দৰশুল্কত এওঁলৈ টকা দিব। কিন্তু তেওঁ এবাৰো টকা নপঠিয়ালে, সেইটো এই থলুৱা ডাচ মানুহজনৰ খঙৰ কাৰণ আৰু সেই খং তেওঁ মোৰ ওপৰতে জাৰিলে।

পিছদিনা, মোৰ অৱস্থা আৰু দুখ লগা হ'ল। সান্নিপাত জ্বৰ, ইনফ্লুয়েঞ্জা, নিঃসঙ্গতা আৰু বজ্ৰপাত। জ্বৰত গা পুৰি গৈছিল, আৰু ঘামত তিতি আছিলোঁ। সৰুকালত টেমুকোত থাকোতে ঠাণ্ডাত পৰাৰ দৰে মোৰ নাকৰ পৰা তেজ বাবলৈ ধৰিলে।

মই সৰ্বশক্তি গোটাই লৈ চৰ্কাৰী অফিছলৈ গ'লোঁ। এই অফিচটো অপৰূপ সুন্দৰ বোটানিকেল গাৰ্ডেনত অৱস্থিত। আমোলাসকলে কাগজপত্ৰৰ পৰা বৰ কষ্টকৈহে মোৰ পিনে মূৰ তুলি চালে। কলম উলিয়াই—ঘামত এই কলমটোও তিতি আছিল—কেইটোপালমান ঘামতে লিখা মোৰ নামটো তেওঁলোকে ক'লে।

মোৰ মনটো ভিতৰলৈ সোমোৱাৰ আগতকৈ আৰু বেয়াহে হল, ওলাই আহি মই দুইপাৰে গছৰে ঘেৰা বাটত খোজকাঢ়ি আহিলোঁ। শেষত এজাল প্ৰকাণ্ড গছৰ তলত বহি পৰিলোঁ। গছৰ তলত প্ৰকৃতি শান্ত আৰু শীতল আছিল,

জীৱন শক্তি আৰু সৌন্দৰ্য্যত ভৰপূৰ। মোৰ চকুৰ আগত দৈত্যপ্ৰমাণ গছবোৰে নিমজ, ৰূপালী, আৰু পোন হৈ শ শ মিটাৰ ওখলৈ উঠি আছিল। সিহঁতৰ নাম লিখি থোৱা এনামেলৰ নামফলকবোৰ মই পঢ়ি চালোঁ। মোৰ অচিনাকি এই গছবোৰ ইউকেলিপটাচ গছৰ বেলেগ বেলেগ জাতৰ। দূৰৰ ওপৰৰ পৰা এটা মৃদু সুগন্ধ আহি মোৰ নাকত সোমালহি। সেই বৃক্ষৰাজে মোক পুনৰ কৰি সুগন্ধিৰ এটা বা' দি মোৰ শক্তি ঘূৰাই দিলে। অথবা— বোধহয় বোটানিকেল গাৰ্ডেনৰ সেউজীয়া গাম্ভীৰ্য্যই, অসংখ্য প্ৰকাৰৰ পাতে অকোৱা-পকোৱা আঙুৰ লতাই, সাগৰৰ মাজত তৰাৰ দৰে জিলিকি থকা, গছৰ পাতৰ মাজত জিলিকি থকা অৰ্কিডবোৰে, গভীৰ অৰণ্যত এই ঠাই ডুখৰিৰ সমুদ্ৰৰ দৰে গভীৰতাই, চৰাইৰ কুৰুলি আৰু বান্দৰৰ চিঞৰ বাখৰে— সকলোবোৰে মোক ভৱিষ্যতৰ আস্থা ঘূৰাই দিলে, আকৌ জীয়াই থাকিবলৈ হাবিয়াস হ'ল—সেইটো ইমান পৰে নুমাব ধৰা চাকি এটাৰ দৰে ধিমিকধামাক কৰি আছিল।

হোটেললৈ ঘূৰি আহিবৰ সময়ত মোৰ মনটো আকৌ ভাল হ'ল আৰু বাৰান্দাত মই লেখাৰ কাগজ আৰু নেউলটোক লগত লৈ বহিলোঁ। চিলিৰ চৰ্কাৰলৈ এখন টেলিগ্ৰাম পঠিয়াবলৈ মনস্থ কৰিলোঁ। চিয়াহীৰ দৰ্কাৰ হোৱাত হোটেলৰ এটা লিগিৰাক মই মাতি ইংৰাজীতে তেওঁক এবটল চিয়াহী আনিবলৈ ক'লোঁ. তেওঁ দোৱাতটো আনিব বুলি আশা কৰি চলোঁ। কিন্তু মোৰ কথা তেওঁ এধানিমানো বুজি পোৱাৰ চিন নেদেখুৱালে—তেওঁ তেতিয়া আৰু এজন লিগিৰাক মাতি আনিলে, বগা সাজ আৰু খালী ভৰিৰে এনেকৈ প্ৰায় ৭/৮ টামান লৰা আহি গোট খালেহি। মই আওভাওৰে বুজাবলৈ কলমটো লৈ এটা কাল্পনিক দোৱাতত ডুবাই দেখুৱাই চিয়াহী লাগে বুলি কৈছিলো। সিহঁতেও নিজৰ পকেটৰ পৰা কলম উলিয়াই মোৰ অঙ্গভঙ্গীবোৰ নকল কৰি চিঞৰি "চিয়াহী" "চিয়াহী" বুলি কৈ হাঁহি হাঁহি মাটিত পৰি বাগৰি পৰি বাগৰি হৈছিল। এইটো নতুন কিবা এটা বিদেশী আদৰ কায়দা বুলি সিঁহতে ভাবিছিল। মই নিৰুপায় হৈ বাস্তা পাৰ হৈ মোৰ বাংলোলৈ দৌৰ মাৰিলো—বগা সাজপিন্ধা লিগিৰাবোৰ লানিলাগি মোৰ পিছে পিছে দৌৰি গ'ল।

তাত থকা একমাত্ৰ টেবুলখনৰ পৰা ভাগ্যক্ৰমে মই এটা দোৱাত দেখি, সিঁহতৰ মুখৰ আগত জোকাৰি চিঞৰিলো—ইটো—এই বস্তুটো।

সিংহতে সকলোৰে গিৰ্জনি মাৰি হাঁহিলে আৰু একেলগে চিঞৰিলে, "টিম্‌টা, টিম্‌টা।"

মই তেনেকৈয়ে জানিলোঁ যে স্পেনীছ ভাষাৰ দৰে মালয় ভাষাতো চিয়াহীক টিম্‌টা বুলি কয়।

যথাসময়ত মই কনছালৰ কামৰ অধিকাৰ বুজাই পালোঁ। আৰু এই বিতৰ্কিত উত্তৰাধিকাৰসূত্ৰে এটা উঁইয়ে খোৱা ৰবৰৰ ষ্টেম্প, ছাপ মাৰিবলৈ চিয়াহীৰ এটা পেড আৰু লাভ লোকচানৰ খতিয়ান লেখা কেইটামান কাইল পালোঁ। পেৰিছৰ পৰা কাম চলোৱা ধূৰ্ত কনছালজনে লাভৰ ভাগ নিচৰ নিজৰ জেপত সুমুৱাইছিল। আৰু তেওঁ ঠগোৱা ডাচ প্ৰতিনিধিজনে সামান্য কাগজৰ টোপোলাটো আনি জন্তুৱে হঁহাৰ দৰে কটুৱা হাঁহিৰে মোৰ হাতত দিলে। তেওঁ চুৰটটো চোবাবলৈ এৰা নাছিল।

মাজে সময়ে কনছুলাৰৰ ভঙা ছাপটো মাৰি মই মালৰ চালান চহী কৰিছিলো। তেনেকৈয়ে মই দৰমহা হিছাপে ডলাৰ পালোঁ, আৰু এই ডলাৰবোৰক গিলডাৰলৈ সলাই মোৰ জীৱন ধাৰণৰ সমল যোগাবলৈ পাৰিলোঁ। মোৰ থকা ঘৰ, খোৱা বোৱা, ব্ৰাশ্বিপৰ দৰমহা, আৰু কিৰিয়াৰ সৈতে ভাৰ ভৰণ পোষণ ইয়াতে চলিছিল। কিৰিয়া এতিয়া চকুত লগাকৈ লহপহকৈ বাঢ়িছিল। দিনে সি তিনি চাৰিটাকৈ কণী খাইছিল। মই নিজৰ বাবেও এটা বগা ডিনাৰ জেকেট আৰু কামিজ পেণ্ট চিলাই—দামটো মাহে মাহে দিম বুলি বন্দবস্ত কৰি ললো। মই প্ৰায়েই এটা বহল খালৰ পাৰত থকা, ভীৰত উপচি পৰা কফিখানাৰ বাহিৰত মুকলি আকাশৰ তলত বিয়াৰ বা জিনৰ গিলাছ এটা লৈ বহিছিলোঁ। তাৰ মানে—মোৰ বৈচিত্ৰ্যহীন জীৱন যাপন আকৌ আৰম্ভ হ'ল।

হোটেল-ৰেষ্টোৰাত খোৱাৰ টেবুলত আয়োজন আছিল ৰাজকীয়। দহ-পোন্ধৰটা জিগৰা লবাই প্ৰায় শোভাযাত্ৰা কৰি হাতত থালবোৰ ওখলৈ দাঙি থৰি খোৱা-ঘৰলৈ সোমাই আহিল। প্ৰতিখন থাল খোপ কটা, প্ৰতি খোপতে ৰহস্যময় অপূৰ্ব সোৱাদৰ খোৱা বস্তু ভৰা আছিল, থালত তাক পাহাৰ আতি এইবোৰ আগ্ৰহেৰে খাব লাগিছিল। মই সদায় খোৱাবোৰা ভালকৈ কৰো, আৰু ইমানদিন প্ৰায় আধাপেটীয়াকৈ খাই আছিলো। পোন্ধৰ পৰা ওঠৰজন জিগৰা লবাৰ থালৰ পৰা মই কিবা নহয়, কিবা এটাকৈ বাছি লৈছিলো, আৰু এনেকৈ লৈ লৈ মোৰ নিজৰ কাহীখন বিদেশী মাছ, অৰ্থনাৰি

কলা, আচাৰিত শাক-পাচলি, মই কেতিয়াও নজনা পদ্ধতিত বন্ধা মচলা, আৰু অতি অপূৰ্ব আপৰুগীয়া সোৱাদৰ মঙহে মোৰ খোৱাৰ থালখনত বহু-বৰণীয়া নিছান এখনৰ দৰে শোভা পালে। চীনৰ মানুহে কয় যে খোৱা বস্তুৰ তিনিটা গুণ থাকিব লাগে—সোৱাদ, গোন্ধ আৰু ৰং। মোৰ হোটেলৰ খোৱা টেবুলখনত আৰু এটা বেছি গুণ আছিল—প্ৰাচুৰ্য।

প্ৰায় এই সময়খিনিতে মোৰ নেউলটো কেৰুৱালো। মোৰ পিছে পিছে ঘূৰি ফুৰাই, গম ধৰিব নোৱাৰা খোজত যোৱাৰ বিপদজনক অভ্যাস আছিল কিবিয়াৰ, মোৰ পিছে পিছে যোৱা মানে মটৰ, ট্ৰাক, ৰিক্সা, আৰু খোজ কাঢ়ি যোৱা ভাচ, চীনা আৰু মালয় মানুহৰে ভৰা ৰাস্তাত ফুৰা। এটা নিমাখিত, গোটেই জগতত মাত্ৰ দুজন মানুহক চিনি পোৱা নেউল এটাৰ বাবে এনে জীৱন বৰ কোলাহলময় ?

সেই অনিবাৰ্য ঘটনাটো ঘটিছে বুলি মই ৰাম্পিৰ মুখখন দেখিয়েই উমান পালো, কাৰণ মই আহি বাৰান্দাত বহাৰ লগে লগেই তাই আহি মোৰ আঠুৰ ওপৰত জাপিয়াই নবহিল, অথবা তাইৰ কোমল নেজডালৰে মোৰ মুখত বুলাই নিদিলে। ৰাম্পিক মই একো নুসুধিলো।

কাগজত এখন জাননী দি মই লিখিলো—"হেৰাইছে এটা নেউল—কিবিয়া বুলি মাতিলে সহাৰি দিয়ে"। ইয়াৰ কোনো উত্তৰ নাহিল। ওচৰচুৰীয়াই ও কোনেও তাইক দেখা নাছিল। বোধহয় তাই মৰিল। কিবিয়া চিৰদিনৰ বাবে হেৰাল।

তাইৰ পছবাদুৱাৰ ৰাম্পিয়ে ইমান লাজ পালে যে সি মোৰ চকুৰ আঁতৰে থাকিল। নিৰ্বাক এটা ভুতৰহে যেন মোৰ কাপোৰ কানি, জোতা মোজা যতনাই দিছিল। কেতিয়াবা ভুলতে যেন মই কিবিয়াৰ কিৰিকিৰনি শুনিবলৈ পাইছিলো—যেন বাতি কোনোবা এক্ৰোপা এযেৰ পৰা তাই মোক মাতিছে। নাইটক্লাৱত বুলাই, নৃত্যৰ শিল্পী পলীবি ন্যাবিকক লগ পালে, মই সদায় চাইছিলো, যদি কিবিয়া ভাত নাই। কিবিয়াক অই চিনি পোৱা জনতাৰ মাজেৰে [illegible] [illegible]। তাইৰ সহজ বিশ্বাসক [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]। মই [illegible] তাইৰ বাবে [illegible] মনেৰে [illegible]।

[illegible] [illegible] ৰাম্পিয়ে এইবাৰ [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]। [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]।

নেতৃতাই তেওঁক মাফ্ৰকা বুলি মাতে, আৰু তেওঁ ভয় আৰু মহিমাময়ী ব্যক্তিত্বৰ অধিকাৰিণী।"

মই সহজ সৰল জীৱন-যাপন কৰিছিলোঁ। লাহে লাহে অইন অনেকিক মানুহৰ লগত আমাৰ চিনাকি হ'ল, স্বাভাৱিক ভাৱেই, আমাৰ দুয়ো দেশৰ এক তাৰাৰ জনীয়তেই কিউবাৰ কনছাল আৰু তেওঁৰ ছেনীয়েকৰ লগত আমাৰ বেচি হৃদ্যতা হ'ল। চাৰি দিয়া কথকী মোহিনৰ দৰে কাছায়ান্কাৰ এই স্বদেশ-বাসী মানুহজনে অনবৰত কথা কৈ গৈছিল। চৰ্কাৰীভাৱে তেওঁ তেতিয়া কিউবাৰ অত্যাচাৰী শাসক "মাচাডো"ৰ প্ৰতিনিধিত্ব কৰিছিল। তেওঁ মোক বহুত কথা কৈছিল—যেনে হাভানাৰ সমুদ্ৰ উপকূলত থকা হাঙৰবোৰৰ পেটত ৰাজনৈতিক বন্দী সকলৰ ঘড়ি, আঙঠি আৰু কেতিয়াবা এনেকি সোণেৰে বন্ধোৱা দাঁতও পোৱা গৈছিল।

জাৰ্মান কনছাল হাৰ্টজ্ আধুনিক শিল্পৰ এজন সমজদাৰ আছিল। ফ্ৰান্‌ৎজ মাৰ্কৰ "নীলা ঘোঁৰা" আৰু উইল্‌হেল্‌ম্ লেহম ব্ৰুকৰ দীঘলীয়া ফিগাৰৰ তেওঁ বৰ প্ৰশংসা কৰিছিল। ইহুদীজাতিৰ বাপতি সাহোন বহু-দিনীয়া পুৰণি সংস্কৃতিৰ উত্তৰাধিকাৰী মানুহজন অনুভূতিপ্ৰৱণ আৰু ৰোমাণ্টিক আছিল।

এবাৰ মই তেওঁক সুধিছিলোঁ—"কাগজত মাজে মাজে হিটলাৰৰ নাম পাওঁ। এই ইহুদী-বিৰোধী, কম্যুনিষ্ট-বিৰোধী নেতাজনে কোনোদিনা ক্ষমতা পাব বুলি আপুনি ভাবেনে"?

তেওঁ কলে, "অসম্ভৱ"

অসম্ভৱ কিয়? বুৰঞ্জীত ইয়াতকৈ আৰু বেচি অদ্ভুত ঘটনা দেখা যায়·

তেওঁ নিশ্চিত মনে কলে, কিন্তু, আপুনি জাৰ্মানীক চিনি নাপায়। তেওঁৰ দৰে এটা পগলা জুলুমবাজে এনেকি এখন গাওঁবো শাসন কৰিব নোৱাৰে।

মোৰ বেচেৰা বন্ধু। বেচেৰা হাৰ্টজ্। সেই চেৰা-থাকিয়া অপদাৰ্থটোৱে গোটেই পৃথিৱী শাসন কৰিবলৈ অলপতে বাকী আছিল। আৰু সংস্কৃতি-সম্পন্ন ৰোমাণ্টিক মানুহজনে নিশ্চয় কোনোবা অজ্ঞাত নামহীন গেছচেম্বাৰত প্ৰাণ বিসৰ্জন দিলে।

ফেডেৰিকো কেনে মানুহ আছিল ঃ

দুমাহ দীৰ্ঘ সমুদ্ৰ ভ্ৰমণৰ পিছত ১৯৩২ চনত মই আহি চিলি পালোহি। আহি "এল হণ্ডেৰো এনটুছিয়েন্টো" আৰু "ৰেছিডেন্সিয়া এন লা টিয়েৰা"— এই দুখন কিতাপ প্ৰকাশ কৰিলো। প্ৰথমখন কিতাপ লেখা হৈ মোৰ কাৰ্যকালৰ ভিতৰত আছিল; আৰু দ্বিতীয়খন মই প্ৰাচ্যদেশত লিখিলো। ১৯৩৩ চনত মই বুৱেনছ এয়াৰ্ছত চিলিৰ কনছাল নিযুক্ত হলো, আৰু অগাষ্ট মাহত মই তাত উপস্থিত হলো।

ফেডেৰিকো গাৰ্ছিয়া লোৰকা প্ৰায় একেসময়তে আহি উপস্থিত হলহি। লোলা মেমব্ৰিভেছ-ৰ দলত অভিনয় কৰা তেওঁ লেখা ট্ৰেজেডি "ব্লাড ওৱেডিং" নামৰ নাটকখন তেওঁ পৰিচালনা কৰিবলৈ আহিছিল। আমাৰ আগৰ চিনাকী নাছিল কিন্তু বুৱেনছ এয়াৰ্ছত দুইয়ো আহি গোট খালোহি। লেখক আৰু বন্ধু সকলে আমাক একেলগে সংবৰ্ধনা জনাইছিল। অৱশ্যে, আমাৰ মাজত যে কেতিয়াও বিৰোধ হোৱা নাই সেইটো নহয়। ফেডেৰিকোৰ বহুত বিৰোধী মানুহ আছিল। মোৰও যে নাই, সেইটো নহয় আৰু এতিয়ালৈকে আছে। সেই বিৰোধীবোৰে প্ৰগতিৰ পোহৰ কৰা চাকিটো নুমাই দিবলৈ মনে মনে পাতিছিল। আমাৰ দুয়োকে সভাত দেখাৰ পিছত এইবাৰ সেইটোৱে ঘটিল। পি. ই. এন ক্লাবে ফেডেৰিকো আৰু মোৰ বাবে প্লাজা হোটেলত এটা ভোজ দিয়াৰ দিহা কৰিলে। আৰু কোনোবাই গোটেই দিন ধৰি ফোন কৰি কৰি এই ভোজখন বন্ধ হৈ গল বুলি নিমন্ত্ৰিত সকলক জনাই গল। এনেকৈ পূৰ্ব ঘটনা কৰাত নিশ্চয় কাৰোবাৰ স্বাৰ্থ আছিল। সিহঁতে ইমান [illegible] চেষ্টা চলালে যে এনেকি হোটেলৰ মেনেজাৰ, টেলিফোন অপাৰেটৰ আৰু হেড বাবুৰ্চি জনক টেবুল সংৰক্ষণ কৰিব নালাগে আৰু ডিনাৰৰ বাবে খোৱা বোৱা দৰকাৰ নাই বুলি কৈ গ'ল। কিন্তু এই কৌশল ব্যৰ্থ হল আৰু সেইমতে ফেডেৰিকো গাৰ্ছিয়া লোৰকা আৰু মই এশজন আৰ্জেণ্টিনাৰ লেখক-শিল্পীৰ লগত মিলিত হলো।

আৰু আমি দুয়ো এটা বুদ্ধি মনে মনে পাতি লৈছিলো। দুইয়ো মিলি এটা বক্তৃতা দিয়াৰ দিহা কৰিলো যাৰ নাম তেওঁ দিলে আল আলিমন। আপোনালোকে বোধহয় কথাটোৰ মানে নাজানে, আৰু মইও "টৌৰিকা

গেটেঁ-প্ৰান্টাৰৰে সজা সিংহৰ দৰে এটা সিংহৰ তলত শুই টোপনি গৈ আছে।

নেৰুডা : চিঠিৰে অৰ্ডাৰ দি বনোৱা এটা সিংহৰ তলত তেওঁ—বিজন শ্মশানত কবৰলৈ গলে সিংহবংশৰ প্ৰতিষ্ঠাতা আৰু ভাৰকাথচিত সিংহ নহয়, তেওঁ আকৌ তাৰকাবোৰ অইনক উছৰ্গা কৰিছিল।

লোৰকা : তেওঁ আমাক দিছে অৰণ্যৰ শব্দবাজিৰ বিশেষণ। গ্ৰাণাস্কে লুই-ৰ দৰে তেওঁৰো আছিল কথা-সম্ৰাট। নেমুগছৰ ফলেৰে তেওঁ তৰাৰ মালা গাঁথিছিল। হৰিণৰ ভৰিৰ দ্ৰুত গতিময়তা বিভীষিকাময় অসংখ্য অগণন শামুক তেওঁৰ কবিতাৰ বিষয় আছিল। তেওঁ আমাক সাগৰলৈ পঠিয়াইছিল পাহাৰাদাৰ সৰু যুদ্ধ-জাহাজৰ দৰে, আমাৰ চকুৰ মণিত দিছিল ভৱিষ্যতৰ ছাঁ। খোৰিপ্ৰৰণীয়া আবেলিৰ সীমাহীন আকাশত তেওঁ যেন এখন প্ৰকাণ্ড শব্দজগতৰ ময়দানহে সাজিছিল। দক্ষিণা বতাহৰ লগত তেওঁৰ মিতালি আছিল—যেন হিয়া উজাৰ কৰি দিহে কথা পাতিছিল। তেওঁ আছিল এজন ৰোমাণ্টিক কবি—কৰিন্থিয়ান যুগৰ সাম্ৰাজ্যৰ স্তম্ভৰ দৰে তেওঁৰ গীত-কবিতাই ব্যঙ্গ আৰু সন্দেহবাদী বেদনালৈ হাত বঢ়াই দিছিল।

নেৰুডা : তেওঁৰ প্ৰিয় নামটো আন্তৰিকতাৰে বিচাৰ কৰি আমি মনত ৰাখিম। অন্তৰৰ গভীৰ বেদনা, মম বাতিৰ পোহৰৰ দৰে অনিশ্চয়তা, নৰকৰ গভীৰতম দেশলৈ তেওঁৰ নমা, যশস্যাৰ ওখ শিখৰলৈ উঠা কবি হিচাবে তেওঁৰ মহত্ব, তেতিয়াৰ যুগৰ আৰু চিৰকালৰ, অসামান্য এই গুণবোৰ আমি মনত ৰাখিবই লাগিব।

লোৰকা : এজন স্পেনীয় কবি হিচাবে তেওঁৰ সময়ৰ সকলো সৰু-ডাঙৰ কবিয়েই তেওঁ শিকাৰ পাৰিছিল। তেওঁৰ সেই বিশ্বজনীনতা আৰু উদাৰতাৰ শিক্ষা—আজিৰ দিনৰ কবি সকলৰ এই গুণ নাই। ভালেইনক্লান আৰু জুৱান ৰেমোন জিমেনেজৰ আৰু মাচাডো ভাই দুজনৰ তেওঁৰে গুৰু আছিল। তেওঁৰ কণ্ঠ আছিল আমাৰ যুগমীয়া ভাষাৰ খোঁতৰ্ত সাৰ আৰু পানীৰ দৰে। ৰোড্ৰিগো কাৰো, আৰ্জেন্স হোলাছ আৰু ডন জুৱান ডেল আগুইলো-লৈ একোলেও স্পেনীয় ভাষাক ৰুবেন ডাৰিও-ৰ দৰে ইমান সুন্দৰ শব্দৰে চহকী কৰিব পৰা নাছিল। ব্যঞ্জনবৰ্ণৰ ঝংকাৰ ইয়াৰ উত্তাপ আৰু লাইভলী গঢ় তেওঁৰ হাতৰ নিচিনা কাৰ ইমান সুন্দৰ হব পাৰে? ভেলাস্কুয়েজ-ৰ আঁকা ছুপ্ৰকৃতি সজাই আঁকা ঘৰৰ দীঘলত খোঁজৰ চিত্ৰকলাৰ দৰে যুৱে তেতো-ৰ ছবি

কবিতাৰ লগত মেৰ্জকান্ গাডস্বে, আপোনবজা গোহ্যাপী থাকলৈ,—তাৰিফ-ই স্পেনৰ কবিতাভূমিত এনেকৈ বিচৰণ কৰিছিল যেন তেওঁৰ জন্ম ইয়াতে।

নেৰুডা : তাৰ পিছত সোঁতত ভাহি তেওঁ চিলি পালেহি – উত্তৰৰ গৰম বতাহ আৰু সাগৰে তেওঁক ইয়াত পেলাই থৈ গ'লহি, ইয়াৰ ওখোৰামোখোৰা শিলাময় খহটা উপকূলত তেওঁ থেকেচা খালে। মহাসাগৰে ফেনফুটুকাৰে ভুকুৱাই ভালপাবাইজোৰ ক'লা বতাহে তেওঁক মিমৰ্ঘীয়া সুৰুৰে ঢাকি পেলালে। আহক আজি আমি তেওঁৰ মূৰ্তি বতাহত গঢ়ি লওঁ, ধোঁৱা, কোলাহল, বেলেগ বেলেগ অৱস্থা আৰু জীৱনৰ সোঁত ইয়াৰ ওপৰেদি বাগৰি যাওক, ঠিক তেওঁৰ মহৎ কবিতাই যেন সপোন আৰু শব্দলৈ যেনেকৈ জীৱনৰ ভিতৰেদি নৈৰ দৰে বৈ গৈছে।

লেখকা : কিন্তু মই এই বতাহৰ প্ৰতিমূৰ্তিত সাগৰৰ ঢৌত কঁপা প্ৰৱাল দ্বীপৰ ডাল এটাৰ দৰে তেজৰ সোঁত বোৱাব খোজো, বিজুলীৰ পোহৰৰ চিৰিকণিৰ দৰে ফটোগ্ৰাফ এখন টুকুৰাটুকুৰি কৰি, তাক স্নায়ুৰ শিৰা উপশিৰাৰে সজীৱ কৰিব খোজো। গঙ্গোৰাই অঁকা বৰফৰ দৰে বগা ছবিতখনানী চৰাইৰ শাৰী লানি লগা বৃষাসুৰৰ মূৰটোৰ দৰে আঁকিব খোজো। বিষণ্ণ চকুলোৰ উদাসীন পলৰীয়া কবি এজনক জীৱন্ত কৰিব খোজো, আৰু তেওঁৰ দুৰ্বলতা খিনিকো উন্মুকিয়াব খোজো, যেন হেলনীয়া তাক এখনক কাইটীয়া সৰিয়হৰ জোপোহাই খুলি খুলি খাইছে—সেই খালি ঠাইখিনিত বাঁহীৰ প্ৰতিধ্বনিয়ে ভৰাই ৰাখিছে, মাজে মাজে উক দিয়া তেওঁৰ মদ খাই মতলীয়া হোৱা সময়ৰ কনিয়াক বটল বোৰ! ৰুচিৰ অভাৱ যেন তেওঁৰ কবিতাত মনোহৰহে। কবিতাবোৰক মানবিক গুণেৰে ভূষিত কৰিবলৈ তেওঁৰ কথা চহকী ফন্দীবোৰ! তেওঁৰ মহান কবিত্বৰ সাৰবস্তু খিনিয়ে প্ৰচলিত দয়দস্তুৰ ৰীতি-নীতি নামানি বেলেগে ফটফটীয়া হৈ জিলিকি উঠে।

নেৰুডা : ফেডেৰিকো গাৰ্ছিয়া লৰ্কা এজন স্পেনৰ মানুহ আৰু মই নেৰুডা চিলিৰ মানুহ, আজি আমি দুইয়ো সমবেত বন্ধুসকলৰ সৈতে কটোৰা সজিয়াটো আমাতকৈ বহুত শ্ৰেষ্ঠ কবিতাৰ কবি—সেই মৃত মানুহজনৰ স্মৃতিত উছৰ্গা কৰি সম্মান জনাওঁ। আমি বহি থকা আৰ্জেণ্টিনাৰ মাটিখিনিক তেওঁৰ অনবদ্য কবিতাৰে শ্ৰদ্ধা জনাইছিল।

লোৰকা : পাবলো নেৰুডা চিলিৰ মানুহ আৰু মই স্পেনৰ মানুহ, আমি দুইয়ো একে স্পেনীছ ভাষা আৰু নিকাৰাগুৱা, আৰ্জেণ্টিনা,

ইটালি আৰু স্পেইনৰ কবি বৰ্খেস ভাবিওৰ মহান ব্যক্তিত্বৰে একপ্ৰকাৰে বন্দী হৈ আছো।

সেৰভো আৰু লোৰকা: আহক, এতিয়া আমি তেওঁৰ সন্মান আৰু স্বাস্থ্যৰ পানপাত্ৰ তুলি লওঁ।

ফেডেৰিকোৰ সহায়ত এবাৰ বৰ ডাঙৰ এটা বিপদ হাত সাৰিব পৰা বুলি মোৰ মনত পৰিছে, এজন কোটিপতি মানুহে আমাক নিমন্ত্ৰণ কৰিছিল—মাত্ৰ আৰ্জেণ্টিনা আৰু আমেৰিকাৰ যুক্তৰাষ্ট্ৰতহে তেনে কোটিপতি আছে। এই মানুহজন আছিল জন্মবিদ্ৰোহী। এজন নিজে কষ্টকৈ ডাঙৰ হোৱা মানুহ। চমক লগোৱা খবৰৰ কাগজ এখনৰ মালিক হৈ তেওঁ কোটিপতি হ'ল। তেওঁৰ ঘৰটোৰ চাৰিওকাষে এখন প্ৰকাণ্ড পাৰ্ক আগুৰি আছিল। উদ্যমশীল নচহকীয়াৰ বাবে এই ঘৰটো সপোন দিঠকত পৰিণত হোৱাৰ চানেকি আছিল। পৃথিৱীৰ নানা ঠাইৰ পৰা গোটাই অনা ফিজেণ্ট "চৰাইৰ সজাই পদুলিৰ পৰা গাড়ী সোমোৱা বাটৰ দুই কাষে আৰি থোৱা হৈছিল। লাইব্ৰেৰীত আছিল গোটেই ৰুৰোপৰ নীলামত বেচা আপুৰুগীয়া সকলো কিতাপ—টেলিগ্ৰামত খবৰ পঠিয়াই তেওঁ এই কিতাপবোৰ কিনিছিল। বহুত বেলেগ বিষয়ত সম্পূৰ্ণ কিতাপৰ এই সংগ্ৰহ ঘৰটোৰ মুখলৈকে উঠিছিল। কিন্তু সকলোতকৈ চাবলগীয়া আছিল ইয়াৰ মজিয়াখন ঢাকি ৰখা বাঘৰ ছালখন—এক ইঞ্চি ঠাইতো মজিয়াখন খালি নাছিল। মই শুনিছিলো যে এই মানুহজনৰ আফ্ৰিকা, এছিয়া, আমাজান নৈৰ পাৰ—সকলো ঠাইতে দালাল আছিল বাঘ আৰু সুন্দৰ সুন্দৰ মেকুৰীৰ ছামড়া গোটাবলৈ এওঁলোকক লগোৱা হৈছিল। এই ছালৰ সুন্দৰ ফুটুকি বোৰে এতিয়া এই সুন্দৰকৈ সজোৱা লাইব্ৰেৰীত মোৰ ভৰিৰ তলত জক্‌মক্ কৰিছিল।

নামটো তেওঁৰ নাটালিও বোটানা—তেওঁ আছিল ধূৰ্ত ক্ষমতাশীল পুঁজিপতি। বুৱেনছ এয়াৰ্চত তেওঁৰ বাজহুৱা বিষয়ত মতামতৰ খুব দাম আছিল। খোৱাৰ টেবুলত ফেডেৰিকো আৰু মই গৃহস্থৰ দুইকাষে দুজন, আৰু এগৰাকী লাহী গঢ়নৰ সেউজীয়া চকুৰ মহিলাই আমাৰ মুখামুখিকৈ বহিলে। খোৱাৰ সময়ত এই মহিলাগৰাকীয়ে বাৰে বাৰে মোৰ পিনে চাইছিল। ৮।১০ টা লগুৱা লগাই খোৱা-বোৱা বস্তুবোৰ এখন প্ৰকাণ্ড গাড়ীত তুলি হাতেৰে চলাই আনিছিল। তাৰ ভিতৰত আছিল 'গৰম'কৰা আৰু ছাইত

সোঁফ থকা এটা গোটা খাছি কৰা বৰন। সন্ধিয়াৰ আকাশখন যেনি কঁহিৰ ৰঙৰ তৰাবে ভৰা। শৰুৰ মঙহখিনি ছামড়া নুগদ্ৰচোৰাকৈ লেকাত এটা সুগোন্ধ ওলাইছিল—আৰ্জেণ্টিনাৰ মানুহৰ খাদ্য তালিকাত ই এটা উপাদেয় খাদ্য। পাম্পা এলেকাৰ প্ৰকৃতিৰ লগত, দালচেনি আৰু পদিনা পাতৰ গোন্ধৰ লগত মিলি হেজাৰ হেজাৰ উ'ইচিৰিঙা আৰু লালুকীৰ চিকেৰৰ লগত এই গোন্ধ মিলি গৈছিল।

মহিলা গৰাকী কবি আছিল। খোৱাৰ পিছত মহিলাক লৈ আমি আকৌ ফেডেৰিকো আৰু মই সাঁতোৰৰ পুখুৰীলৈ গলো। ইয়াক বাতিও লাইট জ্বলাই পোহৰ কৰি ৰখা হৈছিল। ফেডেৰিকোই বিহুকে দেখিছিল, তাতে আনন্দিত হৈ হাঁহি উঠিছিল। আমাৰ আগে আগে বক্‌বক্ কৈ তেওঁ গৈ আছিল। তেওঁ সদায় তেনেকুৱাই ৰঙমনৰ মানুহ আছিল। আনন্দ যেন গাৰ ছালখনৰ দৰে তেওঁৰ এটা অংশহে আছিল। জ্বলমলীয়া সাঁতোৰৰ পুখুৰীটোৰ পৰা ওখ এটা স্তম্ভ ওপৰলৈ উঠি গৈছিল—ইয়াৰ চুনকামৰ বগা বৰণটো বাতিৰ পোহৰত আৰু বগা হৈ জিলিকি আছিল।

আমি লাহে লাহে গৈ স্তম্ভটোৰ ওখ চূড়াত বগাই উঠিলো। ওপৰলৈ গৈ তিনিজন বেলেগ ঘৰাণাৰ কবিয়ে জগতৰ তুচ্ছতাৰ বহুদূৰত বলো। তলত পুখুৰীৰ নীলা চকুটো জ্বলি আছিল। আৰু দূৰত তেতিয়াও চলি থকা পাৰ্টিৰ পৰা গীটাৰৰ সুৰ আৰু গান ভাহি আহিছিল। মূৰৰ ওপৰৰ ৰাতিটোৱে যেন আমাক আপোন কৰি ললে। অগণন তৰাবে তিৰবিৰাই থকা ইয়াৰ গভীৰতাত আমি ডুব মাৰিলো।

ওখ, সোণোৱালী বৰণৰ ছোৱালীটিক আকোৱালি লৈ মই তেওঁক চুমা খালো, তেওঁক তেজমঙহৰ কামাতুৰা এগৰাকী একেবাৰে নিভে'জাল তিৰোতা যেন পালো। আমি দুইয়ো সেই ওখ পহৰা দিয়া ঘৰৰ মজিয়াত বাগৰ দিলো। ফেডেৰিকো অবাক হল, মই ছোৱালীটিৰ কাপোৰখিনি আঁজুৰি খুলিথ ধৰোঁতেই আমাৰ বন্ধু ফেডেৰিকোই চকু টেলেকা কৰি আমালৈ চাই থকা দেখিলো কি হৈছে তেওঁ যেন বিশ্বাসেই কৰিব পৰা নাছিল।

মই তেওঁক খিঙিয়াই কলো, ইয়াৰ পৰা যোৱা গৈ। চাবা যেন কোনেও চিৰিড়য়েদি ওপৰলৈ ইয়ালৈ উঠি নাহে।

তৰালি আকাশ আৰু ৰাতিৰ ৰাতিদেৱীলৈ কৰা নৈবেদ্য উছৰ্গা হওঁ হওঁ হৈছে মাত্ৰ—ফেডেৰিকোই মহা আনন্দ মনে আমাৰ সহযোগী আৰু প্ৰত্যক্ষ

জৰুৰ কৰিবলৈ বহুতে আগবাঢ়িল — কিন্তু ছাগা ইমান বিৰূপ যে তেওঁ ক'লটোৰ ওচৰৰ খটখটীয়েদি নামি বাগৰি পৰিল। মই আৰু মহিলা গৰাকীয়ে গৈ বৰ কষ্টৰে তেওঁক তুলিলো। প্ৰায় দু-সপ্তাহ তেওঁ খোড়াবলগীয়া হ'ল।

## মিগুয়েল হাৰ্ণাণ্ডেজ

বুৱেনছ এয়াছৰ কনছাল অফিছত বেছিদিন মই নাথাকিলো। ১৯৩৪ চনৰ আৰম্ভণিত সেই একে কামতে বাৰ্ছিলোনালৈ বদলি হলো। স্পেনত চিলিৰ কনছাল জেনাৰেল ডন টুলিও মেকোৰেৰা মোৰ ওপৰৱালা হল। চিলিৰ কনছাল দপ্তৰত মই যিমানবোৰ মানুহক কাম কৰা পাইছো তাৰ ভিতৰত এওঁ আছিল সকলোতকৈ কৰ্মনিষ্ঠ বিষয়া। এনেয়ে কঠোৰ আৰু কম কথাৰ মানুহ হলেও তেওঁ বৰ দয়ালু, বুজন, আৰু মোৰ প্ৰতি অমায়িক আছিল।

ডন্ টুলিও মেকোৰেৰাই সোনকালে বুজি পালে যে যোগ-বিয়োগত মই বৰ কেঁচা, আৰু ভাগ কৰিবলৈ মুঠেও নাজানো। (এতিয়াও অৱশ্যে শিকিব পৰা নাই)। সেইয়ে তেওঁ মোক কলে, "পাবলো, তুমি মাদ্ৰিদত থকা উচিত, কবিতাৰ উপযুক্ত ঠাই সেইখনহে। ইয়াত বাৰ্ছিলোনাত আমাৰ মাত্ৰ ভয়ঙ্কৰ গুণভাগ বোৰহে আছে, তাৰ বাবে তোমাক আমাৰ নালাগে। মই অকলে কৰিব পাৰিম।"

যেন এৰাতিৰ ভিতৰতে মই স্পেনৰ ৰাজধানী মাদ্ৰিদত চিলিৰ কনছাল হৈ গলো। তাত গাৰ্ছিয়া লোৰকা আৰু এলবাৰ্টিৰ বন্ধুসকলক লগ পালোগৈ। তেওঁলোক বহুত বোৰ আছিল। কেইদিনমানৰ ভিতৰতে স্পেনীয় কবি সকলৰ মই এজন হৈ পৰিলো, স্পেন আৰু লাতিন আমেৰিকাৰ মানুহ অবশ্যে বেলেগ —এই পাৰ্থক্যটো ভুল কৰিয়েই দুইপক্ষই সগৌৰৱে বহন কৰে।

স্পেনৰ আমাৰ প্ৰজন্মৰ মানুহসকল ল্যাতিন আমেৰিকাৰ সেই সময়ৰ মানুহতকৈ বেছি সৌভ্ৰাতৃত্বমূলক, বেছি ঐক্যবদ্ধ আৰু ঠাণ্ডা মেজাজৰ মানুহ আছিল। মই আৰু দেখিলো যে আমি আৰু বেছি বিশ্বনাগৰিকতাত বিশ্বাসী, অইন দেশৰ ভাষা আৰু সংস্কৃতি বেছি শিকিছিলো। তেওঁলোকৰ ভিতৰত স্পেনীয় ভাষাৰ বাহিৰে অইন ভাষা জনা মানুহ কমহে আছিল। ডেচনছ আৰু ক্ৰেভেল মাদ্ৰিদলৈ আহোঁতে মই তেওঁলোকৰ দোভাষীৰ কাম কৰিব লগীয়া হৈছিলো। তেনেকৈ স্পেনৰ মানুহৰ লগত তেওঁ ভাবৰ আদান-প্ৰদান কৰিছিল।

ফেডেৰিকো আৰু আলবার্টৰ বন্ধু সকলৰ ভিতৰত তৰুণ কবি মিগুৱেল হার্ণান্ডেজ-ও এজন আছিল। তেওঁৰ জন্মভূমি অৰিগুৱেলাত তেওঁ ছাগলীৰখীয়াৰ কাম কৰিছিল। মই তেওঁক দেখাৰ সময়ত নিজৰ দেশৰ পোছাক আৰু কৰ্ডৰয় লংপেণ্ট পিন্ধি আহিছিল। তেওঁৰ "কাবালো ভার্ডি" সেউজীয়া ঘোড়া নামৰ কবিতাটো মোৰ সমালোচনা পত্রিকাত প্রকাশ কৰিছিলো। তেওঁৰ কবিতাৰ প্ৰাণময়তা, দীপ্তি আৰু বলিষ্ঠতাই মোক উৎসাহ দিছিল।

মাটিৰ গোন্ধ যেন গাত লাগি আছে—মিগুৱেল এনে এজনা কবি আছিল। তেওঁৰ মুখখন যেন এলডা মাটি, অথবা শিপাৰে সৈতে খান্দি অনা এটা আলু হে—যেন মাটিৰ ৰস তেতিয়াও মৰা নাই। তেওঁ মোৰ ঘৰতে থাকি খাই-বৈ কবিতা লিখি আছিল। মোৰ আমেৰিকান কবিতাই, তাৰ অইন বিষয় আৰু স্তৰ ভাগৰ দ্বাৰা তেওঁৰ কবিতাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি লাহে লাহে তেওঁক সলনি কৰিলে।

জীৱজন্তু আৰু চৰাই চিৰিকতিৰ বিষয়ে তেওঁ মোক বহুত কথা শিকাইছিল। তেওঁ আছিল প্ৰকৃতিৰ কবি অৰণ্যৰ সজীৱতা, অদম্য প্ৰাণ শক্তিৰে তেওঁৰ কবিতা ভৰপূৰ আছিল। টোপনি গৈ থকা মাদী ছাগলী এজনীৰ পেটত কাণপাতি কিমান উত্তেজনা অনুভৱ কৰা যায় তেওঁ মোক কলে। পেটৰ পৰা ওহাৰলৈ কুলকুলকৈ গাখীৰ বৈ যোৱা শব্দ বোলে শুনা যায়। মোৰ মনেৰে সেই গুপুত শব্দটো নিশ্চয় ছাগলীৰখীয়া কবি জনেহে অকলে শুনিবলৈ পায়।

কেতিয়াবা আকৌ নাইটিঙ্গেল চৰাইৰ গানৰ বিষয়ে তেওঁ মোক শুনায়। তেওঁ আহিছিল স্পেনৰ পূব পিনৰ পৰা—ফুলাম কমলা গছ আৰু নাইটিঙ্গেলৰে সেই দেশ ভৰা। এই স্বৰ্গীয় সুৰলহৰীৰ গৰাকী নাইটিঙ্গেল চৰাই যিহেতু আমাৰ দেশত নাই পগলা মিগুৱেলে মোক তাৰ সজীৱ বর্ণনা দিবলৈ সকলো প্ৰকাৰে চেষ্টা কৰিছিল। ৰাস্তাৰ এজোপা গছত উঠি তাৰ একেবাৰে ওপৰৰ ডালৰ পৰা তেওঁ নিজৰ দেশৰ প্ৰিয় চৰাইটোৰ দৰে শুহুৰিয়াই নহলে কুৰু-লিয়াই মোক শুনাইছিল।

তেওঁৰ জীৱিকাৰ বাবে মই কোনো এটা কামৰ চেষ্টা কৰিলো। স্পেনত কবিৰ বাবে চাকৰি পোৱা টান। অৱশেষত বিদেশমন্ত্ৰকৰ এজন ওখ বিষয়া —এজন ভাই-কাউণ্টে এই বিষয়ে অলপ আগ্ৰহ দেখুৱাই কলে যে তেওঁ

মিগুৱেলৰ কবিতাৰ ভক্ত, আৰু সেইবাবে সহায় কৰিব পাৰে। মিগুৱেলে কি কাম কৰিব খুজিছে জনালে তেওঁক নিয়োগ কৰা হ'ব।

মই বৰ ৰং পালো, আৰু মিগুৱেলক সুধিলো, "অৱশেষত, তোমাৰ জীৱনৰ এটা থিতাপি লাগিল। ভাই-কাউণ্টে তোমাক এটা চাকৰি দিব খুজিছে। তুমি ডাঙৰ কাম পাবা। তুমি মাত্ৰ কোৱা কি ধৰণৰ কাম তুমি কৰিব খোজা, কলেই তুমি কামটো পাবা।

মিগুৱেলে অলপ ভাবি চালে। তেওঁৰ দকৈ আঁকিবুকি ভৰা মুখখনত চিন্তাৰ মেঘৰ ছাঁ পৰিল। ভাবিচিন্তি আবেলিৰ পিনে তেওঁ মোক উত্তৰটো দিলে। গোটেই জীৱনৰ সকলো প্ৰশ্নৰ সমিধান পোৱাৰ দৰে তেওঁ উজ্জ্বল মুখখন লৈ মোক সুধিলে, "মাদ্ৰিদৰ ওচৰত ক'ৰবাত ভাই কাউণ্টে মোক এজাক ছাগলী চৰাবলৈ দিব পাৰিবনে?"

মোৰ অন্তৰত মিগুৱেল হাৰ্ণাণ্ডেজৰ স্মৃতি চিৰ উজ্জ্বল হৈ থাকিব। লেভাণ্ট প্ৰদেশৰ এন্ধাৰ আৰু কমলা গছৰ ফুলৰ থোপাৰ মাজৰ পৰা আকাশৰ উচ্চতম শিখৰলৈ উঠা নাইটিঙ্গেলৰ গানে তেওঁক হাৱৰান কৰি মাৰিছিল। সেই সুৰ তেওঁৰ তেজমঙহৰ লগত মিলি গৈছিল, তেওঁৰ বনৰীয়া কবিতাত মাটিৰ গোন্ধ পাইছিলো। এই কবিতাবোৰ ৰূপ-ৰস-বৰ্ণ-গন্ধৰ আকুলতা আৰু স্পেনৰ লেভাণ্ট প্ৰদেশৰ বলশালী নওজোৱানৰ প্ৰাণ প্ৰাচুৰ্য আৰু সুগন্ধ ভৰা আছিল।

তেওঁৰ মুখখন আছিল স্পেনৰ মুখ। পোহৰৰ বটালিৰে গঢ় দিয়া সেউজীয়া পথাৰ এখনত যেন বোকাৰে আলিবাট বনোৱা সেই মুখ এখন ৰুটী অথবা পৃথিৱীৰ দৰে ঘূৰণীয়া আকৃতিৰ আছিল। তেজোদীপ্ত, বাহিৰত ৰ'দে বতাহে পুৰি কঠুৱা, ছামড়াৰ দৰে লেটেকা, দুটি চকু কিন্তু শক্তি আৰু কোমলতা মিলি পোহৰৰ দুটি জিলিকনিহে।

তেওঁৰ সকলো কথাতে মই যেন কবিতাৰ সন্ধান পাইছিলো। এতিয়া যেন ই নতুন মহত্বত, এটা বনৰীয়া পোহৰত ভৰি, ভোজবাজীৰ দৰে বুঢ়াৰ দেহত নতুন তেজৰ ঢল আনিলে। কবি হিছাবে, মোৰ গোটেই জীৱনত, মোৰ ভ্ৰাম্যমান কবি জীৱনত তেওঁৰ দৰে আৰু শব্দত বিজুলীৰ চমকথকা দ্বিতীয় এজন কবি মোৰ চকুত পৰা নাই।

ফেডেৰিকো আৰু আলবাৰ্টি দুইয়ো মোৰ ঘৰৰ ওচৰতে এটা ঘৰ ভাড়া লৈ আছিল। ৰাস্তাৰ দুইকাষে থকা গছবোৰ যেন আমাৰ জীৱনৰ দেৱাই যোৱা গছবোৰহে। ভাস্কৰ আলবাৰ্টো টলেডোৰ মানুহ, আৰু তেওঁৰ পাওৰুটীৰ ব্যৱসায় আছিল। তেওঁৰ বিমূৰ্ত ভাস্কৰ্য্য প্ৰসিদ্ধ আছিল। আল্টাগুইৰে আৰু বাৰ্জামিন; মহৎ কবি লুই চেৰনুডা; জিহোপ্তি আলেকজেণ্ডাৰৰ দৰে অসীম প্ৰতিভাধৰ কবি, স্থপতি লুই লাকাছা—আমি সকলোৱে, অকলে অথবা দল বান্ধি প্ৰতিদিন কোনোবা এটা ঘৰত বা কোনোবা কাফেত গ্লোট খাইছিলো।

কাণ্টালেনা এভিনিউ বা কৰিঅ'ছৰ পানশালাৰ পৰা আমি মোৰ ঘৰলৈ গৈছিলো, আগুৰেলেছ অঞ্চলত এই ঘৰটো ফুলামঘৰ বুলি জনাজাত আছিল। কোনো এখন ডবলডেকাৰ্ বাছৰ ( মোৰ স্বদেশীয় বন্ধু মহৎ কোটাপাছে ইয়াক বোম্বাৰডনছ বুলি কৈছিল ) ওপৰতলাৰ পৰা নামি আমি হৈ হুল্লোৰ কৰি খাই বৈ গান গাই ফূৰ্তি কৰিছিলো। এই আনন্দ আৰু কবিতাৰ তৰুণ সঙ্গী সকলৰ ভিতৰত মোৰ মনত পৰে কবি চেৰানো প্লাজা, জোছ কেবালেৰো—উজ্জ্বল প্ৰতিভাধৰ চিত্ৰকৰ আৰু ধেমেলিয়া মানুহ। আণ্টনিও আপাৰিচিও—আন্দুলে চিয়াৰ পৰা তেওঁ পোনেই মোৰ ঘৰলৈকে আহিছিল আৰু অইন বহুত সকলৰ কথা—তেওঁলোক এতিয়া ওচৰত নাই, অথবা জীয়াই নাই। কিন্তু যিজনৰ বন্ধুত্বক হেৰুৱা বুলি মই অনুভৱ কৰো যেন মোৰ দেহৰ বা আত্মাৰ এটুকুৰাহে বাদ গৈছে।

আঃ। তেতিয়াৰ দিনৰ মাদ্ৰিদ। গেলিছিয়াৰ চিত্ৰকৰ মাৰুজা মাল্লোৰ লগত মই শ্ৰমিকৰ চুবুৰীত ঘূৰি ঘূৰি কত খাঁহ আৰু কঠ বেচে, মদৰ পিপা আৰু ঘাঁহৰ বছি ক'ত বনোৱা হয়, স্পেনৰ শুকান ফলমূল ক'ত বেচা হয় চাই ফুৰিছিলো—এই বস্তুবোৰৰ লগত স্পেনৰ অন্তৰ সাঙুৰি কথা আছে। স্পেনদেশ শুকান, আৰু শিলাময়। মূৰৰ ওপৰত বেলিৰ চোকা ৰ'দে সমতল ঠাই জিকমিকাই ৰাখিছে, ধূলিৰে মেঘ হৈ পোহৰ-আন্ধাৰৰ বাজকাৰেও হে যেন সাজিছে। স্পেনৰ নৈ মানে ইয়াৰ কবিৰ জাতটো—কুইভেডো, তেওঁৰ গভীৰ সেউজীয়া প্যানী আৰু তাৰ কলা যেন ফুটুকা, জেল

ডেৰন—তেওঁৰ প্ৰতিটো কবিতাই গান; আৰ্গেনছোলাচ—তেওঁৰ ফটফটীয়া স্পষ্ট কবিতা, আৰু গঙ্গোৰা—কবিতাত তেওঁ নৈৰ ঢল আনিছে—তাত মণি-মুকুতা ভৰা।

ভালে ইনক্লানক মই এবাৰহে দেখা পাইছিলো। তেখেতে খুব ক্ষীণ আছিল। বগা দাড়িৰে সৈতে তেওঁক দেখিবলৈ কিতাপৰ হালধীয়া পৰা গাৰ ৰং—তেওঁ যেন নিজৰে কিতাপৰ চেপেটা হৈ থকা এখিলা পৃষ্ঠা।

ৰেমোন গোমেজ ডে লা চাৰ্না-ক পোনতে মই তেওঁৰ লুকাই থকা পোম্ব কাফেত লগ পাইছিলো, আৰু পিছত তেওঁৰ ঘৰলৈকো গৈছিলো। ৰেমোনৰ গমগমীয়া মাতটোৱে কাফেত তেওঁ বহি থকা চুকটোৰ পৰা কথা-বাৰ্তা, হাঁহি চিন্তা-ভাবনা আৰু ছিগাৰেটৰ ধোঁৱাৰে সহজে উলিয়াই দিছিল সেই মাতটো মই কেতিয়াও পাহৰিব নোৱাৰো, আমাৰ ভাষাত তেওঁ এজন শ্ৰেষ্ঠ লেখক। কুইভেডো আৰু পিকাছোৰ দৰে তেওঁৰ প্ৰতিভা বহুবৰণীয়া আছিল। ৰেমোন গোমেজ ডে লা চাৰ্না-ৰ লেখা প্ৰতিটো পৃষ্ঠাই ভৌত আৰু আধাভৌত সত্য আৰু কল্পনাৰ অন্তৰলৈকে জুমি চায়। স্পেনৰ বিষয়ে তেওঁ যি জানে আৰু যি লিখিছে—তেনেকৈ আৰু কোনেও নাজানে বা লিখিব পৰা নাই। তেওঁ যেন এখন নিজা বিশ্ব জগৎ ৰচনা কৰিছে। নিজ হাতেৰে ভাষাৰ বাক্যক এনেকৈ সৰ্লান কৰিছে আৰু তাত তেওঁৰ আঙুলিৰ ছাপ এনেকৈ বহুৱাইছে যে সেই ছাপ কোনেও কেতিয়াও মচিব নোৱাৰে।

ডন আন্টেনিও মাচাডোক মই কেইবাবাৰো দেখিছো তেওঁৰ প্ৰিয় কাফেত বহি ৰোটাৰী পাৰ্লিকৰ ক'লা সাজপাৰ পিন্ধি, নীৰৱ আৰু আত্মমগ্ন হৈ বহি থকা তেওঁক এজোপা স্পেনদেশীয় পুৰণি গছৰ দৰে, মধুৰ আৰু সাত্বিক স্বভাৱৰ মানুহ যেন লাগিছিল। এই চলতে মই জুৱান ৰেমন জিমেনেজ-ৰ কথাও কব খোজো। চোকা কথাৰ কবিতা দেবীৰ এই ছয়তান পোৱালী-টোৱে ডন আন্টেনিও-ৰ বিষয়ে এনেবোৰ কথা ৰটনা কৰি ফুৰে যে তেওঁ ছাইত পৰি লুতুৰি-পুতুৰি হয়, আৰু জেপত কেৱল ছিগাৰেটৰ পোড়া টুকুৰাবোৰহে পোৱা যায়।

স্পেনৰ সাধুকথাত বৰ্ণোৱাৰ দৰে হিংসাৰ বিষয়ে মই শিক্ষা পালো এই প্ৰতিভাত জকমকীয়া কবি জুৱান ৰেমোন জিমেনেজ-ৰ পৰা। সেই শতকৰ অন্ধকাৰ আৰম্ভণিত তেওঁৰ কবিতাই উজ্জ্বল কিৰণৰ দৰে জলমলাই উঠিছিল।

কাকো হিংসা কৰাৰ তেওঁৰ দৰ্কাৰ নাছিল। আশ্ৰমবাসী সাধুৰ দৰে নিজকে দেখুৱাই, কোনোবাই তেওঁক চেৰ পেলাবলৈ আহিছে বুলি ভাবিলেই তেওঁ নিজৰ গুহাৰ পৰা ওলাই আহি নিষ্ঠুৰ সমালোচনাৰে আঘাত হানিছিল।

জুৱান ৰেমোন দাড়িৱালা এটা বাক্সস যেন আছিল। তৰুণ প্ৰজন্মৰ কবি লেখক গাৰ্ছিয়া লোৰকা, আৰু এলবাৰ্টি, জৰ্জ গুইলেন আৰু পেড্ৰো ছালিয়াছ সকলোকে তেওঁ কথাৰে থকা-সৰকা কৰিছিল। দিনৌ এজন নহয় এজনৰ পিঠিত কথাৰ চুৰি মাৰিছিল। "এল দুল" বোলা এখন কাগজত তেওঁ দেওৰৰীয়া সমালোচক আছিল—তাত প্ৰতি সপ্তাহতে মোৰ বিপক্ষে বহুত তিতা কথা কৈ মোক আমনি লগাইছিল। কিন্তু মই নিজে ভালে থাকি আইনকো ভালে থাকিবলৈ দিম বুলি মনস্থ কৰিছিলো। মই কেতিয়াও এই সমালোচনাবোৰৰ উত্তৰ দিয়া নাই। সেই সাহিত্য-বিষয়ক তেওঁৰ মন্তব্যৰ মই কেতিয়াও উত্তৰ নিদিলো, আৰু আজিও নিদিওঁ।

কবি মেনুৱেল আলটাগুইৰেৰ কাম আছিল মুদ্ৰণৰ। তেওঁ এটা ছাপাখানাৰ মালিক আছিল। এদিন তেওঁ মোৰ ঘৰলৈ আহি কলে যে স্পেনৰ শ্ৰেষ্ঠ কবিতাবোৰৰ তেওঁ এটা সুন্দৰ আলোচনা সংগ্ৰহ প্ৰকাশ কৰিব খুজিছে।

তেওঁ কলে, "এই কামটো কৰিবলৈ মাত্ৰ এজনহে উপযুক্ত মানুহ আছে, এই মানুহজন হল আপুনি।"

আলোচনী উলিওৱাত মই সঁচাকৈ এজন কৰ্মবীৰ আছিলো। সেইবোৰ যেনেকৈ সোনকালে উলিয়াইছিলো, ঠিক তেনেকৈয়ে এৰিও দিছিলো। ১৯২৫ চনত 'কেবালো ডি বেচটছ' বোলা আলোচনী আৰম্ভ কৰিলো। ইয়াক "জেক অৰ ক্লাবছ" বোলা হৈছিল। তেতিয়াৰ দিনত আমি যতিচিহ্নহীন লেখা ধৰিছিলো, আৰু জয়েছৰ দৰে ডাবলিন আৱিষ্কাৰৰ কামত লাগিছিলো। হাম্বাৰ্টো ডিয়াজ কাছানুৱেভা-ই এটা কাছ-ডিঙিৰ চুৰেটাৰ পিন্ধি ফুৰিছিল—তেতিয়াৰ দিনত কবিসকলৰ বাবে এইটো বৰ সাহসৰ কাম আছিল। তেওঁৰ কবিতা আছিল নিষ্কলঙ্ক সুন্দৰ, আৰু ই এতিয়াও তেনেকুৱাই সুন্দৰ হৈ আছে। কবি বোজামেল ডেল ভালে-ই সদায় কবিজনোচিত মুৰৰ পৰা ভৰিলৈকে পৰা ক'লা সাজ পিন্ধি ফুৰিছিল। এই দুজন প্ৰখ্যাত বন্ধুৱে মোক কামবনত বৰ সহায় কৰিছিল বুলি মোৰ এতিয়াও মনত আছে। আইন কেইজনমানৰ নাম মই পাহৰি গৈছো। সি যিয়ে নহওক, আমাৰ টাটু ঘোড়াই সময়ক জোকাৰি লৰাইছিল।

"ভাল বাৰু, মনোলিটো—মই সমালোচনাখন সম্পাদনা কৰিম।

মেনুৱেল আল্টাগুইৰে আছিল খুব ভাল মুদ্ৰক। নিজা হাতেৰে অপৰূপ বৰ্ডাৰ টাইপ বোৰক সুন্দৰকৈ সজাই মুদ্ৰণ কৰিছিল। মনোলিটোই কবিতাক তেওঁৰ কাব্যময় মেজাজ আৰু কঠোৰ পৰিশ্ৰমী দেবদূতৰ হাতেৰে এনেকৈ সন্মান কৰিছিল। তেওঁ পেড্ৰো ডি এছপিনছাৰ ফেবুলা ডেল জেনিল (জেনিল নৈৰ উপকথা) খনো ছপাইছিল। সেই লহপহীয়া কবিতাৰ সোণোৱালী পদবোৰৰ ৰাজকীয় মহিমাত টাইপ কৰা আখৰবোৰে যেন জক্‌মক্‌ কৰিছিল। যেন ধূমায়মান আখলত হে নতুনকৈ জুই জ্বলি উঠিছিল।

কোবালো ভাৰ্ডেৰ পাঁচটা সুঠাম সুন্দৰ সংখ্যাই কিতাপৰ দোকানত ওলাইছিল। মনোলিটোক চাবলৈ মই ভাল পাইছিলো—তেওঁৰ সদায় হাঁহি মুখ আছিল। মিচিকি হাঁহিৰে মুখ ভৰাই টাইপবোৰ বাচি লৈ সজাই লয় আৰু তাৰ পিছত আখৰ ছপা যন্ত্ৰটো ভৰিৰে চলাই দিয়ে। কেতিয়াবা কেতিয়াবা সমালোচনা পত্ৰিকাখনৰ কপিবোৰ তেওঁ জীয়েক পালোমা-ৰ কেচুৰা ফুৰাবলৈ নিয়া গাড়ীত তুলি লৈ যায়। ৰাস্তাত মানুহে তেওঁক এইবাবে বাহ্‌বাহ্‌ দিছিল, কেনে ভাল বাপেক। এই যান-জটৰ ভিতৰতো কেচুৰা লৈ ফুৰিব ওলাইছে!"

কেচুৰাটি হল কবিতা—সেউজীয়া ঘোড়াত উঠি যোৱা কবিতা। পুনৰালোচনাত মিগুয়েল হাৰ্ণাণ্ডেজৰ প্ৰথম কবিতাটো প্ৰকাশ কৰা হল, আৰু অৱশ্যেই ফেডেৰিকো, চানুডা, আলেকজেণ্ডাৰ, স্পেনৰ মহৎ কবি গুইলেন-ৰ কবিতাও প্ৰকাশিত হল। প্ৰায় এশ বছৰ বয়সীয়া সন্ন্যাসী কবি জুৱান ৰেমোন জিমেনেজ-এ মোৰ প্ৰতি তেওঁৰ দেওবৰীয়া বাক্যবাণ মাৰিয়েই যাবলৈ ধৰিলে। ৰাফায়েল এলবাৰ্টিয়ে কিতাপখনৰ নামটো ভাল নাপালে "কিয় সেউজীয়া ঘোড়া। ইয়াক ৰঙা ঘোড়া বোলা উচিত।"

মই ৰঙটো নসলালো। ৰাফায়েল আৰু মই এ-বিষয়ে তৰ্কও নকৰিলো। আমি কেতিয়াও কোনো বিষয়তে তৰ্ক কৰা নাছিলো। জগতত ঘোড়া আৰু কবি সকলৰ বাবে ৰামধেনুৰ সকলো ৰেইটা ৰহণলৈ প্ৰচুৰ ঠাই আছে।

কোবালো ভাৰ্ডেৰ ষষ্ঠ সংখ্যাই ভিৰিয়াটো ষ্ট্ৰীটত পাত কেইখিলা নকটাকৈ, আৰু নিসিয়াকৈ এৰি থৈ অহা হল। জুলিও হেবেৰা ই বিছিগ-লৈ ইয়াক উছৰ্গা কৰা হৈছিল, এখেত আছিল এজন দ্বিতীয় লোটাৰমণ্ট—মণ্টি ভিডিওৰ সৃষ্টি—স্পেনৰ কবি সকলে এওঁৰ সন্মানত লিখা লেখাবোৰ কতো প্ৰকাশ কৰিব

নোৱাৰি, গৰ্ভতে অকালমৃত্যু হৈ, সৌন্দৰ্য ফুটি ওলোৱাৰ আগতে নীৰৱ হৈ গৈছিল। এই আলোচনী খনে ১৯৩৬ চনৰ জুলাই মাহৰ ১৯ তাৰিখে ওলোৱাৰ কথা আছিল—কিন্তু সেই দিনটো ৰাস্তাঘাট বন্দুকৰ গুলিত থকা-সৰকা হৈ আছিল। এজন আঁতিগুৰি নোহোৱা সেনাপতি ফ্ৰান্সিস্কো ফ্ৰাঙ্কোই আফ্ৰিকাৰ দুৰ্গ এটা আক্ৰমণ কৰি স্পেনীয় ৰিপাব্লিকৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিল।

## গ্ৰানাডাত এটা অপৰাধ

ঠিক এতিয়া, মই এই লাইন কিটা লিখি থাকোতে স্পেনত চৰ্কাৰীভাৱে বহুত বছৰৰ মূৰত সফল ৰাষ্ট্ৰ বিদ্ৰোহৰ দিনবোৰ উদযাপিত হৈছে। মাদ্ৰিদত ঠিক এই মুহূৰ্ততে নীলা আৰু সোণোৱালী পোছাক পিন্ধি চাৰিওফালে মূৰ দেশীয় প্ৰহৰীৰে আগুৰা অৱস্থাত, দুইকাষত আমেৰিকাৰ যুক্তৰাষ্ট্ৰ, ইংলণ্ড আৰু অইন কেইবাখনো দেশৰ ৰাষ্ট্ৰদূত লৈ এই চুপ্ৰীম সেনাপতিজনে তেওঁৰ সৈন্যদল পৰিদৰ্শন কৰিছে। এই সৈন্যদল গঠিত হৈছে কেতিয়াও যুদ্ধ নেদেখা কুন্ধ নেদেখা কুমলীয়া লৰাৰে।

কিন্তু মই যুদ্ধ দেখিছো। যুদ্ধত দহলাখ স্পেনৰ মানুহ মৰা দেখিছো। দহলাখ নিৰ্বাসিত হৈছে। মানুহৰ বিবেকে যেন সেই তেজলগা কাইটডাল কেতিয়াও উঘালিব নোৱাৰিব। আৰু তথাপিও বোধ হয় মূৰ দেশীয় প্ৰহৰীৰ আগে আগে পৰিদৰ্শন কৰি যোৱা সেই লৰাৰ দলে এতিয়াও যুদ্ধৰ ভয়ানক বুৰঞ্জীৰ গোপন সত্যটো নাজানে।

মোৰ বাবে ই ১৯৩৬ চনৰ ১৯ তাৰিখে আৰম্ভ হৈছিল। মাদ্ৰিদৰ প্ৰকাণ্ড চিক প্ৰাইচ বোলা মালযুঁজৰ পথাৰত বৰি ডেগ্নানি বোলা এগৰাকী ক্ষমতাশালী উদাৰমনৰ মানুহে মালযুঁজত উৎসাহ দিছিল। এই খেলাটোৰ গুৰুত্বৰ বিষয়ে মই নিজৰ মতামত গোপনে ৰাখিছিলো, আৰু সেইবাবেই গাৰ্ছিয়া লোৰকা-ৰ সৈতে গৈ সেই খেলাটো সঁচাকৈ কিমান নিৰ্ভেজাল আছিল সেইদিনা তাক চাবলৈ তেওঁ মোক মান্তি কৰাইছিল। গাৰ্ছিয়া লোৰকা-ৰ লগত কথা পাতি আমি দুইয়ো সেই পথাৰত এটা সময়ত লগ হবলৈ সন্মত হলো। মুখা-পিন্ধা ট্ৰগ্লোডাইট "আৰাছিনিয়ান টেটুচেপা", আৰু ভয়ঙ্কৰ ওৰাংওটানৰ নিষ্ঠুৰ খেল দেখি আমি আনন্দ পাম বুলি তাৰ দিহা কৰা হৈছিল।

কিন্তু ফেডেৰিকো নাছিল। সেই প্ৰহৰত ইতিমধ্যে তেওঁ মৃত্যুৰ মুখত পৰিছে। আমি আৰু কেতিয়াও লগ নাপালো। অইন এটা টেটু চেপি ধৰা ঘাতকৰ হাতত তেতিয়া তেওঁৰ সময় ঠিক কৰা আছিল। আৰু মোৰ বাবে তেনেকৈয়ে স্পেনৰ যুদ্ধই মোৰ কবিতাক একেবাৰে সলনি কৰি পেলালে— সি এজন কবিৰ অদৃশ্য হোৱাৰে পৰা আৰম্ভ হল।

এনেকুৱা এজন কবি। ইমান লাৱণ্য আৰু প্ৰতিভাৰ সংমিশ্ৰণ, ডেউকাত ভৰ দিয়া পাতল হিয়া আৰু ফটিকৰ দৰে ফটফটীয়া পানীৰ জলপ্ৰপাতে তেওঁৰ কবিতাত যেনেকৈ সানমিহলি হৈছিল, আৰু কোনো কবিৰ কবিতাত তেনে হোৱা মই কেতিয়াও দেখা নাই। ফেডেৰিকো গাৰ্ছিয়া লোৰকা আছিল অগাধ কবিতা ঐশ্বৰ্যৰ অধিকাৰী, চুম্বকৰ দৰে প্ৰফুল্লতা—তেওঁৰ জীৱনক ই হৃতাহৰে পূৰ্ণ কৰি ৰাখিছিল আৰু নক্ষত্ৰই পোহৰ বিলোৱাৰ দৰে চাৰিওকাষৰ সকলোলৈ সেই জেউটি বিলাইছিল। খোলা অথচ তামাছা ভৰা, বৈষয়িক আৰু গাঁৱলীয়া মনটিৰে তেওঁৰ আছিল অসাধাৰণ সঙ্গীত-প্ৰতিভা, বিস্ময়কৰ অনুকৰণ ক্ষমতা, সহজেই ভীত হোৱা কুসংস্কাৰ-পূৰ্ণ মন। দীপ্ত আৰু মহৎ এই কবিজন আছিল স্পেনৰ যুগমীয়া সৰু এটা সংস্কৰণ আৰু জনপ্ৰিয় ঐতিহ্য। তেওঁ আছিল আৰব আন্দলোছিয়াৰ বংশধৰ। স্পেনৰ সাংস্কৃতিক মঞ্চ তেওঁ জিলিকাই ৰাখিছিল। হায়! সেই মঞ্চখন চিৰদিনৰ বাবে কণা হৈ গল।

গাৰ্ছিয়া লোৰকা আছিল উপমা-শাস্ত্ৰত সিদ্ধহস্ত, আৰু মোক সি প্ৰভাৱিত কৰিছিল; তেওঁৰ লেখাবোৰে মোক খুব আকৰ্ষণ কৰিছিল। মই সেই সময়ত লিখা কবিতাবোৰ তেওঁ নিজে মাজে মাজে মোৰ মুখৰ পৰা শুনিব খুজিছিল। মই আধা পঢ়োতেই চিঞৰি বাধা দি উঠিছিল—ৰবা, ৰবা, তোমাৰ কবিতাৰে মোক প্ৰভাৱিত হবলৈ দিয়া।

থিয়েটাৰ চাবলৈ গলে তাত, অথবা কোনো নিস্তব্ধ ঠাইত, ভিড়ৰ ভিতৰত অথবা কোনো এটা সৰু দলৰ মাজত—সকলো ঠাইতে তেওঁ নিজৰ ব্যক্তিত্বৰ মাধুৰী বিলাইছিল। তেওঁৰ দৰে মায়াভৰা কোমল সহায়ৰ হাত মই কাৰো দেখা নাই, তেওঁৰ দৰে মোৰ কোনো ভাইয়ে হাঁহি মাতি থকা ভাল নাপাইছিল। তেওঁ হাঁহিছিল, গান গাইছিল, পিয়ানো বজাইছিল, জাপিয়াইছিল, আৱিষ্কাৰ কৰিছিল, জিক্‌মিকাই উঠিছিল। এই বন্ধুজনৰ সকলোবোৰ গুণ আছিল। তেওঁ আছিল যেন এজন সোণাৰী, কবিতাৰ মৌচাকত তেওঁ আছিল মক্ষিৰাণী— কিন্তু মাজে মাজে তেওঁ নিজৰ প্ৰতিভাৰ অপচয় কৰিছিল।

মোক বাঁউসীত ধৰি এপিনে মাতি নি তেওঁ কব, "শুনাচোন, সেই খিড়কীখন দেখিছানে, ইয়াক বেঠেঙীয়া যেন নালাগেনে ?"

"বেঠেঙীয়া মানেনো বাৰু কি ?"

মইও নাজানো কিন্তু কি বেঠেঙীয়া, আৰু কি বেঠেঙীয়া নহয় আমি জানিব লাগিব। নহলে তুমি মৰিবা। সেই কুকুৰটোলৈ চোৱা, সি সঁচাকৈ বেঠেঙীয়া !

অথবা তেওঁ মোক কব যে ডন কুইক্সোটৰ বাবে এখন সৌৰৱণি সভা পতা হৈছে—এখন লৰাৰ স্কুলে তেওঁক তাৰ বাবে নিমন্ত্ৰণ কৰিছে। তেওঁ ক্লাছৰুমলৈ সোমাই যাবৰ সময়ত লৰাবোৰে হেডমিষ্ট্ৰেছক লগত লৈ গান গালে

এই কিতাপখনৰ প্ৰকাশক

এফ ৰডৰিগেজ মাৰেন ( পি এইচ ডি )

ইয়াত প্ৰকাশনা বাৰ্ষিকী চিৰকাল

আৰু সদায় উদযাপন হব। আমেন।

তেওঁৰ মৃত্যুৰ বহুতদিনৰ পিছত এবাৰ মই তেওঁৰ বিষয়ে বক্তৃতা দিবলৈ গৈছিলো, শ্ৰোতাসকলৰ এজনে মোক সুধিলে, আপুনি ফেডেৰিকো গাৰ্ছিয়া লোৰকা-লৈ বোলা কবিতাটিত কিয় কৈছে যে তেওঁৰ বাবে হাছপতালবোৰ নীলা ৰং কৰা হৈছে ?

মই উত্তৰ দিলো : "বন্ধু, শুনা। এজন কবিক এনে প্ৰশ্ন কৰা মানে এগৰাকী মহিলাক তেওঁৰ বয়স কিমান সোধাৰ নিচিনা, কবিতাটো কোনো জড় পদাৰ্থ নহয়, ই নিজৰ স্ৰষ্টাৰ হাতৰ পৰা সৰকি পৰা, বহমান এটা সুঁতিৰ দৰে। কবিৰ কেঁচা মাল হ'ল এনে মৌল পদাৰ্থ, যিবোৰ আছে আৰু একে সময়তে নাইয়ো বুলিব লাগে। তথাপি মই বাৰু তোমাক এটা সৰল ব্যাখ্যা দিবলৈ চেষ্টা কৰিম। মোৰ বাবে নীলা ৰঙটো হল সকলোতকৈ ধুনীয়া—মানুহৰ দৃষ্টিত ধৰা পৰাকৈ ই খোলা বা মুকলি ঠাইৰ ৰং—যেন মুক্তি আৰু আনন্দলৈ হাত মেলি দিয়া আকাশৰ গম্বুজ। ফেডেৰিকোৰ উপস্থিতি তেওঁৰ ব্যক্তিত্বৰ যাদুৰে চাৰিওপিনৰ মানুহৰ মাজত আনন্দ বিতৰণ কৰিছিল। মোৰ কবিতাৰ শাৰীয়ে বোধহয় এইটো বুজাইছিল যে এনেকি হাছপতালবোৰৰ বিষণ্ণতাকো তেওঁৰ প্ৰভাৱত যাদুৰ দৰে ৰং সলাব পাৰিছিল। যেন হাছপতালবোৰকো হঠাৎ নীলা ৰঙৰে ৰঙীন কৰা হৈছিল।"

ফেডোৰিকোৱে যেন তেওঁৰ মৃত্যুৰ বিষয়ে আগতেই কিবা উমান পাইছিল। এবাৰ, থিয়েটাৰ পাৰ্টিৰ লগত থাকি অহাৰ অলপ পিছতে তেওঁ মোক এটা আচৰিত ঘটনাৰ কথা কবলৈ মাতি পঠিয়াইছিল। কেণ্টলৰ এখন এচুকীয়া গাৱঁত তেওঁ নাটকৰ দল লৈ বাৰাকাক দৈ উপস্থিত হলহি, আৰু গাঁওখনৰ এৰাঁতিত তাম্বু তৰিলেহি, ভ্ৰমণৰ পিছত তেওঁৰ খুব ভাগৰ লাগিছিল, আৰু সেইবাবে টোপনি অহা নাছিল। পুৰা দোকমোকালিতে উঠি তেওঁ অলপ ইপিনে সিপিনে ফুৰিবলৈ ওলাল। বৰ ঠাণ্ডা পৰিছিল এই ঠাণ্ডাই বিশেষকৈ বাহিৰৰ পৰা অহা মানুহক যেন ছুৰিৰ দৰে বিন্ধিছিল। কুঁৱলী যেন বগা হৈ কোনো কোনো ঠাইত গোট মাৰি আছিল। সকলো বস্তুকে কিবা ভূতে পোৱা যেন লাগিছিল।

এখন প্ৰকাণ্ড মামৰে ধৰা লোহৰ জপনা, ভঙাছিঙা শিলৰ মূৰ্তি আৰু স্তম্ভই পঁচা পাতৰ মাজত সিঁচৰতি হৈ পৰি আছে। তেওঁ এটা পুৰণি হাউলিৰ দুৱাৰ মুখত বৈছেহি, আগৰ কোনোবা জমিদাৰৰ হাউলিৰ প্ৰকাণ্ড পাৰ্কলৈ সোমোৱা বাট এইটো। সেই দোকমোকালিত, এৰা বাৰীখনত ঠাণ্ডাই নিৰ্জনতাক আৰু বঢ়াই তুলিছিল। হঠাৎ কিবা এটা হব অশুভ কিবা বুলি তেওঁ উমান পালে। যেন কিবা এটা ঘটনা এতিয়াই ঘটিব। এটা ভঙা স্তম্ভৰ মূৰ তাতেও ভোটা হৈ পৰি আছিল, তেওঁ তাৰ ওপৰতে বহিল।

ভঙা ইটা আৰু শিলৰ মাজত বনৰীয়া ঘাঁহ-বন গজিছে, তাতে চৰিবলৈ এটি নুমলীয়া ভেড়াৰ পোৱালী আহিল। কৰ পৰা যে আহি এই পোৱালী-টিয়ে মানুহৰ নিৰ্জনতাক অলপ সহনীয় কৰিবলৈ, ঠাইখিনিৰ গাম্ভীৰ্যত পাতল এখিলা ফুলৰ পাহিৰ দৰে দেৱদূত হৈ আহি ওলাল। কবিৰ আৰু নিজকে অকলশৰীয়া যেন নালাগিল। হঠাতে সেই ঠাইলৈ এজাক গাহৰি আহিল। চাৰিটা নে পাঁচটা ক'লা জন্তু, আধা বনৰীয়া, কেঁচাই খাইতী গোঁসানীৰ দৰে সিহঁতৰ থক আৰু শিলাময় পৰ্বতত উঠিব পৰা ভৰিৰ খুৰা। আৰু তাৰ পিছতে ফেডোৰিকোৱে ভয়ত তেজগোট মৰা দৃশ্য এটা দেখিবলৈ পালে। গাহৰিবোৰ ভেড়া পোৱালীটিৰ ওপৰত জাপিয়াই পৰিল, আৰু ভয়াতুৰ কবিৰ চকুৰ আগতে তাক টুকুৰাটুকুৰি কৰি ছিঙি খাই শেষ কৰিলে।

সেই নিজান ঠাইত এই ভয়ঙ্কৰ দৃশ্যটো দেখাৰ পিছতে ফেডোৰিকোৱে তেওঁৰ ভ্ৰাম্যমান দলটো লৈ তাৰ পৰা আঁতৰি অইন পিনে বাট বুলিলে।

গৃহযুদ্ধৰ তিনিমাহৰ আগতে ফেডেৰিকোই যেতিয়া মোক এই ঘটনাটোৰ কথা কৈছিল—তেতিয়াও তেওঁ ইয়াৰ নৃশংসতাৰ কথা পাহৰা নাছিল। পিছতহে, লাহে লাহে, আৰু স্পষ্টকৈ মই বুজি পালো যে এই ঘটনাটো তেওঁৰ নিজৰ জীৱনৰ ঘটনাৰ যেন ভৱিষ্যত দৃশ্যহে আছিল। তেওঁৰ অবিশ্বাস্য ট্ৰেজেডিৰ যেন আগতেই ই সতৰ্কবাণী আছিল। ফেডেৰিকো গাৰ্ছিয়া লোৰকা-ক অকল গুলি কৰি মাৰা নাছিল—তেওঁক হত্যা কৰা হৈছিল। এইটো কেতিয়াও কাৰো মনত উদয় হোৱা নাছিল যে এদিন সিহঁতে তেওঁক খুন কৰিব। স্পেনীয় কবি সকলৰ ভিতৰত তেওঁ আছিল সকলোতকৈ প্ৰিয়, সকলোতকৈ আদৰৰ। তেওঁৰ অপৰূপ সুন্দৰ বাৎচালি মনটো শিশুৰ দৰেই আছিল। এই পৃথিৱীত, আকৌ নিজৰ জন্মভূমি গ্ৰানাডাতে যে এই জঘন্য পাপকাম কৰিব পৰা ৰাক্ষস আছে—তাক কোনেৰা ভাবিব পাৰিছিল ?

দীৰ্ঘ সংগ্ৰামৰ পথত মোৰ জীৱনৰ মনত ৰখা এই নাৰকীয় ঘটনাটোৱে মোক বৰ দুখ দিছিল। কোন দেশ চিৰদিনেই মালযুঁজাৰুৰ ৰণক্ষেত্ৰ ইয়াত বহুত ৰক্তপাত হৈছে, ষাড়যুদ্ধৰ বাবে ঘৃৰণীয়া পথাৰবোৰে—ইয়াৰ ত্যাগ আৰু নিষ্ঠুৰ পৰিপাটী দৃশ্যসমূহক বৰ উজ্জ্বল কৈ দেখুৱাইছে, এন্ধাৰ আৰু পোহৰৰ মাজত যুগযুগ ধৰি হোৱা সংগ্ৰামক বাৰে বাৰে তুলি ধৰিছে।

সিহঁতৰ বিচাৰত ফ্ৰে লুই ডে লিওঁক ফাটেক দিয়া হল। কুইভেডোই জেলত অত্যাচাৰ সহিছে। কলম্বাচে ভৰিৰ গোৰোহাত লোহৰ শিকলি পিন্ধি পেঙুচিয়াই খোঁজ কাঢ়িছে। আৰু এই সকলোবোৰৰ পীঠস্থান হল এল এছকৰিয়েলৰ কবৰখানাৰ পৰা অনা হাড়ৰ ভৰালটো—যেনেকৈ আজিৰ "পতিত মিনাৰ" একলাখ মৃত আৰু অসংখ্য কলা স্মৃতি লৈ মুখত ক্ৰছচিন ডাল লৈ থিয় দি আছে।

## স্পেনৰ বিষয়ে মোৰ কিতাপ

সময় পাৰ হৈ গৈ আছে। আমি যুদ্ধত হাৰিবলৈ আৰম্ভ কৰিছিলো। কবিসকলে স্পেনৰ জনসাধাৰণৰ পক্ষ ললে। গ্ৰানাডাত ফেডেৰিকোক হত্যা

কৰা হ'ল। মিগুৱেল হার্ণাণ্ডেজক ছাগলীবখীয়াৰ পৰা সংগ্ৰামী লেখকলৈ পৰিণত কৰা হ'ল। সৈনিকৰ সাজ পিন্ধি তেওঁ যুদ্ধক্ষেত্ৰত গৈ কবিতা পঢ়িলে। মেনুৱেল আল্টাগুইৰে তেওঁৰ ছাপাখানা চলাই গৈ থাকিল। জেৰোনাত পুৰণি এটা মঠত পুবপিনৰ ৰণক্ষেত্ৰত তেওঁ এটা ছাপাখানা পাতিলে। মোৰ কিতাপ "এস্পানা এন এল কৰাজন" ইয়াত অদ্ভূতভাৱে ছপা হল। মোৰ বিশ্বাস যে বহুত কিতাপৰ অসাধাৰণ বুৰঞ্জী আছে—কিন্তু তাৰ ভিতৰত মাত্ৰ কেইখন মানৰ হে ইয়াৰ নিচিনা অদ্ভূত জন্ম আৰু ভাগ্য দেখা যায়

যুদ্ধক্ষেত্ৰৰ সৈন্যবোৰেও টাইপ বহুৱাবলৈ শিকিলে কিন্তু কাগজ পোৱা নগৈছিল। তেওঁলোকে এটা পুৰণি কাগজৰ মিল বিচাৰি পালে, আৰু তাতে কাগজ বনাই লবলৈ থিৰ কৰিলে। যুদ্ধ চলি আছে—দুটা বোমা পৰাৰ মাজৰ সময়খিনিত কোনোমতে কাগজ নামৰ এটা বস্তু বনোৱা হল। মিলত তেওঁলোকে যিহকে পালে তাকে সুমুৱাই দিলে, শত্ৰুপক্ষৰ নিছানৰ পৰা আৰম্ভ কৰি মুৰদেশীয় সৈন্যৰ তেজলগা পোছাকলৈকে সকলো। এনে অদ্ভূত বস্তুবোৰৰ সানমিহলি সত্বেও, আৰু বনাওতা সকলৰ অভিজ্ঞতাৰ অভাৱ সত্বেও ফল কিন্তু আশাতীত ৰূপে সুন্দৰ হল। সেই কিতাপৰ যি কেইখন কপি এতিয়াও আছে ইয়াৰ টাইপৰ কাম, আৰু অদ্ভূতভাৱে বনোৱা কাগজৰ পৃষ্ঠাবোৰে মানুহৰ মনত বিস্ময় জন্মায়। বহু বছৰৰ পিছত মই ওৱাছিংটন ডি. চি.-ত লাইব্ৰেৰী অৱ কংগ্ৰেছত ইয়াৰ এটা কপি দেখিছিলো। আমাৰ সময়ৰ দুষ্প্ৰাপ্য কিতাপবোৰ দেখুৱা আলমাৰিৰ তাকত ইয়াক থোৱা হৈছিল।

হঠাৎ যেতিয়া বিপাব্লিকৰ পৰাজয়ে আমাক হতবাক কৰি দিছিল, সেই সময়তে মোৰ কিতাপখন ছপা হৈ বন্ধোৱা হৈছিল। শ শ হেজাৰ হেজাৰ উদ্বাস্তুৱে তেতিয়া স্পেনৰ ৰাস্তা পাৰ হৈ বাহিৰ মুৱা হৈছিল। ই আছিল সেই দেশৰ বুৰঞ্জীত সকলোতকৈ বেদনাদায়ক ঘটনা।

নিৰ্বাসনত তেনেকৈ লানি-লাগি যোৱা সেই মানুহ সকলৰ লগত পুৰ্ব সীমান্তৰ যুদ্ধৰ পৰা জীয়াই থকা যুঁজাৰু সকলো আছিল। তেওঁলোকৰ লগত আছিল মেনুৱেল আল্টাগুইৰে আৰু এস্পানা এন এল কৰাজন-ৰ কাগজখিনি বনাই তাক ছপোৱা সৈন্য সকলো আছিল। মোৰ কিতাপখন ছপাবৰ বাবে এওঁলোকে মৃত্যুৰ মুখত থিয়হৈও কাম কৰিছিল, আৰু এই

কিতাপখন তেওঁলোকৰ গৰ্বৰ বস্তু আছিল। তেওঁলোকৰ বহুতে যুদ্ধলৈ যাওঁতে মোনাত কাপোৰ কানি আৰু খোৱাবস্তুৰ সলনি এই কিতাপৰ কিছুমান কপি লৈ গৈছিল—ফ্রান্সৰ পিনে নিৰ্বাসনত যাওঁতে দীঘল বাট বুলোতে তেওঁলোকে এনে কাম কৰিছিল।

. এই উদ্বাস্তু সকলৰ লাইনত শ শ বোমা পৰিছিল। সৈন্যবোৰ মাটিত লুটি খাই পৰিছিল, আৰু কিতাপবোৰ বাটত সিচঁৰতি হৈ পৰিছিল। বাকীবোৰে তেওঁলোকৰ পলৰীয়া জীৱনত বাট বুলি গৈ আছিল। সীমান্তৰ সিপাৰেগৈও এওঁলোকে পাশৱিক ব্যৱহাৰ পাইছিল। ঘোৰ যুদ্ধৰ মাজত ওপজা আৰু ধ্বংস হোৱা এই বিচিত্ৰজন্মা কিতাপখনৰ শেহৰ কপিবোৰক এটা মৌজ জুলাই আহুতি দিয়া হল।

মিগুয়েল হাৰ্নাণ্ডেজ-এ চিলিৰ দূতাবাসত আশ্ৰয় প্ৰাৰ্থনা কৰিলে। যুদ্ধৰ সময়ত ই চাৰি হেজাৰ ফ্রাঙ্কোৰ অনুগামীক আশ্ৰয় দিছিল। কাৰ্লোচ মৰ্লা লিংস-এ নিজকে মিগুয়েলৰ বন্ধু বুলি কৈ ফুৰিছিল, কিন্তু এই সময়ত তেওঁক ৰক্ষা কৰিবলৈ অস্বীকাৰ কৰিলে। কেইদিনমানৰ পিছতে তেওঁক গ্ৰেপ্তাৰ কৰি ফাটেকত ভৰোৱা হল। তিনি বছৰৰ মূৰত তেওঁ যক্ষ্মা বেমাৰত ঢুকাল। নাইটিঙ্গেলে বন্দীত্ব সহ্য কৰি বৌচদিন বাঁচি থাকিব নোৱাৰিলে।

মোৰ কূটনৈতিক পদৰ কৰ্তব্যত ওৰ পৰিল। স্পেনীয় সাধাৰণ-তন্ত্ৰক সমৰ্থন কৰা বাবে চিলিৰ চৰ্কাৰে মোক সেই কামৰ পৰা খেদাবলৈ থিৰাং কৰিলে।

## যুদ্ধ আৰু পেৰিছ

আমি পেৰিছ পালোগৈ। কোৱেই ডেলাহৰ্জ বোলা শান্ত সুন্দৰ এখন ঠাইত মই ৰাফায়েল এলবাৰ্টি আৰু তেওঁৰ ঘৈণীয়েক মাৰিয়া টেৰেছা লিওঁৰ লগত এটা ঘৰ ভাড়া ললো। ঘৰত বহিয়েই আমি পন্ট-নুফ, চতুৰ্থ হেনৰীৰ মূৰ্তিটো আৰু ছেইন নৈৰ পাৰত লাং খাই পৰি থকা জালোৱাবোৰক দেখা পাইছিলো। নাৰ্ভেলত থকা দ্রাফিনৰ কাৰেং আছিল আমাৰ পিছপিনে। ই সততে গছৰ নানান পাত, আৰু ৰেণ্টোৰাৰ গোন্ধত আমোলমোলাই আছিল। ফৰাছী লেখক ভালেজো কাৰ্পেণ্টিয়াৰে তাতে বাস কৰিছিল। তেওঁৰ দৰে

নিয়াখিত মানুহ মই আৰু এজনো দেখা নাই। কোনো বিষয়েই নিজৰ মতামত দিবলৈ তেওঁ সাহ নকৰিছিল—এনেকৈ খকুৱা চিতাবাঘৰ দৰে পেৰিছৰ ওপৰত জাপিয়াই পৰিবলৈ সাজু হৈ থকা নাজীসেনাৰ বিষয়েও নহয়।

সৌঁপিনে ওপৰৰ বাৰান্দাৰ পৰা মই কনচিয়েচ জাৰিৰ ক'লা স্তম্ভবোৰ দেখা পাইছিলো। ইয়াৰ ডাঙৰ সোণোৱালী ঘড়ীটো মোৰ বাবে এই চুবুৰীৰ শেষ সীমা আছিল।

তেতিয়াৰ ফ্ৰান্সত, আৰু তাৰ বহুত বছৰৰ পিছলৈকে ফৰাছী সাহিত্য জগতৰ দুজন আগশাৰীৰ মানুহৰ লগত বন্ধুত্ব হোৱাৰ মোৰ সৌভাগ্য হৈছিল। তেওঁলোক আছিল পল এলুয়াৰ্ড আৰু আৰাগ'। তেওঁলোকে তেতিয়া—আৰু আজিলৈকে একোজন ক্লাছিক উদাহৰণ—যাৰ লেখাৰ সজীৱ বৰ্ণনাই ফ্ৰান্সৰ ধ্বনিময় অৰণ্য প্ৰদেশতো তেওঁলোকক প্ৰিয়পাত্ৰ কৰি তুলিছিল। অইন হাতে তেওঁলোক ঐতিহাসিক নীতিবোধ আৰু তাৰ পৰা বিচ্যুত নোহোৱা প্ৰবক্তা। আকৌ এই দুজনৰ মাজত চৰিত্ৰৰ ইমান অমিল দেখা যায় যে খুব কম মনুষ্য চৰিত্ৰতহে সিমান অমিল দেখা যায়। মই প্ৰায়েই পল এলুয়াৰ্ডৰ লগত আড্ডা মাৰি সময় কটাই কাব্যিক আনন্দ উপভোগ কৰিছিলো। যদি কবি-সকলে সততাৰে জনসাধাৰণৰ ভোটৰ উত্তৰ দিয়ে তেনেহলে এটা গুপুত কথা তেওঁলোকে প্ৰকাশ কৰিবই লাগিব, সময় অপচয় কৰাৰ নিচিনা আৰু একোৱেই আকৰ্ষণীয় নহয়। এই বিলাসিতাৰ বাবে প্ৰত্যেকৰে নিজা নিজা ধৰণ আছে—আৰু এইবোৰ পুৰণি—যেন সময়ৰে নিচিনা প্ৰাচীন। পলৰ লগত থাকিলে দিন ৰাতি যে কেনেকৈ গৈছিল মোৰ জ্ঞান নাছিল। আমি কোৱা কথাবোৰ দৰ্কাৰী নে অদৰ্কাৰী আছিল সেইবিষয়েও মই পৰোৱা কৰা নাছিলো। আৰাগ' আছিল বুদ্ধি, শিক্ষা, হিংস্ৰতা আৰু তীক্ষ্ন বাগ্মীতাৰ বৈদ্যুতিক এটা মেছিন। এলুয়াৰ্ড-ৰ ঘৰৰ পৰা সদায় মই নিজেই কিয় নজনাকৈ মিচিকি হাঁহিৰে ওলাই আহিছিলো। আৰাগ'-ৰ ঘৰত কেইঘণ্টামান কটোৱাৰ পিছত মই সদায় একেবাৰে ক্লান্ত হৈ ওলাই আহিছিলো। কিন্তু এই দৈত্যৰ লেখিয়া মানুহজনে মোক চিন্তা কৰিবলৈ বাধ্য কৰিছিল। দুয়োজন মানুহ মোৰ অন্তৰঙ্গ বন্ধু আছিল আৰু বোধহয় তেওঁলোকৰ প্ৰতিভাৰ দাৰুণ পাৰ্থক্যই মোক তেওঁলোকৰ প্ৰতি বেছি আকৃষ্ট কৰিছিল।

## নান্সী কুনার্ড

নান্সী কুনার্ড আৰু মই মিলি কবিতা পৰ্য্যালোচনাৰ এখন পত্ৰিকা উলিয়াবলৈ থিৰাং কৰিলো। মই ইয়াৰ নাম দিলো "জগতৰ কবিকুলে স্পেনীয় জনসাধাৰণক সমৰ্থন কৰিছে।"

ফ্ৰান্সত তেওঁৰ গাঁৱৰ ঘৰত নান্সীৰ এটা সৰু ছাপাখানা আছিল। ঠাইখনৰ নাম মোৰ মনত নাই, কিন্তু ই পেৰিছৰ পৰা বহুতে দূৰত আছিল। আমি সেই ঘৰ পাওঁতে ৰাতি হৈছিল। আৰু আকাশত জোন উঠিছিল। তেওঁৰ বাৰীখনৰ চাৰিওপিনে বৰফ আৰু জোনৰ বগা পোহৰে যেন এখন পৰ্দাৰ দৰে কঁপি উঠিছিল। জোনাকত মনটো আকুল হোৱাত মই বাহিৰত এপাক মাৰিবলৈ গলো। ঘূৰি আহিবৰ সময়ত হাড় কপোঁৱা ঠাণ্ডাত বৰফৰ কুঁহিবোৰ মোৰ ওপৰত নাচি নাচি উৰি পৰিলহি। মই প্ৰথমতে বাট হেৰুৱালো, তাৰ পিছত বগা জোনাকত আধাঘণ্টা মান থপিয়াই আহি ঘৰ পালোহি।

নান্সীৰ ছাপাখানাৰ কামত অভিজ্ঞতা আছিল। আৰাগঁ-ৰ লগত এসময়ত তেওঁৰ ঘনিষ্ঠতা আছিল, আৰু আৰাগঁ আৰু তেওঁ মিলি অনুবাদ কৰা "হাঙৰ চিকাৰ" বোলা কিতাপখন প্ৰকাশ কৰিছিল। লুইচ কেৰলৰ এই কবিতাটো প্ৰকৃততে অনুবাদ কৰা টান, আৰু মোৰ বিশ্বাস মাত্ৰ গঙ্গোৰাৰ কবিতাতহে আমি এনেকুৱা মাত্ৰাহীন বিচিত্ৰতাৰ, অপৰূপ সুন্দৰ নমুনা দেখা পাওঁ।

এইবাৰ প্ৰথম মই টাইপ সজোৱা কামত হাত দিলো। আৰু এইটো নিশ্চয় যে এনেকুৱা বেয়া টাইপ সজাওঁতা আৰু মই জীৱনত দেখা নাই। ইংৰাজী p আখৰটো মই ওলোটাকৈ বহুৱালো আৰু এইবাবে p বোৰ q হৈ ছপা হল। "পাৰপাডোচ" (চকুৰ পতা) শব্দটো সেইবাবে ৰাৰবাডোচ বুলি ছপা হল। ইয়াৰ বহুত বছৰৰ পিছলৈকে নান্সীয়ে মোক "ৰাৰবাডোচ" বুলি মাতি শাস্তি দিছিল। লণ্ডনৰ পৰা মোলৈ লিখা চিঠিবোৰ তেওঁ এই বুলি আৰম্ভ কৰিছিল, "মোৰ মৰমৰ ৰাৰবাডোচ" কিন্তু এই প্ৰকাশনাটো বৰ চকুত লগা হৈ ওলাল। আমি মাত্ৰ দুটা নে সাতটা সংখ্যা প্ৰকাশ কৰিব পাৰিছিলো। গঞ্জালেচ টুনন বা আলবাৰ্টিৰ যুদ্ধৰ কবিতাৰ বাহিৰে আমি এইচ অডেন, স্পেণ্ডাৰ আদি কবিৰ চমক লগোৱা কবিতাও প্ৰকাশ কৰিছিলো।

এই ইংৰাজ কবিসকলে কেতিয়াও নাজানিব যে মোৰ এলেহুৱা আঙুলি কেইটাই তেওঁলোকৰ কবিতাৰ টাইপ সজাওঁতে কষ্ট সহিছিল।

মাজে মাজেই নান্সীৰ বন্ধু কোনোবা নহয় কোনোবা ইংলণ্ডৰ পৰা আহিছিল। তেওঁলোক আছিল ফুলবাবু, কোটৰ বুকু পটিত তেওঁলোকে বগা ফুল লগাইছিল, ইপিনে ফ্ৰাঙ্কো-বিৰোধী পদ্যও লিখিছিল। বৌদ্ধিক বুৰঞ্জীত স্পেনৰ যুদ্ধৰ দৰে কবিতা গজাৰ সাৰুৱা পথাৰ আৰু কেতিয়াও হোৱা নাছিল। স্পেনত হোলোকা-হোলোকে পৰা তেজ সেই সময়ৰ সাহিত্য জগতত চুম্বকৰ দৰে অগণিত কম্পন তুলিছিল।

সেই প্ৰকাশনাবোৰ সফল হৈছিল নে নাই মই ঠিককৈ কব নোৱাৰো, কাৰণ তেতিয়াই স্পেনৰ যুদ্ধই এটা বিভীষিকাময় পৰিণতি পালে, আৰু দ্বিতীয় বিশ্বযুদ্ধৰ বিধ্বংসী সূত্ৰপাত হল। ইয়াৰ সীমাহীন নিষ্ঠুৰতা, আৰু অসংখ্য বীৰৰ ৰক্তপাত সত্ত্বেও এই যুদ্ধই কিন্তু স্পেনৰ যুদ্ধৰ দৰে কবিতা-দেবীৰ অন্তৰত চুব নোৱাৰিলে।

অলপ পিছতে মই ইউৰোপ এৰি নিজৰ দেশৰ পিনে যাত্ৰা কৰিব লাগিব। নান্সীও এজন যাঁড়-যুঁজাৰুৰ লগত চিলিলৈ যাব। কিন্তু এই মানুহজনে পিছত নান্সীক আৰু ছান্টিয়াগোৰ যাঁড় গৰুবোৰক এৰি থৈ চ'চেজ আৰু বৰফ দি ঠাণ্ডা কৈ ৰখা মাংসৰ ব্যৱসায় কৰিবলৈ যাব। কিন্তু মোৰ বন্ধু নান্সী আছিল এগৰাকী ৰছকী পখিলা চিলিলৈ আহি তেওঁ এজন কবিক নতুনকৈ প্ৰণয়ী হিচাপে গ্ৰহণ কৰিলে। এই মানুহজন চিলিৰ বাস্ক বংশৰ; জখলা আৰু ভিকহু, তেওঁৰ দাঁত এটাও নাথাকিলেও কিছু গুণৰ অধিকাৰী আছিল। তাতকৈও ডাঙৰ কথা হল নান্সীৰ নতুন প্ৰেমিকজন মদাহী মাতাল আছিল, আৰু প্ৰতি ৰাতি এই অভিজাত বংশীয়া ইংৰাজ মহিলাক ভালকৈ পিটনি দিছিল, যাৰ বাবে তেওঁ মানুহৰ আগত ওলাবৰ সময়ত বিৰাট কলা চশমা পিন্ধিব লগাত পৰিছিল।

দুৰাকাঙ্খী, অপৰিবৰ্তনীয়, নিৰ্ভীক আৰু দেখিলে দুখলগা নান্সীক মই জনা সকলো মানুহতকৈ বেলেগ যেন লাগিছিল। লেডী কুনাৰ্ডৰ জীয়ৰী, কুনাৰ্ড বংশৰ একমাত্ৰ উত্তৰাধিকাৰিণী নান্সীয়ে ১৯৩০ চনত এজন ক'লা ছামৰাৰ মানুহৰ লগত পলাই গৈ তেতিয়াৰ দিনৰ লণ্ডনত হুলস্থূল লগাই দিছিল। এই মানুহজন আছিল চেভয় হোটেলত প্ৰথম জাজ বেণ্ডপাৰ্টি বজোৱা সকলৰ এজন।

লেডী কুনার্ডে জীয়েকৰ বিছনাখন খালি দেখিলে- লগতে তেওঁৰ এন্ধাৰ ভৱিষ্যতৰ কথা জনাই লিখা চিঠিখনো পালে। তেতিয়াই গৈ তেওঁ জীয়েকে এটাও পাই-পইচা উত্তৰাধিকাৰ সূত্ৰে পাব নোৱাৰাৰ দিহা কৰিলে। মই লগ পাবৰ সময়ত এই অভিজাত বংশৰ আইদেউ গৰাকীয়ে বৃটিছৰ বংশৰ পৰা উলিয়াই দিয়া হ'ল, কিন্তু তেতিয়া তেওঁ গোটেই পৃথিৱী ঘূৰিবলৈ ললে। তেওঁৰ মাকৰ চ'ৰাঘৰলৈ জৰ্জ মূৰ (বহুতে তেওঁক নান্সীৰ বাপেক বুলি কৈছিল), চাৰ টমাছ বীচাম, ডেকা আলডুচ হাক্সলী, আৰু ভাৱিষ্যতৰ ডিউক অব উইণ্ডচৰ (তেতিয়াৰ দিনত প্ৰিন্স অব ওৱেলছ) আদি গণ্যমান্য মানুহ অহাযোৱা কৰিছিল।

নান্সী কুনার্ডে ওলোটাই প্ৰতিশোধ ললে। যি বছৰ ডিচেম্বৰ মাহত মাকে তেওঁক সমাজৰ পৰা এঘৰীয়া কৰিলে, সেই বছৰত বড়দিনৰ সময়ত ইংৰাজ অভিজাত সমাজে ৰঙা, মলাটেৰে বন্ধোৱা এখন পুস্তিকা উপহাৰ পালে। কিতাপখনৰ নাম হ'ল ক'লা ছামড়াৰ মানুহ আৰু বগা আইদেউ— এইখনৰ দৰে গা টেঙাই যোৱা কিতাপ মই আৰু কেতিয়াও দেখা নাই। কোনোবা অধ্যায় ছুইফ্‌টে লিখাৰ দৰে চোকা।

নান্সীৰ ফৰিয়াদে কৃষ্ণকায় সমাজৰ বাবে কৰা অভিযোগবোৰে যেন লেডি কুনার্ড আৰু ইংৰাজ সমাজৰ মূৰত ৰামটাঙোন হে মাৰিলে। তেওঁ কি কৈছিল মই মনত পেলাইছো—অৱশ্যে তেওঁৰ কথাবোৰ আৰু বেচি সৰগৰীয়া আছিল, ধৰক আপুনি, আপুনি বগা ডাঙৰীয়ানী—বা আপোনাৰ মানুহ-খিনিক, কোনোবাই অপহৰণ কৰি নি, পিটনি দি, আপোনাতকৈ বলী এটা জাতিয়ে শিকলিৰে বান্ধি নি ইংলণ্ডৰ পৰা বহুত দূৰলৈ লৈ গৈ ক্ৰীতদাস হিছাপে বিক্ৰী কৰে, আপচু মানুহৰ নিদৰ্শন হিছাপে দেখুৱায় চাবুকৰ কোব মাৰি মাৰি কাম কৰিবলৈ বাধ্য কৰে, খোৱাবোৱাত কষ্ট দিয়ে, তেনেহলে আপোনাৰ জাতৰ আৰু কি বাকী থাকিব? কলা ছামড়াৰ মানুহে এনে সকলোবোৰ অত্যাচাৰ নিষ্ঠুৰতা আৰু ইয়াতকৈ বহুত—বহুত বেচি জীয়াতু যাতনা সহিব লগা হৈছিল। বহুত শতাব্দী ধৰি ইমান কষ্ট পোৱাৰ পিছতো তেওঁলোক এতিয়া সৰ্বশ্ৰেষ্ঠ সুঠামদেহী কুস্তিগীৰ। তেওঁলোকে এনে এবিধ নৱ সঙ্গীত ধাৰাৰ সৃষ্টি কৰিছে যাৰ আবেদন অইন সকলো সঙ্গীত ধাৰাতকৈ বিশ্বজনীন। আপুনি বা আপোনাৰ নিচিনা বগা ছামড়াৰ কোনোবা মানুহে

ইমান অত্যাচাৰ সহাৰ পিছত এনেকৈ বিজয়ী হব পাৰিলেহেঁতেন নে? তেনেহলে— কোন বাটৰ শ্ৰেষ্ঠ?

এনেকৈয়ে—ত্ৰিশ পৃষ্ঠা কাগজ ভৰা।

ইয়াৰ পিছত নান্সীয়ে আৰু কেতিয়াও ইংলণ্ডত বাস কৰিব নোৱাৰা হ'ল। তেওঁ উৎপীড়িত কৃষ্ণবৰ্ণৰ মানুহৰ হকে প্ৰচাৰ কৰাটোকে জীৱনৰ ধৰ্ম কৰি ললে। ইথিওপিয়াৰ আক্ৰমণৰ সময়ত তেওঁ আবিচিনিয়ালৈ গৈছিল, তাৰ পিছত গ'ল আমেৰিকা যুক্তৰাষ্ট্ৰলৈ। স্কচবোৰো নামৰ ঠাইত কৃষ্ণকায় কিছুমান ডেকাক মিছাকৈ জঘন্য অপৰাধত অভিযুক্ত কৰা হৈছিল। বৰ্ণদ্বেষী যুক্তৰাষ্ট্ৰৰ এই ডেকাসকলক দোষী সাব্যস্ত কৰি দণ্ড দিলে আৰু নান্সী কুনাৰ্ডে তেতিয়া তেওঁলোকৰ পক্ষ সমৰ্থন কৰিছিল বাবে গণতন্ত্ৰী উত্তৰ আমেৰিকাৰ পুলিছে তেওঁক নিৰ্বাসন দিলে।

১৯৬৯ চনত মোৰ বন্ধু নান্সী কুনাৰ্ডৰ পেৰিছত মৃত্যু হ'ল। মৃত্যু যন্ত্ৰণাত কাতৰ হৈ তেওঁ প্ৰায় নগ্নঠা হৈ হোটেলৰ লিফ্‌টত বহি এতলালৈ নামি গৈছিল। তাৰে মজিয়াত মূৰ আছন্দ্ৰাই কৰি তেওঁ পৰি গল আৰু তেওঁৰ আকাশী নীলা ধুনিয়া চকুযুৰি চিৰদিনৰ বাবে মুদ খালে।

## মাদ্ৰিদৰ কংগ্ৰেছ এখনৰ কথা

স্পেনৰ যুদ্ধ ক্ৰমশঃ বেয়াৰ পিনে যাবলৈ ধৰিলে। কিন্তু স্পেনৰ মানুহৰ ওলোটাই বাধা দিয়াৰ চেষ্টাই গোটেই জগতক মোহিত কৰিলে। ইতিমধ্যে আন্তৰ্জাতিক সৈন্যবাহিনীও যুদ্ধত নামিছিল। ১৯৩৬ চনত মই তেওঁলোকক ইউনিফৰ্ম পিন্ধি মাদ্ৰিদত উপস্থিত হোৱা দেখিছিলো। বেলেগ বয়সৰ, বেলেগ বেলেগ ৰঙৰ মূৰৰ চুলিৰে এই মানুহসকলক দেখিবলৈ বৰ সুন্দৰ লাগিছিল।

এতিয়া ১৯৩৭ চন। আমি পেৰিছত গোটেই পৃথিবীৰ লেখক সকলক লৈ এখন ফেছী-বিৰোধী কংগ্ৰেছ পাতিবলৈ যো-জা কৰিলো, কংগ্ৰেছখন মাদ্ৰিদত পতা হব। সেই সময়তে আৰাগ'-ক মই আৰু ভালকৈ চিনি পালো। তেওঁৰ যিটো গুণে মোক পোনতে আকৃষ্ট কৰিলে সি হ'ল তেওঁৰ কাম কৰাৰ আৰু সংগঠন কৰিবৰ অদম্য ক্ষমতা। তেওঁৰ সকলো চিঠি প্ৰতিলিপি দিছিল, সেইবোৰ শুধৰাইছিল, আৰু চিঠিত কি লিখা হৈছে তাকো মনত ৰাখিছিল।

অতি তুচ্ছ বিষয়ও তেওঁৰ চকুৰ পৰা সাৰি যোৱা নাছিল। আমাৰ অফিচত বহি তেওঁ ঘণ্টাৰ পিছত ঘণ্টা কাম কৰি গৈছিল। তথাপি তেওঁ বৰ ভাওৰ কিতাপ গদ্যত লিখে আৰু ফৰাছী ভাষাত তেওঁৰ কবিতা সকলোতকৈ সুন্দৰ বুলি সকলোৱে জানে। বাছিয়ান আৰু ইংৰাজ লেখক সকলৰ কিতাপ তেওঁ অনুবাদ কৰিছিল আৰু ছাপাখানাৰ তামৰ ফলিবোৰ বটোৱাৰ পিছত তেওঁ তাক শুধৰোৱা, আৰু কিতাপৰ প্ৰুফ চোৱাও দেখিছিলো। তেওঁ সচাকৈয়ে এজন অসাধাৰণ মানুহ আৰু তেতিয়াহে মই এই কথাটো খুব ভালকৈ বুজি পালো।

মোৰ তেতিয়া কাম নাছিল—কনছালৰ কামটো গ'ল বুলি আগতেই কোৱা হৈছে—মোৰ হাতত এটা পইচা নাছিল। আৰাগ'-ই চলোৱা সংস্কৃতিমূলক এটা সংগঠনত মই সেইবাবে চাৰিশ ফ্ৰাঙ্ক (পুৰণি দিনৰ) দৰমহাত কাম কৰিবলৈ ললো। মোৰ তেতিয়াৰ আৰু তাৰ বহুত বছৰৰ পিছলৈকে পত্নী ডেলিয়া ডেল কাৰিল এগৰাকী ধনী জমিদাৰনী বুলি সকলোৱে জানিছিল। কিন্তু প্ৰকৃততে তেওঁ মোতকৈ দুখীয়া আছিল। আমি দুয়ো এটা সিমান ভাল নাম নথকা সৰু হোটেলত আছিলো। তাৰ এতলাটো অস্থায়ী হৈ অহা দম্পতিৰ বাবে ৰখা আছিল। বহুতদিন আমি খুব বেয়াকৈ আৰু খুব কম খাইছিলো। কিন্তু ফেছী-বিৰোধী লেখক সকলৰ সম্মিলনী-খন বাস্তৱত ৰূপায়িত হব ধৰিলে। সকলো ঠাইৰ পৰা চিঠি-পত্ৰৰ উত্তৰ যেন ধাৰাসাৰে আহিব ধৰিলে। এখন চিঠি আহিছিল আয়াৰ্লেণ্ডৰ জাতীয় কবি ইয়েট্ছৰ পৰা, আৰু এখন বিখ্যাত চুইডিজ লেখিকা ছেলমা লেগাৰ্লফৰ পৰা। মাদ্ৰিদৰ দৰে এখন বিপদসংকুল চহৰলৈ আহিবলৈ তেতিয়া তেওঁ-লোকৰ বুঢ়া বয়সেই বাধা আছিল। কিন্তু অনবৰত বোমা বৰ্ষণত আক্ৰান্ত স্পেনীয় ৰিপাব্লিকক ৰক্ষা কৰিবলৈ তেওঁলোকে অকুণ্ঠ সমৰ্থন জনাইছিল। বৈষয়িক বিষয়ত বা উচ্চ আইডিয়াৰ মিছনৰ কামত বিশেষকৈ—নিজৰ সামৰ্থ্যৰ অভাৱ আছে বুলি মই বুজি পাইছিলো। সেইবাবে স্পেনীয় চৰ্কাৰে পঠোৱা বহুত টকাৰ চেক্ এখন যেতিয়া মোৰ হাতলৈ আহিল, মই একেবাৰে মুখ মেলি তথা লাগি চাই ৰলো। অইন দেশৰ প্ৰতিনিধি সকলৰ অহাযোৱাৰ ভাড়া আৰু সম্মিলনীৰ খৰচ-পাতি চলাবলৈ চৰ্কাৰে এই টকা দিছিল। ডজনে ডজনে লেখক পেৰিছত আহি গোট খাইছিলহি।

মই সচাকৈ বিমোৰত পৰিলো। টকাখিনি মই কি কৰিম? সম্মিলনীৰ

পৃষ্ঠপোষক সংস্থালৈ টকাখিনি পঠিয়াই দিম বুলি সিদ্ধান্ত ললো। মই পইচাখিনি অৱশ্যে এতিয়াও চকুৰে দেখা নাই—আৰু দেখিলেও বা তাৰে কেনেকৈ কি কৰা হব মই ঠিককৈ জনা নাছিলো। ৰাফেয়েল এলবাৰ্টিক মই কথাটো কলো। তেওঁ তেতিয়া পেৰিছুৰ পৰা কৰবালৈ যাবলৈ ওলাইছিল।

ৰাফায়েলে কলে, "তুমি মহামূৰ্খ ; স্পেনক সমৰ্থন কৰা বাবে তোমাৰ কনছালৰ চাকৰিটো গ'ল। ফটা জোতা কাপোৰ কানি পিন্ধি তুমি ঘূৰি ফুৰিছা—আৰু এই টকাৰ পৰা তোমাৰ নিজৰ জীৱন ধাৰণৰ বাবে লাগতিয়াল বস্তুৰ কাৰণে কেই হেজাৰমান ফ্ৰাঙ্ক আতৰাই নোথোৱা কিয় ?"

মই নিজৰ জোতাযোৰলৈ চালো—সচাকৈ তাত কেইবাটাও ফুটা হৈছে। এলবাৰ্টিয়ে মোক এযোৰ জোতা উপহাৰ দিলে।

কেইমুহূৰ্তমানৰ ভিতৰতে আমি মাদ্ৰিদলৈ যাবলগীয়া হল। প্ৰতিনিধি সকলকো আমাৰ লগত নিব লাগিব। ডেলিয়া আৰু এমপাৰো গঞ্জালেছ টুনন আৰু মই, তিনিও কান্ধত কাপজপত্ৰ, লেখাৰ আৰু অইন কামৰ বোজা লৈ যাত্ৰা কৰিলো। সম্মিলনীত যোগ দিব খোজা লেখক সকলৰ বাবে, তেওঁলোকৰ অহাযোৱাৰ বাবে কাগজত বহুত লেখাৰ কাম কৰিবলগীয়া হৈছিল। ফৰাছী বহিৰ্গমন অনুমতি-পত্ৰ পাওঁতে বহুত সমস্যা দেখা দিছিল, সেই বাবে কৰলৈ গলে আমি পুলিচৰ সদৰ দপ্তৰতে আস্তানা কৰি ললো। ঠাট্টাৰ ছলত "বোচপেচি" বোলা নিয়মমাফিক ৰছিদবোৰ ইয়াতে দিয়া হৈছিল। কেতিয়াবা কেতিয়াবা "টেম্পন" বোলা ফৰাছী কৌশলেৰে পাছপোৰ্টৰ ওপৰত নিজেও ছাপ মাৰি লৈছিলো।

নৰওৱে, ইটালী, আৰ্জেণ্টিনাৰ কবিসকলৰ লগতে মেক্সিকোৰ কবি অক্টাভিও পাজও আহি ওলাল। তেওঁ বাটত বহুত সাহস আৰু দুঃসাহস জনক ঘটনাৰ মুখত পৰিছিল। তেওঁক আনিব পাৰি মই বৰ গৰ্বিত হৈছিলো। তেওঁৰ মাত্ৰ এখনহে কিতাপ তেতিয়ালৈকে প্ৰকাশ হৈছিল। আৰু মাত্ৰ দুমাহৰ আগতে সেই কিতাপখন মোৰ হাতত পৰিছে, কিতাপখনে তেওঁৰ উজ্বল ভবিষ্যতৰ সাক্ষ্য দিয়ে! এতিয়ালৈকে তেওঁক কোনেও চিনি নাপায়।

মোৰ পুৰণি বন্ধু ছিজাৰ ভালেজো-ই মোৰ লগত দেখা কৰিবলৈ আহিল। তেওঁৰ চকু-মুখ ঘোপা হৈ আছিল কাৰণ হল আমি তেওঁৰ ঘৈণীয়েকৰ টিকট পঠিওৱা নাই। এই মহিলাক আমি বাকীবোৰে অসহ্য বুলি ভাবিছিলো। মই ততালিকে তেওঁৰ কাৰণে এটা টিকট কাটিলো। আমি ভালেজো-ক টিকটটো

দিয়াৰ পিছতো তেওঁ অসন্তুষ্ট মনে চকুমুখ ঘোপাকৈয়ে গ'লগৈ। কিবা এটা কাৰণে তেওঁৰ মনত অশান্তি আছিল, আৰু কেইমাহমানৰ পিছতহে মই তাৰ কাৰণটো বিচাৰি পালো।

ইয়াৰ মূলত এই কথাটো আছিল—আমাৰ দেশৰ কবি ভিচেণ্টে হুইডোব্ৰো এই সন্মিলনীত যোগ দিবলৈ পেৰিছলৈ আহিছিল। হুইডোব্ৰোৰ লগত মোৰ অলপ কাজিয়া লগাত আমাৰ দুইজনৰ মাজত কথা বন্ধ আছিল। তেওঁ ভালেজো-ৰ ঘনিষ্ঠ বন্ধু আছিল। পেৰিছত থকা দিন কেইটাত তেওঁ মোৰ কথা লগাই সৰল হু.ইডোব্ৰোক বশ কৰি ললে, কিন্তু ভালেজো-ৰ লগত গৰম গৰম কথা কৈ আমি এইবোৰ ঠিক কৰি পেলালো।

ইমানবোৰ লেখক লৈ কোনো ট্ৰেন বোধ হয় কেতিয়াও পেৰিছ এৰি যোৱা নাছিল। কবিভৱত আমি চিনি পাই সংহাৰি দিয়া, বা নেদেখাৰ ভাও ধৰি আতৰি যোৱা বহুত জন আছিল। কোনোবাই শুইছিল, কোনোবাই অনবৰত চিগাৰেট হুপিছিল। বহুতৰ বাবে বুৰঞ্জীৰ সেই সন্ধিক্ষণত স্পেন একেলগে নিচলা আৰু সম্পদশালী আছিল।

ভ'লেজো আৰু হুইডোব্ৰো দুইয়ো ট্ৰেনখনৰ কোনোবা এঠাইত আছিল। আঁদ্রে মালৰো-ৰে মোৰ লগত কথা কবলৈ এখন্তেক ৰ'ল। তেওঁৰ মুদ্ৰাদোষ আছিল মুখৰ অঙ্গভঙ্গী কৰা। কান্ধত বৰ্ষাতি-টো ওলোমাই লৈ তেওঁ এইবাৰ অকলেই আহিছিল। ইয়াৰ আগতে মই সদাই তেওঁক পাইলট কৰ্নিংলিও-মাৰ্লিনিয়েৰক লগত লৈ ফুৰা দেখিছিলো। তেওঁ আছিল মালৰোৰ সৌঁহাত,—স্পেনৰ আকাশত মালৰোৰ দুঃসাহসী কামবোৰ তেওঁৰ সহায়তে সমাধা হৈছিল। চহৰ ধ্বংস কৰা বা তাক ৰখা বা বিপাক্ষিকক কোনো বিমান চমজাই দিয়াৰ দৰে কামবোৰ তেওঁলোকে কৰিছিল।

সীমান্তত বহুত দীঘলীয়া সময় ধৰি ট্ৰেনখন ৰখাই থোৱাৰ কথা মোৰ মনত পৰে। হুইডোব্ৰোৰ এটা চুটকেচ হেৰাইছে বুলি শুনা গল। ট্ৰেন এৰোতে দেৰি হোৱা বাবে সকলোৱে চিন্তাত আৰু অশান্তিত আছিল। তেওঁৰ কথাত কোনেও কাণ নিদিলে। চিলিৰ কবিজনে ভুল সময়ত তেওঁৰ হেৰুৱা চুটকেচ বিচাৰি আছিল। মালৰো এই অভিযানৰ নেতা আছিল। তেওঁ আছিল ধীৰ স্বভাৱৰ আৰু বহুত সমস্যাৰ মুখামুখি হৈ ধৈৰ্যৰ শেহ সীমাত উপস্থিত হৈ আছিল। বোধহয় তেওঁ হুইডোব্ৰোক চিনি নাপালে বা তেওঁৰ নামও হয়তো শুনা নাছিল। হুইডোব্ৰোই চুটকেচ

হেৰ্ৱাৰ অভিযোগ কৰিলত তেওঁ বিকল ধৈৰ্য্য আছিল তাকো হেৰ্ৱাই চিঞৰিলে—"মানুহৰ ওচৰত পেনপেনাবৰ ই উপযুক্ত সময়নে বাৰু? যাওক —যাওক—

চিলিৰ কবিজনৰ ভেমাখিনি এনেকৈ নস্যাৎ কৰি দিয়াৰ একমাত্ৰ সাক্ষী মই হব লগাটো বৰ বেয়া কথা হৈছিল। হেজাৰ হেজাৰ মাইল দূৰতো মই থাকিব পাৰিলোহেঁতেন। কিন্তু জীৱন খুব বিচিত্ৰ। সেই ট্ৰেনত যোৱা সকলোবোৰ মানুহতকৈ হুইডোব্ৰোই মোক ঘিন কৰিছিল, আৰু তাতে জুইত ঘিঁউ পৰাৰ দৰে তেওঁৰ স্বদেশৰ মানুহ মই—মইহে—আৰু আমাৰ লগত যোৱা শ শ মানুহৰ কোনোৱে নহয় –এই ঘটনাৰ একমাত্ৰ সাক্ষী হব লগাত পৰিলো।

বহুত ৰাতি ট্ৰেনখন যেতিয়া আকৌ স্পেনৰ ভিতৰুৱা ঠাইৰ মাজেদি যাবলৈ ধৰিলে, মই হুইডোব্ৰো, তেওঁৰ চুটকেছ আৰু সেই টেঙা লগা ঘটনাটোৰ কথা ভাবি, মোৰ কামৰাত উঠা মধ্য আমেৰিকাৰ কেইজনমান লেখকক কলো,—"তোমালোকে হুইডোব্ৰোৰ লগতো দেখা কৰাগৈ—তেওঁ নিশ্চয় অকলে মন মাৰি বহি আছে।

কুৰি মিনিট মানৰ পিছতে তেওঁলোক হাঁহিমুখে ঘূৰি আহিল। হুইডোব্ৰোই তেওঁলোকক কলে, "হেৰাই যোৱা চুটকেছটোৰ কথা পাহৰি যোৱা—সেইটো আৰু কোনো কথাই নহয়। তাতকৈ দৰ্কাৰী কথা হল, যদিও চিকাগো, বাৰ্লিন, কোপেনহেগেন আৰু প্ৰাগৰ ইউনিভাৰ্ছিটীয়ে মোক সাম্মানিক উপাধি দিছে, নিজৰ সৰু দেশখনৰ ইউনিভাৰ্ছিটীখনে মোক আওহেলা কৰিয়েই যাব ধৰিছে। সৃষ্টিশীল কিবা এটাৰ ওপৰত বক্তৃতা দিবলৈকো মোক তালৈ মতা নাই।"

মোৰ দেশৰ সেই শ্ৰেষ্ঠ কবিজন সঁচাকৈয়ে সোপাঢিলা মানুহ আছিল।

অবশেষত আমি মাদ্ৰিদ পালোগৈ। আলহী সকলক অভ্যৰ্থনা জনাই থকা ঠাইৰ দিহা কৰি দিয়া সময়খিনিতে মই এবছৰৰ আগতে এৰি থৈ যোৱা মাদ্ৰিদৰ ঘৰটোলৈ এপাক মাৰো বুলি ভাবিলো। মোৰ কিতাপপত্ৰ আৰু বস্তু-বাহানি সকলো তাতে এৰি থৈ গৈছিলো। ইউনিভাৰ্ছিটীৰ হাউলিৰ প্ৰবেশ-মুখৰ ওচৰতে ফুলামঘৰ বোলা এটা পকীঘৰত মোৰ এই ভাড়াঘৰটো

আছিল। ক্ৰাকোৰ পক্ষৰ আগৰণুৱা মজুৰ বোৰে এই ঠাইখিনি পাইছিলহি, আৰু ইতিমধ্যেই ভাড়াঘৰবোৰে কেইবাবাৰো হাত সলনি কৰিলে।

মিগুয়েলে হাৰ্নাণ্ডেজ-এ মিলিটাৰী পোছাক পিন্ধি কান্ধত ৰাইফেল লৈ ঘূৰিছিল। মই ভাড়াঘৰটোৰ পৰা লগত কিতাপ আৰু বস্তুবোৰ লৈ যাব খোজাত তেওঁ এখন গাড়ী ঠিক কৰি দিলে।

আমি পাঁচতলালৈ উঠি গলো—আৰু বহুত আশাৰে দুৱাৰখন মেলিলো। বোমাৰ টুকুৰাই খিড়িকীত খুন্দা খাই বেৰাৰ পৰা চকলাচকলে খহাই পেলাইছে। কিতাপবোৰ ছেলফৰ পৰা মাটিত বাগৰি পৰিছে। ভঙা ঘৰৰ জঞ্জাল খিনিৰ ভিতৰেদি বাট চিনি যোৱাটোৱে অসম্ভৱ হৈ পৰিল। মই মোৰ প্ৰিয় বস্তুবোৰ বিচাৰিলো, আচৰিত কথা যে সকলোতকৈ কামত নলগা সৌখিন বস্তুবোৰহে নোহোৱা হল—আক্ৰমণকাৰী অথবা ৰক্ষী বাহিনীয়ে সেইবোৰ তুলি নিলে। ঘটিবাটি, চিলাই মেছিন, কাঁহৰ চৰু, মলা আদি বস্তুবোৰ ঠিক ঠাইতে আছিল, যদিও সেইবোৰো সিঁচৰতি হৈ পৰি আছিল—কিন্তু মোৰ কনছালৰ পদৰ কোট, পলিনেছিয়াৰ পৰা অনা মুখাবোৰ, বা পূব গোলাৰ্ধৰ পৰা অনা ছুৰি কটাৰীবোৰৰ ক'তো চিনছাব নাছিল।

"মিগুয়েল, যুদ্ধ সপোনৰ দৰে খেয়ালী।"

সিঁচৰতি হৈ থকা কাগজবোৰৰ মাজত মিগুয়েলে কেইখিলা মান পাণ্ডু-লিপি পালে। মোৰ জীৱনৰ এটা অধ্যায়ৰ খেলিমেলি লগা দিনবোৰ এনেকৈ শেষ হল। মই তেওঁক কলো, "একো বস্তু নিনিওঁ বলা।"

"একো নিনিয়া? এখন কিতাপো নিনিয়া?"

"এখন কিতাপো নিনিওঁ।"

"আমি খালি গাড়ীখন লৈ উভতি গলো।

## মুখাবোৰ—যুদ্ধৰ সময়ত

যুদ্ধ কৰা দুটা দলৰ মাজত মোৰ ঘৰটো চেপা খালে। এপিনে মুৰ আৰু ইটালীৰ মানুহ আগুৱাই আহিছিল ·· অইন পিনে মাদ্ৰিদৰ ৰক্ষীবাহিনীয়ে আগবাঢ়িল···পিচ হুহকি গৈছিল, নহলে সিহঁতক একে ঠাইতে ৰবলৈ বাধ্য কৰা হৈছিল। ·· বন্দুক···হিলৈয়ে বেৰাবোৰ থকা—সৰকা কৰিলে · খিড়িকী-বোৰ ভাঙি টুকুৰা-টুকুৰি হল। মজিয়াত মোৰ কিতাপবোৰৰ মাজত মই গুলিৰ

টুকুৰা পালো···কিন্তু মোৰ মুখাবোৰ নাপালো। শ্যামদেশ, বালিদ্বীপ, মালয় দ্বীপপুঞ্জ, বান্দুং সকলো ঠাইৰ—সোণৰ পানী চৰোৱা, ছাইৰঙা, বিলাহীৰঙা এই মুখাবোৰ কোনোটোৰ ৰূপালী, কোনোটোৰ ৰাক্ষসীয়া চকুৰ ভুৰুৱে মই পূৰ গোলাৰ্ধৰ স্মৃতি হিছাপে ৰাখিছিলো। তালৈ মই প্ৰথমে অকলে গলো, আৰু চাহ, গোবৰ, কানি, ঘাম, উগ্ৰগোন্ধৰ শেৱালি ফুল, ফ্ৰাঙ্গিপানী আৰু ৰাস্তাৰ কটা ফলৰ গোন্ধে মোক সেই জীৱনলৈ আদৰি নিলে···এই মুখা-বোৰ আছিল পবিত্ৰ নাট-মন্দিৰৰ সন্মুখত নচা নাচৰ সোঁৱৰণি··সিহঁত আছিল মোৰ আমেৰিকান চৰিত্ৰৰ বিধৰ্মী ৰহস্যময় ৰাক্ষসবোৰৰ ৰীতিনীতি, পৌৰাণিক সাধুকথাৰ অৱশিষ্ট, আৰু বতাহত ভাহি ফুৰা ফুলৰ দৰে লাহি পাৰ্পাৰিবোৰ। আৰু তাৰ পিছত বোধহয় সেনাবোৰে বন্দুক মৰাৰ মাজে মাজে নৰসেনাক ভয় দেখুৱাবলৈ এই মুখাবোৰ পিন্ধি মোৰ এই ঘৰটোৰ পৰা খিড়িকীৰে বাহিৰলৈ আউজি চাইছিল। বহুত মুখা ভাঙি গুৰি হৈ ভেজেৰে বোলোৱা হৈ তাত পৰি আছিল।··বহুত আকৌ মোৰ পাঁচতলাৰ ঘৰটোৰ পৰা বন্দুকৰ গুলিত ফাটিছিটি তললৈ বাগৰি গৈছিল। সমুখৰ পিনে সিহঁতক আগুৰি ধৰিছিল। ফ্ৰাঙ্কোৰ আগশাৰীত থকা যুজাৰুবোৰে ইহঁতক ভেটি ধৰিছিল। নিৰক্ষৰ বেপাৰী এইবোৰ লৈ কোহ'াল কৰি গলগৈ। এছিয়াৰ কোটি কোটি দেৱতাৰ ত্ৰিশটামান মুখাই তেওঁলোকৰ অন্তিম নৃত্য··· তাণ্ডৱ নৃত্য নাচিবলৈ ঘৰৰ পৰা ওলাই আহিল ···খন্তেকৰ বিৰতি ···· অৱস্থাৰ সলনি হল····ধ্বংসস্তূপৰ মাজত বহি তেজৰ চেকালগা কঠথনৰ পিনে মই একেথৰে চাই ৰলো—বন্দুকৰ গুলিয়ে থকা-সৰকা কৰি দেৱাল ফুটা কৰিলে তাৰ মাজেদি মই বাহিৰলৈ চালো·····বহুত দূৰত হাউলিবোৰৰ সিপাৰে, ভৈয়ামৰ সমতললৈ, পুৰণি দুৰ্গবোৰলৈ মোৰ দৃষ্টি গ'ল ····স্পেন যেন মোৰ বাবে শেহ হৈ গ'ল··যেন মোৰ ভোজসভাৰ শেহৰ অতিথিজন চিৰদিনৰ বাবে গলগৈ··· ··মুখাবোৰ থকা-নথকা এতিয়া ডাঙৰ কথা নহয়··· গুলি-গোলা চলি থাকোতে, যুদ্ধৰ সঙ্গীতৰ মাজতে উন্মাদৰ আনন্দ উৎসৱ, অবিশ্বাস্য প্ৰতিবোধ, মৃত্যু বা জীৱন কিবা এটা যেন জীৱনৰ পৰা চিৰদিনৰ বাবে হেৰাই গ'ল যেন উছৱৰ শেহৰ নীৰৱতা—শেহৰ উছৱৰ মুখাবোৰ হেৰাই যোৱাত, অনাদৰত সিঁচৰতি হৈ পৰি থকা মুখাবোৰে মই মাতি আনিব নোখোজা সেনাবোৰেৰে স্পেন মোৰ বাবে চিৰকালৰ বাবে হেৰাই গ'ল।

# পতিত মানুহৰ মাজত মই

এটা বাট বিচাৰি লব লগা হ'ল। কম্যুনিষ্ট পার্টিৰ সক্রিয় সদস্যৰ কার্ডখন যদিও মই বহুত পিছত চিলিত পালোঁগে—যেতিয়া মই নিয়মমতে পার্টিত নাম লিখালো, স্পেনত থকা কালত যুদ্ধৰ সময়ৰ পৰা মই নিজকে কম্যুনিষ্ট বুলি ভাবিছিলো। মোৰ এই পার্টিত বিশ্বাসৰ মূলত বহুত কথা আছিল।

মোৰ বিতর্কিত বন্ধু নীট্‌ছবাদী কবি লিওঁ ফেলিপ এজন সদৰী মানুহ আছিল—তেওঁৰ সকলোতকৈ আকর্ষণীয় গুণ আছিল নৈৰাজ্যবাদী মানসিক প্রৱণতাৰ বিশৃঙ্খলা আৰু বিদ্রূপাত্মক বিদ্রোহ-প্রীতি। গৃহযুদ্ধৰ তুমুল বিশৃঙ্খলাৰ দিনবোৰত তেওঁ এফ. এ. আই (আইবেৰিয়ান এনার্কিষ্ট ফেডা-ৰেছন)-ৰ দপ্‌দপোৱা প্রচাৰত সহজে ভোল গ'ল। তেওঁক প্রায়ে এনার্কিষ্টৰ শিবিৰত দেখা গৈছিল—তাত তেওঁ নিজৰ তত্ত্বৰ ওপৰত প্রায়ে বক্তৃতা দিছিল আৰু নিজৰ বিদ্রোহী গুৰুগোঁসাই নমনা কবিতাবোৰ পঢ়ি শুনাইছিল। এই কামবোৰত এনে এটা আদর্শবাদৰ পৰিচয় পোৱা গৈছিল যিটো ছয়ামৰাকৈ ধর্মীয় সংস্কাৰমুক্ত আৰু পুৰোহিত তন্ত্র-বিৰোধী। এই কবিতাবোৰৰ শিৰোনামাত আছিল ঈশ্বৰক কাবৌ কাকুতি কৰা শ্লোক, আৰু নহলে ঈশ্বৰ মিছা এনেকুৱা কিবা কথা। তেওঁৰ কথাবোৰে নৈৰাজ্যবাদী দলবোৰক মুগ্ধ কৰিছিল। মাদ্রিদত চাৰিওপিনে এই দলবোৰ বহাগমহীয়া ফুলৰ দৰে লহ-পহকৈ বাঢ়িছিল - বাকী মানুহবোৰ আছিল যুদ্ধক্ষেত্রৰ আগশাৰীত—দিনে দিনে যুদ্ধ আৰু আগবাঢ়ি আহিল। আইন আদালত নমনা দলবোৰে সিহঁতৰ বাছ আৰু গাড়ীবোৰ আধা ৰঙা আৰু আধা হালধীয়াকৈ লৈছিল। দীঘল চুলি দাড়ি ৰাখি, বন্দুকৰ গুলিৰে হাত আৰু ডিঙিত থাৰু আৰু মণিৰ দৰে গহনাকৈ পিন্ধি স্পেনৰ মাৰণ যজ্ঞত সিহঁতে মুখিয়ালৰ ভাও লৈছিল। সিহঁতৰ কেটামান দলক মই দলৰ চিন লগোৱা জোতা পিন্ধি ফুৰা দেখিছিলো; এই জোতাবোৰও আধাকলা আৰু আধা ৰঙা বৰণীয়া আছিল। মুচিয়াবে নিশ্চয় এনেবোৰ জোতা বনাবলৈ বৰ টান পাইছিল। এই চিনবোৰ মিছা ভাবুকি নাছিল। সিহঁতে ছুৰি-কটাৰী, বিভলভাৰ, ৰাইফেল আৰু সৰু সৰু বন্দুক লগতলৈ ফুৰিছিল। কোনোবা এটা ঘৰৰ পদূলিমুখত ছিগাৰেট হুপি, থুই পেলাই, এই অস্ত্র-শস্ত্রবোৰ দেখুৱাই

দল বান্ধি আড্ডা মাৰি আছিল। কিন্তু সিহঁতৰ আচল অভিসন্ধি আছিল ভয়াতুৰ ভাড়াটিয়াবোৰৰ পৰা 'কৰ' আদায় কৰা বা তেওঁলোকৰ গহনাপাতি, ঘড়ী আদি বস্তু কাঢ়ি—আজুৰি অনা।

এবাতি লিওঁ ফেলিপে তেওঁৰ এনে নৈৰাজ্যবাদী বক্তৃতা দি ঘূৰি আহিবৰ সময়ত বেছি পলম হল। সেই সময়ত মোৰ ঘৰৰ কাষৰ এখন কাফেত তেওঁৰ লগত মোৰ দেখা হ'ল। কবিয়ে এটা খুব সুন্দৰ স্পেনদেশীয় কেপ-কোট পিন্ধিছিল। তেওঁৰ ইহুদী পুৰোহিতৰ লেখিয়া দাড়িৰ লগত ই খুব ভালকৈ বাজিতা খাইছিল। বাহিৰলৈ ওলাই যাবৰ সময়ত এই ভাবুক বেশৰ চোলাটোৰ পাতলিয়ে তেওঁৰ অভিমানী গোঁৱাৰ সহধৰ্মীজনৰ গাত এছাটি মাৰি গ'ল। লিওঁ ফেলিপৰ চালচলন আছিল স্পেনদেশীয় ডাঙৰীয়া সকলৰ দৰে, আৰু বোধহয় সেইটোৱে তেওঁৰ তলখাপৰ সহধৰ্মীজনৰ বিৰক্তিৰ কাৰণ হল। কাফেত অপমানিত হৈছে বুলি ভবা মানুহজনক আগত লৈ এদল নৈৰাজ্যবাদীয়ে আহি আমাক অলপ দূৰতে ভেটি ধৰিলেহি। সিহঁতে আমাৰ কাগজ-পত্ৰ পৰীক্ষা কৰি চাব খুজিলে, আৰু সেইবোৰ চাই লৈয়ে দুজন সশস্ত্ৰ সেনাৰ মাজত কৰিব সুমুৱাই আতৰাই লৈ গল।

তেওঁক সিহঁতে লৈ যোৱা ঠাইখিনি মোৰ ঘৰৰ ওচৰতে। সেই ঠাইত বন্দুকবাজ সৈন্যবোৰে গুলি কৰি মানুহ মাৰি মাৰি মোৰ বাতিৰ টোপনি কাঢ়ি নিছিল। মই সেই সময়তে যুদ্ধক্ষেত্ৰৰ পৰা ঘূৰি অহা দুজন সেনাক দেখা পালো—লিও ফেলিপ কোন আৰু তেওঁৰ দোষ কি সেই মানুহ দুজনক মই বুজাই কওঁতে তেওঁলোকে মোৰ বন্দুক মোকলাই আনিব পাৰিলে। তেওঁ-লোকক অসংখ্য ধন্যবাদ।

এনেকুৱা ভাববাদী বিশ্বাসৰ খেলিমেলি আৰু অনাহক ধ্বংসলীলাই মোক চিন্তাত পেলাইছিল। এজন অম্লান নৈৰাজ্যবাদীৰ কথা মোৰ মনত পৰিছিল। দীঘল, পাতলবৰণৰ চুলি আৰু চকুৰে দুৰলৈ মণিব নোৱাৰা এই বুঢ়া মানুহজনৰ বিশেষত্ব আছিল মানুহক ফুৰাবলৈ নিয়া। তেওঁ এটা দল গঢ়িছিল তাৰ নাম দিছিল উষা—কাৰণ এই দলটিয়ে তেওঁলোকৰ হত্যাৰ কাম সমাধা কৰিছিল পুৱা দোকমোকালিতে।

তেওঁ ফুৰাবলৈ লগত নিয়া মানুহজনক সুধিছিল, তোমাৰ কেতিয়াবা মূৰ কামোৰে নে?"

"হয়, মাজে মাজে কেতিয়াবা।"

"বাৰু, মই তেনেহলে তাক জইন মৰাকৈ এপালি উত্তম দৰৱ দিম।"—বুলি কৈ মানুহজনৰ কপাললৈ টোঁৱাই ৰিভলভাৰৰ ঘোড়া টিপি দিছিল।

আলকেভেৰাৰ দৰে ক'লা মাদ্ৰিদৰ এন্ধাৰ ৰাতিবোৰত এনে দলবোৰৰ আধিপত্য আছিল। মাত্ৰ কম্যুনিষ্ট সকলেহে এটা সংগঠিত দল গঢ়ি জাৰ্মান, মুৰ আৰু ফ্ৰাঙ্কোৰ সৈন্যবোৰক যুজিবলৈ এটা সেনাদল তৈয়াৰ কৰিছিল। প্ৰতিৰোধ আৰু ফেছী-বিৰোধী সংগ্ৰাম চলাই যোৱাৰ তেওঁলোকৰ নৈতিক শক্তি আছিল।

মুঠতে অৱস্থা এনে আছিল যে কোন পথে যাবা সেইটো বাচি লবৰ সময় আহিল। মইও তাকে কৰিলো। সেই দুখদুৰ্দশাৰ দিনবোৰত, এন্ধাৰ আৰু পোহৰৰ মাজত যি সিদ্ধান্ত ললো, তাৰ বাবে মোৰ কেতিয়াও খেদ কৰিব-লগীয়া হোৱা নাই।

## ৰাফায়েল এলবাৰ্টি

কবিতা হল শান্তিৰ ফচল। এজন কবিয়ে সৃষ্টি কৰিবলৈ শান্তি লাগে—যেনেকৈ পাউৰুটী কৰিবলৈ ময়দা লাগে।

যুদ্ধবাজ বোৰে, বাঘে চিকাৰ কৰাৰ দৰে কবিক চিকাৰ কৰে, তেওঁক আনি পোড়ে, হত্যা কৰে, তেওঁৰ গাত দাঁতৰ কামোৰ বহুৱায়। পুষ্কিনক তৰোৱাল-ধাৰী সৈন্য এটাই এখন নিৰানন্দ পথাৰৰ গছৰ তলত সাংঘাতিক ভাৱে জখম কৈ পেলাই থৈ গৈছিল। পেটোফি-ৰ প্ৰাণহীন দেহৰ ওপৰেদি যুদ্ধৰ ঘোড়া-বোৰক লেলিয়াই দিয়া হৈছিল। যুদ্ধৰ বিপক্ষে যুজিবলৈ গৈ গ্ৰীছত বায়ৰণৰ মৃত্যু হল। স্পেনৰ ফেছীবাদীবোৰে ইয়াৰ শ্ৰেষ্ঠ কবিজনক হত্যা কৰি যুদ্ধ আৰম্ভ কৰিলে।

ৰাফায়েল এলবাৰ্টি জীয়াই থকা জাতৰ মানুহ। তেওঁক হেজাৰ বাৰ মৃত্যুদণ্ড দিয়া হৈছিল, তাৰে এবাৰ গ্ৰানাডাত লোৰকাৰ নিচিনাকৈ। আৰু এবাৰ বাডাদোজ বোলা ঠাইত তেওঁক মাৰিবলৈ ফান্দ পতা হৈছিল। বেলিৰ তাপত, উত্তপ্ত ছেভিলত, কেডিজত, তেওঁৰ জন্মস্থান পুৱেৰ্টো ডি ছান্টা মাৰিয়াত তেওঁক হত্যা কৰিবলৈ, ফাচী দিবলৈ, সিহঁতে তেওঁক বিচাৰি হাবাথুৰি খাইছিল—আৰু কবিতাৰ গাত এটা মৰণ কামোৰ দিব খুজিছিল।

কিন্তু কবিতাৰ মৃত্যু হোৱা নাই—ইয়াৰ জীৱন মেকুৰীৰ ন'টা প্ৰাণৰ

দবে। সিহঁতে ইয়াক আমনি দিয়ে, বাটেপথে চোচোৰাই টানি লৈ ফুৰে, গাত থুই পেলাই ইতিকিং কৰে, ইয়াৰ টেটু চেপি মাৰিব খোজে; নিৰ্বাসন দিয়ে, ফাটেকত ভৰায়, বিষ খুৱায়; কিন্তু এই সকলোবোৰ চেষ্টাক নস্যাৎ কৰি চাউলৰ খুদকণাৰ দৰে উজ্জ্বল মিচিকি হাঁহিৰে সাদৰী মুখখন লৈ আহি ওলায়।

নীলা কামিজ আৰু ৰঙা টাই পিন্ধি মাদ্ৰিদৰ বাটত খোজকাঢ়ি ফুৰা সময়ৰ পৰাই এলবাৰ্টিক মই চিনি পাইছিলো। তেতিয়া খুব কম সংখ্যক কবিয়েহে জনসাধাৰণৰ লগত মিলি তেওঁলোকৰ এজন হৈ তেওঁলোকৰ বাবে যুজাৰ দৰেহ কামটো কৰিছিল।—তেওঁ তেনেকৈ যুজা সময়ৰ পৰাই মই তেওঁক চিনি পাওঁ। তেতিয়াও স্পেনত যুদ্ধ আৰম্ভ হোৱা নাই, কিন্তু তেওঁ আগতেই উমান পাইছিল যে তালৈ আৰু দেৰি নাই। তেওঁ দক্ষিণ স্পেনৰ মানুহ, সাগৰৰ গৰজনি আৰু টোপাজ মণিৰ দৰে সোণোৱালী হালধীয়া ৰঙৰ মদ ভৰি থকা ভৰালৰ ঠাইত তেওঁৰ জন্ম। তাত তেওঁৰ অন্তৰে আঙুৰৰ পৰা তেজ আৰু ঢৌৰ পৰা গান আহৰণ কৰি লৈছিল। তেওঁ স্বভাৱতে কবি আছিল কিন্তু অল্প বয়সত এই কথাটো কোনেও জনা নাছিল এনেকি নিজেও নাজানিছিল। পিছত গোটেই স্পেনে কথাটো জানিলে আৰু তাতোকৈ পিছত তেওঁ গোটেই জগতত জনাজাত হল।

আমাৰ মাজত যি কেইজনৰ কেষ্টাইলৰ ভাষা কোৱা আৰু বুজাৰ সৌভাগ্য আছিল, তেওঁলোকৰ বাবে ৰাফায়েল এলবাৰ্টিৰ কবিতাত স্পেনৰ কবিতাৰ বিশাল ঐশ্বৰ্য্যৰ দুৱাৰ মুকলি হৈ গৈছিল। তেওঁয়ে জন্মকবি সি অকল নহয়, তেওঁ এজন উত্তম কাৰুশিল্পীও আছিল। জাৰৰ দিনীয়া এপাহি ৰঙা গোলাপৰ দৰে আচৰিতভাৱে ফুলি তেওঁৰ কবিতাই গঙ্গোৰাৰ বৰফৰ বৰ্ণনাৰ এটুকুৰা, জৰ্জ মানৰিকৰ শিপা, গাৰ্ছিলোচাৰ ফুলৰ পাহিৰ এটি, গুস্তাভো এডলফো বেকাৰৰ শোকগীতিৰ এটা মৃদু সৌৰভ বিলাই আছিল। স্পেনীয় কবিতাৰ খাটি বস যেন তেওঁৰ স্ফটিকৰ মদৰ গিলাছত উপচি পৰিছিল।

স্পেনত ফেছীবাদ বন্ধ কৰিবলৈ চেষ্টা কৰা মানুহ সকলক তেওঁৰ এই ৰঙা গোলাপে জকমকাই ওলগনি জনাইছিল। গোটেই পৃথিৱী এই বীৰত্বপূৰ্ণ দুৰ্গৰ কাহিনী জানে। এলবাৰ্টিয়ে ছনেটৰ মহাকাব্য লিখিছিল। সৈন্যৰ ছাউনিত আৰু যুদ্ধক্ষেত্ৰত তেওঁ এই কবিতাবোৰ পাঢ়িছিল। কবিতাৰ গৰিলা যুদ্ধ তেওঁ আবিষ্কাৰ কৰিছিল আৰু তেওঁ আবিষ্কাৰ কৰা কবিতাবোৰে তেওঁকা

লৈ বন্দ্ৰকৰ গুলিৰ বৰ্ষণত উৰা মাৰিছিল। এই গানবোৰে পিছত গোটেই পৃথিবীজুৰি উৰিছিল।

তেওঁ আছিল এজন সৰ্বশ্ৰেষ্ঠ কবি, গোটেই জগতত কোনো এটা সংকটময় মুহূৰ্তত কবিতাক কেনেকৈ কামত লগাব পাৰি তাক তেওঁ দেখুৱাই দিছিল। এই বিষয়ে তেওঁৰ সমকক্ষ আছিল অকল মায়াকোভস্কি। সৰহভাগ মানুহৰ উপকাৰত লাগিব পৰা কবিতাৰ এনে ব্যৱহাৰিক শক্তি, মৰমচেনেহ, আনন্দ, মানুহৰ আচল স্বভাৱৰ ওপৰত নিৰ্ভৰ কৰিয়েই লেখা হয়। মানুহৰ লগত সম্পৰ্ক নাথাকিলে কবিতাই শব্দ কৰিব, কিন্তু গান নাগাব। এলবাৰ্টিৰ কবিতাই সদায় গান গাইছিল।

## চিলিত নাজীবাদ

মই আকৌ এবাৰ নিজৰ দেশলৈ—চিলিলৈ উভটি আহিলো—তৃতীয় শ্ৰেণীত আহিলো। লেটিন আমেৰিকাত চেলিন, ড্ৰিউ লা ৰছেলি বা এজৰা পাউণ্ডৰ দৰে ফেছীবাদক সেৱা কৰি বিশ্বাসঘাতকতা কৰা কোনো কবি নাছিল, কিন্তু হিটলাৰৰ অৰ্থ সাহাষ্য পোৱা—বা নোপোৱা এটা শক্তিশালী ফেছীবাদী আন্দোলন তাত আছিলেই। "ধূমুহা-বাহিনীৰ" দৰে সাজ পিন্ধা আৰু ফেছীবাদী চেলামৰ ভঙ্গীত হাত তোলা দল য'তে ত'তে গজি উঠিছিল। এইবোৰ দলক ইমান সামান্য বুলিবও নোৱাৰিছিল। মহাদেশৰ পুৰণি সামন্তবাদী কুলীন ডাঙৰীয়া সকলে সদায় কম্যুনিষ্ট-বিৰোধী পক্ষ লৈছিল, আৰু এতিয়াও লয়। এই কম্যুনিজ্‌ম্-বিৰোধীতা জাৰ্মানীৰ পৰাই আমদানী হওক বা ইউৰোপৰ জহৰা সন্তানবোৰৰ চৰম পন্থীয়েই হওক সি'হত আছিলেই। তাৰ উপৰি আমি এইটোও মনত ৰাখিব লাগিব যে চিলি, ব্ৰাজিল আৰু মেক্সিকোৰ কোনো কোনো ঠাইত জাৰ্মানীৰ পৰা অহা অভিবাসী মানুহৰ সংখ্যাই সৰহ, এই অঞ্চলৰ মানুহবোৰে সহজেই হিটলাৰে ধুমকেতুৰ দৰে কৰা উন্নতিত আৰু জাৰ্মান শ্ৰেষ্ঠ জাতি বোলা হেজাৰ বছৰীয়া সাধুকথাত ভোল গৈছিল।

হিটলাৰৰ এই থলক লগা বিজয়ৰ সময়তো দক্ষিণ চিলিত স্বস্তিকা নিছানৰে জঙ্গলৰ দৰে ভাবি থকা কোনোবা সৰু টাউন বা গাঁৱৰ ৰাস্তাত মই কেইবাবাৰো খোজ কাঢ়ি পাৰ হব লগাত পৰিছিলো। এবাৰ এঠাইত টেলিফোন ব্যৱহাৰ

কৰিবলৈ গৈ মই ফুহ্ৰেৰক সন্মান জনাবলৈ বাধ্য হৈছিলো, যদিও নিজৰ ইচ্ছাত নহয়। গোটেই টাউনখনতে মাত্ৰ এটাহে টেলিফোন আছিল। আৰু ঘৰৰ গিৰিহঁতে যন্ত্ৰটো এনেকৈ থৈছিল যে গ্ৰাহকৰ অংশটো হাকোটাৰ পৰা তুলিবলৈ হলেই বাহু তুলি চেলাম জনাই থকা হিটলাৰৰ এখন ফটোৰ প্ৰতি একে দৰে খৰোতাজনেও চেলাম জনাই বাহু তুলিব লাগিছিল।

"অবোৰা ডি চিলি" বোলা আলোচনীখনৰ মই সম্পাদক আছিলো। ইয়াত প্ৰয়োগ কৰা সকলোবোৰ সাহিত্যমূলক অস্ত্ৰ (আমাৰ অইন অস্ত্ৰ নাছিল) আমি দেশৰ পিছত দেশ গ্ৰাস কৰা নাজীবোৰৰ বিৰুদ্ধে টোৱাইছিলো। চিলিত হিটলাৰৰ ৰাষ্ট্ৰদূতে তথাকথিত নৱজাৰ্মান সংস্কৃতিৰ লেখক সকলৰ কিছুমান কিতাপ জাতীয় পুঁথি-ভৰালত দান কৰিছিল। আমিও তাৰ উত্তৰত আচল জাৰ্মানী-হিটলাৰে নিষিদ্ধ কৰা জাৰ্মানীৰ বিষয়ে লিখা কিতাপ আমালৈ পঠিয়াবলৈ পাঠক সকলৈ আবেদন কৰিলো। মোৰ জীৱনত ই এটা গুৰুত্ব-পূৰ্ণ অভিজ্ঞতা। মোক প্ৰাণৰ ভয় দেখুৱা হল। বহুত সুন্দৰকৈ বন্ধা পেকেটৰ ভিতৰত লেতেৰাবস্তু সনা কিতাপ ভৰাই মোলৈ পঠিওৱা হৈছিল। কোনোবাই আকৌ "ডেৰ ষ্টুৰমাৰ" বোলা অশ্লীল এখন মাহেকীয়াৰ পুৰা সংগ্ৰহ পঠিয়ালে—যৌনবিকৃতি আৰু চেমিটিক জাতি-বিৰুদ্ধ সাহিত্যৰ ই নমুনা। ইয়াৰ সম্পাদক জুলিয়াচ ষ্টীচাৰক বহুত বছৰৰ মূৰত নুৰেমবাৰ্গত ফাঁচি দিয়া হৈছিল, এই শাস্তি তেওঁৰ প্ৰাপ্য আছিল। হেনৰিছ হাইনে, টমাচ মান, আনা চেসহাৰ্ছ আইনষ্টাইন, আৰ্ণল্ড জুইগ-ৰ কিতাপো আহিবলৈ ধৰিলে। এনেকৈ পাঁচশ কিতাপ হাতত পৰাৰ পিছত আমি সেইবোৰ লৈ জাতীয় পুঁথি-ভৰাললৈ গলো।

কিন্তু অবাক কাণ্ড! জাতীয় পুঁথিভৰালৰ তলা আমাৰ বাবে খোলা নহল।

আমি এটা ফন্দী পাঙিলো। আমি মাৰ্চ কৰি কিতাপবোৰলৈ ৰেভাৰেণ্ড নিয়েময়েলাৰ আৰু কাৰ্ল ভন ওছিয়েটস্কিৰ ফটো লৈ ইউনিভাৰ্ছিটীৰ বিশেষ হলঘৰত সোমালোগৈ। তেতিয়া তাত বিদেশমন্ত্ৰী ডন মিগুয়েল গ্ৰুছাগা টোকোৰ্নাল-ৰ সভাপতিত্বত কিবা এটা উৎসৱ চলি আছিল। কিতাপবোৰ আৰু ছবিবোৰ নি আমি সাৱধানে বক্তাৰ মঞ্চত থলোগৈ। আমি জিকিলো—কিতাপবোৰ গ্ৰহণ কৰা হল।

## ইচ্লা নেগ্রা

আৰু বেচি মনদি, আৰু উৎসাহ লৈ মই নিজকে লেখাত নিয়োজিত কৰিবলৈ থিৰাং কৰিলো। স্পেনৰ অভিজ্ঞতাই মোক আৰু শক্তি, আৰু সমল যোগালে। মোৰ কবিতাৰ ভিতৰি ভাৱটো এতিয়া শেষ হব লাগিব। "কুৰিটা প্ৰেমৰ কবিতাৰ আত্মদৰ্শন," "ৰেছিডেন্সিয়া এন লা টিয়েৰাৰ" বেদনাৰ্ত মনৰ থোকি বাথোকি এতিয়া শেষ হবলগীয়া হল। মোৰ এতিয়া বিশ্বাস হল যে সেই কবিতাবোৰ লিখোঁতে মনৰ গভীৰ পাতালপুৰীৰ শিলাখণ্ডত মই কবিতাৰ ফল্গু নদী থান্দিব পৰা নাছিলো, অকল কবিতাহে লিখিছিলো। মোৰ কবিতা আমাৰ লগসমনীয়াৰ কিবা কামত লাগিলনে? মানুহৰ সংগ্ৰামৰ ই হাতিয়াৰ হল নে? মই ইতিমধ্যেই বহুত অযৌক্তিক আৰু নঞাৰ্থক কবিতাৰ ৰাজ্যত অনাইবনাই ফুৰিলো, এতিয়া এখন্তেক ৰৈ, মানৱিকতাৰ ৰাজ্যত কেনেকৈ কবিতা হৈ সোমাম, তাক ভাবি চোৱাৰ সময় আহিল। সাম্প্ৰতিক সাহিত্যাই এনে কবিতাক বেআইনী বুলিছে, কিন্তু সাধাৰণ মানুহৰ আশা-আকাঙ্খাৰ মাটিত তাৰ শিপা পোতা আছে।

"কাণ্টো জেনাৰেল" বোলা কিতাপখনৰ কাম মই আৰম্ভ কৰিলো।

কাম কৰিবৰ বাবে মোৰ এডুখৰি ঠাইৰ দৰ্কাৰ হল। কোনেও নাম নজনা, সমুদ্ৰৰ মুখামুখি এটা শিলৰে সজা ঘৰ মই বিচাৰি ললো। ইয়াৰ নাম হল ইচ্লা নেগ্ৰা। ঘৰটোৰ মালিক জন স্পেনৰ মানুহ—বহুতদিনীয়া সমাজবাদী, ডন এলাডিও ছোৱিনো তেওঁৰ নাম। তেওঁ নিজে পৰিয়াল লৈ থাকিবলৈ সাজিলেও, ঘৰটো মোক বেচিবলৈ ৰাজী হল। মই কেনেকৈ কিনিম? পইচাৰ অভাৱত পৰিলো। কাণ্টো জেনোৰেলৰ এটা কাব্যিক ৰূপৰেখা মোৰ প্ৰকাশক সংস্থাৰ আগত দাখিল কৰিলো। সেই সময়ৰ প্ৰকাশক আছিল এডিটৰিয়াল আৰচিলা—তেওঁলোকে মোক বিমুখ কৰিলে। ১৯৩৯ চনত অইন এজন প্ৰকাশকৰ সহায়ত মই ইচ্লা নেগ্ৰাত মই কাম কৰিব পৰা ঘৰ হিছাবে পালো। এই প্ৰকাশক জনে টকা খিনি পোনেই ঘৰটোৰ গৰাকীক দিবলৈ মান্তি হল।

এটা মূল কবিতা লিখিবলৈ মোৰ মনটোৱে ছট্ফট্ কৰি আছিল। ঐতিহাসিক ঘটনা, ভৌগোলিক অৱস্থা, আমাৰ দেশৰ সাধাৰণ মানুহৰ জীৱন

আৰু তেওঁলোকৰ সংগ্ৰামক বিশ্ব-দৰবাৰত হাজিৰ কৰিবলৈ এনে এটা কবিতাৰ দৰ্কাৰ হৈ পৰিছিল। ইচ্‌লা নেগ্ৰাৰ বনৰীয়া উপকূল ভূমি, ইয়াৰ অশান্ত মহাসমুদ্ৰৰ ঢৌৱে মোৰ গান ৰচনাৰ উপযুক্ত ঠাই হৈছে বুলি মই ধৰি ললো।

## স্পেনৰ পৰা দুৰ্গত মানুহ আনিবলৈ যোৱা

কিন্তু জীৱনৰ বিচিত্ৰৰূপে মোক তেতিয়াই মোৰ বাহঁৰ পৰা আজুৰি উলিয়াই আনিলে।

স্পেনৰ পৰা মানুহ পলাই যোৱাৰ উৰা বাতৰি আহি চিলি পালেহি। ৫00,000 মানুহ—মতা, তিৰোতা, যুঁজাৰু আৰু সাধাৰণ নাগৰিকে ফৰাছী সীমান্ত পাৰ হৈছে। ফ্ৰান্সৰ প্ৰতিক্ৰিয়াশীল শক্তিবোৰৰ হেঁচাত পৰি লিওঁ ব্লামৰ চৰ্কাৰে তেওঁলোকক কনচেণ্ট্ৰেছন কেম্পত ভৰাইছিল—বেলেগ বেলেগ দুৰ্গ আৰু ফাটেকত সিচঁৰতি কৈ ৰাখিছিল—নহলে আফ্ৰিকাত থকা ফ্ৰান্সৰ তলতীয়া ছাহাৰা মৰুভূমিৰ কাষলৈ পঠিয়াই দিছিল।

চিলিতো অইন চৰ্কাৰ আহিছিল। স্পেনৰ মানুহৰ দুৰ্গতিয়ে চিলিৰ জনপ্ৰিয় শক্তিবোৰক সাহ যোগাইছিল। চিলিত এতিয়া প্ৰগতিবাদী চৰ্কাৰে ক্ষমতা পাইছিল।

চিলিৰ জনপ্ৰিয় ফ্ৰণ্ট চৰ্কাৰে মোক ফ্ৰান্সলৈ এটা মহৎ উদ্দেশ্যত পঠিয়াবলৈ থিৰ কৰিলে। জীৱনত ইয়াতকৈ মহৎ উদ্দেশ্যৰ কাম আৰু কেতিয়াও পোৱা নাই বুলি মই ভাবো। ফ্ৰান্সত জেলত থোৱা, স্পেনৰ মানুহবোৰক উলিয়াই তেওঁলোকক আমাৰ দেশলৈ—চিলিলৈ পঠিয়াব লাগিব। আৰু তেনেকৈয়ে আমেৰিকাৰ পৰা মোৰ কবিতাই অত্যাচাৰত জৰ্জৰিত আৰু বীৰত্বত শ্ৰেষ্ঠ এই দলবান্ধি পলোৱা মানুহসকলৰ মনত আশাৰ ৰূপালী ৰহন সঞ্চাৰিত কৰিব। মোৰ কবিতা হব আমেৰিকাৰ বৈষয়িক সাহায্যৰ সমান। স্পেনীয় মানুহক আশ্ৰয় দিলে আমেৰিকাৰ এটা বহুদিনীয়া ধাৰ সুজা হব।

সেই সময়ত মই প্ৰকৃততে পঙ্গু আছিলো, মাত্ৰ কেইদিনমানৰ আগতে ওপ্ৰাৰেছন এটা হোৱাত আৰোগ্য লাভৰ বাবে জিৰণি লৈছিলো—মোৰ এপদ্ৰ ভৰিত তেতিয়াও প্লাণ্টাৰ কৰা আছিল। এনে এটা মহান কামৰ ভাৰ পোৱাত মই তেনে অৱস্থাতে মোৰ আশ্ৰয়স্থল এৰি, ৰিপাব্লিকৰ প্ৰেছিডেণ্ট ডন পেড্ৰো এগুইৰে চাৰ্ডাৰ লগত দেখা কৰিবলৈ গলো, তেওঁ মোক সাদৰেৰে গ্ৰহণ

কৰিলে।—"হয়, আমাৰ ইয়ালৈ হেজাৰ হেজাৰ স্পেনৰ মানুহ লৈ আহক। আমি তেওঁলোকৰ সকলোকে কাম দিম। জালোৱা মানুহ আনক; বাস্কেছ, কেম্পিটল, এক্সট্ৰেমেডুৰ সকলো ঠাইৰ পৰা মানুহ আনক।"

কেইদিনমানৰ পিছতে মই চিলি এৰি স্পেনৰ মানুহ আনিবলৈ যাত্ৰা কৰিলো, তেতিয়াও মোৰ ভৰিত প্লাষ্টাৰ বন্ধা হৈ আছিল। মই এটা মহৎ উদ্দেশ্য লৈ গৈছিলো বুলি মোৰ নিয়োগপত্ৰত লিখা আছিল। স্পেনীয় অভিবাসী সকলৰ মই অভিবাসনৰ ভাৰপ্ৰাপ্ত কনছাল হৈছিলো। পেৰিছত চিলিৰ দূতাবাসত গৈ মই এই নিয়োগপত্ৰ দেখুৱালো।

আমাৰ দেশৰ চৰ্কাৰ, আৰু ৰাজনৈতিক অৱস্থা আগৰ নিচিনা নাছিল, কিন্তু পেৰিছৰ দূতাবাসত কোনো সলনি হোৱা নাছিল। তজবজীয়া দেখুৱাবলৈ পোছাক পিন্ধা আমাৰ কূটনীতিক সকলে কথাটো শুনি খঙত অগ্নিশৰ্মা হ'ল। এনেকৈ চিলিলৈ স্পেনৰ মানুহ পঠিয়াব খোজা কামটো তেওঁলোকে ভাল পোৱা নাছিল। ৰান্ধনিঘৰৰ ওচৰত, এচুকত মোক তেওঁলোকে এটা অফিচ পাতি দিলে। আৰু মোক যৎপৰোনাস্তি আমনি দিলে—এনেকৈ লিখিবলৈ এখন কাগজ দিবলৈকো মান্তি নহ'ল। ইতিমধ্যেই দূতাবাসৰ সমুখত সকলোৰে নেওচা খোৱা এমথা মানুহ আহি গোট খালেহি, এওঁলোকৰ মাজত যুদ্ধত আহত অভিজ্ঞ সৈনিক, আইনজীৱি, লেখক, নিজা ব্যৱসায় এৰি আহিবলগীয়া মানুহ, দক্ষ কাৰিগৰ সকলো আছিল।

মোৰ অফিচৰ কাষ চাপিবলৈকে তেওঁলোকে সাপে নেউলে ফন্দি ৰচিব লাগিছিল। অফিচটো চাৰিতলাৰ ওপৰত আছিল। দূতাবাসে এটা জঘন্য ফন্দী আটিলে—সিহঁতে লিফ্‌ট্‌ চলোৱা বন্ধ কৰি দিলে। স্পেনৰ মানুহ সকলৰ ভিতৰত বহুত আছিল যুদ্ধত আহত সৈনিক, আৰু বহুত আছিল আফ্ৰিকাৰ কনচেন্ট্ৰেচন কেম্পৰ পৰা বাচি অহা মানুহ। এওঁলোকে কষ্ট কৈ বগুৱাবাই মোৰ অফিচলৈ অহাৰ দৃশ্য দেখি মোৰ হিয়া ভাগি গৈছিল। কিন্তু নিষ্ঠুৰ অফিচাৰ বোৰে মোৰ অসুবিধাত আনন্দত খিকিন্দালি কৰিছিল।

## এটা ছয়তান

মোৰ জীৱনটো আৰু জটিল কৰিবলৈ, তেনেতে জনপ্ৰিয় ফ্ৰন্ট চৰ্কাৰে মোলৈ খবৰ পঠিয়ালে যে এজন চাৰ্জ ডা আফেয়াৰ্ছ-ক আমাৰ অফিচলৈ পঠোৱা

হৈছে। মোৰ বৰ আনন্দ হ'ল। দূতাবাসত এজন বিভাগীয় প্ৰধান থাকিলে, স্পেনীয় অভিবাসী সকলৰ অভিবাসনৰ বাটত পুৰণি দিনীয়া কূটনীতিক আমোলাতন্ত্ৰই যি বাধা-বিঘিনি ঘটাইছে, তাৰ হাত সাৰিব পাৰিম। পাঁচনে চশমা পিন্ধা, গাবে ছেন্ট লাজাৰ-ৰ পৰা ওলোৱা, কিতাপৰ পোক যেন চেহেৰাৰ ২৪।২৫ বছৰ বয়সীয়া ক্ষীণ ডেকা লৰা জন আহি পালে। আবেগত থোকি-বাথোকি লগোৱা, চোকা মাতেৰে তেওঁ মোক কলে যে—তেওঁ মোক মুৰুব্বি বুলি মানি লৈছে, আৰু যুদ্ধত পৰাজিত মহান মানুহ সকলক চিলিলৈ পঠিওৱা যেন তেওঁৰ একমাত্ৰ উদ্দেশ্য লৈ আহিছে। এজন নতুন সহকৰ্মী পাই মোৰ ভাল লাগিল, কিন্তু তেওঁক দেখি কিবা এটা - কাৰণে মোৰ অস্বস্তি হ'ল। মোৰ প্ৰতি তেওঁৰ অতি ভক্তি আৰু সজাগ আদৰ-সাদৰ সত্বেও তেওঁৰ চৰিত্ৰত কিবা এটা কপটতা আছে যেন পালো। পিছত মই জানিছিলো যে চিলিত জনপ্ৰিয় চৰ্কাৰ ক্ষমতালৈ অহাৰ পিছত তেওঁ বাট সলাই "নাইট্‌চ অব্ কলম্বাচ" বোলা জেছুইট পাদুৰী সকলৰ সংগঠনটো এৰি কম্যুনিষ্ট বুৰ আন্দোলনৰ এজন সভ্য হ'ল। তেতিয়া এই সংগঠনটোৱে লুভীয়াৰ দৰে যাকে তাকে সভ্য কৰি লৈছিল। তেওঁৰ বৌদ্ধিক গুণাৱলীত সকলো খুচি হ'ল। আবিলানো মাৰিনে নাটক আৰু প্ৰবন্ধ লিখিছিল। পণ্ডিতালী বক্তৃতা দিছিল, আৰু সকলো বিষয়ে নিজকে জনা-বুজা বুলি ধৰি দ্বিতীয় মহাযুদ্ধই আমাক লগ পাওঁ পাওঁ হৈছিলহি। প্ৰতি ৰাতি পেৰিছ-এ বোমা বৰ্ষণৰ বাবে বৈ আছিল। বোমাৰু বিমানৰ পৰা আত্মৰক্ষা কৰিবলৈ প্ৰতিটো ঘৰতে উপদেশ দিয়া আছিল। মোৰ নৈৰ পাৰৰ ভিলেনিজ-চাৰ-ছেইনৰ সৰু ঘৰটোলৈ মই প্ৰতিদিন গধূলি ঘূৰি গৈছিলো। প্ৰতিদিনা এই ঘৰ এৰি গধূৰ মনেৰে দূতাবাসলৈ গৈছিলো।

অহাৰ মাত্ৰ কেইদিনমানৰ ভিতৰতে আবিলানো মাৰিনে মই এতিয়ালৈকে নোপোৱা খাতিৰ পাবলৈ ধৰিলো। মই তেওঁক নেগ্ৰিন, আলভাৰেজ ডেল ভায়ো, আৰু স্পেনৰ আইন কেইজনমান নেতাৰ লগত চিনাকি কৰি দিছিলো। এসপ্তাহৰ ভিতৰতে এই নতুন বিষয়াজনে প্ৰায় সকলোৰে লগত হলিগলি কৰিবলৈ ধৰিলে। মই চিনিপোৱা স্পেনৰ নেতা সকলে তেওঁৰ অফিচৰ পৰা ওলোৱা-সোমোৱা কৰা হ'ল। তেওঁলোকৰ বহুপৰ ধৰি হোৱা কথাবাৰ্তাই মোৰ মনত খুচৰনি লগাইছিল। মাজে সময়ে তেওঁ মোক মাতি পঠিয়াইছিল —কৌতুহলৰ এটুকুৰা হীৰা—বা মাকৰ বাবে কিনা চুণী পাথৰ এডোখৰ

দেখুৱাবলৈ, আকৌ কেতিয়াবা এজনী খুব বচকী বগী ছোৱালীৰ লগত পেৰিছত কাবাৰে নাচ চাবলৈ যাওঁতে কেনেকৈ সাধ্যত কৈ বেছি টকা খৰচ কৰিব লগাত পৰিল—সেই বিষয়ে মোক কৈছিল। আৰিলেনো মাৰ্কন আৰাগ’ দম্পতিৰ বিশেষকৈ এলছাৰ প্ৰিয় বন্ধু হৈ উঠিল। সেই সময়ত কম্যুনিষ্ট বিৰোধী অত্যাচাৰৰ পৰা ৰক্ষা কৰিবলৈ এওঁলোক দুজনক দূতাবাসত ৰখা হৈছিল। এওঁলোকক ভালকৈ চাই চিতি ৰাখি, সৰু সুৰা উপহাৰ দি তেওঁ এই দম্পতিৰ প্ৰিয় পাত্ৰ হৈ উঠিল। বিশেষকৈ এলছা ত্ৰিওলেটৰ তেওঁ চিন্তাৰ বিষয় হৈছিল যেন লাগে, কাৰণ তেওঁৰ এখন নে দুখন উপন্যাসত তেখেতে এই মানুহজনৰ কথা উল্লেখ কৰিছিল।

লাহে লাহে মই উপলব্ধি কৰিলো যে তেওঁৰ বিলাসিতা টকা পইচাৰ প্ৰতি লোভ মোৰ চকুৰ আগতে দিনে দিনে বাঢ়িব লাগিছে, যদিও মোৰ চকু-কাণ কেতিয়াও তেনেকৈ খোলা নহয়। অতি সহজেই তেওঁ এখনৰ পিছত এখনকৈ নতুন গাড়ী কিনিব পাৰিছিল, সেই বান্ধৱীৰ দাবী পূৰণ কৰিবলৈ গৈ পগলাৰ দৰে দুইহাতে পইচা উৰাইছিল।

দেশ এৰি যাব খোজা ভগনীয়াৰ সকলৰ কিবা এটা কুটিল সমস্যাৰ মীমাংসা কৰিবলৈ মই এবাৰ ব্ৰুছেলছ লৈ যাবলগীয়া হলো। মই থকা সাধাৰণ হোটেলটোৰ পৰা ওলাবৰ সময়ত মোৰ নতুন সহকাৰী পৰিপাটী সাজ পিন্ধা আৰেলানো মাৰিনৰ লগত মোৰ দেখা হ’ল। তেওঁ মোক লৈ খুব বেছি বেছি কৰিলে, আৰু সেইদিনাই তেওঁৰ লগত ৰাতিৰ খোৱা খাবলৈ নিমন্ত্ৰণ জনালে।

তেওঁৰ হোটেলত আমাৰ আকৌ দেখা হল। এই হোটেলটো ব্ৰুছেলছত সকলোতকৈ দামী আছিল। টেবুলৰ ওপৰত সজোৱা আছিল দামী অৰ্কিড। কেভিয়াৰ বোলা মাংসৰ খোৱাবস্তু আৰু শ্যাম্পেনৰ তেওঁ অৰ্ডাৰ দিলে। খাবৰ সময়ত মই নিমাত আৰু চিন্তামগ্ন আছিলো—আৰু তেওঁৰ অপৰিমিত খৰচৰ আঁচনিবোৰৰ বিষয়ে—তেওঁ যাব খোজা প্ৰমোদ ভ্ৰমণ—কিনিব খোজা মণিমুকুতাবোৰৰ বিষয়ে শুনিব লগাত পৰিছিলো। মোৰ এনে লাগিল যেন বলিয়ালিৰ কেটামান লক্ষণ থকা, নকৈ ধনী হোৱা এজন মানুহৰ ফুৰ্টনি মৰা কথা মই শুনিছো। তেওঁৰ ভিতৰলৈকে বিন্ধি যোৱা চকুৰ চাৱনি, তেওঁৰ বিশুদ্ধ উচ্চাৰণ, সকলো মিলি হোৱা অৱস্থাত মোৰ ওকালি আহিব যেন লাগিছিল। কঠোৰ সিদ্ধান্ত লৈ খোলাখুলিকৈ তেওঁক মোৰ মনৰ ভাৱ জনাবলৈ

মই মনস্থ কৰিলো। তেওঁক কলো যে তেওঁৰ লগত মোৰ কথা আছে, আৰু তেওঁৰ কোঠাতে গৈ আমি কফি খামগৈ।

আমি ওপৰৰ তলালৈ উঠিবৰ সময়ত প্ৰধান চিড়িৰ তলত দুজন অচিনাকী মানুহ আহি তেওঁৰ কাষ চাপিল। তেওঁ স্পেনভাষাত তেওঁলোকক অলপ ৰবলৈ কলে, কেই মিনিটমানৰ ভিতৰতে তেওঁ তললৈ নামি আহিব বুলি জনালে।

তেওঁৰ কোঠাত সোমোৱাৰ পিছত মোৰ আৰু কফিৰ কথা মনত নাথাকিল। আমাৰ কথা-বাৰ্তা সহজ নহল। মই তেওঁক কলো, "তুমি ভুল বাট লৈছা। পইচা-পইচা কৈ বলিয়া হৈ পৰিছা। বোধহয় বয়স কম বাবে তুমি কথাটোৰ গম ধৰিব পৰা নাই। কিন্তু আমাৰ ৰাজনৈতিক দায়িত্বও গুৰুত্বৰ বিষয়। হেজাৰে হেজাৰে ভগনীয়াৰ মানুহৰ দায়িত্ব আমাৰ ওপৰত, আৰু এই কামটো পাতল বুলি আমি ভাবিব নালাগে। তোমাৰ নিজা কামৰ বিষয়ে মই একো নাজানো, কিন্তু তোমাক এমুঠি উপদেশ মই দিব খোজো। অসুখী বহুত মানুহে জীৱনৰ শেহলৈ আহি কয়—মোক কোনেও উপদেশ নিদিলে—কোনেও মোক সাৱধান কৰি নিদিলে—তুমি কিন্তু এই কথাটো কব নোৱাৰিবা। মোৰ কবলগীয়া কথাখিনি মই কলো, এতিয়া যাওঁ।"

বিদায় লবৰ সময়ত মই তেওঁৰ মুখলৈ চালো। চকুপানীৰে তেওঁৰ দুগাল তিতি মুখলৈ বাগৰি পৰিছিল। মই অনুতাপত জিবা কামুৰি ধৰিলো। তেওঁক কথাবোৰ বেচি বেয়াকৈ কলো নেকি? কাষলৈ গৈ কান্ধত হাত দি মই তেওঁক কলো, "নাকান্দিবা।"

"মই মাথো খঙত অগ্নিশৰ্মা হৈ হে কান্দিছো।" তেওঁ কলে।

আৰু এটাও কথা নোকোৱাকৈ মই ঘৰটোৰ পৰা ওলাই আহিলো। মই পেৰিছলৈ ঘুৰি আহিলো, তাৰ পিছত তেওঁক আৰু কেতিয়াও দেখা নাই। তলত বৈ থকা সেই মানুহ দুজনে মোক নামি অহা দেখি লৰালৰিকৈ ওপৰলৈ তেওঁৰ কোঠালৈ যাব ধৰিলে।

এই কাহিনীটোৰ সামৰণি পৰিব আৰু বহুত বছৰৰ মূৰত—মেক্সিকোত ভ্ৰমিতিয়া মই চিলিৰ কনছাল জেনাৰেল আছিলো। স্পেনীয় বিফ্যুজীৰ এটা দলে এবাৰ মোক তেওঁলোকৰ লগত এসাজ খাবলৈ নিমন্ত্ৰণ কৰিছিল—তেওঁলোকৰ ভিতৰত দুজনে মোক চিনি পালে।

মই সুধিলো, "আপোনালোকে মোক কেনেকৈ চিনি পালে?"

"ব্ৰুহেলছৰ সেইবাৰ আৰিলানো মাৰিনৰ খবৰ পৰা আপুনি নায়ি অহাৰ পিছত তেওঁৰ লগত দেখা কৰিবলৈ যোৱা মানুহ দুজন আমিয়ে আছিলো ।"

"অ', বাৰু তাৰ পিছত কি হল? মই সদায় সেই ঘটনাটোৰ বিষয়ে জানিবলৈ উৎসুক হৈ আছিলো ।"

তেওঁলোকে মোক এটা অসাধাৰণ ঘটনাৰ বিবৰণ দিলে। ভিতৰলৈ গৈ তেওঁলোকে দেখিলে যে চকুৰ পানীৰে তেওঁৰ গাল-মুখ ভিজা. কান্দিকাটি বিয়াকুল হৈ উচুপি-উচুপি তেওঁ কলে, "মই জীৱনত এনে চকু খোৱা কথা শুনো নাই। নেৰুডাক এতিয়াই ওলাই যোৱা দেখিলা। তোমালোক সাংঘাতিক স্পেনীয় কম্যুনিষ্ট বুলি তেওঁ গেষ্টাপোক খবৰ দিবলৈ গৈছে। মই কৈ-কৈ ও তেওঁক ৰখাব নোৱাৰিলো। তোমালোকে পলাই যাবলৈ মাত্ৰ কেই মিনিট মানহে সময় পাবা। তোমালোকৰ চুটকেচ কেইটা মোৰ তাত থৈ যোৱা। মই সেইবোৰ ভালকৈ চাম, আৰু পিছত তোমালোকলৈ পঠিয়াই দিম।"

মই চিঞৰি উঠিলো, "ছয়তান।" তথাপি ভাগ্য ভাল যে তোমালোকে মুঠতে জাৰ্মান বাহিনীৰ হাত সাৰিব পাৰিলা।

"হয়, কিন্তু চুটকেছ কেটাত নব্বই হেজাৰ ডলাৰ আছিল স্পেনীয় কৰ্মী সমিতিৰ এই টকাখিনি আমি আৰু কেতিয়াও চকুৰে নেদেখিলো।"

ইয়াৰ কিছুদিনৰ পিছত এই ছয়তান চৰিত্ৰৰ মানুহটোৱে তেওঁৰ পোৰিছৰ প্ৰেমিকাক লৈ দূৰ প্ৰাচ্যত দীঘলীয়া প্ৰমোদ ভ্ৰমণলৈ গৈছে বুলি মই খবৰ পালো। আৰু এটা কথা—পইচা থকুৱা তেওঁৰ বগী ৰূপহী প্ৰেমিকাটিক চৰৱ' বিশ্ববিদ্যালয়ৰ এটা বগা মটা লৰা বুলি জনা গল।

তাৰো পিছত—তেওঁ কম্যুনিষ্ট পাৰ্টিৰ সদস্য পদত ইস্তফা দিয়াৰ খবৰটো চিলিত জনাজাত হল। খবৰকাগজলৈ দিয়া এখন চিঠিত তেওঁ লিখিলে, "আদৰ্শবাদৰ বিষয়ে মত বিৰোধ তীব্ৰ হোৱাত মই এই সিদ্ধান্ত লবলৈ বাধ্য হলো।"

## এজন সেনাপতিৰ লগত কবি

পৰাজয় বা বন্দীত্বৰ পৰা মুকলি হৈ অহা প্ৰতিজন মানুহ যেন এখন এখন উপন্যাস—বেলেগ বেলেগ অধ্যায়। চকুপানী, হাঁহি, নিঃসঙ্গতা আৰু সৰু সুৰা কবিতাৰে ভৰা। কোনো কোনোটাই মোক অবাক কৰি পেলাইছিল।

বিমান বাহিনীৰ এজন সেনাপতিৰ লগত মোৰ এবাৰ দেখা হৈছিল, ওখ আৰু ক্ষীণ এই মানুহজন মিলিটাৰী একাডেমিত শিক্ষাপ্ৰাপ্ত আৰু পদক পোৱা মানুহ আছিল। স্পেনৰ মাটিত শিপাপোতা দুৰাকাংক্ষী এই মানুহ জন বুঢ়া হলেও কেণ্টিলৰ পপলাৰ গছবোৰৰ দৰে পোনহৈ পেৰিছৰ বাটত ফুৰিছিল। ফ্ৰাংকোৰ সেনাদলে ৰিপাব্লিকান অঞ্চলক ভগাই দুভাগ কৰাৰ পিছত এই সেনাপতি জনে ঘোৰ এন্ধাৰত গৈ প্ৰতিৰক্ষাৰ দিহা পৰিদৰ্শন কৰিব লগাত পৰিছিল, আৰু সেই সময়তে বহুত বেচি আদেশ দিব লগীয়া হৈছিল। এন্ধাৰ ৰাতি প্লেনৰ লাইট নুমাই শত্ৰুপক্ষৰ এলেকাৰ ওপৰেদি তেওঁ এৰোপ্লেন চলাই নিছিল। মাজে মাজেই ফ্ৰাংকোৰ বোমাৰু বন্দুকৰ পৰা তেওঁৰ প্লেনখন কোনোমতেহে সাৰি গৈছিল। কিন্তু ৰাতিৰ এন্ধাৰ আৰু তেওঁ সহিব নোৱাৰা হল। সেইবাবে তেওঁ ব্ৰেইলী পদ্ধতিত পঢ়া শিকিবলৈ ধৰিলে। আৰু অন্ধ মানুহৰ এই লিপি-পদ্ধতি শিকাৰ পিছত তেওঁ দুঃসাহসিক কামবোৰ কৰোতেও, এন্ধাৰত হাতেৰে কিতাপ পঢ়ি যাবলৈ ধৰিলে। তলত গৃহযুদ্ধৰ জুই আৰু দুখকষ্ট আৰু ধ্বংসলীলা অটুট হৈ ৰ'ল। জেনাৰেলে মোক কৈছিল যে তেওঁ এনেকৈ কাউণ্ট অব্ মণ্টিক্ৰিষ্টো পঢ়ি শেষ কৰিলে, আৰু মাত্ৰ দি থ্ৰী মাস্কেটীয়াৰ্ছ খন আৰম্ভ কৰিছিল— তেতিয়াই পৰাজয় আৰু নিৰ্বাসনে তেওঁৰ ব্ৰেইলী পদ্ধতিত ৰাতিৰ পঢ়াশুনা বন্ধ কৰিলে।

আৰু এটা গল্পই মোৰ মনত গভীৰ অনুভূতিৰ ঢৌৱে থোকিবাথোকি লগাইছিল। আণ্ডুলেছিয়ান কবি পেড্ৰো গাৰ্ফিয়াৰ কথা কৈছো—তেখেতৰ শেহৰ জীৱন স্কটলেণ্ডৰ কোনোবা জমিদাৰৰ দুৰ্গত নিৰ্বাসনত কাটিল। দুৰ্গটো একেবাৰে খালি আছিল, আৰু গাৰ্ফিয়া আছিল এজন ছটফটীয়া আণ্ডুলেছিয়াবাসী। তেওঁ সদায় থলুৱা সৰাইখানালৈ গৈ তাত বহি অকলে, নীৰৱে এগিলাছ বিয়াৰ খাইছিল। তেওঁ ইংৰাজী ভাষা নাজানিছিল, মাত্ৰ অথবী মানুহে কোৱা স্পেনীয় ভাষাৰ অলপ-অচৰপ হৈ জানিছিল। মইয়ো তেওঁৰ এনে কথাবোৰ বুজিবলৈ টান পাইছিলো। এই নিৰ্বাক গ্ৰাহকজনৰ প্ৰতি সৰাইখানাৰ মালিকৰ আগ্ৰহ জন্মিল, আৰু এৰাতি অইন গ্ৰাহকবোৰ গুচি যোৱাৰ পিছত তেওঁ এখন্তেক আৰু অলপ বহি যাবলৈ অনুৰোধ কৰিলে। আখলৰ কাষত বহি দুইয়ো নীৰৱে মদ খাই গল। জুইকুৰাৰ পৰা খৰিৰ ফটাফট শব্দই তেওঁলোকৰ মাজৰ নীৰৱতা ভঙ্গ কৰিছিল।

ইয়াৰ পিছত এই অনুৰোধ এটা নিয়ম হৈ পৰিল। স্ত্ৰীপুত্ৰৰ সংসাৰ নোহোৱা এই অকলশৰীয়া মানুহজনক গাৰ্ফিয়াই সঙ্গ দিবলৈ ধৰিলে। লাহে লাহে তেওঁলোকৰ ভ্ৰিবয়া দুখন মুকলি হল। গাৰ্ফিয়াই তেওঁক স্পেনীয় বন্ধুৰ বিষয়ে কলে। চিঞৰি, শপত খাই, গালি পাৰি প্ৰকৃত এজন আণ্ডু-লেছিয়ান মানুহৰ দৰে তেওঁ মনৰ ভাৱ বুজালে। অইন মানুহজনে এটা কথাও নুবুজাকৈ নীৰৱে চব শুনি গ'ল।

স্কট মানুহজনে এইবাৰ তেওঁৰ দুখৰ কথা বোধহয় শুনালে। তেওঁক এৰি থৈ যোৱা ঘৈণীয়েকৰ কথা, আৰু পুতেকহঁতৰ অত্যাচাৰৰ কথা তেওঁ কৈছিল। জুইশালৰ কাষত বেৰাত মিলিটাৰী ইউনিফৰ্ম পিন্ধা পুতেকহঁতৰ ফটোবোৰ তেওঁ আৰি থৈছিল। মই "বোধ হয়" বুলি কৈছো, কাৰণ মাহৰ পিছত মাহ, এনেকৈ কথাবাৰ্তা হোৱাৰ পিছতো গাৰ্ফিয়াই মানুহজনৰ এটা কথাও বুজি পোৱা নাছিল।

তথাপি, দিনে দিনে এই অকলশৰীয়া মানুহ দুজনৰ মাজত বন্ধুত্ব আৰু গভীৰ হৈ উঠিল। প্ৰত্যেকে নিজৰ কথাখিনি অইনজনে বুজি নোপোৱা নিজৰ ভাষাত কৈ মন পাতলাইছিল। প্ৰতি নিশা দুইয়ো দুইকো লগ পোৱা, আৰু প্ৰায় ৰাতিপুৱা লৈকে কথা পতা তেওঁলোকৰ দৰ্কাৰী কাম হৈ পৰিল।

গাৰ্ফিয়াক আকৌ যেতিয়া মেক্সিকোলৈ ঘুৰাই অনা হল, তেওঁলোকে দুই দুইৰে পৰা বিদায় ললে। মদ খাই, কথা পাতি, উচুপি কান্দি দুইয়ো দুইকো আকোৱালি ধৰিলে। তেওঁলোক দুয়োকে ইমান টানকৈ একেডাল সুতাৰে বান্ধি ৰখাৰ শক্তিটো আছিল দুইয়োৰে নিঃসঙ্গতা।

মই প্ৰায়ে কবিক সুধিছিলো, "পেড্ৰো, তেওঁনো তোমাক কি কৈছিল বুলি তুমি ভাবা ?"

"পাৰলো, মই তেওঁৰ কথাৰ এটা বৰ্ণও বুজি পোৱা নাছিলো, কিন্তু তেওঁৰ কথাবোৰ শুনিবৰ সময়ত সেইবোৰ বুজি পাইছো বুলি মোৰ দৃঢ় বিশ্বাস হৈছিল। আৰু তেনেকৈয়ে, মই কথা কলে তেওঁ যে মোৰ কথাবোৰ বুজিছিল সেই বিষয়েও মই নিশ্চিত।"

## উইনিপেগ

এদিন ৰাতিপুৱা মই গৈ দুতাবাস পোৱাৰ লগে লগে কৰ্মচাৰী সকলে এখন দীঘল টেলিগ্ৰাম মোক দিলে। সকলোৱে মিচিকিয়াই হাঁহি আছিল।

অইনদিনা কিন্তু মোক দেখিলে তেওঁলোকে এবাবি মাতো নিদিছিল। এই টেলিগ্ৰামখনত তেওঁ নিশ্চয় কিবা এটা আছে যাৰ বাবে সিহঁতে ইমান আনন্দ পাইছে।

টেলিগ্ৰামখন চিলিৰ পৰা অহা। প্ৰেছিডেণ্ট ডন পেড্ৰো এগুইৰো চাৰ্ডাই মোক আগতেই কৈ পঠিয়াইছিল যে চিলিৰ পিনে যাবলগীয়া এখন জাহাজত স্পেনৰ নিৰ্বাসিত মানুহবোৰক তুলি চিলিলৈ পঠিয়াই দিব লাগে।

কিন্তু এতিয়া এই টেলিগ্ৰামখন পঢ়ি মই আচৰিত হৈ গলো। তাত লিখা আছে যে তেওঁ সেই ৰাতিপুৱাই স্পেনৰ পৰা দেশান্তৰী হোৱা মানুহবোৰক মই চিলিলৈ নিম বুলি খবৰ পাইছে। এই আচহুৱা খবৰটো যে সঁচা নহয়, তেওঁ মোক ততালিকে জনাবলৈ কৈছে।

মোৰ বাবে এই টেলিগ্ৰামখন অতি অভদ্ৰ আছিল। দেশান্তৰ হব খোজা মানুহখিনিক গোটাই মেলি লৈ, তেওঁলোকক জাৰি-জোকাৰি বাচি লৈ ঠিক কৰাটো বৰ টান আৰু মোৰ অকলশৰীয়া কাম আছিল। ভাগ্যক্ৰমে স্পেনৰ ৰিপাব্লিক চৰ্কাৰে মোৰ কামটোৰ মোল বুজিছিল। তথাপি নিতৌ নতুন আৰু হঠাৎ হঠাৎ ওলোৱা বাধাবোৰে আমাক জুৰুলা কৰিছিল। ইতিমধ্যে শ শ বিফ্যুজীয়ে ফ্ৰান্স আৰু আফ্ৰিকাৰ কনচেণ্ট্ৰেছন কেম্প এৰি চিলিলৈ যাবলৈ গোট খালেহি।

নিৰ্বাসিত ৰিপাব্লিকান চৰ্কাৰে কোনোমতে উইনিপেগ বোলা এখন জাহাজ কিনিলে। বেচি মানুহ যাবপৰাকৈ ইয়াক অলপ সলনি কৰা হল। এতিয়া বোৰ্ডোৰ কাষৰ এটা সৰু বন্দৰত ট্ৰম্পেলুপ বোলা ঠাইত নোঙৰ কৰি বান্ধি থোৱা হৈছে।

মই কি কৰা উচিত? এই জৰুৰী আৰু সময় খৰচ কৰি কৰা কামটো, দ্বিতীয় মহাযুদ্ধ লাগো লাগো হোৱা সময়ত মোৰ বাবে জীৱনত সকলোতকৈ সন্মানৰ ঘটনা। অত্যাচাৰিত মানুহসকলালৈ আগবঢ়াই দিয়া মোৰ হাতখনে তেওঁ লোকক মুক্তিৰ পথ দেখুৱাইছিল। এতিয়া এই টেলিগ্ৰামখনে আমাৰ দেশৰ আছল ৰূপটো সকলোকে দেখুৱাই দিলে। আমাৰ দেশে তেওঁলোকক পোহপাল দিবলৈ, তেওঁলোকক আদৰি নিবলৈ বৈ আছিল। প্ৰেছিডেণ্টৰ কথাই এই সপোন ভাঙি চুৰমাৰ কৰিলে।

মই নোগ্ৰিনৰ লগত এই বিষয়ে কথা কব খুজিলো। প্ৰেছিডেণ্ট জুৱান নেগ্ৰিন, মন্ত্ৰী আলভাৰেজ ডেল ভায়ো আৰু স্পেনৰ ৰিপাব্লিকান চৰ্কাৰৰ

কেইজনমান সভাৰ লগত কথা হোৱাৰ মোৰ সৌভাগ্য হৈছিল। নেগ্ৰিনৰ চৰিত্ৰই মোৰ সকলোতকৈ মনত ৰাখিবলগীয়া যেন লাগিছিল। কিন্তু নেগ্ৰিন আছিল মহানগৰীয়া, বা অন্ততঃ য়ুৰোপীয় মেজাজৰ। তেওঁ জিপজিগত পঢ়াশুনা কৰিছিল, আৰু য়ুনিভাৰ্ছিটীৰ শিক্ষাও পাইছিল। নিৰ্বাসিত চৰ্কাৰৰ এটা লাহেকিয়া পাতল ভাৱমূৰ্তি তেওঁ ৰাখিব পাৰিছিল।

আমি কথা পাতিলো। মই তেওঁক ঘটনাটো বুজাই কলো। প্ৰেছিডেণ্টৰ অদ্ভুত টেলিগ্ৰামখনৰ কথাও জনালো। নিৰ্বাসিত মানুহবোৰক সপোন দেখা আশ্ৰয় দাতা বুলি আশা দি মই এতিয়া কথাবাহী ঠগবাজ হলো বুলি তেওঁক বুজালো। সমস্যাটোৰ তিনিটা সমাধানৰ পথ মই দেখুৱালো। প্ৰথমটো হল—যদিও বৰ ঘিন লগা প্ৰস্তাৱ—খোলাখুলিকৈ ঘোষণা কৰা যে স্পেনীয় মানুহক চিলিত বসতি দিবলৈ কৰা আয়োজন বন্ধ কৰা হল। দ্বিতীয়টো হল—এটা নাটকীয় উপায়—এই সিদ্ধান্তৰ বাজহুৱা প্ৰতিবাদ জনাই নিজৰ মূৰত গুলি মাৰি মূৰৰ খুলি উৰাই দিয়া—আৰু তৃতীয়টো হল ভেম দেখুৱা—মানুহখিনিক জাহাজত তুলি লৈ, তেওঁলোকক লগত লৈ গৈ, আগপিছ নভবাকৈ কাৰো আদেশ-পাতি নমনাকৈ ভালপেৱাইজোত গৈ ওলোৱা।

নেগ্ৰিনে হাতলবালা চকীত বহি পিছপিনে হেলান দি প্ৰকাণ্ড চিগাৰটো হুপিবলৈ ধৰিলে। তাৰ পিছত বিষণ্ণ হাঁহি এটা মাৰি মোক সুধিলে টেলিফোন কৰি সুধি নাচাই কিয় ?"

তেতিয়াৰ দিনত ইউৰোপ আৰু আমেৰিকাৰ মাজত টেলিফোনত কথা পতা বৰ কণ্টকৰ আছিল, কেতিয়াবা বহুত ঘণ্টা বৈ থাকিব লগা হৈছিল। কাণফলা চিঞৰ আৰু হঠাৎ হঠাৎ নুশুনা হোৱাৰ পিছত বিদেশমন্ত্ৰীৰ মাতটো যেন বহুত দূৰৰ পৰা ভাহি অহা যেন মই শুনিবলৈ পালো। ভঙা ভঙা কথাৰে, প্ৰতিটো কথাকে কুৰি বাৰ মান আওৰোৱাৰ পিছত, কাণত তাল মৰাকৈ, দুইয়ো দুইৰো কথা শুনিছোনে নাই নজনাকৈ, যেন সাগৰৰ গৰ্জনহে শুনিছো তেনেকৈ মই মন্ত্ৰী ওৰ্টেগাক বুজাব পাৰিলো যেন লাগিল—যে মই প্ৰেছিডেণ্টৰ আদেশ নামানো। মই যেন তেওঁক কোৱাও শুনিলো যে পিছদিনালৈকে যেন মই ৰখো।

স্বাভাৱিকতে, পেৰিছৰ সৰু হোটেলটোত সেই ৰাতিটো মোৰ বৰ চিন্তাত কাটিল। পিছদিনা আবেলি মই জানিলো যে চিলিৰ বিদেশমন্ত্ৰীয়ে পদত্যাগ কৰিছে। মই ক্ষমতাপত্ৰ কিৰাই দিলেও তেওঁ তাক গ্ৰহণ নকৰে। মন্ত্ৰীসভা খন

হেলেকপেলেক কৰিছে, আৰু আমাৰ মহৎ প্ৰেছিডেণ্টে বাহিৰৰ চাপত ভাঙি পৰিব খোজা ক্ষমতা আকৌ লাভ কৰিলে। নতুনকৈ পঠিওৱা টেলিগ্ৰাম এখনত আগৰ আদেশ নাকচ কৰি আকৌ নতুনকৈ দেশান্তৰী হব খোজা মানুহবোৰক নিয়াৰ দিহা কৰিবলৈ কোৱা হল।

অৱশেহত আমি তেওঁলোকক উইনিপেগ বোলা জাহাজত তুলি দিব পাৰিলো। গিৰিয়েক, ঘৈণীয়েক, মাকবাপেকৰ লগত লৰাছোৱালীৰ—যিসকলৰ বহুতদিন ধৰি দেখা হোৱা নাছিল আৰু য়ুৰোপ আফ্ৰিকাৰ বেলেগ বেলেগ ঠাইত আঁতৰি আছিল এই জাহাজত উঠিবৰ সময়ত তেওঁলোকৰ বহুতৰ মিলন হল। বৈ থকা ভিৰৰ পৰা মানুহে এখনকৈ ট্ৰেন আহিলেই সমুখলৈ এছাৰ খাই পৰিছিলহি। ট্ৰেনৰ খিড়িকীয়েদি মূৰবোৰ ওলোৱাৰ আগতে তেওঁলোকে দৌড়ি গৈ, চিঞৰি, উচুপি, নিজৰ মৰমৰ আপোন মানুহ খিনিক বিচাৰি উলিয়াইছিল। এনেকৈয়ে অৱশেহত সকলোৱে জাহাজত উঠিল। জালোৱা, চহা, হজুৱা, বুদ্ধিজীৱি, শক্তি, বীৰত্ব আৰু কঠোৰ পৰিশ্ৰম কৰা সকলো মানুহৰ নমুনা এওঁলোকৰ ভিতৰত আছিল। মোৰ কবিতাই তেওঁলোকক এখন দেশ বিচাৰি দিলে—সংগ্ৰামত সি জয়ী হল। গৰ্বত মোৰ বুকুখন ভৰি উঠিল।

এখন খবৰৰ কাগজ কিনি লৈ মই ভিলেনেজ ছেইনৰ ৰাস্তাবোৰত টহল দিবলৈ ধৰিলো। এটা পুৰণি দুৰ্গ পাৰ হৈ গলো। ধ্বংসাৱশেষটো আঙুৰ ফলৰে তেজৰঙা হৈ আছিল। আৰু কিছুমান ধোৱাবৰণীয়া স্তম্ভই আকাশলৈ মূৰ পোনাই থিয় দি আছিল। বহুত শতাব্দীৰ আগতে ৰনচাৰ্ড আৰু প্লেলেডৰ কবি সকলে পাথৰ আৰু মাৰ্বেলৰ ওপৰত সোণচৰোৱা আখৰেৰে এই প্ৰাচীন দুৰ্গটোতে লিখি থৈছিল। সেই কবিতাবোৰে এতিয়া মোৰ মনত কল্পনাৰ ৰহণ চৰালে। খবৰৰ কাগজখন খুলি চাই মই জানিলো যে সেই দিনাই দ্বিতীয় মহাযুদ্ধ আৰম্ভ হল। পুৰণিকলীয়া মানুহে পাহৰি যোৱা গাওঁখনত ক'লা চিয়াঁহিৰে ডাঙৰ আখৰেৰে লিখা খবৰটো দেখি কাগজখন মোৰ হাতৰ পৰা খহি মাটিত পৰিল।

যুদ্ধ যে লাগিবই, তাক সকলোৱে জানিছিল। হিটলাৰে এখন এখনকৈ ঠাই গ্ৰাস কৰিব ধৰিছিল। ইংৰাজী আৰু ফৰাছী ৰাজনীতিজ্ঞ সকলে ভেওঁক আৰু বেচি চহৰ, বেচি গাওঁ আৰু মানুহ ভেটি দিবলৈ তথানবা ছিঙি দৌৰিছিল।

প্ৰকাণ্ড এচপৰা ক'লা ধোঁৱাই যেন বৰ বিপদৰ দৰে মানুহৰ বিবেকক ঢাকি পেলাইছিল। পেৰিছত মোৰ ঘৰৰ খিড়িকীৰে চাই লা ইনভেলিড-ত প্ৰথম সেনাদল যুদ্ধক্ষেত্ৰলৈ যাবলৈ ওলোৱা দেখিছিলো—দলটো চেঙেলীয়া লৰাৰ—সিহঁতে ভালকৈ সৈন্যৰ সাজটোকে পিন্ধিবলৈ তেতিয়াও শিকা নাছিল—কিন্তু মৃত্যুৱে হাঁকৈ মেলি থকা মুখলৈ পোনাই খোজ লব লগাত পৰিছিল।

এই যুদ্ধযাত্ৰাটো বিষাদৰ দৃশ্য আছিল, কোনেও বেজাৰ ভাৱ লুকাব পৰা নাছিল। সকলোৱে যেন জানে যুদ্ধত হাৰিবই, কিন্তু মুখেৰে তাক প্ৰকাশ কৰা নাছিল। উগ্ৰ-জাতীয়তাবাদী দলবোৰে ৰাস্তাত টহল দি প্ৰগতিবাদী বুদ্ধিজীৱিক চিকাৰ কৰি ফুৰিছিল। সিহঁতৰ মনত হিটলাৰ অনুগামী লাভালবোৰ শত্ৰু নহয়, শত্ৰু হল ফৰাছী জাতিৰ শ্ৰেষ্ঠ চিন্তাবিদ সকলহে। আমাৰ দূতাবাস খনতো বহুত সলনি হৈছিল। আমি মহৎ কবি লুই আৰাগ'-ক তাত সাদৰি ললো, তেওঁ তাত চাৰিদিন আছিল, আৰু এই চাৰি দিনেই দিনে ৰাতি লিখি কটাইছিল। "অদৃশ্যৰ যাত্ৰী" বোলা কিতাপখন তেওঁ চিলিৰ দূতাবাসতে লিখি শেষ কৰিছিল। পঞ্চম দিনা যুদ্ধৰ সাজ পিন্ধি তেওঁ যুদ্ধক্ষেত্ৰলৈ যাত্ৰা কৰিলে। জাৰ্মানৰ বিৰুদ্ধে যুঁজা এইখন তেওঁৰ দ্বিতীয় যুদ্ধ।

সেই বিভীষিকাময় দিনবোৰত য়ুৰোপীয় মানুহৰ সংকল্পৰ শিথিলতা দেখি মই অবাক হলো, আৰু লাহে লাহে সেইটো দেখি আৰু বেয়া নলগা হল। "লাগাতাৰ" বিপ্লৱ বা ভূমিকম্পৰ দৰে ধাহিমুহি নিয়া ঘটনা তাত বিৰল, কিন্তু যুদ্ধৰ বিষাক্ত বাষ্পৰে আমি উশাহ নিশাহ লোৱা বায়ু আৰু খোৱা ৰুটীক বিষাক্ত কৰিবলৈ সিহঁত পিছহোঁহকা নাছিল। সকলো সময়তে মানুহৰ মনত বোমা বৰ্ষণৰ ভয় আছিল। প্ৰতি ৰাতি ব্লেক আউট কৰি ৰখা হৈছিল। আৰু ৭০ লাখ মানুহে এই এন্ধাৰৰ কালিমা সহিছিল। পেৰিছ হল পোহৰৰ চহৰ—এন্ধাৰে যেন তেওঁলোকৰ অন্তৰো এন্ধাৰ কৰি পেলালে। কথাটোৱে মোক বৰ ভৱাইছিল যাৰে এতিয়াও মনত আছে।

মোৰ জীৱনৰ এই চোৱা সময়ৰ পিছত আকৌ মনো জগতৰ নতুনকৈ ধৰা পৰা ঠাইত অকলশৰীয়া হৈ পৰিলো, যেন ইমানদিনৰ সুদীৰ্ঘ যাত্ৰা মোৰ জীৱনত এটা অপচয় কৰা অধ্যায়হে। মনত জীয়াতু-যাতনা ভোগ কৰিবলৈ

ধৰিলো—যেন দ্বিতীয়বাৰ মই নিঃসঙ্গ হলো—সৃষ্টি ৰহস্যৰ ভয়লগা পাতনিত, জন্ম যন্ত্ৰণাৰ বিষত, অতীন্দ্ৰিয় ভীতিৰ পৰা মোৰ আগৰ কবিতাবোৰৰ জন্ম হৈছিল—যেন তাৰ পৰা আঁতৰি গৈ নৱচেতনাৰ এটা নতুন সৃষ্টিৰ গধূলিত মই উপস্থিত হলোগৈ। মই কোনপিনে যাওঁ? কোনপিনে ঘূৰোঁ? কি উদ্দেশ্যত নীৰৱ হৈ থাকিম, নিশাহ লবলৈ এডোখৰ ঠাই বিচাৰি লম? বস্তিটো নুমাই গল—এন্ধাৰে ওপৰৰ পৰা তললৈ, ভিতৰৰ পৰা বাহিৰলৈ বিয়পি গল। বৰ যতনেৰে সজা মোৰ মনৰ মন্দিৰটোত এন্ধাৰৰ শূন্যতাৰ বাহিৰে যেন মই আৰু একো দেখা নাই।

আৰু তথাপি, তাৰ মাজেদি, মোৰ যিটো প্ৰাণ-প্ৰিয়, সৰ্বকালৰ মূলতত্ব, সকলোতকৈ সৰ্বব্যাপী, একেবাৰে আশাতীত, ই যেন প্ৰথমবাৰ আহি মোৰ চকুৰ আগত দেখা দিলেহি। গোটেই জগতখনৰ কথাকে মই ভাবিছো কিন্তু মানুহকে বাদ দিছো, মই নিষ্ঠুৰৰ দৰে কষ্ট দি মানুহৰ অন্তৰক খুচিয়াইছো, তেওঁৰ যন্ত্ৰণাৰ কথা ভবা নাই। চহৰ মই দেখিছো—কিন্তু শুদা চহৰখনহে দেখিছো। কাৰখানাবোৰৰ কৰুণ অস্তিত্ব মই দেখিছো—কিন্তু এইবোৰৰ চালৰ তলত, বাটেপথে, ৰেলৰ ষ্টেচনত, চহৰ-গাঁৱত উপচি পৰা দুখ-বেদনা মই দেখা নাছিলো।

স্পেনৰ গীটাৰ গুলি লাগি ছিঙিল; সঙ্গীত নহয় ইয়াৰ পৰা যেতিয়া হোলোকা হোলোকে তেজ ওলাল, মানুহৰ দুখ দুৰ্দশাৰ মাজত ভুতে পোৱাৰ দৰে মোৰ কবিতা আওমৰণত মৰিল। তেজ আৰু মঙহ তাৰ উগাৰত ওলাল। আৰু তেতিয়াৰ পৰা মোৰ বাট সকলো মানুহৰ বাটৰ লগত মিলিল। হঠাৎ মই অনুভৱ কৰিলো যে নিঃসঙ্গতাৰ অতলৰ পৰা মই আকৌ আকাশলৈ উঠিছো—মানুহৰ পিনে মন দিছো। এই মানুহ সকলৰ তৰোৱাল তেওঁলোকৰ হাতৰ হাঁচটি হৈ মোৰ নম্ৰ কবিতাই জীয়াই থাকিব খুজিলে। এওঁলোকৰ সীমাহীন দুখ দুৰ্দশাত, টোপালে-টোপালে পৰা ঘাম মুচি খাদ্য পানীয়ৰ বাবে কৰা যুদ্ধত তেওঁলোকৰ হাতৰ হাতিয়াৰ হব খোজে।

তাৰ পিছত যেন মোৰ মনৰ মহাকাশখন মেল খালে। —গভীৰ আৰু চিৰস্থায়ী হৈ মুকলি হল। আমি এতিয়া পোনকৈ মাটিত ভৰি পুতিছো। আৰু মাটিত ওপজা সকলো বস্তুকে নিজৰ কৰি লবলৈ হাবিয়াস কৰিছো। আমি কোনো ৰহস্য নাজানো, কাৰণ আমি নিজেই একো একোটা ৰহস্য। মোৰ কবিতা অসীম আকাশলৈ বিয়পি যোৱা আকাশ এখনৰ বস্তুবাদী অংশ

সাগৰৰ তলেদি, এনেকি মহাপৃথিবীৰ পাতালৰ মনোমোহা সুন্দৰ গছলতাবোৰ লৈকে সোমাব লাগিছে। দিনৰ পোহৰত সূৰ্যৰ কিৰণৰ লগত কথা পাতিছে, আই ধৰিত্ৰীয়ে কোলাত লুকাই থোৱা মণিমুকুতাৰ খনিবোৰ লুৰুকিছে, শৰতৰ শোভা আৰু মানুহৰ লগত থকা সম্পৰ্কটো আকৌ পাতিবলৈ লৈছে। বতাহ সেমেকি যায়। বিৰতিৰ মাজে মাজে জিলিকি উঠা বিজুলি আৰু ঢেৰেকনিয়ে মনত ভয় জন্মায়। বাহিৰৰ পৰা দেখা নোপোৱা, দিনযাপনৰ সত্তা শব্দতকৈ বেলেগ এটা ভাষা দিগন্তত জন্ম হব ধৰিছে। মোৰ কবিতাৰ অন্তৰৰ ভিতৰৰ অন্তৰৰ পৰা এখন নতুন মহাদেশে চকু মেলি চাব ধৰিছে। বছৰৰ পিছত বছৰ ধৰি মই এই মহাদেশখনৰ মাটি সমান কৰিব ধৰিছো—এই ৰাজ্যক ভাগে ভাগে সজাই, সাগৰৰ পাৰৰ ৰহস্যময় বালিয়া মাটিত খোজ কাঢ়ি, ইয়াৰ ঢৌবোৰক হাতেৰে নিমজ কৈ নিচুকাই, ইয়াৰ জীৱ জগত আৰু ভূ-প্ৰকৃতিৰ বিষয়ে জানি—মই বছৰৰ পিছত বছৰ এন্ধাৰ, নিজান, অকলশৰীয়া জীৱন কটাইছো।

# মেক্সিকো—ফলেফুলে ঠন ধৰা—কিন্তু কাঁইটীয়া।

আমাৰ চৰ্কাৰে মোক এইবাৰ মেক্সিকোলৈ পঠালে। বহুত বেদনাভৰা অভিজ্ঞতা আৰু বিশৃংখল স্মৃতিয়ে মোৰ মনটো ভাঙি পেলাইছিল। ১৯৪০ চনত সেইয়ে মই আলফছোঁ ৰেয়েছ-এ নিৰ্মল বায়ুৰ দেশ বুলি বৰ্ণোৱা আনাহুৱেক মালভূমিত সেই বতাহ খাবলৈ আহিলো।

মেক্সিকো—ইয়াৰ কাঁইটীয়া মধুৰী আম আৰু সাপখোপেৰে ভৰা, মেক্সিকো ফলে ফুলে ঠন ধৰি উঠা কিন্তু কাঁইটীয়া; শুকান কিন্তু হাৰিকেন নামৰ ধুমুহা-বতাহত ক্ষত-বিক্ষত; ইয়াৰ প্ৰাকৃতিক সীমাৰেখা আৰু তাৰ ৰং ৰস হল ভয়ংকৰ। আগ্নেয়গিৰিৰ অগ্ন্যুৎপাত আৰু সৃষ্টিৰ মহিমাত ই নৃশংস। ইয়াৰ যাদু আৰু অসাধাৰণ পোহৰৰ উজ্জ্বলতাই মোৰ চকুত চাঁত মাৰি ধৰিলে।

বছৰৰ পিছত বছৰ ধৰি মই মেক্সিকো ভ্ৰমণ কৰিলো। —ইয়াৰ প্ৰতিখন বজাৰলৈ গলো, কাৰণ মেক্সিকোক চিনি পাবলৈ হলে বজাৰতে চিনিব পাৰি। চিনেমাৰ কৰ্কশ কণ্ঠৰ গান বা দাড়িওৱালা, পিস্তলধাৰী, চমব্ৰেৰো নামৰ টুপি পিন্ধা মেক্সিকো দেশৰ মিছা বেশধাৰী মানুহৰ মাজতো মেক্সিকো নাই। তেজৰঙা জিকমিকোৱা নীলা-সেউজীয়া বৰণৰ গাতলোৱা চাদৰৰ দেশ হল মেক্সিকো। মাটিৰ চৰিয়া আৰু কলহৰ দেশ এই ঠাইখন ফলৰ দেশও—কাটি খুলি ৰখা ফলত মাখিয়ে ভনভনাই আছে। ইয়াৰ অসংখ্য গাওঁত ইস্পাতৰ দৰে নীলা শ-শ বছৰীয়া পুৰণি গছলতাত হালধীয়া কাঁইটে ভৰি আছে।

পৃথিৱীৰ ভিতৰতে সকলোতকৈ ধুনীয়া এই বজাৰবোৰত সকলো ৰকমৰ বস্তু কিনিবলৈ পোৱা যায়। ফল, উলৰ কাপোৰ, কানি, মাটিৰে সজা কাঁহিবাটি—এইবোৰ মেক্সিকোৰ মানুহৰ উৰ্বৰ আৰু প্ৰাচীন শিল্প মানসত, আৰু হাতৰ কামত অপৰূপ পাৰ্গতালিৰ চিনাকি দিয়ে।

মই যেন মেক্সিকোত উটি ভাহি ফুৰিলো, ইয়াৰ সাগৰৰ পাৰত অনাই বনাই ফুৰিলো। থিয় উপকূলত অবিৰাম উজ্জ্বল বিজুলীৰ জিলিকনি দেখিলো। চিনালোৱা পৰ্বতৰ টপলোবাম্পো-ৰ পৰা মই নামি আহিছো। নামবোৰ এই

পৰ্বাণ গোলাৰ্দ্ধত বৰ অদ্ভুত। প্ৰায় দেৱতাৰ সমান নিষ্ঠুৰ মানুহ জাতিয়ে যেতিয়া মেক্সিকো শাসন কৰিবলৈ ওলাল তেতিয়া এই টান নামবোৰ দেৱতা সকলে দি পঠিয়ালে। ৰহস্যময়, ৰাজোচিত আদিম প্ৰভাতৰ এই দেশখন মই ভ্ৰমণ কৰিলো। চনৰা আৰু ইউকাটান, আনেছ্‌য়াল—এই সকলোবোৰ ঠাই যেন ঠাণ্ডা এটা চুলাহে। মাটিৰ সকলো ৰং-বৰণ লৈ ভৰপূৰ হৈ আছে। নায়াৰিটৰ পৰা মিচোৱাকান লৈ ঘূৰিলো—জানিটিজো দ্বীপৰ খোৱা এইবোৰ ঠাইৰ পৰা দেখা যায়। জালিস্কো-ৰ পৰা ভাঁহি অহা শস্য; নতুনকৈ ওপজা আগ্নেয়গিৰি পাৰকুটান'ৰ পৰা ওলোৱা গন্ধকৰ গোন্ধৰ লগত পাটজকুৰাও হ্ৰদৰ পৰা ভাঁহি অহা কেঁচা মাছৰ গোন্ধ মিহলি হৈ গৈছিল। বয়স আৰু সভ্যতা, ইয়াৰ সঙ্গীত আৰু ভূপ্ৰকৃতি সকলো মিলি মেক্সিকো এখন যাদুৰ দেশ, অঘৰীৰ দৰে চিৰদিনৰ বাবে তেজৰ শাওলগা ডাঙৰ শিলাখণ্ড পাৰ হৈ মই তেজ আৰু শেলুৱৈয়ে চিন ৰাখি যোৱা পাথৰবোৰ পালোগৈ। সময় এইবোৰ ঠাইত জীণ গৈ আছে। মইও নিজকে প্ৰাচীন আৰু বলশালী যেন পালো। আৰু এই ঠাইত ভ্ৰমণ কৰিবলৈ নিজকে উপযুক্ত বুলি ভাবিলো। গিৰিসাই উপত্যকা প্ৰকাণ্ড শিলৰ বেৰাবে বেলেগ বেলেগ কৰা আছে। ওথ ওথ পাহাৰৰ মূধবোৰ যেন কটাৰীৰে নিমজকৈ সমান কৰি কাটিছে—গ্ৰীষ্ম প্ৰধান দেশৰ প্ৰকাণ্ড গছভৰা অৰণ্যবোৰত কাঠ, সাপ, চৰাই আৰু সাধুকথা ভৰপূৰ হৈ আছে। সেই বিশাল অৰণ্যভূমিত যুগযুগ ধৰি মানুহে প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰাম কৰি, চকুৰে মণিৰ পৰা ঠাইলৈকে বাসৰ উপযোগী কৰিছে। এই বিশাল মহাশূন্যত মই আবিষ্কাৰ কৰিলো যে গোটেই আমেৰিকাৰ ভিতৰতে চিলি আৰু মেক্সিকো এই ঠাই দুখনত অলপো মিল নাই। ৰাষ্ট্ৰদূতৰ মুখতে পমি যোৱা কথাত মই কেতিয়াও ভোল যোৱা নাছিলো—যেনে জাপানৰ জনে আহি কৰহি হে আমাৰ দৰে তেওঁলোকৰ দেশতো চেৰীফলৰ গছ আছে—সেইবাবে আমি দুইখন দেশ একে। অথবা, ইংৰাজজনে আমাৰ সাগৰৰ পাৰত তেওঁলোকৰ দেশৰ বাবে একে ধৰণৰ কুঁৱলী দেখা পোৱা, বা আৰ্জেণ্টিনা বা জাৰ্মানীৰ পৰা অহা জনে আমাৰ দেশৰ বৰফ দেখি, সকলোবোৰ দেশ একে বুলি কোৱা কথাত মই পতিয়ন নাযাওঁ। পৃথিবী বোলা এই গ্ৰহটোৰ বেলেগ বেলেগ ভূ-প্ৰকৃতি দেখি মই আনন্দ পাওঁ—বেলেগ বেলেগ অঞ্চলৰ প্ৰকৃতিয়ে নিজকে বেলেগে সজাইছে। মই মেক্সিকোক ভাল পাওঁ সেই বাবে আমাৰ সাগৰৰ পানীৰে ভৰি ধুই যোৱা, শস্যশ্যামলা দেশখনৰ লগত

এখানিও সাদৃশ্য নাই বুলি মই নুই কৰিব খোজা নাই। মই মাথোন ইয়াক লগত আমাৰ প্ৰভেদখিনি বুজাব খুজিছো—যাতে আমাৰ আমেৰিকাক ইয়াৰ সকলো সুৰত উচ্চ শিখৰত, আৰু একেবাৰে নামনিত দেখুৱাব পৰা যায়। আৰু আমেৰিকাৰ ভিতৰত, বোধহয় বা গোটেই পৃথিবীৰ ভিতৰতে মেক্সিকোৰ আৰু ইয়াৰ মানুহৰ নিচিনা গভীৰ মানৱিকতা মই ক'তো দেখা নাই। ইয়াৰ উজ্জ্বল সাফল্য বা প্ৰকাণ্ড ভুলবোৰতো মই সেই একে উদাৰতা, গভীৰ জীৱনী-শক্তি, অশেষ বুৰঞ্জী আৰু ভৱিষ্যত উন্নতিৰ সুতাৰে বন্ধা বুলিব পাৰি।

এদিন আমি মাছধৰা জালোৱাৰ গাঁৱলৈ ফুৰিবলৈ গলো। জিঞাৰ পাখিৰ দৰে পাতল জালবোৰ মাছ মাৰিবলৈ পানীত পেলোৱা সময়ত ইহঁতক দেখিবলৈ প্ৰকাণ্ড পখিলাৰ দৰে লাগিছিল। খনি অঞ্চলত চাবলৈ গৈ গাঁতৰ পৰা ওলোৱা কঠিন ধাতুক ৰূপহ জ্যামিতিক নক্সাত পৰিণত কৰা দেখিছিলো। বাটে-পথে ঘূৰোতে দৈত্যৰ লেখিয়া ডাঙৰ, ঘনবনৰ মাজত, কাঁইটীয়া বনৰ মাজত কনভেণ্টবোৰ চকুত পৰিল। বজাৰত শাক পাঁচালিবোৰ যেন ফুলৰ শোভা লৈহে বিৰাজ কৰিছে। এই শোভাই আমাৰ মূৰ ঘূৰাই দিলে। এনেকৈ মেক্সিকোখন পাৰ হৈ আমি ইউকাটান বোলা ঠাই পালোগৈ। পৃথিবীৰ পৌত্তলিক সভ্যতাৰ প্ৰাচীনতম মায়াজাতিৰ ই কেন্দ্ৰ আছিল। আই ধৰিত্ৰীয়ে বুৰঞ্জী আৰু অভিজ্ঞতাৰ শইচৰে তাত কঁপি উঠিব লাগিছে। চেণ্ডুৰী গছৰ লগে লগে মানুহৰ বুদ্ধি আৰু ত্যাগে বহুত বছৰ পোত খাই থকা ধ্বংসাৱশেষবোৰ খান্দি উলিয়াইছে।

একেবাৰে শেহৰ ৰাস্তাটো পাৰ হৈ আমি এটা প্ৰকাণ্ড ঠাইত উপস্থিত হলোগৈ—মেক্সিকোৰ প্ৰাচীন জাতিটোৱে ইয়াত জঙ্গলৰ মাজত ভেওঁলোকৰ বুৰঞ্জীৰ ফুলাম পাতবোৰ লুকুৱাই থৈ গৈছে। তাত আমি এবিধ নতুন পানীৰ উৎস দেখিলো—পৃথিবীৰ ভিতৰতে ই সকলোতকৈ ৰহস্যময় পানীৰ উৎস; সাগৰ জুৰি, নৈ বা আমি জনা অইন কোনো ঠাইৰ পানী ই নহয়। ইউকাটানত সকলো পানী মাটিৰ তলত, হঠাৎ কোনোবা এঠাইত মাটিখন ফাটে, আৰু তাতে জঙ্গলৰ ভিতৰত প্ৰকাণ্ড পানীভৰা কুঁৱা এটা ওলায়। কুঁৱাবোৰ মচ্‌নুহে নাথাকে—ইয়াৰ চাৰিওকাষে গ্ৰীষ্ম প্ৰধান দেশৰ গছগছনি ভৰি থাকে। সেই কুঁৱাৰ তললৈ চালে, খোলা ঠাইখনত একেবাৰে তলত খুব দ' পানী দেখা যায়। এই পানীখিনি আকাশৰ দৰে সেউজীয়া দ' পানী। মাটি ফাটি ওলোৱা এই কুঁৱাবোৰ মায়াজাতিয়ে আবিষ্কাৰ কৰিছিল আৰু এইবোৰৰ নাম

দিছিল চেনোটেচ। পূজাপাতল কৰি এইবোৰ কুঁৱাক দৈব আশীৰ্বাদ বুলি কৈছিল। সকলো ধৰ্মৰ দৰে দেৱতালৈ উছৰ্গা কৰা আৰু উৰ্বৰতাৰ মূল এই ফল্গু ধাৰাৰ পানীয়ে শুকান মাটিক সৰস কৰিছিল—যেন সেইবাবেই আই ধৰিত্ৰীয়ে ফাট মেলিলে।

তাৰ পিছত হেজাৰ হেজাৰ বছৰ ধৰি এই পবিত্ৰ পানীৰ ডোবাবোৰ প্ৰথমতে থলুৱা আৰু তাৰ পিছত আক্ৰমণকাৰীবোৰৰ ধৰ্মই এই পানীৰ ৰহস্য আৰু বঢ়ালে। ফুলৰ মালা পিন্ধা, আৰু মণিমুকুতা অলঙ্কাৰেৰে সজ্জিতা কুমাৰী ছোৱালীক বিয়া দিয়াৰ উৎসৱ পাতি এই দ' কুঁৱাবোৰত পেলাই দিয়া হৈছিল। ফুলৰ মালা আৰু সোণৰ মুকুটবোৰ তলৰ পৰা ওপৰলৈ ভাহি উঠিছিল, কিন্তু কুমাৰী ছোৱালীবোৰ পানীৰ তলত, সোণৰ শিকলিৰে বন্ধা হৈ বোকাত পোত খাই ৰল।

ত ৰো হেজাৰ হেজাৰ বছৰৰ পিছত এই মণিমুকুতাৰ এটা সামান্য অংশ উদ্ধাৰ কৰা হল। এতিয়া সেইবোৰ মেক্সিকো আৰু আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ মিউজিয়ামবোৰত দেখুৱাবলৈ ৰখা আছে। মই সেই অৰণ্যৰ ভিতৰলৈ গৈছিলো—সোণ বিচাৰি নহয়, কুমাৰী ছোৱালীবোৰৰ আৰ্তনাদ শুনিবলৈ হে—চৰাই চিৰিকতিৰ চিঞৰবোৰত যেন মই সিহঁতৰ কান্দি কান্দি ভাগি যোৱা মাত শুনিলো। অনন্ত সময় ধৰি পানী তোলপাৰ কৰি উৰি যোৱা চৰাইৰ মাতত মই যেন মৃতকুমাৰীবোৰৰ মাত শুনিলো—যেন সিহঁতৰ ডেউকাত হালধীয়া হাত দেখিলো।

এই যুগমীয়া পানীৰ ভৰাল আৰু বতাহলৈ হাত মেলি দিয়া শিলৰ মূৰ্তিৰ হাত এখনত এবাৰ এটা কপৌ বহি থকা দেখিছিলো। বোধহয় ঈগল এটাই ইয়াক ইয়ালৈ খেদি আনিছিল। কপৌ সেই ঠাইৰ চৰাই নহয়—সেই ঠাইৰ চৰাই হল খোনাই মতা বোড ৰাণাৰ, মহামূলীয়া পাখিৰ কোৰেটজেল, সেউজী-নীলা ৰঙৰ হামিংবাৰ্ড, চিকাৰ আৰু জাকজমকত অৰণ্য অধিকাৰ কৰি ৰখা চিকাৰী চৰাইবোৰ। কপৌটো আহি শিলৰ মূৰ্তিৰ ওপৰত বহিল—যেন গ্ৰীষ্ম প্ৰধান দেশৰ শিলৰ ওপৰত এপাহি বগা বৰফ হে। মই তালৈ ব' লাগি চাই ৰলো—কাৰণ তাই অইন এখন দেশৰ পৰা আহিছে-এখন সুসামঞ্জস্য থকা হিছাৱী পৃথিবীৰ পৰা—পাইথাগোৰাছৰ স্তম্ভ বা ভূমধ্যসাগৰীয় গোটা সংখ্যাৰ দেশৰ পৰা আহিছে। এন্ধাৰৰ সিপাৰৰ এই ৰাজ্যত আহি তাই ৰলহি; তাই মোৰ নীৰৱতাৰ লগত মিলি গল—মইও এই

আদিম আমেৰিকাৰ—তেজৰ চেকা লগা প্ৰাচীন পৃথিবীৰ এজন হৈ গলো ; তাই আকাশলৈ উৰি হেৰাই নোযোৱালৈকে মোৰ চকুৰে তাইক চাই বল।

## মেক্সিকোৰ চিত্ৰকৰ সকল

মেক্সিকোৰ বুদ্ধিজীৱি জগতখন চিত্ৰশিল্পৰ অধীনতে আছিল। চিত্ৰশিল্পী সকলে বুৰঞ্জী আৰু ভূগোলৰে, নাগৰিক সংগ্ৰামৰে, দুৰ্দান্ত বিতৰ্কমূলক ছবি আঁকি চহৰখন ভৰাই থৈছিল। জোছে ক্লেমেণ্টো অৰোজকো—এজন এহতীয়া দৈত্য, যদিও দৈহিক ক্ষীণ। তেওঁ পাহাৰৰ এটা ওখ টিঙত বাস কৰিছিল—যেন চিত্ৰকৰ গয়া-হে তেওঁৰ ছায়াবাজীৰ দেশত আছিলগৈ। মই প্ৰায়ে তেওঁৰ লগত কথা পাতিছিলো—ছবিত ফুটাই তোলা অত্যাচাৰৰ একেবাৰে বিপৰীত ব্যক্তিত্বৰ মানুহজনৰ স্পৰ্শ আছিল কুমাৰৰ আলফুল হাতৰ পৰশৰ দৰে কোমল। কুমাৰৰ চকাত তেওঁৰ এখন হাত কটা পৰিছিল কিন্তু অইন হাত খনেৰে যেন তেওঁ পৃথিৱী সৃষ্টি কৰি যাবই লাগিব—যেন নকৰাকৈ তেওঁ নোৱাৰিব। তেওঁ অঁকা সেনাবাহিনী, আৰু তেওঁলোকৰ তিৰোতাবোৰ, ওভাৰচিয়াৰৰ গুলিত মৰি যোৱা চহা হজুৰাবোৰ, ভয় লগাকৈ ক্ৰুছ বিদ্ধি থকা মৃতদেহৰ কফিনবোৰ—সকলোবোৰে আমাৰ আমেৰিকাৰ নিজা চিত্ৰশিল্পক অমৰ কৰি ৰাখিছে—আৰু আমাৰ নিষ্ঠুৰতাৰও সাক্ষী হৈ আছে।

এতিয়ালৈকে দিয়েগো ৰিভেৰাই ইমান বেচি কাম কৰিছে, আৰু সকলোৰে লগত ইমান হাইকাজিয়া লগাই দিছে যে, এই গাঠলু চিত্ৰকৰজন সাধুকথাৰ নায়কত পৰিণত হৈছেগৈ। মই তেওঁ লৈ চাই আচৰিত হৈছিলো কিয়বা তেওঁ মাছবোৰৰ ফিচাত বাকলি নাই, ঘোৰাৰ ফাট মেলা খুৰা এটাই বা কিয় অঁকা নাই। দিয়েগো ৰিভেৰা সদায় এজন কথকী মানুহ আছিল। পেৰিছত থাকোতে প্ৰথম মহাযুদ্ধৰ আগত ইলিয়া এৰেনবুৰ্গে তেওঁৰ সাহিয়াল কাম আৰু ধাপ্পা বোৰৰ বিষয়ে লিখি এখন কিতাপ ছপাইছিল। কিতাপখনৰ নাম "জুলিও জুৰেনিটোৰ অসাধাৰণ সাহিয়াল কামবোৰ।" এতিয়া ত্ৰিছ বছৰৰ পিছতো দিয়েগো ৰিভেৰা এজন শ্ৰেষ্ঠ চিত্ৰকৰ আৰু কথা-চহকী মানুহ আছিল। মানুহৰ মঙহ মানুহে খোৱাটো তেওঁ সুস্থ স্বাস্থ্যৰ উপযোগী বুলি ভলাগিছিল আৰু এনে মঙহ মদপী মানুহে খাই ভাল পায় বুলি কৈছিল। সকলো বয়সৰ মানুহৰ বাবে উপযুক্ত ৰন্ধাবঢ়াৰ নিয়ম তেওঁ উলিয়াইছিল। অইন সময়ত তেওঁ আকৌ নিৰামিষ প্ৰেমৰ বিষয়ে তাত্বিক বক্তৃতা আৰম্ভ

কৰিছিল। তেওঁ নিজে খননকাৰ্য পৰিচালনা কৰি উলিওৱা, প্ৰাচীনতম ঐতিহাসিক ধ্বংসস্তূপৰ পৰা প্ৰমাণিত হোৱা মতে এই সম্পৰ্কটোৱেই সকলোতকৈ স্বাভাৱিক বুলি তেওঁ মত প্ৰকাশ কৰিছিল।

কেতিয়াবা কেতিয়াবা তেওঁ ঘণ্টাৰ পিছত ঘণ্টা এনেকৈ কথা পাগুলি গৈছিল। চকুৰ পতাৰে প্ৰায় ঢাকি ৰখা ৰেড ইণ্ডিয়ান চকু দুটাৰে নানা ভাৱভঙ্গী কৰি তেওঁৰ ককাক—আজোককাক যে ইহুদী বংশৰ মানুহ আছিল তাক জনাইছিল। অইন সময়ত আকৌ এইবোৰ পাহৰি গৈ শপত খাই তেওঁ মোক কৈছিল যে তেওঁৱে জেনাৰেল ৰোমেলৰ বাপেক—যদিও এই গুপুত কথাটো গুপুতেই ৰাখিব লাগিব—নহলে ইয়াৰ আন্তৰ্জাতিক পৰিণাম বিষময় হব। তেওঁৰ মানুহ ফুচলাব পৰা অসাধাৰণ মিঠা মাত আৰু এনে মিছা কথাবোৰকো পুংখানুপুংখকৈ বিৱৰণ দিব পৰা গুণৰ বাবে মানুহে এইবোৰ ধাপ্পা বুলি জানিও তেওঁক পাহৰিব পৰা নাছিল।

ডেভিড আলভেৰো চিকুৱেইৰেছ তেতিয়া ফাটেকত আছিল। কোনোবা মানুহৰ উচটনিত পৰি তেওঁ ট্ৰট্স্কিৰ ঘৰত ডকাইতি কৰিবলৈ গৈ ধৰা পৰিল। মই তেওঁক বন্দীশালত আৰু পিছত তাৰ বাহিৰতো লগ পাইছিলো। কাৰণ ওৱাৰ্ডেন কমাণ্ডাণ্ট পেৰেজ ৰুল্ফৰ লগত এখন ঠাইত বহি আমি একেলগে মদ খাইছিলো—তাত আমাক কোনেও চিনি নাপাইছিল। ৰাতি দুপহৰত আমি তাৰ পৰা ওলাই আহি মই ডেভিডক ফাটেকৰ সন্মুখত এৰি থৈ আহিছিলো।

এনে এদিন ৰাতি তেওঁৰ লগত ৰাস্তাত ঘূৰাৰ পিছত তেওঁক জেলৰ সন্মুখত থৈ উভটি আহোঁতে মই তেওঁৰ ভায়েক যীচাচ চিকোইয়েৰেচক দেখা পালো—মানুহজন চেৰাবলিয়া—খুব "শিয়ান" বুলি তেওঁক বৰ্ণাব পাৰি। কোনো এখন বেৰাৰ আঁৰে আঁৰে কোনো শব্দ নকৰাকৈ, বা কোনেও গম ধৰিব নোৱাৰাকৈ পিছলি যোৱাৰ দৰে তেওঁ আগবাঢ়ি যাব পাৰিছিল আৰু হঠাতে আপুনি তেওঁক সন্মুখত নহয় পিছত দেখা পালেহেঁতেন। তেওঁ কথা খুব কমহে কৈছিল, আৰু কলেও সি ফুচফুচনিতকৈ অলপহে ডাঙৰ মাত আছিল, লগত সদায় এটা মোনাত চল্লিশ-পঞ্চাশটা মান পিস্তল টানি লৈ ফুৰিছিল। এদিন অন্যমনস্ক হৈ মই মোনাটো খুলি তাৰ ভিতৰত থকা পিস্তলবোৰৰ মণিমুকুতা লগোৱা বা ৰুপেৰে বন্ধোৱা হেণ্ডেলবোৰ দেখি জিকাৰ খাই উঠিছিলো।

এইবোৰে কিন্তু মাৰাত্মক একো অভিপ্ৰায় বুজোৱা নাছিল। কাৰণ ডেভিড চিকুইৰোছ যেনে আবেগ-প্ৰৱণ আছিল তেওঁৰ ভায়েক যীচাচও তেনে শান্তিপ্ৰিয় মানুহ আছিল। যীচাচ এজন গুণী শিল্পী, অভিনেতা আৰু মূকাভিনেতা আছিল। তেওঁৰ গা বা মুখৰ মাংসপেশী এটাও নলৰোৱাকৈ, কোনো শব্দ নকৰাকৈ মাত্ৰ মুখৰ সহায়ত মুখখনৰ ৰেখাবোৰ তেওঁ নিজৰ ইচ্ছামতে ইফাল-সিফাল কৰিব পাৰিছিল—তেওঁ ভয়, ভীতি যাতনা-আনন্দ, আদৰ-সাদৰ আদি ভাৱবোৰ হুবহু প্ৰকাশ কৰিব পাৰিছিল। জীৱনৰ অকোৱাপকোৱা অলিগলিবে নিজৰ পেতা ভূতৰ দৰে অশৰীৰী প্ৰায় মুখখন তেওঁ লুকুৱাই ৰাখিছিল, মাজে সময়ে মাত্ৰ কেতিয়াও ব্যৱহাৰ নকৰা সেই পিস্তলবোৰেৰে তেওঁ নিজৰ মুখ দেখুৱাইছিল।

আগ্নেয়গিৰিৰ দৰে তেজী চিত্ৰকৰ সকলে মেক্সিকোৰ ৰাইজক ঠিক পথত ৰাখিছিল। মাজে মাজে প্ৰচণ্ড তৰ্কা-তৰ্কি হৈছিল। এনে এটা বিতৰ্কৰ পিছতে দিয়েগো ৰিভেৰা আৰু চিকুইৰোছে দুয়োজনেই এটাকৈ প্ৰকাণ্ড পিস্তল উলিয়াই লৈ একেলগে গুলি চলালে। দুয়োজনৰ এজনৰো পিস্তলৰ লক্ষ্য নাছিল—দুইয়ো একেলগে বহি থকা থিয়েটাৰ হলৰ চিলিঙত থকা প্লাষ্টাৰ অৱ পেৰিছৰ দেৱদূতৰ ডেউকাৰ পিনে পিস্তল টোঁৱাইছিল। শ্ৰোতা সকলৰ মূৰত প্লাষ্টাৰৰ গধুৰ চপৰা পৰিবলৈ ধৰিলে, থিয়েটাৰ হলটো খালি হৈ গল, আৰু এতিয়া তেওঁলোকৰ আলোচনা বাৰুদৰ গোন্ধত শেষ হল।

প্ৰখ্যাত চিত্ৰকৰ ৰুফিনো টামায়ো এইসময়ত মেক্সিকোত নাছিল। জটিল আৰু খণ্ডাল—মেক্সিকোৰ নিজা ফলৰ দৰে অথবা বজাৰৰ বস্তুবোৰৰ দৰে নিউইয়ৰ্কৰ পৰা তেওঁ আমাৰ তালৈ ছবিবোৰ পঠাই আছিল।

দিয়েগো ৰিভেৰাৰ ছবিৰ লগত আলভেৰো চিকুইৰোছৰ অঁকা ছবি ৰিজাব নোৱাৰি। দিয়েগো সনাতনপন্থী শিল্পীৰ দৰে ৰেখাৰ প্ৰতি আগ্ৰহশীল। সূক্ষ্ম একাবেকা সেই ৰেখাবে, বুৰঞ্জীবিদৰ দৰে লেখাৰ শিল্পৰে তেওঁ যেন মেক্সিকোৰ বুৰঞ্জীক বান্ধিহে ৰাখিলে। ইয়াৰ বহু ঘটনা ঐতিহ্য আৰু ট্ৰেজেডিক বৰ উচ্চমানত প্ৰকাশ ঘটালে। আৰু চিকুইৰোছৰ হল যেন আগ্নেয়গিৰিৰ বিস্ফোৰণ—ইয়াৰ মেজাজ বেলেগ—আচৰিত কৌশল আৰু কণ্টকৰ গবেষণাৰ সুকীয়া ফল।

জেলৰ পৰা গোপন নৈশ অভিযান, আৰু সকলো বিষয়ে কথাবতৰা হোৱাৰ পিছত চিকুইৰোছ আৰু মই তেওঁক কেনেকৈ মুকলি কৰা যায় সেই বিষয়ে

ফন্দী আটিলো। তেওঁৰ পাছপোৰ্টত মই নিজে ভিছাৰ বাবে অনুমতি দিলো, আৰু তাৰ জোৰতে তেওঁৰ বৈণীয়েক এঞ্জেলিকা আৰিনালিচ-ৰ লগত চিলিলৈ যাব পৰা হল। ছিলান বোলা মেক্সিকোৰ এখন চহৰত বহুত চিলিৰ মানুহ বাস কৰিছিল। এই চহৰত মেক্সিকোৰ মানুহে তেওঁলোকৰ বাবে এখন স্কুল পাতি দিছিল। ভূমিকম্পত সেই স্কুলখন ধ্বংস হৈ গৈছে। চিকাইৰোছ-এ মেক্সিকোৰ স্কুলখনত অসাধাৰণ চিত্ৰৰে দেৱাল ভৰাই দিলে। আমাৰ জাতিৰ বাবে এনে এটা সৃষ্টিশীল কাম কৰা মানুহজনক মই সহায় কৰা বাবে চিলিৰ চৰ্কাৰে মোক দুমাহৰ বাবে বৰখাস্ত কৰিলে।

## নেপোলিয়ঁ উবিকো

গুৱাটেমালা চাবলৈ মই মটৰ গাড়ীৰে যাত্ৰা আৰম্ভ কৰিলো। টেহুৱান টেপেক প্ৰণালীৰ মাজেৰে গাড়ী যাবলৈ ধৰিলে। এই ঠাইখিনি মেক্সিকোৰ সোণালী সফুঁৰা—ইয়াৰ তিৰোতাসকলে পখিলাৰ দৰে পোছাক পিন্ধে, ইয়াৰ বতাহত চেনি আৰু মৌৰ গোন্ধত আমোল মোলায়। ছিয়াবাছ-ৰ প্ৰকাণ্ড হাবি পাৰ হৈ গলো। ৰাতি আমি গাড়ীখন ৰখাই থওঁ—ৰাতিৰ হাবিৰ নানান শব্দই টেলিগ্ৰাফৰ পঠিওৱা বাতৰিৰ দৰে আমাক বিপদৰ সংকেত দিয়ে। এইপিনে, সেই পিনে, সকলোপিনে হেজাৰ হেজাৰ জিলিয়ে কাণত তাল মৰা শব্দৰে নিজৰ জাননী দিয়ে। শত্ৰুৰ ভাৰ লৈ মেক্সিকোই প্ৰাচীন ধ্বংসাৱশেষ, প্ৰাচীন চিত্ৰকলা, মণিমুকুতা আৰু স্মৃতিসৌধ, প্ৰকাণ্ড মূৰ্তিৰ মূৰ, আৰু শিলত কটা পশুবোৰ লৈ ওপৰত এটা সেউজীয়া ছাঁ বিয়পাই ৰাখে। এইবোৰ সকলো বস্তু হাবিৰ মাজত সিচঁৰতি কৈ লুকাই ৰাখিছে—চহকী মেক্সিকোৰ আপুৰুগীয়া সম্পদবোৰ! সীমান্তৰ কাষে কাষে মধ্য আমেৰিকাৰ উচ্চতম শিখৰত, গুৱাটেমালালৈ যোৱা ঠেক বাটটোত আঙুৰকুঞ্জ আৰু প্ৰকাণ্ড গছ-গছনিৰে মেক্সিকো অপূৰ্ব হৈ মোৰ চকুৰ আগত ধৰা দিলেহি।

পাহাৰৰ ওপৰৰ ফটিকৰ দৰে ফট্‌ফটীয়া পানীৰ শান্ত হ্ৰদবোৰ যেন দেৱতা সকলৰ চকু—য'তে ত'তে আওহেলাকৈ পেলাই থৈ গৈছে। অৱশেষত পাইন বন আৰু বহল আদিম নৈবোৰ—মানাটী বোলা স্তন্যপায়ী জন্তুবোৰে তাৰ পানীত মানুহৰ দৰে মূৰটো ওপঙাই আমালৈ জুপি চাইছিল।

মই এসপ্তাহ মিস্তুৰেল এঞ্জেল এষ্টুৰিয়াছৰ লগত থাকিলো। তেওঁৰ উপন্যাসবোৰ তেতিয়াও ইমান জনাজাত হোৱা নাছিল। আমি দুইয়ো

সহোদৰ ভাইৰ ঘৰে থাকি দিন-ৰাতি প্ৰায় একেলগে কটালো। গধূলিবোৰ আমি পাহাৰৰ ওপৰত কঁহুৱলিৰে ঢকা দূৰৈৰ ঠাইত কটাই আহি বা ইউনাইটেড ষ্টেটৰ গ্ৰীষ্মপ্ৰধান দেশৰ বন্দৰলৈ যাব খুজিছিলো।

গুৱাটেমালাত মানুহৰ বাক স্বাধীনতা নাছিল, আৰু তেওঁলোকে ৰাজনীতি আলোচনা কৰিব নোৱাৰিছিল। দেৱালবো কাণ আছে, আৰু তোমাক কোনে যে ধৰাই দিব – কাকো বিশ্বাস কৰিব নোৱাৰা অৱস্থা আছিল। ওখ মালভূমিৰ কোনোবা নিৰ্জন ঠাইত গাড়ী ৰখাই আমি কেতিয়াবা কেতিয়াবা গুপুতে দেশৰ অৱস্থাৰ কথা আলোচনা কৰিছিলো, আৰু তাৰ আগতে গছগছনিৰ আৰঁত কৰবাত কোনোবাই আমাৰ কথা শুনিবলৈ বৈ আছে নেকি চাই লৈছিলো। স্বেচ্ছাচাৰী এই শাসকজনৰ নাম নেপোলিয় উবিকো। বেছ কেইবছৰমান তেওঁ দেশখন শাসন কৰিলে। পেটুৱা নিষ্ঠুৰ চকুৰ চাউনিৰে এই মানুহজনৰ কথাই আইন আছিল, আৰু গুৱাটেমালাত তেওঁৰ স্পষ্ট আদেশৰ বাহিৰে কোনো কাম হব নোৱাৰিছিল। তেওঁৰ এজন চেক্রেটাৰীৰ লগত মই দেখা কৰিছিলো। এই মানুহজন বিপ্লৱী আছিল এতিয়া তেওঁ মোৰ বিশেষ বন্ধু। কিবা এটা বিষয়ে সামান্য খুটি-নাটি বিষয়ে তেওঁ প্ৰেছিডেণ্টৰ লগত তৰ্ক কৰা বাবে প্ৰেছিডেণ্টৰ অফিছৰ ভিতৰতে এটা খুটাত বান্ধি তেতিয়া তেওঁক চাবুক মৰা হৈছিল—আৰু উবকোই নিজে সেই কামটো কৰিছিল।

ডেকা কবি সকলে মোক কবিতা পঢ়ি শুনাবলৈ মাতিলে। তেওঁলোকে উবিকো-লৈ এখন টেলিগ্ৰাম পঠিয়াই অনুমতি খুজিলে। মোৰ সকলো বন্ধু আৰু বহুত ডেকা ছাত্ৰ মিলি সভাঘৰ ভৰ্তি হৈ পৰিল। নিজৰ কবিতা পঢ়ি শুনাবলৈ পাই মই সুখী হলো। প্ৰকাণ্ড এখন বন্দীশালত যেন কবিতাবোৰে বন্ধ খিড়িকীবোৰ অকমাণি খুলিব পাৰিব! পুলিচৰ বৰমুৰীয়া জনে সকলোৰে দেখাকৈ সমুখৰ শাৰীত বহি লৈছিল। মই পিছতহে জানিলো যে চাৰিটা মেছিনগান মোলৈ আৰু শ্ৰোতা সকললৈ টোঁওৱা আছিল। পুলিচৰ প্ৰধানজনে ক্ষন্তেকৰ বাবে উঠি কবিতা বন্ধ কৰিবলৈ আদেশ দিয়া মাত্ৰকে চাৰিটা মেছিনগানেই একেলগে গৰ্জি উঠিবলৈ সাজু হৈ আছিল।

কিন্তু তেনে একো নঘটিল, আৰু মানুহজনে বহি শেহলৈকে মোৰ কবিতা শুনিলে।

পিছত কোনোবাই মোক ডিক্টেটৰজনৰ লগত চিনাকী কৰি দিব

খুজিছিল—মানুহজনে নিজৰ চৰিত্ৰত নেপোলিয়ঁ-ৰ চৰিত্ৰৰ এটা সাঁচ ৰাখিব খুজিছিল। তেওঁ কপালত এগাছি চুলি ওলোমাই ৰাখিবলৈ ভাল পাইছিল। নেপোলিয়ঁ বোনাপাৰ্টৰ বিখ্যাত বেলেগ বেলেগ পোজত নিজৰ ফটো তোলাইছিল। মোক মানুহে কৈছিল যে তেওঁ মোক লগ পাব খোজা অভিপ্ৰায় মই পূৰণ নকৰিলে বিপদ হব পাৰে। কিন্তু তেওঁৰ হাত জোকাৰি চিনাকী হোৱাত কৈ মই মেক্সিকোলৈ ঘূৰি যোৱাটোকে ভাল বুলি ভাবিলো।

## পিস্তলৰ ফুলৰ মালাৰে কবিতাৰ শবাই

তেতিয়াৰ দিনত মেক্সিকোই বন্দুক লৈ যুদ্ধ কৰাতকৈ বন্দুকবাজী কৰাহে ভাল পাইছিল। বিভলভাৰ ৰখাটো এটা ৰীতি হৈ পৰিছিল—'৪৫ আকাৰৰ পিস্তল মানুহৰ পূজাৰ বিগ্ৰহৰ দৰে হৈ পৰিছিল। এটা বন্দুক আছিল তাৰ নাম কোল্ট—ইয়াক পিন এটা পৰাৰ দৰে খন্তেকতে ঘপৰাই উলিয়াব পৰা আছিল। পাৰ্লামেণ্টৰ মেম্বৰ আৰু খবৰৰ কাগজবোৰে পিস্তল ৰখা বন্ধ কৰিবলৈ অভিযান মাত্ৰ আৰম্ভ কৰো কৰো হৈছিল—কিন্তু তেওঁলোকে এইটো বুজিছিল যে মানুহৰ কেঁচা দাঁত উঘালি পেলোৱাটো তেওঁৰ হাতৰ পৰা পিস্তল আজুৰি নিয়াতকৈ সহজ কাম।

এবাৰ এদল কবিয়ে ফুলৰে এখন নাওঁ সজাই, মোক তাতে সম্বৰ্ধনা জনাইছিল। খচিমিলকো বোলা হ্ৰদত দহ-পোন্ধৰ জনমান কবি লগ থাইছিল। এপিনে পানী, আৰু অইনপিনে ফুলি থকা ফুলৰ মাজেদি, খাল আৰু চিৰসেউজ বননিৰে ভৰা অকোৱাপকোৱা আমাৰ নাওঁ আগুৱাই গল। ফুলাৰ বাটত এনে নাওঁ-ভ্ৰমণ আজটেক জাতিৰ দিনৰ পৰাই চলি আহিছে। নাওঁ খনৰ আগৰ পৰা গুৰিলৈ ফুলেৰে সজোৱা—ইয়াৰ অপৰূপ নক্সা আৰু ৰঙৰ সানমিহলি চকুত পৰিবলগীয়া। মেক্সিকোৰ মানুহৰ হাত—চীনৰ মানুহৰ হাতৰ লেখিয়া—এই হাত কেতিয়াও বস্তু বেয়াকৈ বনাব নাজানে—সি পাথৰৰ, ৰূপৰ, মাটিৰ বা ফুলৰ বিহৰেই নহওক।

বাৰু, এই ভ্ৰমণৰ সময়ত, বহুত ৰং তামাচাৰ পিছত অলপ বেলেগ ধৰণে সম্মান জনাবলৈ কবিসকলৰ এজনে মোক তেওঁৰ ধুনীয়া পিস্তলটো আকাশলৈ টোৱাই এবাৰ চলাবলৈ জোৰ কৈ অনুৰোধ কৰিলে। পিস্তলটোৰ হাতলত সোণ-ৰূপৰ ডিজাইন অঁকা আছিল। কাষতে থকা অইন বন্ধু এজনে চকুৰ পচাৰতে তেওঁৰ নিজৰ পিস্তলটো উলিয়াই লৈ, অতি উৎসাহত প্ৰথম জনৰ

পিস্তলটো হাতেৰে ঠেলি আঁতৰাই প্ৰথমতে তেওঁৰটো চলাবলৈ মোক কলে। ইয়াৰ পিছত প্ৰতিজন পদ্য লেখোতাই খন্তেকতে নিজৰ নিজৰ পিস্তল থাপৰ পৰা খুলি ললে, আৰু কাৰটো মই প্ৰথমে মাৰিম তাৰ বাবে টনা আজোৰা লগালে। সকলোৱেবন্দুক বোৰ মোৰ মুৰৰ ওপৰলৈ ডাঙি ধৰিলে—প্ৰতিজনে তেওঁৰ বন্দুকটো প্ৰথমতে মাৰিবলৈ মোক জোৰ কৰিলে। এনে সংকটপূৰ্ণ পিস্তলৰ মালা মোৰ নাকৰ আগেদি আৰু বাহুৰ তলেদি অনা নিয়া কৰা দেখি—আৰু ইয়াৰ ভয়ংকৰ পৰিণামৰ কথা ভাবি, হঠাতে মোৰ মনত এটা বুদ্ধি খেলালে। মই এটা প্ৰকাণ্ড মোনা লৈ তাতে সকলোৰে বন্দুকবোৰ গোটাবলৈ কলো। কবি-বাহিনীক কবিতা আৰু শান্তিৰ নামত তেওঁলোকৰ বন্দুকবোৰ তাতে থবলৈ অনুৰোধ কৰিলো। সকলোৱে মোৰ অনুৰোধ ৰাখিলে। অস্ত্ৰবোৰ বাজেয়াপ্ত কৰি কেইবাদিনো মোৰ ঘৰত ৰাখি থলো। মোৰ বিশ্বাস যে পৃথিবীত মইয়ে একমাত্ৰ কবি যাৰ সম্মানত ফুলৰ লেখিয়াকৈ পিস্তলৰ শৰাই সজোৱা হৈছিল।

## কিষ নেকড়া

মেক্সিকোত সেইবাৰ পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ মানুহখিনি গোট খাইছিলহি। প্ৰতিটো জাতিৰ নিৰ্বাসিত লেখকসকল আহি মেক্সিকোৰ মুক্তিমোৰ্চাৰ তম্বুৰ তলত সোমাইছিলহি—আৰু সিপিনে ইউৰোপত যুদ্ধ চলিয়েই আছিল। হিটলাৰৰ সৈন্যদলে জয়ৰ পিছত জয় কৰি গৈ ফ্ৰান্স আৰু ইটালী অধিকাৰ কৰি লৈছিল। মেক্সিকোত উপস্থিত হোৱা কবিসকলৰ ভিতৰত আনা চেহৰ্গাচ আৰু চেক কবি বসৰাজ এগন এৰউইন কিষ আছিল। এতিয়া এখেতৰ মৃত্যু হৈছে। কিষে কেখনমান মনমোহা কিতাপ লিখি থৈ গৈছিল। মই তেওঁৰ আচৰিত মানিব লগীয়া স্বাভাৱিক গুণ, তেওঁৰ লবাৰ লেখিয়া কৌতূহল আৰু ভোজবাজী দেখুউৱাত দক্ষতাৰ শলাগ লৈছিলো। মোৰ ঘৰত সোমাইয়ে তেওঁ কাণৰ পৰা এটা কণী টানি উলিয়াব, নহলে এটা এটাকৈ সাতটা পইচা গিলি খাব—পইচাকিটা ইচ্ছা কৰিলে এই সদাশয় অথচ দুখীয়া নিৰ্বাসিত মানুহজনে নিজৰ বাবে খৰচ কৰিব পাৰিলেহেঁতেন! সেপনত থাকোতেই আমি দুইয়ো দুইকো চিনি পাইছিলো, আৰু তেতিয়া তেওঁ মোক সুধিছিল মই কিষ নেৰুডা নামটো ব্যৱহাৰ কৰিছো, নামটোতো মই জন্মসূত্ৰে পোৱা নাই! সেইবাবেই তেওঁৰ কৌতূহল। মই তেওঁক ফুচুলাই কৈছিলো, "কিষ

ডাঙৰীয়া, আপুনি বোধহয় এতিয়া কৰ্নেল বেডুল-অৰ ৰহস্যটোৰ আঁত উলিয়াব লাগিব। কিন্তু আপুনি মোৰ নামৰ ৰহস্যটো কেতিয়াও উলিয়াব নোৱাৰিব। তেতিয়া ১৯১৪ চনৰ বিখ্যাত অষ্ট্ৰিয়ান চোৰাবচোৱা জনৰ সেই কাহিনীটোৰ নাম কৈ তেওঁক ঠাট্টা কৰিছিলো।

আৰু ঠিক সেইয়ে হ'ল। তেওঁ প্ৰাগত ঢুকাল। মৌগ্ৰকত পাৰ্গত এই মানুহজনে নেৰুডাৰ কিয় সেই নামটো হল নজনা কৈয়ে ঢুকাল। তেওঁৰ স্বাধীন হোৱা দেশখনে মৃত্যুৰ আগতে তেওঁক যিমান পাবে সম্মান দেখুৱাইছিল। তেওঁ মোক সোধা কথাটোৰ উত্তৰ ইমান সহজ, আৰু তাত কোনো চমক নাছিল। কথাটোৰ গুপুত মানে নুলিয়াবলৈ মই সদায় সাৱধানে আছিলো। আচলতে ঘটনাটো এনে—মোৰ তেতিয়া চৈধ্য বছৰ বয়স, দেউতাই মোৰ কবিতা আৰাধনাক বৰ নিৰ্দয় চকুৰে চাইছিল। তেওঁৰ লৰা এজন কবি হব কথাটো তেওঁ ভাল পোৱা নাছিল। মোৰ প্ৰথম কবিতাৰ কিতাপখন প্ৰকাশ কৰিবৰ সময়ত তেওঁ যাতে কেতিয়াও গম নাপায়—মই এটা নতুন নাম বিচাৰিব লগীয়া হল। এই নামটো চেক - এখন আলোচনীত পোৱা এই নামৰ মানুহজন যে গোটেই জাতিৰ এজন প্ৰিয় মহান লেখক তেতিয়া কিন্তু মই কথাটো জনা নাছিলো। অপূৰ্ব গীতিকাব্য আৰু বৰ্ণনামূলক কবিতাৰ তেওঁ জনক। প্ৰাগ চহৰৰ মালা ষ্ট্ৰানা এলেকাত এতিয়াও তেওঁৰ স্মৃতিসৌধ আছে। বহুত বছৰৰ পিছত মই চোকোস্লো-ভাকিয়ালৈ যাওঁতে এওঁৰ দাড়িওৱালা মূৰ্তিৰ ভৰিত ফুলৰ অৰ্ঘ্য দিয়াৰ কামটো মই প্ৰথমতে কৰিছিলো।

## পাৰ্জ ছাৰ্বাৰৰ আগৰ বাতিটো

চালামাংকাৰ ওৱেন্সেচলাণ্ড ৰচেচ, কণ্টণ্টেনছিয়া ডে লা মোৰা (তেওঁ ৰিপাব্লিকৰ সমৰ্থক আৰু ডিউক অৱ মোৰাৰ আত্মীয় মানুহ আছিল), "ইন প্ৰেছ অৱ স্প্লেণ্ডৰ" বোলা শ্ৰেষ্ঠ—বিক্ৰীৰ কিতাপৰ তেওঁ লেখক আছিল—কবি লিওঁ ফেলিপ, জুৱান ৰেজানো, মোৰেনো ভিলা, হেৰেৰা পিটাৰ, চিত্ৰকৰ মিগুয়েল প্ৰিয়েটো আৰু ৰডাচিগেজ লুনা—এওঁলোক সকলো মোৰ ঘৰলৈ আহিছিল। তেওঁলোক সকলো স্পেনৰ মানুহ। ভিট্টৰিও ভিডালি—পঞ্চম ৰেজিমেণ্টৰ বিখ্যাত কমাণ্ডাণ্ট কালোছ, আৰু ইটালীৰ নিৰ্বাসিত মাৰিও মটাগনানাও আহিছিল—তেওঁলোকে স্মৃতিৰ ভৰাল উদঙাই আচৰিত গল্প

আৰু বৈ যোৱা নৈৰ সোঁতৰ দৰে কৃষ্টিৰ ধাৰাবাহিক আলোচনা কৰিছিল। জেকুছ চুস্টেল আৰু গিলবাৰ্ট মেডিআন মাজে মাজে আহিছিল—তেওঁলোক গোলিষ্ট নেতা—মুক্ত ফ্ৰান্সৰ প্ৰতিনিধি আছিল। স্ব-ইচ্ছা বা জোৰ কৰি নিৰ্বাসনত পঠিওৱা মানুহবে মেক্সিকো ভৰি আছিল। মধ্য আমেৰিকাৰ গুৱাটেমালা, ছালভাডোৰ আৰু হণ্ডুৰাছ-ৰ মানুহ আহি মেক্সিকোক আপোন কৰি লৈছিল। এইবোৰ কাৰণে দেশখনৰ এটা আন্তৰ্জাতিক চৰিত্ৰ হৈ পৰিছিল—কেতিয়াবা কেতিয়াবা মোৰ ঘৰটো—ছান এঞ্জেল পট্টিত থকা মোৰ পুৰণি হাউলিটোৱে গোটেই পৃথিৱীৰ হৃৎপিণ্ডটো লৈ ধুকধুক কৰিছিল।

সেই সময়ত চো-চেণ্টেলে আছিল বামপন্থী সমাজবাদী। তাৰ বহু বছৰৰ পিছত তেওঁ এলজিয়াৰ্ছত বিদ্ৰোহী অভিযানৰ ৰাজনৈতিক নেতৃত্ব দিছিল। প্ৰেছিডেণ্ট দ্যা গ'লক তেওঁ বহুত অসুবিধাত পেলাইছিল। তেওঁৰ লগত হোৱা মোৰ ঘটনাটো মই কব খোজো। তেতিয়া ১৯৪১ চনৰ শেহ ভাগ। নাজী দলে লেনিনগ্ৰাড অৱৰোধ কৰিছে, আৰু ছোভিয়েট ৰাছিয়াৰ ভিতৰলৈ সোমাই গৈছে। শিয়ালৰ দৰে টেঙৰ জাপানী মিলিটাৰী নেতাবোৰে বাৰ্লিন-জাৰ্মানীৰ যুদ্ধত জিকিব পাৰে, তেতিয়া ইহঁতৰ লাভৰ মুদা মাৰিব। গোটেই পৃথিবীতে বহুত জনৰৱ শুনা গৈছিল। জিৰো আওৱাৰৰ পৰাক্ৰমী জাপানী সেনাক পূৰ্ব গোলাৰ্ধত মুকলি কৰি দিয়া হব—এই সময় প্ৰায় কাষ চাপি আহিল। ইতিমধ্যে ৱাছিংটনত জাপানী শান্তি মিছনৰ এটা দলে আমেৰিকাৰ যুক্তৰাষ্ট্ৰ চক ৰক আনুগত্য দেখুৱাই মুৰ দোৱাই আছিল। জাপানী সেনাই যে হঠাৎ আক্ৰমণ কৰিব, সেই বিষয়ে কোনো সন্দেহ নাছিল—কাৰণ সেই সময়ত নাৰকীয় দস্তুৰ আছিল হঠাৎ আকাশী জাহাজৰ ভয়ংকৰ বোমাৰু আক্ৰমণ।

এটা পুৰণি জাপানী কোম্পানীৰ জাহাজে চিলি আৰু জাপানৰ মাজত অহাযোৱা কৰিছিল। মই কেবাবাৰো এই জাহাজত উঠি ইপিনে-সিপিনে গৈছিলো বাবে জাহাজবোৰ ভালকৈ চিনি পাইছিলো। চিলিৰ বন্দৰবোৰত জাহাজ ৰখাই জাহাজৰ কেপ্টেইনবোৰে লোহৰ টুকুৰা কিনিছিল, আৰু ফটো তুলি সময় কটাইছিল। চিলি, পেৰু আৰু একুৱেডৰৰ সাগৰৰ পাৰ ধৰি ধৰি মেক্সিকোৰ মাঞ্জানিলো বন্দৰলৈকে জাহাজ ৰখিছিল, আৰু প্ৰশান্ত মহাসাগৰ লৈকে তাৰ পৰা বাটৰ আঁচনি পাঙিছিল।

বাৰু, কথাটো এনে আছিল। মই তেতিয়াও মেক্সিকোত চিলিৰ কনছাল

জেনাবেল হৈছে আছিলো। এদিন সাতজন জাপানীয়ে অফিছ বন্ধ হুবৰ মুৰামুৰি সময়ত চিলিৰ ভিছা লবলৈ মোৰ কাষলৈ আহিল। সিহঁত ছানফ্রান্সিস্কো, লজ এঞ্জেলচ আৰু উত্তৰ আমেৰিকাৰ পশ্চিম উপকূলৰ বন্দৰবোৰৰ পৰা আহিছিল। মই সিহঁতৰ মুখলৈ চাই কিবা এটা বিপদৰ উমান পালো যেন লাগিল। ভাল সাজ পাৰ পিন্ধা এই মানুহবোৰৰ ভ্ৰমণৰ বিষয়ে কাগজ-পত্ৰ চব ঠিকেই আছিল—আৰু সিহঁতক দেখিলে ইঞ্জিনীয়াৰ বা কোনো ব্যৱসায়ী প্ৰতিষ্ঠানৰ কৰ্মকৰ্তা যেন লাগিছিল।

সিহঁতেনো কিয় তেতিয়াই মেক্সিকোলৈ আহি সেই দিনাই প্ৰথম প্লেন-খনতে উঠি জাপানলৈ যাব খুজিছে মই সুধিলো। সিহঁতে কলে যে উত্তৰ চিলিৰ সোৰা ৰপ্তানী কৰা বন্দৰটোকো পিলাৰ পৰা সিহঁতে জাপানলৈ যোৱা জাহাজ ধৰিব খোজে। মই তৰ্ক কৰি কলো যে এইবোৰ মহাদেশখনৰ সিটো মুৰলৈ অৰ্থাৎ চিলিলৈ যাবৰ কোনো দৰ্কাৰ নাই। কাৰণ এই একেখন জাপানী জাহাজ মাঞ্জানিলো বন্দৰত ৰব, আৰু তেওঁলোকে ইচ্ছা কৰিলে ইয়াৰ পৰা খোজকাঢ়ি গৈয়ো বহুত আগতে সেই জাহাজখন ধৰিব পাৰিব।

সিহঁতে সেমেনাসেৰ্মোনকৈ ইটোৱে সিটোৰ চকুলৈ চাই মিচিকিয়াই হাঁহিলে আৰু নিজৰ ভাষাত সিহঁতৰ ভিতৰতে কিবা কিবি কথা পাতিলে। জাপানী দূতাবাসৰ চেক্রেটাৰীজন সিহঁতৰ লগতে আছিল। সিহঁতে তেওঁৰ লগত কিবা পৰামৰ্শ কৰিলে। তেওঁ খোলাখুলিকৈ মোৰ লগত কথা পাতিবলৈ মন কৰি কলে, চাওক, ডাঙৰীয়া, এই জাহাজখনে যাবলগীয়া বাট সলনি কৰিলে—মাঞ্জানিলো বন্দৰলৈ ই আৰু নাহিব। আৰু সেই বাবেই এই গণ্যমান্য বিশেষজ্ঞ সকলে চিলিৰ বন্দৰৰ পৰা এইখন জাহাজ ধৰিবই লাগিব।

হঁঠাময়াকৈ মোৰ কথা এটা মনত উদয় হল। নিশ্চয় কিবা দৰকাৰী ঘটনা ঘটিবৰ হৈছে। মই তেওঁলোকৰ পাছপোৰ্ট, ফটোগ্ৰাফ, আমেৰিকাৰ যুক্তৰাষ্ট্ৰত কৰা তেওঁলোকৰ কামৰ তালিকা আদি খুজি লৈ পিচদিনা মোৰ লগত দেখা কৰিবলৈ কলো। তেওঁলোকে কলে যে সেইটো নহব। তেওঁ লোকৰ ভিছা তেতিয়াই লাগিব আৰু তাৰ বাবে তেওঁলোকে বিমান লাগে পইচা খৰচ কৰিব। মই কিন্তু আচলতে এনেকৈ সময় নিয়াৰ খুজিছিলো। মই বুজাই কলো তেতিয়াই ভিছা দিবৰ ক্ষমতা মোৰ নাই, পিচদিনা আকৌ এই বিষয়ে আমি আলোচনা কৰিম।

ইয়াৰ পিছত সিহঁতে মোক অকলে থৈ গলগৈ। অলপ অলপকৈ সাঁথৰটো মোৰ মনত মুকলি হল। উত্তৰ আমেৰিকাৰ পৰা সিহঁত ততা-তৈয়াকৈ পলাই অহা, আৰু ইমান জৰুৰীকৈ ভিছাৰ দৰ্কাৰ কিয় – কিয় ত্ৰিশ-বছৰৰ পিছত এই প্ৰথমবাৰ সিহঁতে এই জাহাজৰ যাত্ৰাপথ বদলাইছে ?—ইয়াৰ মানে কি ?

কাৰণটো তেতিয়া মই বুজি পালো। অৱশ্যেই এই দলটো সঠিক আৰু জৰুৰী খবৰ ৰখা মানুহ —আমেৰিকা যুক্তৰাষ্ট্ৰৰ পৰা ততাতৈয়াকৈ পলাই যাব খোজা ইহঁত জাপানী চোৰাবচোৰা—কিবা এটা সাংঘাতিক ঘটনা ঘটিব খুজিছে কাৰণে সিহঁতে পলাব। আৰু এই ঘটনাটো জাপানে যুদ্ধত যোগ দিয়াৰ বাহিৰে একো নহয়। মোৰ কাষলৈ অহা জাপানী মানুহ কেইটাই এই গুপুত খবৰটো জানে।

এই সিদ্ধান্তত উপস্থিত হৈ মই ঘোৰ দুৰ্ভাৱনাত পৰিলো। কি কৰা যায় ? মই ইংৰাজৰ বা মিত্ৰশক্তিৰ মেক্সিকোত থকা আমেৰিকাৰ প্ৰতিনিধিক চিনি নাপাইছিলো। জেনাৰেল দ্যা গলৰ চৰ্কাৰী কামৰ মানুহ কেইজনৰ লগতহে অহা যোৱা আছিল। মই তৎক্ষণাত তেওঁৰ লগত কথা পাতি এই ঘটনাটোৰ কথা জনালো। জাপানী মানুহ কেইটাৰ নাম আৰু সিহঁতৰ বিষয়ে প্ৰয়োজনীয় খবৰ আমাৰ হাতত আছিল। ফৰাছী চৰ্কাৰৰ মানুহ আগবাঢ়ি আহিলে জাপানী মানুহকেইটা ফান্দত পৰিব। পোনতে বৰ আগ্ৰহেৰে মই তেওঁলোকৰ আগত কথাটো তুলিলো কিন্তু তেওঁলোকৰ কিবা এটা আগ্ৰহৰ অভাৱ দেখি মোৰ ধৈৰ্য্য হেৰাল। "ডেকা কূটনীতিজ্ঞ, এই ঘটনাটোত ঠিক সিদ্ধান্ত ললে তোমালোকৰ খুব যশ হব। জাপানী চোৰাং-চোৰা বোৰৰ পৰা তোমালোকে গুপুত খবৰটো জানি লোৱা মোৰ কাষলৈ আহিলে মই সিহঁতক ভিছা নিদিওঁ। তোমালোকে কি কৰিবা তাক কিন্তু সোনকালে থিৰাং কৰিব লাগিব।

এনেকৈ লুকাভাকু খেল আৰু দুদিন চলিল। চ'টেলে এই বিষয়ে কোনো আগ্ৰহ নেদেখুৱালে। তেওঁলোকে একো নকৰে বুলি ক'লে। চিলিৰ কনছালজনেও আৰু আগুৱাব নোৱাৰিলে—মই সিহঁতক ভিছা নিদিলো কিন্তু জাপানীবোৰে তেতিয়াই কূটনৈতিক পাছপোৰ্ট উলিয়াই চিলিৰ দুতাবাসলৈ গল, আৰু ঠিক সময়তে টোকোপিলালৈ গৈ জাহাজ ধৰিব পাৰিলে। এ সপ্তাহৰ মূৰত পাৰ্ল হাৰ্বাৰত বোমা পৰাৰ শব্দত পৃথিবীৰ চমক ভাঙিল।

## শামুক বিশাৰদ মই

বহু বছৰৰ আগতে চিলিৰ খবৰৰ কাগজ এখনে মোৰ প্ৰিয় বন্ধু বিখ্যাত প্ৰফেছাৰ জুলিয়ান হাক্সলি'ৰ বিষয়ে এটা গল্প ছপাইছিল। ছান্টিয়াগোলৈ আহি এয়াৰপোৰ্টত তেওঁ মোৰ খবৰ কৰিছিল। সাংবাদিক সকলে তেওঁক সুধিলে, "কবি নেৰুডা ?"

নহয়, মই নেৰুডা নামৰ কোনো কবিক চিনি নাপাওঁ। শামুক বিশাৰদ নেৰুডাৰ লগত মই কথা পাতিব খুজিছো।

তেওঁ শামুক বিশাৰদ কথাৰ গ্ৰীক শব্দটো কৈছিল।

গল্পটো শুনি মই খুচি হৈছিলো। তেওঁ এনেকৈ গা বেজবেজাই যোৱা ঠাট্টাত ওস্তাদ মানুহ আছিল। তেওঁ মোক কবি বুলি নজনাটো সঁচা নহয়। কাৰণ হাক্সলি আৰু মই বহুত দিনীয়া বন্ধু। তেওঁ বুধিয়ক মানুহ— তেওঁতকৈ বেচি প্ৰখ্যাত ভায়েক এলডুচ হাক্সলিতকৈ তেওঁ বেচি বুধিয়ক আৰু বেচি নিভাজ মানুহ।

মেক্সিকোত সাগৰৰ পাৰৰ বালিভূমিত মই অনাইবনাই ফুৰিলো, ফটফটীয়া কুঁহুমীয়া পানীত ডুব দিলো, আৰু সাগৰৰ অতি অপৰূপ শামুকৰ খোলা গোটালো। পিছলৈ, কিউবা আৰু অইন অইন ঠাইতো মই মানুহৰ লগত সলাই কিনি উপহাৰ পাই, আৰু কেতিয়াবা চুৰ কৰি (পৃথিবীত সৎ সংগ্ৰাহক বুলি কোনো কথা নাই), মোৰ সাগৰৰ ধন ভৰালটো পূৰ্ণ কৰিলো, আৰু লাহে লাহে এই ভৰালে উপৰ্চি এটাৰ পিছত এটাকৈ মোৰ ঘৰৰ কোঠাবোৰ অধিকাৰ কৰি ললে।

চীনৰ সাগৰৰ, ফিলিপাইনৰ আপুৰুগীয়া সংগ্ৰহ জাপান আৰু বাল্টিক সাগৰ, দক্ষিণ মেৰুৰ শংখ আৰু কিউবাৰ শামুক—ৰঙা, গেৰুৱা চিত্ৰবিচিত্ৰ খোলা, কাৰিবিয়ান নটুৱাৰ দৰে নীলা আৰু বেঙুনীয়া ৰঙৰ—সকলো মোৰ তাত আছিল। ব্ৰাজিলৰ মাটো গ্ৰোছো-ৰ মাটি শামুক বোলা জাতৰ খোলা মোৰ তাত নাছিল। এবাৰ এনে এটা শামুক মই দেখিলো—কিন্তু তাক কিনি লব নোৱাৰিলো—জঙ্গলৰ পৰা এনে এটা শামুক ধৰি আনিবও নোৱাৰিলো। একেবাৰে সেউজীয়া ৰঙৰ—পান্নাৰ দৰে সেউজীয়া বৰ ধুনীয়া।

মই ইমান লোভী শামুক সংগ্ৰাহক হলো যে বহুত দূৰৰ সমুদ্ৰলৈ গৈও এইবাবে গৈছিলো। মোৰ বন্ধুসকলেও মোৰ বাবে শামুক ধৰাৰ উৎসাহত শংখ চিকাৰ আৰু শামুক গোটোৱাৰ কামত লাগিল।

প্ৰায় ১৫,০০০ মান শামুকৰ খোলা গোটোৱাৰ পিছত এইবোৰে মোৰ ঘৰৰ ছেলফ্‌ ভৰি পৰি চকী, মেজ ইত্যাদি দখল কৰি ললে। শঙ্খ-শাস্ত্ৰ বা শামুক-শাস্ত্ৰ যিহকে বোলক—তাৰ কিতাপবে মোৰ লাইব্ৰেৰী ভৰি পৰিল। এদিন মই মোৰ সংগ্ৰহ খিনি লৈ ডাঙৰ ডাঙৰ কাঠৰ বাকচত ভৰাই মোৰ "আলমা মেটাৰ" য়ুনিভাৰ্ছিটীত দান কৰিবলৈ মোৰ সংগ্ৰহটো তেতিয়ালৈ জনাজাত হৈ পৰিছিল। অইন বহুত ভাল দক্ষিণ আমেৰিকাৰ প্ৰতিষ্ঠানৰ দৰে মোৰ য়ুনিভাৰ্ছিটীয়েও বহুত শলাগ আৰু মিঠা কথাৰে তাক গ্ৰহণ কৰিলে—আৰু বোধহয় ঘৰৰ একেবাৰে মজিয়াৰ তলত দ'কৈ পুতি থলে। তাৰ পিছত তাক আৰু কোনেও দেখা নাই।

## "আৰাউকেনিয়া"

মই যেতিয়া বহুত নিলগৰ দ্বীপপুঞ্জবোৰত কাম কৰিছিলো সাগৰে গুণগুণাই কানে কানে কথা কৈ মোৰ নিৰ্বাক জগতৰ নিঃসঙ্গতা আঁতৰাইছিল। কিন্তু ঠাণ্ডা আৰু গৰম যুদ্ধই কনছুলাৰৰ কামটো দুৰ্নীতিপূৰ্ণ কৰিলে, আৰু তাৰ ফলত প্ৰতিজন কনছাল এটা স্বয়ংক্ৰিয় যন্ত্ৰত পৰিণত হল, নিজৰ কোনো ব্যক্তিত্ব নোহোৱা নিজে অকলে কোনো সিদ্ধান্ত লব নোৱাৰা—তেওঁৰ কামটো প্ৰায় পুলিচৰ দৰে হলগৈ। বিদেশ মন্ত্ৰকে অভিবাসী মানুহৰ জাতিগত উৎপত্তিৰ ওপৰত জোৰ দিবলৈ কৈছিল—আফ্ৰিকা, এছিয়া আৰু ইহুদী জাতিৰ মানুহে আমাৰ দেশত সোমাব নোৱাৰা হৈছিল।

এই মুৰ্খামি ইমান বাঢ়িছিল যে মইও ইয়াৰ বলি হলো। জাতীয় ধন ভৰালৰ সহায় নোলোৱাকৈ মই আৰাউকেনিয়া বোলা এখন আলোচনী আৰম্ভ কৰিছিলো। বেটুপাতত এগৰাকী শুৱনী আৰাউকেনিয়াৰ মানুহে দাঁত দেখুৱাই মৰা হাঁহিৰে ছবি এখন দি আলোচনীখন সজোৱা হৈছিল। বিদেশ-মন্ত্ৰীয়ে সেই চেলুকে লৈ মোক বেয়াকৈ কথা শুনালে। ডন পেড্ৰো এগুইৰে ছাৰ্ডা আমাৰ ৰিপাব্লিক প্ৰেছিডেণ্ট আছিল। তেওঁৰ অমায়িক উদাৰ মুখখনত আমাৰ মিশ্ৰ জাতিৰ গঢ় আছিল।

এইটো সকলোৰে জনা কথা যে আৰাউকেনিয়া জাতিক চেপা মাৰি জয় কৰি, অৱশেষত তাক বিস্মৃতিৰ এন্ধাৰলৈ ঠেলি পেলোৱা হৈছে। তাতকৈ ডাঙৰ কথা হল বুৰঞ্জী লিখোতা সকলো বিজয়ী জাতিৰে মানুহ, নহলেও এই জয়ৰ বাবে লাভৰ মুখ দেখা মানুহেই। আৰাউকেনিয়ান জাতিতকৈ গুণী-

জাতি বৰ কমহে আছে। কোনোবা দিন আমি আৰাউকেনিয়ান য়ুনিভাৰ্ছিটী পতা দেখিম। আৰাউকেনিয়ান ভাষাত কিতাপ ছপোৱা দেখিম আৰু তেতিয়াহে বুজিম তেওঁলোকৰ খোলা মনৰ উদাৰতা, তেওঁলোকৰ পবিত্ৰতা আৰু আগ্নেয়গিৰিৰ নিচিনা শক্তিৰ কি মহিমা।

দক্ষিণ আমেৰিকাৰ কেইখনমান দেশত হাঁহি উঠা জাতিগত ভণ্ডামি হল। উপনিবেশিকতাবাদৰ পাপ—তেওঁলোক নিজেই বহুত বেলেগ বেলেগ জাতিৰ মিহলি তেজৰ পৰা ওপজা মানুহ। এনে এখন মণ্ড তেওঁলোকে সাজিব খোজে যৰ পৰা এমুঠি বগা বা পাতল ৰঙৰ ছামড়াৰ ফটুৱাই পবিত্ৰ আৰ্যবংশীয় বা ভণ্ড ভগনীয়া বুলি নিজকে জাহিৰ কৰি সমাজত ঘূৰি ফুৰিব পাৰিব। সৌভাগ্যবশতঃ এনে মনোভাৱ এতিয়া অতীতৰ ঘটনাৰ নিচিনা হৈছে। আৰু য়ুনাইটেড নেছনৰ-অত কৃষ্ণবৰ্ণ আৰু মঙ্গোলীয়ান প্ৰতিনিধি আহি ভৰি পৰিছে। চমুকৈ কবলৈ গলে বোধশক্তিৰ সাৰবস্তু যিমানে বাঢ়িব, গছৰ লেখিয়াকৈ সকলো জাতিৰে পাতফুলৰ নানাবৰণীয়া শোভা চকুত পৰিব।

মোৰ বৰ বিৰক্তি লগাত এদিন চিৰদিনৰ বাবে কনছাল জেনাৰেলৰ পদত ইস্তফা দিলো।

## যাদু আৰু ৰহস্য

তাৰ উপৰি মই বুজিছিলো যে কলম্বাছ পূৰ্ব সভ্যতাৰ সোৱাদ পোৱা অত্যাচাৰিত, দুৰ্দান্ত আৰু জাতীয়তাবাদী মেক্সিকোৰ জগতখনত মই উপস্থিত নাথাকিলেও বা মোৰ সমৰ্থন নাথাকিলেও চলিয়েই যাব। নিজৰ দেশলৈ উভটিবৰ সময়ত মেক্সিকোৰ জীৱনৰ বিষয়ে মই যেন অহাৰ সময়তকৈও কমহে বুজি পাইছিলো। প্ৰতিদ্বন্দ্বী মহলত শিল্প আৰু জ্ঞানৰ বিস্তাৰ ঘটিছিল। কিন্তু কোনো এটা দল বা কোনো এজন মানুহৰ পক্ষ লোৱাটো ভয়ৰ কাৰণ আছিল—সকলোৱে তেওঁক নেওঁচিবলৈ আগ্ৰহী আছিল।

মই যাবলৈ সাজু হলো, মোক ৰাজহুৱাকৈ সন্মান জনাবলৈ ভয়ংকৰ উৎসাহেৰে যোজা কৰা হল। প্ৰায় তিনি হেজাৰ মানুহক ভোজ খুউৱা হল—সোমাবলৈ ঠাই নথকাত বাহিৰত শ' শ' মানুহ বৈ আছিল। কেইবাজনো প্ৰেছিডেণ্টে সাদৰৰ বাণী পঠিয়ালে। মেক্সিকো আমেৰিকাৰ কষ্টি পাথৰ, প্ৰাচীন আমেৰিকাৰ সৌৰ কেলেণ্ডাৰ খন, সভ্যতাৰ জেউতিৰ মূল বিন্দু,

জ্ঞান আৰু ৰহস্যৰ চাবি কাঠিটো যে ইয়াত সজা হৈছিল—সেইটো কোনো দৈব ঘটনা নহয়।

মেক্সিকোত সকলো ৰকমৰ ঘটনা ঘটিব পাৰিছিল, আৰু ঘটিছিলও। এখন মাত্ৰ বিৰোধী খবৰৰ কাগজ আছিল, তাকো চৰ্কাৰৰ সহায়তহে চলোৱা হৈছিল। মানুহে ভাবিব নোৱাৰা স্বেচ্ছাচাৰী গণতন্ত্ৰ ইয়াত চলিছিল।

এই দুখলগা ঘটনাৰ কথা মোৰ মনত পৰিছে—ই মোক বেয়াকৈ ভবাই তুলিছিল। এটা কাৰখানাত ধৰ্মঘট চলি আছিল। মিটমাটৰ কোনো আশা পোৱা নগৈছিল। ধৰ্মঘটী বনুৱাৰ ঘৈনীবোৰে একেলগ হৈ প্ৰেছিডেণ্টৰ লগত দেখা কৰি বোধহয় তেওঁলোকৰ দুখদুৰ্দশা আৰু অভাৱৰ কথা জনাব খুজিছিল। অৱশ্যে তেওঁলোকৰ হাতত কোনো অস্ত্ৰ-শস্ত্ৰ নাছিল। বাটত আহোঁতে দেশৰ মুখিয়াল মানুহজনক দিবলৈ তেওঁলোকে অলপ ফুল গোটাই ললে। প্ৰেছিডেণ্টৰ হাউলিৰ পদুলিতে এজন প্ৰহৰীয়ে তেওঁলোকক ৰখালে, ভিতৰলৈ যাবলৈ হাক দিলে। প্ৰেছিডেণ্ট তেওঁলোকৰ লগত দেখা নকৰে—তেওঁলোকে নিয়মমতে চৰ্কাৰী বিভাগৰ যোগেদি আবেদন কৰিব লাগিব বুলি কলে। সি যি নহওক, হাউলিৰ চোতাল খালি কৰি দিবলৈ তেওঁলোকক শেহবাৰ সাৱধান কৰি দিয়া হল।

তিৰোতা সকলে তেওঁলোকৰ প্ৰাৰ্থনা জনালে ; তেওঁলোকে একো গোলমাল নকৰে, মাত্ৰ প্ৰেছিডেণ্টক ফুলখিনি উপহাৰ দি ধৰ্মঘটৰ মীমাংসা কৰি দিবলৈ তেওঁ কিবা কৰিব পাৰিবনে সুধিব। তেওঁলোকৰ পো-পোৱালীয়ে অনাহাৰত দিন কটাইছে -এনেকৈ আৰু চলিব নোৱাৰি। পহৰাদাৰ বিষয়া জনে কোনো বাতৰি নিবলৈ মান্তি নহল, আৰু তিৰোতা সকলেও ঘূৰি যাব নুখুজিলে।

তাৰ পিছত কাৰেঙৰখীয়া দলৰ পিনৰ পৰা এজাক গুলি আহি আকাশ ভেদিলেহি। ৬।৭ জনা তিৰোতা ঠাইতে ঢুকাল, আৰু বহুত জনা আহত হ'ল।

পিছদিনা লৰালৰিকৈ তেওঁলোকক কবৰ দিয়া হল। মই আশা কৰি আছিলো যে এনেকৈ হত্যা কৰি মৰা তিৰোতা সকলৰ কফিনৰ পিছে পিছে বিৰাট শোভাযাত্ৰা যাব। কিন্তু মাত্ৰ কেইগৰাকী মান মানুহহে দেখা গল। ওঁইয় ইউনিয়নৰ নেতাজনে এটা বক্তৃতা দিলে, তেওঁ এজন বিশিষ্ট ৰাজনৈতিক বিপ্লৱী বুলি জনাজাত আছিল। কাৰখানাত তেওঁৰ বক্তৃতাটো একেবাৰে ঘটনাৰ উপযোগী আছিল। পিছদিনা মই গোটেই বক্তৃতাটো খবৰৰ কাগজত পঢ়িলো --তাত প্ৰতিবাদৰ এটা লাইনো মোৰ চকুত নপৰিল, এধাৰিও খংকৈ

কোৱা কথা বা এই অত্যাচাৰৰ বাবে দায়ী মানুহবোৰৰ বিচাৰ হব লাগে বুলি দাবী কৰো নাছিল। দুসপ্তাহ মানৰ পিছতে এই হত্যাকাণ্ডৰ কথা আৰু কোনেও উল্লেখ নকৰা হল ; কোনোৱে, কেতিয়াও, কাৰো লেখাত এই বিষয়ে উনুকিওৱা মই দেখা নাই।

প্ৰেছিডেন্টজন নিজে এজটেক্ জাতিৰ মানুহ আছিল—ইংলণ্ডৰ ৰাজ-পৰিবাৰতকৈ হেজাৰগুণে বেচি সুৰক্ষিত, এই গণ্যমান্য বিষয়াজনক ধেমালিতে বা সঁচাকৈ কোনো খবৰৰ কাগজেই সমালোচনা কৰিব নোৱাৰিছিল আৰু কোনোবাই কৰিলে ততালিকে তাৰ বিষময় পৰিণামত ভুগিছিল।

মেক্সিকোৰ ঘটনাপঞ্জী ইমান নাটকীয়ভাৱে, ছবিৰ দৰে চমৎকাৰ যে মানুহে সেই ৰূপকৰ দেশৰ পৰা বিভোৰহৈ ঘুৰি আহে—এই ৰূপক অৱশ্যে দিনে দিনে জীৱনৰ ঘাই সুতিৰ পৰা ফালৰি কাটি যাব ধৰিছে—তেজত লুতুৰি-পুতুৰি মানুহৰ জকা সিঁচৰতি হৈ আছে—দাৰ্শনিকসকল হৈ পৰিছে ডাঙৰ ডাঙৰ কথাৰ বেপাৰী, অস্তিত্ববাদী বিতৰ্কৰ আলোচনাত সময় কটায়—আগ্নেয়-গিৰিৰ দৰে গৰম ৰাজনৈতিক আবহাওয়াত সেইবোৰ মূৰ্খামি যেন লাগে। কেতিয়াবা, কৰবাত, বেসামৰিক নাগৰিক প্ৰতিবাদ নোহোৱা নহয়—কিন্তু সেইবোৰ বহুত কষ্টৰ মাজতহে কৰা হয়। ৰাজসিংহাসনৰ তলত তৰপে, তৰপে অনুগত মানুহে ঠাহ খাই ভৰি আছে।

কিন্তু মেক্সিকোত সকলো ৰকমৰ ভোজবাজীৰ আবিৰ্ভাৱ আৰু অন্তৰ্ধান হয়। চহাৰ চকুৰ আগতে, তেওঁৰ এখানিমান ফলৰ বাগিছাত উৰহীৰ গছ থাকোতেই ওপজা কোনোবা এটা আগ্নেয়গিৰিৰ পৰা আৰম্ভ কৰি—“কৰ্টেছ”-ৰ জকাৰ বাবে হাবাথুৰি খাই বিচৰালৈকে—এখেতে আদিম পৰাজিত জাতিৰ মূৰৰ খোলাক সোণৰ শিৰস্ত্ৰাণ পিন্ধি এতিয়ালৈকে, আজি বহুত শতাব্দী ধৰি পহৰা দি আছে বুলি কথিত আছে—অথবা এজটেক সম্ৰাট কুৱাইহে টেমক-ৰ দেহাৱশেষ বিচৰাটো কম গুৰুতৰ বিষয় নহয়। চাৰি শতিকাৰ আগতে শেষ হৈ যোৱা এই ধ্বংসাৱশেষবোৰ মাজে মাজে ইপিনে সিপিনে ওলায়, ইণ্ডিয়ান সকলে সেইবোৰ যতনেৰে গুপুতে লুকুৱাই থয়, মাজে সময়ে যেন সোঁতত উঠি ওলায় আকৌ গভীৰ এন্ধাৰত পোত খায়।

এটা উদণ্ডীয়া ঈগল চৰাইৰ দৰে মেক্সিকোই মোৰ মূৰৰ ওপৰত খালি ঘূৰিপাকি ফুৰে। মৃত্যুয়েহে মাত্ৰ মোৰ সুপ্ত সৈনিকৰ হিয়াত ইয়াৰ ডেউকা দুখনি বিস্তাৰ কৰিব পাৰিব।

# এন্ধাৰৰ কবলত মোৰ দেশ

## মাচ্চু পিচ্চু

মই নিজৰ ইচ্ছাত চাকৰিত ইস্তফা দিয়া চিঠিখন বিদেশমন্ত্ৰকে অলপো দেৰি নকৰাকৈ গ্ৰহণ কৰিলে।

কূটনৈতিক জীৱনত ই মোৰ আত্মহত্যা—মই চিলিলৈ ঘূৰি যাবলৈ সুযোগ পোৱাত পৰম সন্তোষ পালো। মই বিশ্বাস কৰো যে মানুহে তেওঁৰ নিজৰ দেশতে বাস কৰিব লাগে। কুলশীল হেৰুৱালে তেওঁ নিৰাশাত ভোগে, আৰু ই কিবা নহয় কিবা উপায়ে আত্মাৰ জেউতিৰ জিলিকনিত বাধা দিয়ে। মই মোৰ নিজৰ দেশতহে বাস কৰিব খোজো। মোৰ হাত ভৰি ইয়াৰ মাটিত নাৰাখিলে, মোৰ কান ইয়াত নাপাতিলে, ইয়াৰ বৈ যোৱা পানীৰ কুলকুল শব্দ নুশুনিলে আৰু ছঁয়াময়া ছাঁটো নেদেখিলে, মোৰ অস্তিত্বৰ শিপাই ইয়াৰ মাটিৰ পৰা আইৰ বুকুৰ দৰে পুষ্টি নাপালে মই জীয়াই থাকিব নোৱাৰিম।

কিন্তু চিলিলৈ ঘূৰি যোৱাৰ আৰু এটা অইন উপকাৰ মই আবিষ্কাৰ কৰিলো—সি মোৰ কবিতাৰ ৰং-ৰহন বঢ়াত আৰু এটা তৰপৰ প্ৰলেপ বুলালে।

পেৰুত বধিতাৰ মাচ্চু পিচ্চুৰ ধ্বংসাৱশেষ চাবলৈ মই যাত্ৰা আৰম্ভ কৰিলো। তেতিয়াৰ দিনত সেইপিনে বাট-পথ নাছিল, আমি ঘোড়াত উঠি যাবলগীয়া হৈছিল। একেবাৰে মূৰত, সেউজীয়া এণ্ডিজ পৰ্বতৰ ওখ ওখ টিং বোৰত প্ৰাচীনকালৰ পাথৰৰ ঘৰ দুৱাৰৰ ধ্বংসাৱশেষ দেখিলো। ইমান-দিনীয়া দুৰ্গবোৰ শত শত বছৰৰ ৰ'দ-বতাহত ক্ষয় গৈছে, সিহঁতৰ ওপৰেদি খৰস্ৰোতা জুৰিৰ পানীয়ে শিলত থেকেচা খাই খাই পৰিব ধৰিছে। উইল-কামায়ু নৈৰ ওপৰত বগা কুঁৱলি ভাহি ফুৰিছে। সেই শিলাময় জগতৰ নাইকুণ্ডত মই নিজকে একেবাৰে এধানিমান প্ৰাণী যেন পালো—এখন পৰিত্যক্ত জগতৰ নাইকুণ্ডটো যেন আকাশৰ ওপৰলৈ অহংকাৰী হৈ মূৰ দাঙি থিয় দি আছিল। মইয়ো যেন কিবাকৈ সেই জগতখনৰে মানুহ আছিলো। অতীতৰ কোনোবা দিনত যেন মোৰ এই হাত দুখনেই গাঁত খান্দি, পাথৰ ঘঁহি নিমজ কৰি ইয়াত পৰিশ্ৰম কৰি গৈছে।

মোৰ নিজৰ ঘৰ চিলিত, পেৰুত, আমেৰিকাৰ কোনোবা এখন ঠাইত যেন লাগিল। সেই দুৰ্গম গিৰিশিখৰত সিঁচৰতি হৈ পৰি থকা মহিমাময় ধ্বংসাৱশেষৰ মাজত মই কবিতা লিখি যোৱাৰ বিশ্বাসৰ প্ৰেৰণা পালো। মোৰ "আলটুৰাছ ডে মাচ্চু পিচ্চু" কবিতাৰ জন্ম তাতে।

## সোৱাৰ দেশ পাম্পা

১৯৪৩ চনৰ শেহত মই আকৌ ছাণ্টিয়াগো পালোহি। এটা ঘৰ কিস্তিত দাম দিবলৈ ঠিক কৰি কিনি তাতে মই থিতাপি ললো; এই ঘৰটো প্ৰকাণ্ড গছগছনিৰে ঘেৰা আছিল, সকলো কিতাপ-পত্ৰ লৈ মই আকৌ পৰিশ্ৰমৰ জীৱন বাছি ললো।

আকৌ এবাৰ মই আমাৰ ৰূপহী দেশখনৰ সৌন্দৰ্য ইয়াৰ তিৰোতাসকলৰ ৰূপ-লাৱণ্য, চকুত চমক লগা প্ৰকৃতিৰ জাকজমক, মোৰ সমনীয়া ভাই-বন্ধুৰ কাম-বন, দেশবাসীৰ বুদ্ধিমত্তাৰ সন্ধান লবলৈ ওলালো, দেশখনত একো সলনি হোৱা নাই। পাথৰবোৰ, টোপনিত লালকাল দি পৰি থকা গাঁওবোৰ, খনি অঞ্চলত হিয়া-বিদৰোৱা দাৰিদ্ৰ, চহৰৰ ক্লাবঘৰত পৰিপাটীকৈ সাজপাৰ পিন্ধা মানুহৰ ভিড় —সকলো একেই আছিল। মই এটা সিদ্ধান্ত লব লগীয়াত পৰিলো।

মোৰ এই সিদ্ধান্তই মোক অপবাদ আৰু যশস্যা—দুয়োৰে ভাগী কৰিলে। কোন কবিয়েনো তাৰ বাবে অনুতাপ কৰিব ?

কুৰ্জিও মালাপাৰ্টিয়ে মই তলত বৰ্ণোৱা ঘটনাটোৰ কেইবছৰমানৰ পিছত মোৰ এটা সাক্ষাতকাৰ লৈছিল। এটা প্ৰবন্ধত তেওঁ এই বিষয়ে সুন্দৰকৈ কৈছিল, "মই কম্যুনিষ্ট নহওঁ, কিন্তু মই যদি চিলিৰ এজন কবি হলোহেঁতেন, মই তেনেহলে পাবলো নেৰুডাৰ দৰে এজন কম্যুনিষ্টেই হলোহেঁতেন আপুনি কোনোবা এটা পক্ষ লবই লাগিব—হয় কেডিলাক গাড়ীৱালাৰ পক্ষে, নহলে স্কুলত নপঢ়া, জোতা নিপিন্ধা শুদা ভৰিৰ জনগণৰ পক্ষে।

এই স্কুলত নপঢ়া, জোতা নিপিন্ধা মানুহসকলে ১৯৪৫ চনৰ ৪ মাৰ্চত মোক চিনেটৰ নিৰ্বাচিত কৰিলে। মোৰ বাবে এইটো সদায় গৌৰৱৰ কথা যে চিলিৰ বিৰূপ অঞ্চলৰ—তাম আৰু সোৱাৰ বিৰাট খনি অঞ্চলৰ হেজাৰ হেজাৰ মানুহে মোক ভোট দিছিল।

পাম্পা অঞ্চলত খোঁজ কঢ়াটো পৰিশ্ৰমৰ কাম আৰু টান কাম। আধা

শতাব্দী ধৰি তাত বৰষুণ হোৱা নাই, আৰু তাৰ ফলত হোৱা মৰুভূমিৰ চিন খনি-মজুৰৰ মুখত দেখা গৈছে। ব'দত পোৰা এই মানুহবোৰে নিৰ্জনতা আৰু আওহেলা সহিবলৈ বাধ্য হোৱাত চকুত এটা তীক্ষ্নতা ফুটি ওলাইছে। মৰুভূমিৰ পৰা পৰ্বতৰ ওপৰলৈ উঠিবৰ সময়ত, কোনোবা দুখীয়াৰ পজাত সোমাই এওঁলোকে কি অমানুষিক পৰিশ্ৰম কৰে তাক জানিলে আৰু আচুতীয়াকৈ থকা পতিত এই মানুহসকলৰ আশা-আকাংখা সকলো তোমাৰ হাতত সঁপি দিছে বুলি জনাটো বৰ পাতল কথা নহয়। কিন্তু মোৰ কবিতাই তেওঁলোকৰ লগত যোগাযোগৰ এটা বাট মুকলি কৰি দিলে, তেওঁলোকৰ মাজত খোঁজ কাঢ়ি ফুৰাচকা কৰিবলৈ, ইমান কষ্টত জীৱন-যাপন কৰা মোৰ দেশবাসীৰ আজীৱন ভাই হৈ থাকিবলৈ মোক সুযোগ কৰি দিলে।

পেৰিছ নে প্ৰাগ ঠিক মোৰ মনত নাই—এবাৰ মোৰ সন্দেহ হৈছিল যে মোৰ বন্ধুসকলৰ ভিতৰত বিশ্বজ্ঞানৰ পৰিধি কিমান দূৰ। তেওঁলোকৰ বেছিভাগেই লেখক আছিল আৰু বাকী সকল ছাত্ৰ আছিল।

মই তেওঁলোকক কলো, "আমি চিলিৰ বিষয়ে বহুত কথা পাতিলো, আৰু সেইটোও বোধহয় মই চিলিৰ মানুহ বাবেই। কিন্তু মোৰ জানিবৰ ইচ্ছা গৈছে আপোনালোকৰ কোনোবাই আমাৰ দুৰৈৰ দেশখনৰ বিষয়ে কিবা জানেনে? উদাহৰণস্বৰূপে—আমি যাতায়াতৰ বাবে কি যানবাহন ব্যৱহাৰ কৰো? হাতী, মটৰগাড়ী, ট্ৰেন, এৰোপ্লেন, বাইচাইকেল, উট নে স্লেজগাড়ী?"

তেওঁলোকৰ বহুতে গহীনহৈ উত্তৰ দিলে—হাতী।

চিলিত হাতী বা উট নাই। কিন্তু ইও ঠিক যে বৰফ হৈ জমি থকা ঠাইৰ পৰা আৰম্ভ কৰি উত্তৰৰ বহুতদিন বৰষুণ নোহোৱা নিমখৰ খনি আৰু মৰুভূমিলৈ বিয়পি থকা এখন দেশে মানুহক কিমান বিমোৰত পেলাব পাৰে। তেনে বনৰীয়া দেশখনৰ চিনেটৰ নিৰ্বাচিত হৈ জীৱনত কোনোদিনা এটা কামিজ বা টাই নিপিন্ধা সোৱা আৰু তামৰ খনিৰ অসংখ্য বনুৱাৰ প্ৰতিনিধি হৈ মৰুভূমিত মই বহুতদিন ভ্ৰমণ কৰিবলগীয়াত পৰিছিলো।

সেই নামনি মাটিত; অফুৰন্ত বালিৰ ৰাশিত চকু থৈ মোৰ জোনত ফুৰিবলৈ যোৱা যেন লাগিল। এই এলেকাখন দেখিবলৈ শূন্যগ্ৰহৰ দৰে, কিন্তু আমাৰ দেশৰ মহামূলীয়া সম্পদ ইয়াতে লুকাই আছে। বগা সাৰ আৰু ৰঙা খনিজবস্তুটো শুকান মাটি আৰু শিলাময় পৰ্বতৰ পৰা খান্দি উলিয়াব লাগে। জগতত বৰ কম ঠাইহে আছে যত জীৱন ইমান কঠিন, আৰু

জীৱনত এনে কম আশা-আকাঙ্খা আছে। কাঢ়য়াই পানী আনি একেবাৰে সাধাৰণ ফুলগছৰ সৰু এটা পুলি ৰুৱলৈ, এটা কুকুৰ, শহাপহু বা গাহৰি পুহিবলৈ অবৰ্ণনীয় কষ্ট কৰিব লগা হৈছিল।

এই দেশৰ একেবাৰে সিটো মূৰৰ পৰা মই আহিছিলো। প্ৰকাণ্ড, ঘন গছ-গছনি আৰু জঙ্গলৰে ভৰা সেউজীয়া দেশত মোৰ জন্ম। মোৰ লৰালিৰ জীৱন বৰষুণ আৰু বৰফেৰে ভৰা জোনৰ দৰে মৰুভূমিৰ মুখামুখি হৈ মোৰ, জীৱনৰ গতি অইন পিনে ঘূৰি গল। এই মানুহসকলক পাৰ্লামেণ্টত প্ৰতিনিধিত্ব কৰি—এওঁলোকৰ নিজান জীৱন, এওঁলোকৰ বিশাল স্থলভূমিৰ কথা বৰ্ণোৱা এটা টান কাম। উদং মাঠি, ক'তো তৃণ এডালিও নাই, এটোপাও পানী নাই -তেনে মাটি এটা ছঁয়ামায়া সাথিৰহে হাবিয়ে বনে, নৈৰ পাৰে পাৰে সকলোৰে মানুহৰ লগত কথা পাতে। অইন হাতে মৰুভূমি হল নিৰ্বাক—মই ইয়াৰ ভাষা মানে ইয়াৰ নীৰৱতাৰ বাণী, কেতিয়াও বুজিব নোৱাৰিলো।

বহুত বছৰ ধৰি সোৱাৰ অধিকাৰী জোটাশলীয়া সমাজে পাম্পা অঞ্চলত নিজা নিজা অধিকাৰৰ ৰাজ্য, পমুৱা ৰাজ্য বা সাম্ৰাজ্য স্থাপন কৰি আহিছিল। ইংৰাজী, জাৰ্মান আদি সকলো জাতিৰ আক্ৰমণকাৰীবোৰ আহি ভাল ভাল ঠাইবোৰ দখল কৰি লৈ তাত নিজৰ নিজৰ কোম্পানীৰ নাম দি থৈছিল। তাত সিহঁতে নিজৰ মুদ্ৰা পদ্ধতি প্ৰচলন কৰিলে; মানুহৰ সমাবেশ বন্ধ কৰিলে, জনগণৰ ছাপাখানা বন্ধ কৰি দিলে। সেই ঠাইবোৰৰ চৌহদ্দিত সোমাবলৈ হলে বিশেষ অনুমতি লবলগীয়া হল, অৱশ্যে খুব কম মানুহেহে এনে অনুমতি পাইছিল।

এদিন আবেলি, মই মাৰিয়া এলেনা বোলা পটাছিয়াম সোৰাৰ খনিৰ অফিচৰ মেছিনৰ দোকানৰ শ্ৰমিক সকলৰ আগত বক্তৃতা দিলো। প্ৰকাণ্ড কাৰখানাৰ মজিয়াখন নিতৌ যেনেকৈ থাকে তেনেকুৱাই পানী, তেল আৰু এছিডৰ সানমিহলিত লুতুৰি-পুতুৰি হৈ আছিল। ইউনিয়নৰ নেতাসকলে, আৰু মই বোকাপানীৰ হাত সাৰিবলৈ কাঠৰ তক্তাৰ ওপৰেদি খোজ কাঢ়ি গৈছিলো। মোক কোৱা হৈছিল যে এই কাঠৰ তক্তাবোৰৰ বাবে তেওঁলোকে একেলেঠাৰিয়ে ১৫ বাৰ ধৰ্মঘট কৰিবলগীয়া হৈছিল, ৮ বছৰ ধৰি আবেদন কৰিছিল আৰু ৭ জনৰ মৃত্যু হৈছিল।

মৃত্যুৰ ঘটনাটো এনে—এবাৰ ধৰ্মঘটৰ সময়ত কোম্পানীৰ প্ৰাইভেট পুলিচে ৭ জন নেতাক ধৰি নিলে। প্ৰহৰীবোৰে ঘোৰাত উঠি গৈছিল—

কিন্তু শ্ৰমিকসকলক একেলগে ৰছিৰে বান্ধি বালিৰ ওপৰেদি খোজ কঢ়াই নিয়া হৈছিল। কেইটামান গুলিয়ে তেওঁলোকক শেষ কৰিলে। মৃতদেহবোৰ মৰুভূমিৰ ৰ'দ আৰু ঠাণ্ডাত পেলাই থৈ অহা হল, অৱশেষত লগৰীয়া শ্ৰমিকসকলে নি তেওঁলোকৰ সৎকাৰ কৰিলে।

তাৰও বহুত বছৰৰ আগতে অৱস্থা আৰু বেয়া আছিল। উদাহৰণস্বৰূপে ১৯০৬ চনত সোৰা আৰু খনিৰ ধৰ্মঘটী সকলে তেওঁলোকৰ দাবী পোনেপোনে চৰ্কাৰক জনাবলৈ ইকিকু চহৰলৈ গৈছিল— বাটৰ কষ্টত ভাগৰিজুগৰি তেওঁলোক কেই হাজাৰমান মানুহে নগৰৰ মাজৰ পাৰ্ক এখনত জিৰণি লবলৈ গোট খালে। পিচদিনা পুৱা তেওঁলোকে গৱৰ্নৰৰ লগত দেখা কৰি, তেওঁলোকৰ আবেদনপত্ৰখন দিব। কিন্তু তাৰ আৰু সুযোগ নহল। এজন কৰ্নেলৰ অধীনত দোকমোকালিতে এটা সেনাদল আহি ঠাইখন বেৰি পেলালে, এটাও কথা খৰচ নকৰি গুলি চলাবলৈ আৰম্ভ কৰিলে, সেই নৰমেধ যজ্ঞত ৬০০০ মানুহে প্ৰাণ দিলে।

১৯৪৫ চনত অৱস্থা আগতকৈ ভাল হৈছিল, কিন্তু মোৰ কেতিয়াবা মনত হৈছিল যে মানুহ খতম কৰা দিনবোৰ আকৌ ঘূৰি আহিছে। যেনে—এবাৰ মোক ইউনিয়নৰ হলঘৰত শ্ৰমিকসকলৰ সমাৱেশত বক্তৃতা দিয়াৰ অধিকাৰ দিয়া নহল। তেতিয়া মই তেওঁলোকক হলৰ পৰা বাহিৰলৈ মাতি আনি, মৰুভূমিৰ মাজত, তেওঁলোকৰ অৱস্থাৰ বিষয়ে বুজাবলৈ, সংঘৰ্ষ এৰাবলৈ কি কি উপায় লোৱা সম্ভৱ তাক বিবেচনা কৰিবলৈ চেষ্টা কৰিলো। আমি প্ৰায় দুশজন মানুহ আছিলো। হঠাৎ মটৰ গাড়ীৰ ঘৰ্ঘৰণি শুনি মই দেখিলো যে বক্তৃতা দিয়া ঠাইখিনিৰ পৰা ৪।৫ মিটাৰ মান দূৰলৈ মিলিটাৰী টেঙ্ক এখন আহি আছে। টেঙ্কৰ মুখৰ ঢাকনিখন খোলা, আৰু তাৰ ফুটাটোৰেদি এটা মেছিন গান মোলৈ টোঁওৱা আছিল। তাৰ পিছত, সেই অস্ত্ৰটোৰ কাষত ফিটফাট সাজপাৰ পিন্ধি এজন অফিছাৰ পোন হৈ, গহীন হৈ, থিয় দি আছে। মোৰ বক্তৃতাৰ গোটেই সময়খিনি তেওঁ মোৰ পিনে একেথৰে চাই ৰ'ল। ঘটনাটোৰ তাতে শেষ হল।

প্ৰকাণ্ড এই বনুৱা শ্ৰেণীৰ—এওঁলোকৰ বহুতেই আখৰ চিনি নাপাইছিল —তেওঁলোকৰ কম্যুনিষ্ট দলৰ প্ৰতি বিশ্বাস জন্মিছিল লুই এমিলিও ৰেকাবেৰনক দেখি। মৰুভূমি অঞ্চলত তেৱেঁই পোনতে সংগ্ৰাম আৰম্ভ কৰিছিল।

পুৰণিদিনৰ নৈৰাজ্যবাদী, সাধাৰণ বনুৱা আন্দোলনক উদগোৱা এজন নেতাৰ পৰা তেওঁ ভোজবাজীৰ দৈত্যৰ সমান ব্যক্তিত্বত পৰিণত হৈছিলগৈ। ইউনিয়ন আৰু ফেডাৰেছনৰে তেওঁ গোটেই দেশখন ভৰাই পেলাইছিল। ক্ৰমে তেওঁ পতা এই সংগঠনবোৰৰ অধিকাৰ ৰক্ষা কৰিবলৈ পোন্ধৰ খনতকৈ বেচি খবৰৰ কাগজ তেওঁ প্ৰকাশ কৰিলে। তেওঁৰ নিজৰ এটাও ফুটা পইচা নথকা সত্বেও এই কামবোৰ হৈ গৈছিল। বনুৱা শ্ৰেণীৰ নতুনকৈ সাৰ পাই উঠা বিবেকক ধন্যবাদ দিব লাগিব যে এই টকাখিনি তেওঁলোকে চান্দা তুলি দি দিলে।

ৰেকাবেৰনৰ প্ৰেছবোৰ চাবৰ মোৰ এটা সুযোগ হৈছিল। প্ৰেছবোৰে সেই সাহসী দিনৰ চল্লিশ বছৰৰ পিছত এতিয়াও কাম কৰি গৈ আছিল, কিছুমান পুলিচে ভাঙি চুৰমাৰ কৰিছিল, আৰু পিছত সাৱধানে মেৰামত কৰি লোৱা হৈছিল। যতনেৰে ৰিপিট কৰি জোৰা লগোৱা মেচিনবোৰ চলাবৰ সময়ত মেৰামতিৰ ডাঙৰ ডাঙৰ দাগ চকুত পৰিছিল।

মোৰ দীৰ্ঘ ভ্ৰমণৰ সময়ত সেই মৰুভূমিৰ মানুহৰ সামান্য ঘৰবোৰত, জুপুৰিত আৰু সৰু পঁজাত থকাত মই অভ্যস্ত হৈ গলো। কোম্পানীৰ পদুলিত হাতত বেনাৰ লৈ প্ৰায় সদায় মোৰ বাবে এদল মানুহ থিয় হৈ থাকিছিলেই। তেওঁলোকেই পিছত মোৰ থাকিবলগীয়া ঘৰটো দেখুৱাই দিছিল। গোটেই দিনটো ধৰি মটা তিৰোতাই কামবনৰ অৱস্থা বা নিজা কোনো সমস্যাৰ কথা কবলৈ মোৰ ঘৰলৈ লাইন দি আহিছিল। কেতিয়াবা কেতিয়াবা তেওঁলোকৰ অভাৱ অভিযোগ এনে ধৰণৰ আছিল যে বিদেশী মানুহে সেই-বোৰক হাঁহি উঠা, খামখেয়ালী বা আপচু বুলি ভাবিব পাৰে। উদাহৰণ স্বৰূপে কওঁ যে চাহৰ অভাৱ হলে কোম্পানীৰ ধৰ্মঘট হব পাৰে – যাৰ পৰিণাম সাংঘাতিক হব পাৰে। বৃটিছ জাতিৰ লেখিয়া এনে অভ্যাস কোনোবাই এই চনপৰা পথাৰৰ মাজত কল্পনাও কৰিব পাৰেনে? দৰাচলতে চিলিৰ মানুহে দিনৌ কেইবাবাৰো চাহ নোখোৱাকৈ থাকিব নোৱাৰে। কেইজনমান শুদা ভৰিৰ বনুৱাই এই বিদেশী কিন্তু অপৰিহাৰ্য্য পানীয়টো কিয় ইমান মহঙ্গা দুখেৰে সুধিছিল আৰু ক্ষমা খুজি তৰ্কৰ সুৰতে কৈছিল, চাহ নাখালে আমাৰ বৰ বেয়াকৈ মূৰ কামোৰে।

চাৰিখন দেৱাৰ মাজত নিজান ঠাইত বন্দী হৈ থকা, নিজান এলেকাত, নিজান আকাশৰ তলত, আচুতীয়া মানুহসকলৰো এটা সুস্থ ৰাজনৈতিক চেতনাৰ প্ৰতি কৌতূহল আছিল। যুগোস্লাভিয়াত, চীনত, কি ঘটিছিল

তেওঁলোকে জানিব খুজিছিল। সমাজবাদী ৰাষ্ট্ৰবোৰৰ সমস্যা, আৰু তাত কি কি পৰিবৰ্তন হৈছে জানিবলৈ তেওঁলোকে আগ্ৰহ দেখুৱাইছিল, ইটালীৰ ডাঙৰ ধৰ্মঘটৰ ফলাফল, যুদ্ধৰ জনৰৱ, বহুত দূৰ দেশত হোৱা বিপ্লৱৰ বিষয়ে মোৰ লগত তেওঁলোকৰ কথা হৈছিল।

শ' শ' সভাত—প্ৰতিখন ইখনৰ পৰা সিখন বহুত দূৰৈতে –মই একে অনুৰোধ শুনিছিলো—মোৰ কবিতা পঢ়াৰ। তেওঁলোকে প্ৰায়ে মোৰ কবিতাৰ নাম ধৰি কবিতাটো শুনাবলৈ কৈছিল—অৱশ্যে এই মানুহসকলে মোৰ কবিতাৰ কেইটামান বা বহুত কবিতা বুজি পাইছিল নে নাই মই নাজানো। সেই নিজান নিস্তব্ধতাত তেওঁলোকে যেনে শ্ৰদ্ধাৰ ভাৱ লৈ মোৰ কবিতা শুনিছিল, সেইটো বুজাই কোৱা টান। কিন্তু কবিতা বুজি পোৱা নোপোৱাত কি যায় আহে। হল্ডাৰলিন আৰু মালাৰ্মে কেইটামান কবিতা যিবোৰ মোৰ দৰে আখৰ চিনি পোৱা মুখেই বুজি পোৱা টান। আৰু স্বীকাৰ কৰিবই লাগিব যে মইও সেই কবিতাবোৰক একে শ্ৰদ্ধাৰে পঢ়োঁ।

ৰাতিৰ সাজ খোৱাটো এনে ঠাইত কেতিয়াবা কেতিয়াবা এটা উছৱৰ নিচিনা হৈ পৰিছিল। আমি মুৰগীৰ সিজোৱা আঞ্জা খাইছিলো—এই পাম্পাছ অঞ্চলত মুৰগী এটা আপুৰুগীয়া চৰাই। বেচিভাগ দিনতে খোৱা বস্তুৰ তালিকাত আছিল গিনিপিগ সিজোৱা—মোৰ দাঁত কেইটাই তাক কামুৰিও ছিঙিব নোৱাৰিছিল। লেবৰেটৰীৰ পৰীক্ষাকাৰ্যত মৰিবলৈ জন্মা এই প্ৰাণীটোক অৱস্থাৰ বিপাকে এখন সকলোৱে ভালপোৱা আঞ্জাত পৰিণত কৰি তুলিছিল।

মোক যিবোৰ ঘৰত ৰখা হৈছিল—সেই সকলোবোৰতে দুটা একেৰকমৰ অসুবিধা আছিল—এই আপদ দুটাৰ এটা হল —বৰফৰ দৰে বগা বিছনা-চাদৰ- ইমান ঠৰঙা আৰু ইমান টান যে থিয় কৈ ৰাখিলে সেইবোৰে নিজে নিজে থিয় দি থাকিব পাৰিব আৰু ইমান টান যে মৰুভূমি অঞ্চলৰ মজিয়াও তেনে টান নহয়। এই মানুহসকলে বিছনাত তুলি পৰাৰ কথা ভাবিবই নোৱাৰিছিল—শুকান উদং কাঠৰ তক্তা –এইবোৰত কোমলতাৰ লেশমাত্ৰও নাছিল, আৰু একেবাৰে চেপেটা আছিল।

কিন্তু এনেবোৰ বিছনাতো মোৰ সন্তোষৰ টোপনি আহিছিল। এপাল কমৰেডৰ লগত বিছনাত পৰা মাত্ৰকে মইও গভীৰ টোপনিত লালকাল দি পৰিছিলো। দিনবোৰ সদায় শুকান, আৰু জ্বলন্ত কয়লাৰ দৰে গা পুৰি

যোৱাকৈ গৰম আছিল। মৰুভূমিৰ ৰাতিবোৰ কিন্তু ঠাণ্ডা আছিল—ৰাতিৰ আকাশখন তৰাৰ জকমকোৱা মনোৰম এটা ৰাজমুকুটৰ দৰে।

আমেৰিকাৰ এখন নৈৰ দৰেই মোৰ কবিতা আৰু জীৱন আগুৱাই যাবলৈ ধৰিলে। দক্ষিণৰ পাহাৰবোৰৰ গোপন গুহাৰ পৰা ওপজা চিলিৰ পানীৰ দুৰন্ত সোঁতে মোৰ জীৱনৰ সোঁতক অবিৰাম সাগৰৰ পিনে বাট দেখুৱাই লৈ গল। বাটত বুটলি লব পৰা কোনো বস্তুকে মোৰ কবিতাই পেলাই থৈ নগল। ই আসক্তি-অনুৰাগক আদৰি ল'লে, ৰহস্যৰ ওৰণি গুচালে, আৰু মানুহৰ হৃদয়ত নিজৰ আসন পাতি লৈ বাট বুলিলে।

মই কণ্ট ভোগ কৰিলো,সংগ্ৰাম কৰিলো, ভাল পালো, আৰু গান গালো। সাংসাৰিক জীৱনৰ জয় পৰাজয়ত ভাগীদাৰ হলো, ৰুটি আৰু তেজ দুয়োৰে সোৱাদ ললো। এজন কবিয়ে আৰু ইয়াত কৈ কি বেচি বিচাৰিব পাৰে? আৰু সকলোবোৰ বাচনি, সি চকুৰ পানীয়ে হওক বা মৰমৰ চুমাই হওক—নিঃসঙ্গতা বা মানুহৰ ভ্ৰাতৃত্বই হওক, সকলোখিনি মোৰ কবিতাত জীয়াই আছে, আৰু ইয়াৰ এটা লাগতিয়াল অংশ কিয়নো মই মোৰ কবিতাৰ বাবেই জীয়াই আছো—আৰু মই যিবোৰৰ বাবে সংগ্ৰাম কৰিছো—সেইবোৰৰ পৰা মোৰ কবিতাই ৰস গোটাই লৈছে। মই যদি বহুত বটা পাইছো—বটাবোৰ কেতিয়াবা খন্তেকীয়া, পখিলাৰ দৰে পলকতে নেদেখা হোৱা, বা ফুলৰ ৰেণুৰ দৰে লেহুকা—এটা যুগমীয়া পুৰষ্কাৰ মই পাইছো—কোনো কোনোৱে এই পুৰষ্কাৰক ইতি কিং কৰিব পাৰে—কিন্তু বহুতেই এই পুৰষ্কাৰ পাব নোৱাৰে। কঠোৰ সাধনা আৰু দীৰ্ঘ অনুসন্ধানৰ পিছত লেখাৰ জগতৰ গোলক ধাধাৰ মাজত অকাইপকাই ঘুৰিছে মই আমাৰ দেশৰ ৰাইজৰ কবি হৈছো সেইটোৱে মোৰ পুৰষ্কাৰ, কবিতা আৰু কিতাপ যিবোৰ অনুবাদ হৈছে সেই বোৰ নহয়—অথবা মোৰ কথাবোৰ ব্যাখ্যা কৰা বা তাক কাটিছিঙি ফ'হিওৱা নহয়। মোৰ পুৰষ্কাৰ হল সেই স্মৰণীয় ঘটনাটো- যেতিয়া লোটাৰ কয়লা খনিৰ গহবৰৰ পৰা সুৰঙ্গৰ ভিতৰেদি দুপৰীয়াৰ সূৰ্য্যৰ পোহৰত জ্বলন্ত নাইট্ৰেটৰ পথাৰত যেন নৰকৰ পৰাহে উঠিল সেই শ্ৰমিকজন—অবৰ্ণনীয় কণ্টত কাম কৰাৰ চিন হিচাবে তেওঁৰ মুখখন বিকৃত, চকুদুটা ধুলিত ৰঙা পৰি উলহি আছে তেওঁ থহটা হাতখন মোলৈ আগুৱাই দিলে, হাতত হিকটি বান্ধি আছে। তালুৰ একাবেঁকা লাইনবোৰ যেন পাম্পা অঞ্চলৰ মেপৰ দৰে- জিলিকি উঠা চকুদুটিতে মোলৈ চাই তেওঁ কলে, মোৰ ভাইটী, মই বহুতদিনৰ পৰা তোমাক

চিনি পাওঁ। মোৰ কবিতাৰ বাবে সেইটোৱে ৰাজমুকুট; নিৰানন্দ পাম্পা অঞ্চলৰ গীতৰ পৰা এজন বনুৱাই উঠি আহি মোক এনেকৈ ওলগনি জনালে। এই বনুৱাজনক চিলিৰ বতাহ, নিশা আৰু তৰাবোৰে প্ৰায়ে শুনাই যায়—"তুমি অকল নোহোৱা, তোমাৰ এই যন্ত্ৰণাৰ ভাগ লবলৈ এজন কবিয়ে সদায় তোমাৰ লগতে আছে।"

১৯৪৫ চনৰ ১৫ জুলাইত মই চিলিৰ কম্যুনিষ্ট পাৰ্টিৰ সভ্য হলো।

## গঞ্জালেজ ভিডেলা

এনোবোৰ অন্যায় অত্যাচাৰ চিনেটৰ সভাত তুলিব খোঁজাত মই আৰু মোৰ বন্ধু সকলে বহুত বাধা পালো। দুৰ্ভগীয়া ৰাইজৰ চিঞৰ-বাখৰৰ পৰা আঁতৰকৈ ৰাখিবলৈ সজা আৰামদায়ক পাৰ্লামেণ্টৰ ঘৰৰ দেৱালবোৰ কিবা বস্তু ভৰাই ডাঠ কৰি সজা হৈছিল। বিপক্ষ দলৰ মোৰ সহকৰ্মী সকল দেশপ্ৰেমত তপত বক্তৃতা দিয়া কামত প্ৰকৃত ওস্তাদ আছিল। তেওঁলোকে মেলি দিয়া কথাৰ নকল বেছমী পৰ্দাৰ হেঁচাত মোৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হল।

আমাৰ আশাৰ ফুলকলি হঠাৎ ফুলিল—প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী এজনে—গঞ্জালেজ ভিডেলাই ন্যায় বিচাৰ হোৱাৰ প্ৰতিশ্ৰুতি দিলে আৰু তেওঁৰ শুৱলা বক্তৃতাই তেওঁক খুব জনপ্ৰিয় কৰি তুলিলে। মোক তেওঁৰ প্ৰচাৰ অভিযানৰ মেনেজাৰ কৰা হল। দেশৰ চাৰিওপিনে এই শুভসন্দেশ মই জনাই দিলো। গৰাখহনীয়া ভোটত ৰাইজে তেওঁক প্ৰেছিডেণ্ট নিৰ্বাচিত কৰিলে।

কিন্তু আমাৰ আমেৰিকাত এটা অসাধাৰণ ভোজবাজী ঘটে—ইউৰোপীয় ঔৰসজাত আমেৰিকাৰ প্ৰেছিডেণ্টবোৰৰ ৰূপান্তৰ অভাৱনীয়। মই যিটো ঘটনাৰ বিষয়ে কৈছো তাত ৰাজ্যৰ এই নতুন মুখিয়াল জনে ততাতৈয়াকৈ তেওঁৰ বন্ধুবোৰ সলনি কৰিলে, তেওঁৰ পৰিয়ালৰ মানুহক অভিজাত সম্প্ৰদায়ৰ লগত বিয়াবাৰু দিলে, আৰু লাহে লাহে নিমখিত এজন নেতাৰ পৰা বজালৈ পৰিণত হল।

কিন্তু গঞ্জালেজ ভিডেলাক সচৰাচৰ দেখা দক্ষিণ আমেৰিকাৰ ডিক্টেটৰ সকলৰ লগত বিজাৰ নোৱাৰি। বলিভিয়াৰ মেলগাৰেজো আৰু ভেনেজুৱালাৰ জেনাৰেল লোপেজৰ কুকৰ্মৰ দেখাদেখিকৈ প্ৰমাণ আছে আৰু কিছু মহত্ত্বৰ ছেগাচোৰেকা আভাস অন্ততঃ তেওঁলোকৰ কামত দেখা যায়। অবুজন, বিষম

জোৰ জবৰদস্তিৰ দ্বাৰা তেওঁলোক চলিছে বুলিও বুজা বায়—যুদ্ধ আৰু শত্ৰুৰ বিৰুদ্ধেও তেওঁলোকে সাহসেৰে যুজিছিল। গঞ্জালেজ ভিডেলা কিন্তু বেলেগ আছিল, ধোৰাঁকোৰা পিছদুৱৰীয়া ৰাজনীতিৰ ফছল—দায়িত্বহীন কপট্ৰুৱা নিশকতীয়া এই বহুৰাজনে বাহিৰত ডাঙৰ কথাৰ মেল মাৰিছিল।

আমাৰ আমেৰিকাৰ প্ৰাণীজগতত ডাঙৰ ডাঙৰ ডিক্টেটৰ সকল প্ৰকাণ্ড একোটা কেমতাই-ৰ দৰে—প্ৰাগৈতিহাসিক দেশৰ বৃহৎ সামন্তবাদৰ পৰম্পৰাৰ। চিলিৰ এই বিশ্বাসঘাতক জুডা দুজন মানুহে আছিল আৰু কেমতাই জগততো বিষধৰ এটা বেজীতকৈ বেচি ডাঙৰ নাছিল। তথাপি, চিলিক এনেকৈ কাটি-ছিঙি নষ্ট কৰি তাৰ দাগ নুশুকুৰা কৰিলে, দেশখনক তেওঁ ১০০ বছৰ পিছুৱাই দিলে। চিলিৰ মানুহ বিমোৰত পৰিল—ইজনে সিজনৰ চকুলৈ চোৱাচুই কৰিলে – কেনেকৈ যে এইবোৰ হৈছে তেওঁলোকে বুজিব পৰা নাছিল।

মানুহজন আচলতে সমভাৱে ওজন ৰাখিব পৰা সকলোপিনে সমানকৈ খেল দেখুৱাব পৰা এজন কছৰত খেলুৱৈ আছিল। বামপক্ষৰ জকমকীয়া এটা পদলৈ বুদ্ধি কৈ প্ৰথমতে উঠি লৈ তেওঁ মিছাৰ এই প্ৰহসনত অপ্ৰতিদ্বন্দ্বী নেতা হৈ উঠিল। কোনেও তেওঁক প্ৰশ্ন সুধিব নোৱাৰিছিল। যি দেশৰ ৰাজনৈতিক সকল সচাকৈ বা দেখুৱাকৈ-য়ো খুব গহীন হয়, মানুহে আগতে নুবুজি এই ধিতিঙালিক সাদৰি লয়। কঙ্গা নাচৰ এই নাচনিজনে যেতিয়া ৰাজবাটত গতি সলালে – তাৰ বহুত আগতেই সৰ্বনাশ হৈ গৈছে। বন্দীশালবোৰ ৰাজনৈতিক বন্দীৰে ভৰি উপচি পৰিল, আৰু এনেকি কনচেণ্ট্ৰেছন কেম্পও খোলা হৈছিল। ৰাজ্যখন পুলিচ শাসিত হৈ পৰিল – জাতীয় নেতৃত্বই নতুন পথত আগুৱাই গল। মানুহৰ সুসময় আকৌ কেতিয়া আহিব বুলি বাট চাই গা ঢকা দি থকাটোৱেই একমাত্ৰ উপায় হল—ভদ্ৰতাক আকৌ আদৰি আনিবলৈ যুদ্ধ কৰিব লাগিব বুলি বুজা গল।

গঞ্জালেছ ভিডেলাৰ পুৰণি বন্ধুবোৰৰ বহুতক ওখ কৰ্ডিলেৰা অঞ্চল বা মৰুভূমিৰ বন্দীশালত হেঁচি সুমুৱা হল, নিৰ্বাচনী অভিযানৰ শেহলৈকে এওঁলোকে তেওঁক সাৱটি ধৰি আছিল, এতিয়া তেওঁৰ ৰূপান্তৰক তেওঁলোকে মানি লব পৰা নাছিল। দৰাচলতে তেওঁক আগুৰি ৰখা ওখ শ্ৰেণীয়ে হাতত থকা আৰ্থিক ক্ষমতাৰে আকৌ এবাৰ আমাৰ দেশৰ চৰ্কাৰক গিলি খালে। আগতেও তেনে ঘটনা প্ৰায়ে ঘটিছিল এইবাৰ কিন্তু সহজে হজম নহল আৰু অজীৰ্ণতাৰ মুৰঘুৰণি আৰু ৰাতনাই চিলিক হাড়লৈকে কঁপাই তুলিলে।

আমি ভোট দি নিৰ্বাচিত কৰা প্ৰেজিডেণ্টজন আমেৰিকাৰ যন্ত্ৰবাণ্টৰ খবৰদাৰিত এটা তেজখোৰা নীচ শগুণত পৰিণত হল। তেওঁৰ বিবেকেও নিশ্চয় টোপনি কাঢ়ি নিছিল। কিন্তু প্ৰেছিডেণ্টৰ হাউলিৰ কাষতে নিজা কাৰেংঘৰ আৰু বেশ্যালয় পাতি কাৰ্পেট আৰু আয়নাৰে সেইবোৰ সজাই নিজৰ পাশৱিক প্ৰবৃত্তি চৰিতাৰ্থ নকৰাকৈ এৰা নাছিল। এই ঘিনলগা মানুহটোৰ এটা নীচ কিন্তু অঁকোৰাপকোৰা মন আছিল। যিদিনা গধূলি তেওঁ কম্যুনিষ্ট-বিৰোধী অত্যাচাৰ আৰম্ভ কৰিলে, সেইদিনাই কেইজনমান শ্ৰমিক নেতাক তেওঁ নৈশভোজলৈ নিমন্ত্ৰণ কৰি আনিছিল। খোৱা-বোৱা শেহ হলত, তেওঁলোকৰ লগতে চিড়িৰ তললৈ নামি গৈ তেওঁলোকক আঁকোৱালি লৈ কেইটোপালমান চকুপানী মচি তেওঁ কলে, "তোমালোকক আটক কৰি ৰখাৰ আদেশ দিছো বাবে মই কান্দিছো। এই দুৱাৰৰ পৰা বাহিৰলৈ ওলোৱা মাত্ৰকে তোমালোকক গ্ৰেপ্তাৰ কৰা হব আৰু ভৱিষ্যতে তোমালোকক কেতিয়াও দেখা নাপাওঁ বুলি মই জানো।

## ডোখৰ ডোখৰকৈ কটা এটা দেহা

মোৰ বক্তৃতাবোৰ বিষময় হৈ উঠিল। এইবোৰ শুনিবলৈ চিনেটখন সদায় ভৰি পৰিছিল। মোক বহিষ্কাৰ কৰাৰ দাবী উঠিল, আৰু সেইটো মঞ্জুৰ হল। মোক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচে আদেশ পালে কিন্তু মই পুলিচৰ হাত সাৰি গলো আমি কৰিসকলৰ প্ৰাণত জুই আৰু ধোঁৱাৰ পৰিমাণ বেচি আছে।

ধোঁৱাখিনিক মোৰ লেখাত লগালো। মোৰ জীৱনৰ ঘটনাবোৰৰ লগত ঐতিহাসিক সমান্তৰাল ঘটনা আমাৰ প্ৰাচীন আমেৰিকাৰ বিষয়বস্তুৰ লগত মিলা নাছিল। এই বিপদৰ মাজত আৰু মোৰ অজ্ঞাতবাসৰ বছৰটোতে মই মোৰ সকলোতকৈ প্ৰধান কিতাপ "কাণ্টো জেনাৰল"খন লিখি শেষ কৰিলো।

অজ্ঞাতবাসৰ সময়ত মই দিনৌ এটাৰ পিছত এটা কৈ ঘৰ সলাবলগীয়া হৈছিল। সকলো ঠাইতে মোক সাদৰি লবলৈ দুৱাৰ খোলা আছিল। মোৰ অচিনাকী মানুহ সকলেও তেওঁলোকৰ ঘৰত মোক আৰু কেইদিনমান ৰাখিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। কেবা সপ্তাহো নহলে কেঘণ্টামানৰ বাবে হলেও মোক তেওঁলোকে আশ্ৰয় দিব খুজিছিল। পথাৰ, বন্দৰ, কেম্প, সকলো পাৰ হৈ গৈ

মই চহা, এঞ্জিনীয়াৰ, আইনজীৱি, নাবিক, ডাক্তাৰ, শ্ৰমিক সকলৰ ঘৰত দিন ৰাতি কটালো।

আমাৰ দেশৰ লোক-সাহিত্যত এটা পুৰণি বিষয় আছে—বাৰে বাৰে কবিতাত গানত ইয়াৰ উল্লেখ পাওঁ। সৰবৰহী গায়কজনে কল্পনা কৰে যে তেওঁৰ ভৰিদুখন এঠাইত, তেওঁৰ মূত্ৰাশয় অইন ঠাইত, আৰু এনেকৈ তেওঁৰ দেহৰ গোটেই দেহটোৰ এভাগ এভাগ গাওঁ-ভূঁইত, চহৰ-নগৰত সিঁচৰতি কৰি থৈ আহিছে। মোৰ নিৰ্ব্বাসনৰ দিনবোৰত নিজক তেনেকুৱা লাগিল।

অন্তৰৰ উম ভৰা যিবোৰ ঠাইত মই আছিলো গৈ তাৰ ভিতৰত ভাল পাৰাই-জোৰ দুখীয়া পাহাৰী অঞ্চলত লুকাই থকা এটা দুমহলীয়া ঘৰৰ কথা মোৰ মনত পৰিছে। এটা কোঠাৰ এভাগত মোক ৰখা হৈছিল। বন্ধ খিড়িকী এডুখিৰৰ পৰা মোৰ চকুৱে বন্দৰ এলেকাৰ জীৱন-যাত্ৰা দেখা পাইছিল। তাৰ ভিতৰেদি ৰাস্তাৰ এটকুৰাহে মোৰ চকুত পৰিছিল। এলেকাটো দুখীয়া মানুহৰ ; মোৰ ঘৰটোৰ পৰা এশ মিটাৰ তলত থকা ৰাস্তা পাৰ হৈ বহুত ৰাতিলৈকে মানুহৰ অহাযোৱা মোৰ চকুত পৰিছিল। জুপুৰী ঘৰ, সৰু সৰু দোকান, আৰু ভগা-ছিঙা বস্তুৰ দোকানৰে ঠেক ৰাস্তাটোৰ ঠাইখিনি ভৰাই ৰাখিছিল—পোহৰৰ লেশমাত্ৰও তাত নাছিল।

এটা চুকত বন্দী হৈ থকা সত্বেও মোৰ কৌতূহলৰ সীমা নাছিল। ঘটনা-বোৰ লৈ মই নিজৰ মনত গুণাগঁথা আৰু অনুমান কৰি গৈছিলো। কিন্তু কেতিয়াবা কেতিয়াবা সাথৰ ভাঙিব নোৱাৰি বিমোৰত পৰিছিলো। উদাহৰণ ৰূপে কবলৈ গলে কিয়বা বাটৰুৱা সকলে—লৰালৰিকৈ যাওঁতে বা লাহেলাহে যাওঁতে সকলোৱেই এটা দোকান, সমুখত সদায় এখন্তেক ৰৈছে মই বুজিব পৰা নাছিলো। সেই দোকানৰ খিড়িকীত এনে কি মনোহৰ বস্তু দেখুৱা হৈছে? গোটেই পৰিয়ালৰ মানুহে—এনেকি কান্ধত কেঁচুৱালৈও মানুহে বহুতপৰ ধৰি ইয়াত ৰৈ যায়—তেওঁলোকৰ মুখৰ মুগ্ধ দৃষ্টি মোৰ থকা ঠাইখিনিৰ পৰা দেখা নগৈছিল, কিন্তু মই তাক কল্পনা কৰি লব পাৰিছিলো।

দুমাহৰ মুৰত মই জানিছিলো যে এই দোকানখন জোতাৰ তেতিয়া মই ভাবিলো যে জোতা মানুহৰ বৰ মৰমৰ বস্তু। এই বিষয়ে আৰু ভালকৈ পঢ়াশুনা কৰি, অনুসন্ধান কৰি পিছত আলোচনা কৰি লিখিবলৈ মই প্ৰতিজ্ঞা কৰিলো কিন্তু এই অভিপ্ৰায় আৰু কামত পৰিণত নহলগৈ। খুব অদ্ভুত অৱস্থাত এই প্ৰতিজ্ঞা কৰিছিলো—তথাপি মোৰ কবিতাত কেইজোৰমান জোতাৰ

উল্লেখ আছে। মোৰ বহুত কবিতাৰ শাৰীত সিহঁতে ভাগ লৈছেহি—যদিও ইচ্ছা কৰি মই সুমুওৱা নাই।

মোৰ থকাঘৰৰ সিফালে হঠাৎ হঠাৎ আহি আলহী ওলাইছিলহি, তেওঁলোকে বহুত সময় থাকি কথা-বতৰা কৈছিল। তেওঁলোকে কেতিয়াও সপোনতো ভবা নাছিল যে কাৰ্ডবোৰ্ড আৰু পুৰণি খবৰৰ কাগজৰে সজা পাতল পৰ্দা এখনৰ সিপাৰে এজন কবি লুকাই আছে – তেওঁক বিচাৰি যে কিমান খুনী গুণ্ডাক লেলিয়াই দিয়া হৈছে কোনেও নাজানে।

শনিবাৰৰ আবেলি, আৰু ৰবিবাৰে ৰাতিপুৱা পৰিয়ালৰ এগৰাকী ছোৱালীৰ প্ৰেমিক এজন আহিছিল। মই তাত লুকাই আছো বুলি তেওঁক কোৱা হোৱা নাছিল। এই ডেকা প্ৰেমিকজনক ছোৱালীটিয়ে হিয়া সঁপি দিছিল. কিন্তু তথাপি এই কথা জনোৱাৰ নিচিনা বিশ্বাস তেওঁক কৰা নাছিল। মোৰ চুকটোৰ পৰা জুপি চাই মই তেওঁক বাইচাইকেলৰ পৰা নামি অহা দেখিছিলো। ওচৰৰ প্ৰকাণ্ড বনুৱা-বস্তিত তেওঁ কণী বেচা কামলৈ এই ৰাস্তাইদি যাবলগীয়া হৈছিল। গুণগুণাই গান গাই তেওঁ এই ঘৰত আহি সোমাই মোৰ শান্তিত বিঘিনি ঘটাইছিল। বিঘিনি বুলি মই কৈছো কাৰণ, মোৰ কাণৰ পৰা মাত্ৰ কেই চেণ্টিমিটাৰ মান দূৰতে তেওঁ সেই ছোৱালীটিক অকৃপণ প্ৰেম নিবেদন কৰি গৈছিল। ছোৱালীটিয়ে তেওঁক কৈছিল কোনোবা পাৰ্ক বা চিনেমা হলত গৈ প্লেটোনিক প্ৰেম জনোৱা ভাল ; কিন্তু তেওঁৰো বীৰৰ দৰে যুঁজি গৈছিল। নিৰীহ এই কণী বেপাৰীৰ ভীৰুতাত বিৰক্তহে মই তেওঁক মনে মনে গালি পাৰিছিলো।

পৰিয়ালৰ সকলোৱে মোৰ গোপনে ৰখাৰ কথাটো জানিছিল। বিধবা মাকগৰাকী, দুগৰাকী লাহতী জীয়ৰী আৰু সাগৰৰ পাৰত কাম কৰা পুতেক-হঁতৰে তেওঁলোকৰ পৰিয়ালটো জাহাজৰ ফলৰ বস্তা খালাচ কৰা কামত যেতিয়া তেওঁলোক যাবলগীয়া নহৈছিল—মোক সেই সময়ত উপযুক্ত সঙ্গ তেওঁলোকেই দিছিল। এবাৰ মই খবৰ পালো যে বন্দৰত এখন পুৰণি জাহাজ মেৰামত কৰা হৈছে। মোৰ উপদেশমতে সুযোগ বুজি তেওঁলোকে জাহাজৰ আগপিনে থকা সুন্দৰ কাঠৰ মূৰ্তিটো নি বন্দৰৰ এটা গুদামত লুকাই থৈ আহিল। আৰু পিছত মোক আনি দিলেহি। মোৰ পলায়ন আৰু নিৰ্বাসনৰ শেহত, বহুত বছৰৰ মূৰত মই এই মূৰ্তিটোক ভালকৈ চিনি পালো। সাগৰৰ পাৰত বহি, মই এতিয়া এই জীৱন সোঁৱৰণি লিখি থাকোতে, কাঠ গোদাই কৰি

সজা এই ধুনীয়া তিৰোতাজনীয়ে তাইৰ লাহতী সৌন্দৰ্য্যৰে মোৰ পিনে চাই আছে। পুৰণি দিনৰ পাল তোলা সকলো জাহাজৰ সন্মুখতে এনে গ্ৰীকদেশৰ ৰূপহী তিৰোতাৰ কাঠৰ মূৰ্তি বহুৱা হৈছিল।

মই আকৌ ইয়াৰ পৰা পলাবলৈ খুজি ; এওঁলোকৰ লগত এটা ফন্দী পাঙিলো। এই লৰা বেইজনৰ এজনৰ লগত তেওঁৰ কৌবিনত ফলৰ বস্তাৰ লগত সোমাই জাহাজত উঠিম—আৰু গুৱেইকল বোলা ঠাইত মোক বাহিৰলৈ উলিয়াব। নাবিকজনে মোক বুজালে যে একুৱেডৰৰ এই বন্দৰত যেতিয়া জাহজখন ৰব, ভালকৈ সাজ-পাৰ পিন্ধা এজন যাত্ৰীৰ দৰে চিগাৰেট হুপি হুপি মই আহি ডেকত ওলাব লাগিব। অৱশ্যে মই জীৱনত চিগাৰেট খাবই নোৱাৰিলো। মোৰ যাবৰ সময় আহি উপস্থিত হলহি। পৰিয়ালটিৰ সকলোৱে মোক নতুন কাপোৰ এসাজ বনাবলৈ জোৰ কৰিলে। নিয়মমতে মোৰ জোখ লোৱা হল— গৰম দেশৰ উপযোগী আৰু মোক শুৱাব, তেনে এটা পোছাক বনোৱাৰ যো-জা কৰা হল।

খুব সোনকালে পোছাকটো বনোৱা হৈ গল। মোৰ খুব মজা লাগিছিল সেই সময়ৰ এখন বিখ্যাত চিনেমা “গন উইথ দি উইণ্ড”-ৰ পোছাকটো দেখি এইটোৰ ডিজাইন কৰিছিল ঘৰৰ তিৰোতা সকলে। আৰু লৰা কেজনে হাৰ্লেম অঞ্চলৰ নামকৰা নাচঘৰ আৰু কাৰিবিয়ান দেশৰ সস্তা নাচগান আৰু মদৰ দোকানত দেখা সাজপাৰকে সৰ্বশ্ৰেষ্ঠ বুলি ধৰি লৈ তৰ্ক কৰিছিল। ডাবল ব্ৰেষ্টৰ জেকেটত পেটি এডাল মাৰি টান কৰা হৈছিল, এই জেকেটটো আঠুলৈকে পৰা—লগত আছিল গোৰোহা চেপামাৰি ধৰা পাতলুন।

দয়ালু পৰিয়ালটিয়ে চাই চিন্তি চিলোৱাই দিয়া, ছবিৰ দৰে সুন্দৰ পোছাকটো মই যতনেৰে সমুৱাই থলো কিন্তু তাক পিন্ধাৰ সুযোগ আৰু নাপালো। মোৰ লুকুৱা ঠাইৰ পৰা জাহাজত উঠি, গুৱাইকুইলত ফলৰ বস্তাৰ লগত ক্লাৰ্ক গেৱল্‌ৰ দৰে পোছাক পিন্ধি ওলাই অহাতকৈ, মনে মনে গুচি যোৱাটোকেই ভাল বুলি ভাবিলো। চিলিৰ দূৰ দক্ষিণৰ পিনে যাত্ৰা কৰি, আমেৰিকাৰ একেবাৰে দক্ষিণৰ পৰ্বতবোৰ পাৰ হৈ যাবলৈ থিৰাং কৰিলো।

## জঙ্গলৰ ভিতৰৰ এটা ৰাস্তা

ৰিকাৰ্ডো ফনেস্কা এতিয়ালৈকে আমাৰ পাৰ্টিৰ চেক্ৰেটাৰী জেনাৰেল

আছিল। ঠাণ্ডা জলবায়ুৰ দক্ষিণ দেশৰ পৰা ছেওঁৰো মোৰ দৰে আহিছিল বলী মন আৰু মিচিকি হাঁহিৰ এই মানুহজনৰ হাতত মোৰ গোপন জীৱন, লুকোৱা ঘৰবোৰ আৰু ঠাইবোৰ, গুপুত নৈশ অভিযানবোৰ আৰু সৰু সৰু পুস্তিকাবোৰ প্ৰকাশ কৰা—সকলো তেওঁৰ হাতত গটাই দিয়া হৈছিল। মই ক'ত কিমানদিন কটাম তেওঁ সেই সকলোবোৰ গোপনে ৰাখিছিল। মোৰ ১½ বছৰৰ অজ্ঞাতবাসৰ প্ৰতি ৰাতিটো মই কোন ঘৰত থাম বা শুম তাক আমাৰ এই নেতাজনেহে অকল জানিছিল। কিন্তু লাহে লাহে তেওঁৰ স্বাস্থ্য ভাঙিল, মাত্ৰ চকু দুটাহে সেউজীয়া একুৰা জ্বলা জুইৰ দৰে জিলিকি ৰ'ল। মুখত মিচিকি হাঁহিটো লাহে লাহে মোলান হৈ আহিল—শেহত এই কমৰেডজনে আমাক চিৰদিনৰ বাবে এৰি থৈ গ'ল।

পাৰ্টি বেআইনী হৈ মানুহৰ চকুৰ আঁৰত থাকোতেই নতুন এজন নেতা নিৰ্বাচন কৰা হল। এওঁৰ নাম গালো গঞ্জালেজ—তেওঁ ভালপাৰাইজোত নাবিকৰ কাম কৰিছিল, গহীন, হুটামাতৰ আৰু জটিল স্বভাৱৰ মানুহজনক বাহিৰৰ পৰা বুজা নগৈছিল। অৱশ্য এইটো কব লাগিব যে আমাৰ পাৰ্টিত ব্যক্তিপূজা নাছিল। পুৰণি এই সংগঠনটো আদৰ্শগত বহুত দুৰ্বলতা সত্বেও টিকি আছিল। চিলিৰ বিবেকে সদায় নিজৰ সমস্যা নিজহাতে সমাধান কৰিছিল আৰু ইয়াৰ বুৰঞ্জীত খোৱা-কামোৰাৰ ঘটনা খুব কমহে দেখা যায় ; আমাৰ পাৰ্টিতো তাৰ প্ৰতিফলন দেখা গৈছিল।

তথাপিও, পাৰ্টিক নিষিদ্ধ কৰাৰ সুযোগ লৈ ষ্টালিন যুগৰ একেশ্বৰবাদৰ জোড়া ৰাজনীতিয়ে চিলিতো অলপ অচৰপ শোধনবাদী পৰিবেশ সৃষ্টি কৰিছিল। গালো গঞ্জালেজ-এ পাৰ্টিৰ সৰহভাগৰ লগত সংযোগ ৰাখিব নোৱাৰিছিল। অত্যাচাৰ বঢ়াৰ লগে লগে হেজাৰে হেজাৰে মানুহ জেলত বন্দী হৈ আছিল। পিছাগুৱাৰ মৰুভূমিময় সাগৰৰ পাৰত এটা বিশেষ কনচেণ্ট্ৰেছন কেম্প পতা হৈছিল। গালো গঞ্জালেজ-এ নিজে বৈপ্লৱিক কাম-কাজত ব্যস্ত থাকি এঘৰীয়া জীৱন-যাপন কৰিছিল। কিন্তু নেতাসকল আৰু পাৰ্টিত সাধাৰণ সভ্যসকলৰ মাজত যোগাযোগ নোহোৱাটো আৰু স্পষ্ট হৈ উঠিল। গঞ্জালেজ নিজে মহান আৰু ৰাইজৰ পক্ষ লোৱা সাহসী যুঁজাৰু হৈও বিশেষ সুবিধা নহল।

ইয়াৰ পিছত মই কলৈ পলাই যাম সেই বিষয়ে তেওঁলৈ উপদেশ আহিল, তেওঁ সেই উপদেশ আখৰে আখৰে পালন কৰিলে। চিলিৰ ৰাজধানীৰ পৰা

এহেজাৰ মাইল দূৰলৈ নি ঘোড়াত উঠি ওখ পৰ্বতীয়া সীমান্ত পাৰ কৰি আৰ্জেণ্টিনালৈ পঠিয়াব লাগিব তাত আৰ্জেণ্টিনাৰ কমৰেড সকলে মোৰ বাবে বৈ থাকিব।

ভাগ্যক্ৰমে আমি মটৰ গাড়ীৰ সাহায্য পালো। মোৰ বন্ধু অশ্বাৰোহী পুলিচৰ ডাক্তৰ ৰাউল বুলনেচ-ৰ গাড়ীত নিৰাপদ যাত্ৰা আৰম্ভ হল— তেওঁৰ গাড়ীখনক কোনেও সন্দেহ কৰিব নোৱাৰে। ছাণ্টিয়াগো এৰি যোৱাৰ পিছত পাৰ্টিৰ সংগঠনে মোৰ ভাৰ ললে। অইন এখন গাড়ীত উঠি আমি দিনেৰাতিয়ে যাবলৈ ধৰিলো। ড্ৰাইভাৰজন আমাৰ পাৰ্টিৰ পুৰণি বন্ধু। দিনত মই দাড়ি লগাই, চশমা পিন্ধি কম্বলেৰে গাটো ভালকৈ ঢাকি ভেশচন লৈছিলো। চহৰ বা নগৰত, অথবা পেট্ৰোল নিবলৈ ৰখোতে আমি আৰু বেচি সাৱধান হৈছিলো।

দুপৰীয়া আমি টেমুকো পাৰ হৈ গলো। আমি ইয়াত একেবাৰে নৰখিলো, মোক কোনেও চিনি নাপালে। ভাগ্যক্ৰমে এই টেমুকোৰ পৰাই মোৰ বাহিৰলৈ যাবৰ বাটটো পৰিছিল। নগৰৰ দলংখন পাৰ হৈ পাড্ৰে লা কাছাছ গাওঁখন এৰি থৈ বেচ কিছু দূৰত গাড়ীখন ৰখাই অলপ কিবা খাই লবলৈ আমি এদুটা শিলত বহি ললো। ঢালু নামনিত এটা সৰু জুৰিয়ে তাৰ কুলুকুলু শব্দ যেন মোকেই শুনালে, যেন এনেকৈ মোৰ শৈশৱক বিদায় জনালে। এই চহৰত মোৰ শৈশৱ কাটিছিল—ইয়াৰ পাহাৰ আৰু নৈৰ মাজত মোৰ কবিতাৰ জন্ম হৈছিল, ইয়াৰ বৰষুণে মোৰ কবিতাত ভাষা দিছিল। গছৰ কাঠে যেনেকৈ বৰষুণ শুহি লয়; মোৰ কবিতাইও তেনেকৈ ইয়াৰ হাৱিবনত বৰষুণ শুহি ললে। আজি মুক্তিৰ বাট বিচাৰি দেশ এৰি যাওঁতে মই এখন্তেকৰ বাবে টেমুকোৰ কাষেদি পাৰ হৈ গৈছো—যি পানীয়ে মোক গান গাবলৈ শিকালে তাৰ কুলুকুলু ধ্বনি শুনিবলৈ পাইছো।

আমি আকৌ যাবলৈ ধৰিলো—মাত্ৰ এবাৰহে ক্ষন্তেকৰ বাবেহে আমি ভয় খাইছিলো—হাইওৱেৰ মাজত এজন মিলিটাৰী বিষয়াই নিছান দেখুৱাই আমাৰ গাড়ীখন ৰখালে—মোৰ মুখৰ মাত হৰিল—কিন্তু মোৰ ভয় অমূলক বুলি প্ৰমাণিত হল। বিষয়াজনে মাত্ৰ ১০০ কিলোমিটাৰ ৰাস্তা আমাৰ লগত গাড়ীত উঠি গল। তেওঁ ড্ৰাইভাৰ কমৰেড এস্কোবাৰ-ৰ লগত আগপিনে বহিল, আৰু তেওঁৰ লগত বন্ধুৰ দৰে কথাবাৰ্তা কৈ গল। মই কথাত যোগ দিব নোৱাৰাকৈ টোপনিৰ ভাও জুৰি ৰলো। 'এনেকি চিলিৰ ইটা পাথৰেও মোৰ কবিৰ মাতটো চিনি পায়।

বাটত আৰু কোনো বাধা বিঘিনি নোহোৱাকৈ আমি গন্তব্য ঠাই পালোগৈ। ই এখন কাঠ ফলা পাম। লোকজনৰ বসতি যেন নাই, আৰু চাৰিপিনে পানীৰে আগুৰি আছে। প্ৰথমতেই পাৰ হব লাগিব বিশাল বেঙ্কো হ্ৰদ—জোপোহা গছ-গছনি, আৰু প্ৰকাণ্ড গছবোৰ তাৰ পিছত পোৱা যায়। ইয়াৰ পৰা ঘোড়াত উঠি অলপমান দূৰ গলে মাইস্তি হ্ৰদ—নাৱেৰে হ্ৰদটো পাৰ হৈ গলে পাহাৰী গাওঁ ভুইত লুকাই থকা প্ৰকাণ্ড গছগছনি আৰু প্ৰকৃতিৰ অফুৰন্ত সম্পদেৰে ঢকা মালিকৰ ঘৰটো বিচাৰি পাবলৈ টান। মই মানুহক কোৱা শুনিছো যে চিলি হল পৃথিবীৰ শেহৰ সীমা—মালিকৰ ঘৰটোৰ কাষত জঙ্গলৰ গছগছনি ভৰি ঠাহ খাই আছে, বৰফ আৰু হ্ৰদৰে ইয়াক ঘেৰি ৰাখিছে আৰু স্চাকৈ এই পৃথিৱী নামৰ গ্ৰহটোত বাসৰ উপযুক্ত শেহ ঠাইখন বুলি ইয়াক ধৰি লব পাৰি।

সেই অঞ্চলৰ অইন সকলো বস্তুৰ দৰে মোক থাকিবলৈ দিয়া ঘৰটোও কোনোমতে সাজি লোৱা, তাত এটা লোহৰ চুলাত এইমাত্ৰ গছৰ পৰা কাটি অনা খৰি জ্বলি আছিল—এই চুলাটো দিনে ৰাতিয়ে জ্বলি থাকে বুলি জানিলো, বাহিৰত দক্ষিণৰ পৰা অহা ডবাপিটা বৰষুণ—খিড়িকীত অনবৰত যেন কোবাইছিল, যেন খিড়িকী ভাঙি ভিতৰলৈ সোমাবলৈ সি প্ৰানপণে চেষ্টা কৰিছে। বেলি উঠা নাই, বৰষুণেই অৰণ্য, হ্ৰদ, আগ্নেয়গিৰি, দিন-ৰাতি সকলোৰে ওপৰত অধিপত্য বিস্তাৰ কৰিছিল। মানুহৰ আশ্ৰয়স্থল সেই ঘৰটোৱে নিজৰ আইন মানি চলাত, ইয়াৰ বিজয় গৌৰৱত বাধা দিয়াত বৰষুণে যেন ঘৰটোৰ ওপৰত হিংস্ৰ আক্ৰমণ চলাইছিল।

মোৰ বাবে তাত ৰৈ থকা বৈমানিক বন্ধু জৰ্জ বেলেটক মই ভালকৈ চিনি নাপাইছিলো, কামিলা অথচ কল্পনাবিলাসী এই মানুহজনে বুটজোতা আৰু সৈনিকৰ চুটি গধুৰ জেকেট পিন্ধি ফুৰিছিল। তেওঁ আছিল জন্ম-নেতা। ফেপেৰি পৰা তেওঁৰ মিলিটাৰী মেজাজ কেনেবাকৈ এই পৰিবেশত খাপ খাই গৈছিল—যদিও অৰণ্যৰ প্ৰকাণ্ড বৃক্ষৰাজিহে তেওঁৰ সৈন্যবাহিনীৰ দৰে সজোৱা আছিল।

ঘৰৰ ঘৈনী গৰাকী আলসুৱা আৰু ঠেনঠেনোৱা, দুৰ্বল স্নায়ুৰ মহিলা আছিল। ঠাইখনৰ আমনি লগা নিঃসঙ্গতা, নেৰানেপেৰা বৰষুণ, ঠাণ্ডা সকলোবোৰতে তেওঁ নিজৰ কপালৰ দোষ দেখিছিল। দিনটোৰ বহুতখিনি সময় তেওঁ পেনেৰিয়াই কটালেও ঘৰখনৰ কামবন ঘড়িৰ কাটাৰ দৰে নিখুঁত

ভাৱে চলিছিল—খোৱা বোৱা পৰিষ্টিকৰ, অৰণ্য আৰু নৈপৰখৰীৰ পৰা ধৰা মাছ-কাছ টাটকা আছিল।

বেলেট কাঠকলা কোম্পানীটোৰ মেনেজাৰ আছিল। এই কাঠবোৰ ডেনমাৰ্ক আৰু চুইডেনত ৰেলপথৰ তক্তা হিচাৱে ব্যৱহাৰ হৈছিল। প্ৰকাণ্ড কাঠৰ টুকুৰাবোৰ কৰাতেৰে কাটি মাটিত বগৰাবৰ সময়ত যেন দুখৰ বিননি বিনাই-ছিল—সেই বিননি গোটেই দিনটো শুনা গৈছিল। প্ৰথমতে শুনা গৈছিল কাটি পেলোৱা গছডালৰ মাটিত পৰাৰ গহীন শব্দ—প্ৰতি ৫/১০ মিনিটৰ মূৰে মূৰে এন্ধাৰত এটা ঢোলত চাৰ পৰিলে কঁপি উঠাৰ দৰে মাটিখন কঁপি উঠিছিল। ধহমহাই পৰা ৰাউলি, মানিউ আৰু লাৰ্চ গছবোৰ পৰোতে হোৱা কঁপনি। এহেজাৰ বছৰৰ আগতে বতাহত সিচঁৰতি হৈ গুটিৰ পৰা গজা এই গছবোৰ প্ৰকৃতিৰ মহিমাময় দান। তাৰ পিছত দৈত্যবোৰৰ দেহ কৰাতেৰে ফালি তক্তা বনাওঁতে লেনিয়াই কন্দা বিননি দূৰলৈ বিয়পি যায়। কৰাতৰ ধাতৰ শব্দটো কেৰ্কেৰীয়া আৰু চড়াসুৰৰ—যেন জঙ্গলী দেশৰ বীণা এখনহে বাজিছে। বাহিৰৰ পৃথিবীয়ে নজনাকৈ ইয়াত ঢোলৰ চাপৰ মাৰি দেৱতাক আৱাহন কৰা হৈছে—সাধুকথাৰ দিনৰ পৰিৱেশ সৃষ্টি হৈছে, ৰহস্যময় আবৰণৰ সিপাৰে মহাজাগতিক ভীতিৰ সৃষ্টি হৈছে। অৰণ্যৰ মৃত্যু হব ধৰিছে। মই গধূৰ মনেৰে ইয়াৰ বিননি শুনিছিলো—যেন আগেয়ে কোনেও নুশুনা মাত বোল শুনিবলৈ মই এই অৰণ্যলৈ আহিছিলো।

আচল মানুহজন—মালিকজন—হাবিখনৰ গৰাকীজন ছাশ্টিয়াগোৰ মানুহ—তেওঁক এতিয়ালৈকে মই লগ পোৱা নাই—তেওঁ আহিব শুনিলেই তাৰ মানুহখিনিয়ে ভয় খাইছিল। গৰম কালিৰ শেহৰ পিনে তেওঁ ইয়ালৈ আহিছিল। তেওঁৰ নাম আছিল পেপে ৰডৰিগেজ। মই শুনিছিলো যে তেওঁ আগৰদিনীয়া ধনতান্ত্রিক—বহুত তাঁতশাল আৰু মিলৰ মালিক আছিল; সদায় ব্যস্ত, গতিশীল আৰু বিজুলীৰ দৰে চমক খুৱাব পৰা এই মানুহজন কট্টৰ প্ৰতিক্ৰিয়াশীল আৰু চিলিৰ অতিদক্ষিণ পন্থী পাৰ্টিৰ এজন মুৰব্বিজলিকা সভ্য আছিল। তেওঁৰ অজানিতে মই তেওঁৰ জমিদাৰীয়েদি গৈছিলো—আৰু ওপৰত কোৱা গুণবোৰ মোৰ বাবে পৰম সম্পদ হৈছিল। এইখিনিলৈ মোক কোনেও বিচাৰি নাহিব। বেসামৰিক কতৃপক্ষ আৰু পুলিচ এই ডাঙৰ মানুহ জনৰ পক্ষে আৰু তেওঁৰ পৰম ভক্ত আছিল—তেওঁৰ লগত দেখা হোৱাৰ সুযোগ মোৰ একেবাৰে কম—অৰ্থাৎ নোহোৱাৰ দৰেই আছিল।

মোৰ যাত্ৰাৰ দিন প্ৰায় আহিল। এতিয়া কৰ্ডিলেৰা অঞ্চলত বৰফ পৰিব —ওখ এণ্ডিজ পৰ্বত উপলগুৱাৰ বস্তু নহয়। মোৰ বন্ধু সকলে প্ৰতিদিন ৰাস্তাৰ অৱস্থাৰ গম লৈছিল। ৰাস্তা কথাটো মই কল্পনাতহে দেখিছো— আচলতে বৰফ আৰু পঁচা পাতৰ সাৰে চিনচাব মচি পেলোৱা বাটেদি আমি সাহ কৰি আগুৱাব লাগিব। এনেকৈ ইয়াত ৰখি থকাটো মোৰ বাবে কষ্টকৰ হৈ পৰিছিল। তাৰ বাহিৰেও—মোৰ আৰ্জেণ্টিনাৰ বন্ধুসকলে এতিয়ামানে মোক নিশ্চয় বিচাৰিছে।

অৱস্থা যেতিয়া অনুকূল আৰু সকলো সাজু হোৱা যেন লাগিল, সেই সময়ত কাপ্তান সেনাপতিয়ে মোক সাৱধান কৰি দিলে যে নতুন এটা বিপদ হৈছে। কথাষাৰ কবৰ সময়ত তেওঁৰ মুখখন মোলানহৈ পৰিছিল। মালিকে খবৰ পঠিয়াইছে যে ইয়ালৈ ৰাওনা দিছে, আৰু দুদিনমানতে আহি ওলাবহি।

মোৰ মনটো বেয়া লাগি গল। যোৱাৰ দিহা তেতিয়াও সম্পূৰ্ণ হোৱা নাছিল। যোৱাৰ বাবে মনটো সাজু কৰাৰ পিছত এইটো ভীষণ বিপদৰ কথা হল। গৰাকীয়ে আহি ধৰিব যে মই তেওঁৰ জমিদাৰীতে আছো। তেওঁ অত্যাচাৰী গঞ্জালেছ ভিডেলাৰ এজন ঘনিষ্ঠ বন্ধু বুলি সকলোৱে জানিছিল। মোৰ মূৰৰ ওপৰত গঞ্জালেছ ভিডেলাই বঁটা ঘোষণা কৰিছে বুলিও সকলোৱে জানিছিল। এতিয়া আমি কি কৰা উচিত?

বেলেটে প্ৰথমৰ পৰাই ৰডচিগেজক আচল ঘটনাটো জনোৱাৰ পক্ষে আছিল—"মই তেওঁক ভালকৈ চিনি পাওঁ, তেওঁ এজন যথাৰ্থ পুৰুষ মানুহ-তোমাক কেতিয়াও ধৰাই নিদিয়ে।"

মই কিন্তু তেওঁক হাক দিলো। পাৰ্টিৰ উপদেশমতে মোৰ অহাযোৱা একান্ত গুপুতে ৰাখিব লাগিব। বেলেটে সেই উপদেশ অমান্য কৰিব খুজিছে বুলি তেওঁক কলো। আমাৰ মাজত বহুত তৰ্ক-বিতৰ্ক হল। ৰাজনৈতিক পৰিণাম বিবেচনা কৰি মই এজন ইণ্ডিয়ান কৰ্মচাৰীৰ ঘৰত গৈ থাকিবলৈ থিৰাং কৰিলো। তেওঁৰ ঘৰটো পাহাৰৰ নামনিত জঙ্গলত আছিল।

তালৈ যোৱাৰ পিছত কিন্তু অৱস্থা আৰু বেয়া হল। উপায় নাপাই, বহুত আপত্তি কৰাৰ পিছত মই কাৰখানাৰ, কাঠৰ কলৰ, অৰণ্যৰ মালিক পেপে ৰগৰিগেজ-ৰ লগত দেখা কৰিবলৈ মান্তি হলো, আমি দুয়োটা ঘৰৰ মাজৰ এখন ঠাইত লগ পোৱাৰ দিহা কৰা হল। গধূলি বেলি মাৰ যোৱাৰ পিছত এখন জীপ গাড়ি আগুৱাই অহা মোৰ চকুত পৰিল। চুলিত পাক ধৰিবলৈ

আৰম্ভ কৰা, গঢ়ন পিতনত সুঠাম ডেকেৰুৱা, অভিজ্ঞ মানুহ এজন বেলেটৰ সৈতে জীপ গাড়ীখনৰ পৰা নামি আহিল। তেওঁৰ প্ৰথম কথাটোৱেই হল যে তেতিয়াৰ পৰা মোৰ নিৰাপত্তাৰ বাবে দায়ী হব তেওঁ। কোনেও আৰু মোৰ বিপক্ষে যাবলৈ সাহ নকৰিব।

প্ৰথমতে আমি দুয়ো দুইকো জুখি চাই কথাবাৰ্তা কৈছিলো। কিন্তু মানুহজনে লাহে লাহে মোক জয় কৰি ললে। খুব ঠাণ্ডা আছিল বাবে মই তেওঁক কাঠৰ কাৰখানাৰ মেনেজাৰৰ ঘৰলৈ নিমন্ত্ৰণ কৰি নিলো। তাতো আমাৰ কথাবাৰ্তা চলিবলৈ ধৰিলে। তেওঁৰ মুখৰ এটা কথাতে এবটল ছেম্পেন, এবটল হুইস্কি আৰু অলপ বৰফ আহিল।

হুইস্কিৰ চতুৰ্থ গ্লাছ খোৱাৰ সময়ত আমি চিঞৰি চিঞৰি তৰ্ক কৰিব ধৰিলো, মানুহজন নিজৰ বিশ্বাসত অটল আছিল। বহুত বিষয়ে তেওঁৰ জ্ঞান আছিল আৰু কথা কোৱাৰ ধৰণটোও মনত ৰাখিবলগীয়া আছিল। কিন্তু উদ্ধত ভঙ্গীৰ বাবে মোৰ বৰ খং উঠিল। হাতেৰে টেবুলত ঢকিয়াই নিজৰ মত দুইয়ো খটাব খুজিছিলো। তাৰ পিছত শান্তভাৱেই বটলটো শেহ কৰিলো।

আমাৰ বন্ধুত্ব অটুট হৈ ৰল। তেওঁৰ ভাল গুণবোৰৰ এটা আছিল অকপট খোলা মন। মানুহজনে মোৰ কবিতাও পঢ়িছিল—তেওঁৰ অসাধাৰণ বুদ্ধিদীপ্ত সবল কণ্ঠত মোৰ কবিতাৰ নবজন্ম হৈছিল।

ৰডৰিগেজ-এ তেওঁৰ ৰাজধানীলৈ, তেওঁৰ কাৰখানালৈ ঘুৰি গল। মোৰ হৈ তেওঁ এটা শেহ আদেশ দি গল। তলতীয়া সকলোবোৰ মানুহকে মোৰ চাৰিও-পিনে গোট খুৱাই লৈ তেওঁৰ প্ৰভুত্ব-ব্যঞ্জক মাতত কলে, অহা সপ্তাহত ছেনৰ লেগাৰেটাই চোৰাংকাৰবাৰীবোৰ যোৱা গিৰিপথেদি আৰ্জেণ্টিনালৈ যাত্ৰা কৰিব। তাত কিবা বাধা দেখা দিলে তেওঁ যাতে সীমান্ত পাৰ হৈ যাব পাৰে তাৰ বাবে এটা নতুন ৰাস্তা উলিয়াই দিব লাগিব। কাঠৰ কাৰখানাৰ সকলো কামবন বন্ধ ৰাখি তোমালোক তেতিয়া সেই ৰাস্তা উলিওৱাৰ কামকে কৰিবা। সেইটোৱে মোৰ আদেশ।

সেই সময়ত মই লেগাৰেটা নাম লৈছিলো।

তাৰ দুবছৰৰ মুৰত সেই প্ৰতাপশালী, সামন্তবাদী মানুহজন দেউলীয়া হৈ, বহুত অত্যাচাৰ সহি ঢুকাল। তেওঁ এটা ডাঙৰ চোৰাংকাৰবীৰ কামৰ নেতা আছিল বুলি দোষী সাব্যস্ত কৰা হল, বহুত মাহ ধৰি জেলত ৰখা হল। তেওঁৰ দৰে গৰ্ৱী মানুহ এজনৰ বাবে এইটো অসহনীয় শাস্তি আছিল।

তেওঁ সঁচাকৈ দোষীনে নির্দোষী মই কেতিয়াও নাজানিলো, কিন্তু এইটো জানিলো যে আমাৰ শাসকবৰ্গৰ এনুঠি মানুহে, যিবোৰে আগতে ৰডৰিগেজৰ ঘৰত এবাৰ নিমন্ত্ৰণ পাবৰ আশাত টোপনি যাব নোৱাৰিছিল—তেওঁৰ বিচাৰ আৰু পতনৰ সময়ত সিহঁতেই তেওঁক এৰি থৈ আহিছিল। কিন্তু মোৰ কথা হল যে মই এতিয়াও তেওঁৰ পক্ষে, আৰু তেওঁক মই পাহৰিব নোৱাৰো। পেপে ৰডৰিগেজ এজন ক্ষুদ্ৰ সম্ৰাট আছিল এজন কবিক মুক্ত কৰিবলৈ ঘন জঙ্গলৰ ভিতৰত যাঠি কিলোমিটাৰৰ এটা বাট মুকলি কৰি দিবলৈ তেওঁ আদেশ দিছিল।

## এণ্ডিজ পৰ্বতমালা

এণ্ডিজ পৰ্বতমালাত বহুত গিৰিপথ আছে—আগৰ দিনত চোৰাং কাৰবাৰীবোৰে এই গিৰিপথবোৰ ব্যৱহাৰ কৰিছিল। দুৰ্গম, বিপদসংকুল এই বাটবোৰত পুলিচে পহৰা দিবলৈ এৰি দিছিল। নৈ আৰু ওখ গিৰিখাদে বাটবোৰ প্ৰায়ে বন্ধ কৰি ৰাখিছিল।

আমাৰ অভিযানৰ নেতা আছিল মোৰ সঙ্গী জৰ্জ বেলেট। আমাৰ লগত পাঁচজন দক্ষ অশ্বাৰোহীৰ এটা ৰক্ষীবাহিনী—আৰু বাট দেখুৱাওঁতা আছিল। মোৰ পুৰণি বন্ধু ভিক্টৰ বিয়াঙ্কি এই সময়ত নিজৰ মাটিৰ সীমা নিৰ্ধাৰণৰ কামত এইপিনে আহিছিল। তেওঁৱো এই ৰক্ষী বাহিনীৰ এজন হৈ গল। তেওঁ কিন্তু মোক চিনি নাপালে। আমাৰ অভিযানৰ কথা শুনা মাত্ৰকে অভিজ্ঞ অভিযাত্ৰীৰ সাহায্য দিবলৈ তেওঁ আগবাঢ়ি আহিল। এক্বাংকগুৱা-টিং বগাবলৈ যোৱা বিয়োগান্ত কৰুণ অভিযানটোৰ তেওঁ এজন সদস্য আছিল বুলি আমি জানিলো, সেই অভিযানত অকল তেওঁহে ৰক্ষা পাইছিল।

পুৰা দোকমোকালিৰ গহীন সময়খিনিতে আমি এজন এজনকৈ ওলাই গলো। মই বহুতদিন ঘোড়াত উঠা নাছিলো—শৈশৱ পাৰ হৈ যোৱাৰ পিছত কোনোদিনেই নহয়—তথাপি এতিয়া এই গিৰিপথটো মই ঘোড়াত উঠি পাৰ হৈ যাব ওলাইছো। দক্ষিণ এণ্ডিয়ান অৰণ্যবোৰ বিশাল—প্ৰকাণ্ড গছৰে ভৰা আৰু প্ৰতিজোপা গছ ইজোপাৰ পৰা সিজোপা দুৰত দৈত্যৰ দৰে প্ৰকাণ্ড লাৰ্চ আৰু মেটেন গছ, টেপা গছ আৰু জোঙাপাৰৰ গছৰে ভৰি আছিল। ৰাউলি

গছবোৰৰ গাবোৰ আচৰিত হবলগীয়াকৈ ডাঙৰ, মই এডাল জুখি চালো—ইয়াৰ ঘেৰ ঘোড়াৰ গাৰ সমান। মূৰৰ ওপৰৰ আকাশ দেখা পোৱা নাযায়। তলত বহু শতাব্দী ধৰি পাতবোৰ সৰি পঁচা পাতৰ সাৰ কৰি থৈছে—ঘোড়াৰ খুৰবোৰ সেই সাৰত ডুবি গল। আদিম প্ৰকৃতিৰ গছগছনিয়ে সজা প্ৰকাণ্ড তোৰণেদি আমি পাৰ হৈ গলো।

আমি যাবলগীয়া বাটটো গোপন, আৰু নিষিদ্ধ ৰাজ্যৰ মাজেদি—ঠিক বাটৰ কোনো চিনচাব নাছিল—সামান্য সুৰুকা ঠাই পালেই, ইঠাইৰ পৰা সিঠাইলৈ বাট বিচাৰি উলিয়াই প্ৰকাণ্ড গছবোৰৰ বাধা পাৰ হৈ, দুৰ্গম নৈ, প্ৰকাণ্ড শিলাময় ওখোৰামোখোৰা মাটি, বিষণ্ণ বৰফৰ পাহাৰ আন্দাজত পাৰ হৈ মোৰ মুক্তিৰ বাটত আগুৱাই গলো। মোৰ লগৰীয়া অশ্বাৰোহী কেইজনৰ নিজৰ ওপৰত আস্থা আছিল, গছ-গছনি আৰু ডাঠ জোপোহাৰ মাজতো বাট উলিয়াব পাৰিছিল। তথাপি গছৰ বাকলিত কুঠাৰেৰে ঘাপ মাৰি মাৰি তেওঁলোকে চিন দি থৈ গল—মোক ভাগ্যৰ হাতত সঁপি দি ঘূৰি যাবৰ সময়ত যাতে তেওঁলোকৰ বাটৰ চিন থাকি যায়।

আমি আগুৱাই গৈ আছিলো—সীমাৰেখাৰ চিন নথকা, নিঃসঙ্গ নিৰ্জনতাত প্ৰতিজনে ডুবি গৈ আছিলো—সেউজীয়া গছ আৰু বগা বৰফৰ নিৰ্জনতাত ডুবি আছিলো ; নিৰ্জন আছিল গছবোৰ, দীঘল লতাবোৰ, শ-শ বছৰৰ পচাপাতৰ সাৰ ; কোনো ঠাইত আকৌ গছ এডাল মাটিত পৰাত বাট বন্ধ। জকমকীয়া উজ্জ্বল আৰু প্ৰকৃতিৰ গোপন কাৰু-কাজ চাই আমি আগবাঢ়িলো—ঠাণ্ডা, বৰফ আৰু পিচে পিচে কোনোবাই খেদি আহি আমাক ধৰাই দিয়াৰ ভয়ও আছিল। আমাৰ চিন্তা অধিকাৰ কৰি আছিল এইবোৰ বিষয়ে নিঃসঙ্গতা, বিপদ, নীৰৱতা আৰু মোক কৰিবলৈ দিয়া কামটোৰ গুৰুত্ব।

কেতিয়াবা আমি লুঙলুঙীয়া বাট দেখা পাইছিলো—চোৰাংকাৰবাৰী বা লোকালয়ৰ বিচাৰৰ পৰা পলাই ফুৰা অপৰাধীবোৰে এই বাট ধৰিছিল। এই বৰফ-শীতল ঠাণ্ডাত কিমান যে মানুহ জাহ গৈছে—এণ্ডিজ পৰ্বতৰ বৰফ ধুমুহাই বাটৰুৱাক ঘেৰি ধৰিছে, আৰু বৰফৰ তলত তেওঁক পুতিছে।

সেই নিজান নিঃসঙ্গ জনমানৱহীন লুঙলুঙীয়া বাটৰ দুয়োকাষে কিন্তু মই মানুহৰ হাতৰ কামৰ চিন পালো। কোনো কোনো ঠাইত গছৰ ডাল ভাঙি দম কৰি থোৱা আছে, যেন বহুত কেইবাটাও জাৰকাল ধৰি এই দমবোৰ এনেকৈয়ে আছে। শ শ বাটৰুৱাই যেন উদ্ভিদৰে নৈবেদ্য সজাইছে—ইয়ালৈ

আহি মৃত্যুৰ মুখত পৰা লগৰীয়া সকলৰ বাবে যেন ওখ ওখ কাঠৰ কবৰ সাজি ৰাখিছে। আৰু এই কবৰবোৰে আমাক তেওঁলোকলৈ মনত পেলাই দিছে— যিসকল বাটৰুৱাই আৰু ঘূৰি যাব নোৱাৰিলে—এই ঠাইৰ বৰফৰ তলত হেঁচা খাই ইয়াতে থাকি গল। মোৰ লগৰীয়াসকলে আমাৰ মূৰত আহি ওলমি পৰা ডালবোৰ হাতৰ টাঙ্গিৰে কাটি পেলাইছিল। জোঙা প্ৰকাণ্ড ওখ গছ-বোৰৰ পৰা যেন সিহঁতে আমাক চুবলৈ তললৈ জাপ মাৰিছিল, গছৰ অৱশিষ্ট পাতবোৰে যেন জাৰকালিৰ ধুমুহা বৰষুণত থৰথৰকৈ কঁপিছিল। প্ৰতিটো কবৰৰ টিপিৰ ওপৰত মইও এটা স্মৃতিচিহ্ন থৈ আহিলো—কাঠৰ নাম লিখা কাৰ্ড—অচিন বাটৰুৱা সকলৰ কবৰ সজাবলৈ অৰণ্যৰ পৰা কাটি লোৱা গছৰ ডালৰ টুকুৰা।

আমি এখন নৈ পাৰ হৈ আহিলো। এণ্ডিয়ান পৰ্বতৰ টিঙত ওপজা সেই সৰু সৰু জুৰিবোৰ তললৈ ওলমি নামি আহিবৰ সময়ত মূৰ আচন্দ্ৰাই কৰা বিধ্বংসী শক্তি খালাছ কৰি জলপ্ৰপাতত পৰিণত হয়। আকাশৰ নিচিনা ওখ পৰ্বতত গোটাই লোৱা শক্তি আৰু গতিৰে মাটি আৰু শিলাখণ্ডক ফালি এই জুৰিবোৰ তললৈ নামি যায়। আমি এডোখৰ ডোঙা পালো, ইয়াৰ ফটফটীয়া পানি খিনি যেন এখন আচীঁহে। খোঁজ কাঢ়ি এটা তৰাং জান পাৰ হৈ গলো। ঘোড়াবোৰে মাটি এৰি পানীত সাঁতুৰি পাৰ হৈ গল—মোৰ ঘোড়াটোৰ মূৰটো পানীত প্ৰায় ডুবো ডুবো হল—ইয়াৰ ওপৰত মই ইকাতি-সিকাতি হৈ থৰকবৰক কৰি হালি পৰিলো। মোৰ ভৰি দুখন উটি গৈ পানী কোবাবলৈ ধৰিলে। ঘোড়াটোৱে মূৰটো থিৰকৈ পানীৰ ওপৰত ৰাখিবলৈ যুঁজি গল—এনেকৈ কোনোমতে আমি পাৰ হৈ গলো। সিপাৰ নৌ পাওঁতেই আমাৰ বাটদেখুৱাই নিওঁতাসকলে দাঁত নিকটাই হাঁহি সুধিলে, 'তোমাৰ খুব ভয় লাগিছিল নেকি?"

মই উত্তৰ দিলো—"খুব, ভাবিছিলো এইবাৰ বোধ হয় আৰু মৃত্যুৰ হাত সাৰিব নোৱাৰিলো"।

তেওঁলোকে কলে, "আমি তোমাৰ পিছে পিছে এডাল জৰী লৈ গৈ আছিলো"।

এজনে কলে, "মোৰ দেউতাই, সেই ঠাইখিনিতে পৰিছিল আৰু সোঁতে তেওঁক কৰবালৈ উটুৱাই নিলে। তেনে অৱস্থা আমি তোমাৰও হবলৈ নিদিলোহেঁতেন।"

আমি আকৌ যাত্রা কৰিলো। এঠাইত প্ৰাকৃতিক সুৰঙ্গ এটাত আমি সোমালো। প্ৰকাণ্ড গহীন এদুটা শিলক কোনোবা শক্তিশালী নৈয়ে খুন্দিয়াই খুন্দিয়াই এই সুৰঙ্গটো সাজিছে, কিন্তু সেই নৈখন এতিয়া আৰু ইয়াত নাই। হয় সি সোঁত বদলালে, নহলে বা পৃথিবীখন ওফন্দি উঠাৰ সময়ত যি পৰ্বত শ্ৰেণীৰ সৃষ্টি হৈছিল, সিয়ে পৰ্বতৰ পিছমুৰা এই ঠাইত খালটো খান্দিলে, আমি এতিয়া সোমাব ধৰা গ্ৰানাইট পাথৰক খুলি খুলি খালো। আৰু অলপ দূৰলৈ গৈ ঘোড়াবোৰে পিছলি পৰিবলৈ ধৰিলে। ভৰি আগুৱাই পাহাৰক শিলত খোঁজ পাতিবলৈ চেষ্টা কৰোঁতে সিহঁতৰ জোতাৰ পৰা জুইৰ দৰে ফিৰিঙতি ওলাবলৈ ধৰিলে। মোক ঘোড়াটোৱে কেইবাবাৰো পেলালে—হাত ভৰি মেলি শিলৰ ওপৰত মই বাগৰি পৰিলো, ঘোড়াটোৰ নাক আৰু ভৰিৰ পৰা তেজ পৰিবলৈ ধৰিলে, তথাপি আঁকোৰ গজালি হৈ বিশাল, মহান, কণ্টকৰ পথত আমি আগুৱাই যাবলৈ ধৰিলো।

বনৰীয়া অৰণ্যভূমিত বিস্ময়ৰ পিছত বিস্ময় আমাৰ কাৰণে বৈ আছিল। হঠাৎ এটুকুৰা সৰু সেউজীয়া বননি আমাৰ চকুত পৰিল। একেবাৰে পৰ্বতৰ কোলাত লেউসেউ হৈ থকা এনে বননি আছে বুলি বিশ্বাসেই কৰিব নোৱাৰা কথা। ফটিকৰ দৰে ফটফটীয়া পানী, সেউজীয়া বাঁহ, বনৰীয়া ফুল, জুৰিৰ পানীৰ কুলুকুলু ধ্বনি, মূৰৰ ওপৰৰ নীলা আকাশ, গছৰ পাতে ঢাকি নোথোৱা উদাৰ আকাশ আমাৰ চকুত পৰিল।

ভোজবাজীৰ দৰে হঠাৎ দেখা এই ঘাঁহনি টুকুৰাৰ ভিতৰলৈ আমি সোমালো—যেন কোনোৱা পবিত্ৰ ঠাই এখনতহে সোমালো—যেন এটা পবিত্ৰ উছৱতহে ভাগ ললো। লগত মানুহ কেইজনও ঘোড়াৰ পৰা নামিল। তাত ঠিক মাজতে থোৱাই এটাত কিবা পূজা পাতলৰ বাবে যেন এটা ষাঁড় গৰুৰ মূৰৰ খুলি থোৱা হৈছে। এজন এজনকৈ মোৰ লগৰীয়া সকলে নীৰৱে গৈ কেইটামান খুচুৰা পইচা আৰু অলপ খোৱাবস্তু হাড়ৰ খুলিটোৰ ভিতৰত থলেগৈ। সেই নৈবেদ্য দানত মইও কাঠকটীয়া মানুহ কেইজনৰ লগত যোগ দিলো। ইউলিচিচৰ দৰে পলৰীয়া মানুহৰ বাবে, সকলো ৰকমৰ কুকাম কৰি পলাই অহা মানুহৰ বাবে ষাঁড় গৰুৰ মূৰৰ খোলাত বুটি পইচা থৈ এনেকৈ সহায় কৰা হয়।

কিন্তু এই অদ্ভুত উছৱটোৰ তাতে শেহ নহল। মোৰ হুজুৱা বন্ধু কেইজনে মূৰৰ টুপি খুলি এবিধ অদ্ভুত নাচ আৰম্ভ কৰিলে। ষাঁড়গৰুৰ মূৰৰ খোলাৰ

চাৰিওপিনে, আগতে এই বাটেদি যোৱা বহুত বাটৰুৱাই নাচি নাচি এটা ঘূৰণীয়া নাচৰ বৃত্ত কৰি থৈ গৈছে—এঠেঙীয়া হৈ দেও দি দি তেওঁলোকে নাচিবলৈ ধৰিলে এই ঘটনাটোৰ পৰা মই বুজিব পাৰিলো যে কিবা গম ধৰিব নোৱাৰাকৈয়ো—নিচিনা নজনা মানুহৰ ভিতৰতো কিবাকৈ আদান-প্ৰদান হয়: খুদুৰনি লাগি থাকে—ওজৰ আপত্তি আৰু তাৰ জবাব প্ৰতি-জবাবও পৃথিবীৰ একেবাৰে দূৰতম আৰু আওহতীয়া ঠাইতো থাকে।

সেই নিশাই, আৰু কিছু দূৰলৈ গৈ মোক নিজৰ দেশৰ পৰা সীমান্ত পাৰ কৈ আঁতৰাই নিয়াৰ ঠিক আগতে, একেবাৰে শেহৰ পৰ্বতটোৰ মাজত সুৰুকীয়া ঠাইখন আমি পালোগৈ। হঠাৎ একুৰা জ্বলি থকা জুই আমাৰ চকুত পৰিল। ওচৰতে যে মানুহ আছে ই তাৰে সঠিক প্ৰমাণ। আৰু অলপ কাষলৈ গৈ আমি কেইবাখনো ভঙা ছিঙা চালিঘৰ দেখিলো। কিন্তু সেইবোৰত কোনো মানুহ নাই যেন লাগিল। তাৰে এটাত সোমাই জুইৰ পোহৰত দেখিলো ঘৰটোৰ ঠিক মাজতে একুৰা জুই জ্বলি আছে। দৈত্যৰ দৰে প্ৰকাণ্ড গছৰ থাৰি দিনে-ৰাতিয়ে জ্বলিব লাগিছে, তাৰ ধোঁৱাই চালৰ মুখৰ ফুটাই দি এন্ধাৰত গধূৰ নীলা এখন ওৰণিৰ দৰে ভাহিব লাগিছে। আৰু দেখিলো যে সেই ওখ ঠাইত গাখীৰ মথি পনীৰ বনাই কোনোবাই দম কৰি থৈছে। জুইৰ কাষত হেঁচাথেলা কৰি কেইজনমান মানুহে টোপনিত লালকাল দি বস্তাৰ দৰে পৰি আছে। এই নিজান ঠাইত হঠাৎ গীটাৰ বজাই গান গোৱা আমাৰ কানত পৰিল। জ্বলন্ত এঙাৰ আৰু এন্ধাৰত যেন এই গানৰ ভাষাৰ জন্ম। আমাৰ অভিযান আৰম্ভৰ পিচত এই প্ৰথম আমি অইন মানুহৰ মাত শুনিবলৈ পালো। ই আছিল প্ৰেম আৰু সুদূৰ দেশৰ গান—প্ৰেম আৰু বসন্তৰ বাবে হাবিয়াসৰ গান। —বসন্ত আহিবলৈ যদিও তেতিয়া বহুত দেৰি তেওঁলোকে বসন্তৰ গানকে গাইছিল। আমি এৰি থৈ অহা চহৰৰ গান—অসীম অনন্ত জীৱনৰ গান। আমাক তেওঁলোকে চিনি নাপাইছিল। মই যে পলৰীয়া মানুহ—মোৰ কবিতা বা মোৰ নামও তেওঁলোকে নাজানিছিল—নে তেওঁলোকে সেইটো জানিছিল? আমাক চিনি পাইছিল নেকি? সি যিয়ে নহওক, আমি জুইৰ কাষতে বহি গান গালো, খোৱা-বোৱা কৰিলো, আৰু তাৰ পিছত এন্ধাৰেমুধাৰে কেইটামান ভিতৰৰ ওখোহামোখোহা কুঠৰীলৈ সোমাই গলো। ঘৰৰ কাষেদি এটা গৰম পানীৰ নিজৰা বৈ গৈছিল, আগ্নেয়গিৰিৰ পৰা ওলোৱা গৰমপানীত আমি জোৰোৰা মাৰিলো—

পর্বতৰ ওপৰৰ পৰা অহা এই উষ্ণতাই আমাক চাৰিওপিনৰ পৰা হেঁচি ধৰিলে।

আমি বৎমনেৰে পানী ছিটিকাই, ঘঁহিঘঁহি গা মূৰ ধুই আমাৰ ভাগৰ মুচি পেলালো। নিজকে খুব সতেজ যেন লাগিল—যেন পুনৰ্জন্ম পালো। পুৰা দোকমোকালিত যেন শেহৰ কেই কিলোমিটাৰ মান ঠাইৰ পৰা মোক আঁতৰাই নিয়াৰ আগতে বেপ্টাইজ কৰা হল এনেকৈ এই নিজৰাৰ পানীৰে। ঘোড়াত উঠি গান গাই আমি ঠাইখন এৰি গলো। নতুন বতাহত আমাৰ হাঁওফাঁও ভৰিল—মোৰ বাবে বৈ থকা বাহিৰৰ জগতখনলৈ যেন এই বতাহেই মোক খেদি লৈ গল। মোৰ এতিয়াও মনত আছে যে আমি সেই পাহাৰী মানুহ কেইজনক গান শুনোৱাৰ বাবে, খোৱা-বোৱাৰ বাবে, গৰমপানী আৰু মূৰৰ ওপৰত ঘৰৰ চাল আৰু ৰাতি শুবলৈ দিয়া বিচনাৰ বাবে পইচা যাচিলো (অৰ্থাৎ সকলোখিনি অযাচিত, আশাতীত আতিথ্যৰ বাবে)। কিন্তু তেওঁলোকে পইচাৰ নামকে শুনিব নুখুজিলে। আমাৰ বাবে তেওঁলোকে যিমানখিনি পাৰে কৰিলে—সিমানেই কথা। নীৰৱে জনোৱা বহুতখিনি বুজোৱা সিমানেই কথা বুজালে—যেন আমাৰ উমৈহতীয়া সপোনৰ ই স্বীকৃতি।

## ছান মাৰ্টিন, ডি লছ এণ্ডিজ

এখন হেলেক-পেলেক এৰাবাৰী সীমান্তৰ শেহমূৰত পালোগৈ। মই এতিয়া মুক্ত মানুহ। কোবিনৰ বেৰাত মই লিখি থলো—"বিদায়, মোৰ স্বদেশ। মই যাওঁ—কিন্তু তোমাক মই লৈ গলো।"

ছান মাৰ্টিন, ডি লছ এণ্ডিজত আমাৰ বাবে এজন বন্ধুৰে বৈ থকাৰ কথা আছিল। আৰ্জেণ্টিনাৰ এই পৰ্বতীয়া সৰু গাওঁখন ইমান সৰু যে উপদেশ হিচাবে মোক মাত্ৰ কোৱা হৈছিল যে মই যেন সকলোতকৈ ভাল হোটেলটোত থাকোগৈ। পেড্ৰিটো ৰামিৰেজে তাত বৈ থাকিব। কিন্তু জীৱনটো অদ্ভুত। ছান মাৰ্টিন ডি লছ এণ্ডিজত এটা নহয় দুটা ভাল হোটেল আছিল। আমি কোনটোত থাকিম? প্ৰথমটো মনোৰম টাউন স্কোয়াৰৰ কাষতে আছিল—আমি সেইটো এৰি টাউনৰ এদাঁতিত থকা বেচি দামী হোটেলটোত থাকিবলৈ থিৰাং কৰিলো।

এই হোটেলটো ইমান অভিজাত আছিল যে আমাক তাত ৰাখিব নুখুজিলে। ঘোড়াত উঠি এই কেইদিনৰ ভ্ৰমণ, কান্ধত আঁৰি লোৱা মোনাবোৰ দাড়ি গোফ ভৰা মুখবোৰ—সকলো মিলি এটা এনে চেহেৰা হৈছিল যে মানুহে আমাক শত্ৰু ভবাত দোষ দিব নোৱাৰি। এনে চেহেৰাৰ মানুহক ঘৰত সুমুৱাব নোৱাৰি। হোটেলটোৰ মেনেজাৰজনৰ আৰু ভয় হৈছিল, কাৰণ তেওঁৰ হোটেলৰ অতিথিবোৰৰ সৰহভাগ আছিল স্কটলেণ্ডৰ পৰা অহা বুটিছ অভিজাত বংশীয়—তেওঁলোকে ইয়াত চেলমন মাছ ধৰিবলৈ আহিছিল কিন্তু আমাৰ অভিজাত বংশৰ ভেশচনো নাছিল। তেওঁ নাটকীয় ভাৱ-ভঙ্গী আৰু আওভাওৰে জনালে যে মাত্ৰ দহ মিনিটৰ আগতে শেহ কোঠাটো ভাড়া হৈ গৈছে।

ঠিক তেতিয়াই এজন সুঠাম সুন্দৰ দেহৰ মানুহ দুৱাৰমুখত থিয় হ'লহি। তেওঁৰ লগত চিনেমা অভিনেত্ৰীৰ দৰে দেখিবলৈ এগৰাকী বগা বুপহীও আছিল। বজ্ৰৰ দৰে গম্ভীৰ মাতেৰে তেওঁ ঘোষণা কৰিলে, ৰবা ৰবা। চিলিৰ মানুহক কোনেও খেদিব নোৱাৰে। তেওঁলোক ইয়াতেই থাকিব।" আমি তাতে থাকিলো। এই মানুহজনক দেখিবলৈ ইমান পেৰণৰ নিচিনা, আৰু বুপহী গৰাকীক এভিটাৰ নিচিনা লাগিছিল যে আমি সকলোৱে ভাবিলো এওঁলোক তেওঁলোকেই। কিন্তু পিছত গা মুৰ ধুই, কাপোৰকানি সলাই, টেবুলত বহি এবটল ছেম্পেন মদ খোৱাৰ পিছত জানিব পাৰিলো যে মানুহজন থলুৱা সেনাদলৰ সেনাপতি, আৰু বুপহী গৰাকী তেওঁৰ অতিথি—বুৱেনছ এয়াৰ্ছৰ এগৰাকী অভিনেত্ৰী।

আমি নিজকে কাঠৰ বেপাৰী, আৰু এটা লাভজনক কাৰবাৰৰ বাবে আহিছো বুলি জনালো। সেনাপতিজনে মোক পৰ্বতীয়া মানুহ "বুলি মাতিলে। মোৰ প্ৰতি বন্ধুত্ব আৰু তেওঁ দুঃসাহসৰ কাম ভাল পোৱা কাৰণে ভিক্টৰ বিয়াল্সি এতিয়ালৈকে মোৰ লগতে আছিল। এখন গীটাৰ যোগাৰ কৰি সময়োপযোগী চিলিৰ গান গাই তেওঁ আৰ্জেণ্টিনাৰ মানুহ আৰু তিৰোতা গৰাকীক মুগ্ধ কৰিলে। কিন্তু তিনিদিন তিনিৰাতি পাৰ হৈ গল, পেড্ৰিটো ৰামিৰেজে মোক বিচাৰি নাহিল। মই খুব বিচলিত হৈ পৰিলো। মোৰ এটাও চাফা কামিজ চোলা নাছিল—পইচাও শেহ হৈ আহিছিল। ভিক্টৰ বিয়াল্সিৰ মতে কাঠৰ বেপাৰীয়েও অন্ততঃ চাফা কাপোৰকানি পিন্ধিব লাগে।

ইতিমধ্যে সেনাপতিজনে তেওঁৰ ছাউনিত এদিন আমাক ভোজ খুৱালে। আমি আৰু চিনাকী হলো, তেওঁ স্বীকাৰ কৰিলে যে দেখিবলৈ তেওঁ বহুতখিনি পেৰণৰ নিচিনা হলেও তেওঁ কিন্তু পেৰণ-বিৰোধী। আমি বহুত সময় তৰ্ক কৰি কটালো—তৰ্কৰ বিষয় হল চিলি নে আৰ্জেণ্টিনা—কাৰ প্ৰেছিডেণ্টজন বেছি বেয়া।

এদিন পোণ্ডুটো ৰামিৰেজে খুমুহাৰ দৰে আহি খুমুহাৰ দৰে মোৰ কোঠাত সোমাল। "এই জহৰা—কি কাৰণে ইমান দেৰি হল?" মইও তেওঁক গালি পাৰি চিঞৰিব উঠিলো। আমি এনে কথাটো ভবা নাছিলো। পাৰ্কৰ কাষত থকা অইন হোটেলটোত তেওঁ ইমানদিন মোৰ বাবে বৈ আছিল।

দহ মিনিটৰ পিছতে আমি হোটেল এৰি পাম্পা অঞ্চলৰ ওপৰেদি গাড়ী চলাই যাবলৈ ধৰিলো। আকৌ দিনে-ৰাতিয়ে গাড়ী চলিল। আৰ্জেণ্টিনাৰ মানুহ সকলে গাড়ী ৰখাই আমাক মাজে মাজে ফিকা চাহ খুৱাইছিল। তাৰ পিছত আকৌ সেই আমনি লগা সীমাহীন ৰাস্তাত গাড়ীখন আগুৱাই গৈছিল।

## পাছপোৰ্ট লৈ পেৰিছত

বুৱেনছ এয়াৰ্ছত নিজৰ কি পৰিচয় দিম বুলি স্বাভাৱিকতে মোৰ চিন্তা হৈছিল। আৰ্জেণ্টিনাৰ সীমা পাৰ হৈ যাবলৈ লোৱা ভুৱা কাগজপত্ৰবোৰ আটলাণ্টিক মহাসাগৰ পাৰ হৈ যোৱা ভ্ৰমণৰ সময়ত কামত নাহিব, অথবা য়ুৰোপত এইবোৰ লৈ ফুৰাচকা কৰিব নোৱাৰিম। নতুন কাগজ-পত্ৰ কেনেকৈ কত জোগাৰ কৰিম? ইতিমধ্যে চিলিৰ চৰ্কাৰে সাৱধান কৰি দিয়া বাবে আৰ্জেণ্টিনাৰ পুলিচে মোক বিচাৰি হাবাথুৰি খাইছে।

এনে অসুবিধাৰ সময়তে মোৰ মনত এটা বুদ্ধি খেলালে। ঔপন্যাসিক মিগুৱেল এঞ্জেল এণ্টুৰিয়াছ মধ্য আমেৰিকাত মোৰ পুৰণি বন্ধু। তেওঁ এই সময়ত নিজা দেশ গুৱাটেমালাৰ চৰ্কাৰৰ কিবা কূটনৈতিক কামত বুৱেনছ এয়াৰ্ছত আছিল। আমাৰ দুয়োৰে মুখৰ কিবা মিল আছিল। দুয়ো মাস্তি হৈ আমি দুইকো "চম্পাইপ জাতি" বুলি মাতিছিলো। গুৱাটেমালা আৰু মেক্সিকোৰ কোনো কোনো ঠাইত টাকী চৰাইক বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হৈছিল। দীঘল নাক, মুখ আৰু বেচ শকত আৱত দেহৰ বাবে আমি এই সুন্দাদু চৰাইটোৰ নিচিনা দেখিবলৈ আছিলো।

মই লুকাই থকা ঠাইলৈ আহি তেওঁ দেখা কৰিলে।

তেওঁক মই কলো, "বন্ধু চম্পাইপ, তোমাৰ পাছপোৰ্টখন মোক ধাৰলৈ দিয়া। ইউৰোপত মিগুৱেল এঞ্জেল এষ্টুৰিয়াছ বুলি চিনাকি দি আনন্দ পাবলৈ মোক সহায় কৰা।"

মই জনাওঁ যে এষ্টুৰিয়াছ এজন উদাৰপন্থী মানুহ আছিল—কিন্তু সক্ৰিয় ৰাজনীতিৰ পৰা তেওঁ সদায় দূৰত আছিল। তথাপি দুনাই চিন্তা নকৰি তেওঁ মোক পাছপোৰ্টখন দিলে। কেইদিনমানৰ পিছত "ছেনৰ এষ্টুৰিয়াছ হেনতেন" ৰ মাজত মই আৰ্জেণ্টিনা আৰু উৰুগুৱেৰ মাজৰ বহল নৈখন পাৰ হৈ গলো। মণ্টিভিডিও পাই এয়াৰপোৰ্ট পাৰ হৈ, পুলিচৰ চকু সাৰি অৱশেষত পেৰিছ পালোগৈ। গুৱাটেমালাৰ বিখ্যাত ঔপন্যাসিকজনৰ মই ভেশচন ধৰি আছিলো।

কিন্তু ফ্ৰান্সত গৈ চিনাকি দিয়াতো আৰু এটা সমস্যাৰ কথা হৈ পৰিল। অকৰ্মকীয়া নতুন পাছপোৰ্টখনে, লেকেতাই লাগি থকা ফৰাছী নিৰাপত্তা বাহিনীৰ উল্লাসীত মোক এৰি দিব নোৱাৰিলে। মিগুৱেল এঞ্জেল এষ্টুৰিয়াছৰ ভেশচন এৰি মই আকৌ পাবলো নেৰুডা হবলগীয়াত পৰিলো। কিন্তু সেইটো কেনেকৈ সম্ভৱ হব? কাৰণ পাবলো নেৰুডা তো ফ্ৰান্সলৈ অহা নাই, কিন্তু মিগুৱেল এঞ্জেল এষ্টুৰিয়াছহে আহিছে।

মোৰ পৰামৰ্শদাতা সকলে মোক পঞ্চম জৰ্জ বোলা হোটেলত থাকিবলৈ কলে। তাত বহুত আন্তৰ্জাতিক বিখ্যাত মানুহৰ মাজত কোনেও তোমাৰ পাছপোৰ্টৰ কাগজপত্ৰ নুখুজিব। মই কেইবাদিনো সেই হোটলত থাকিলো। মই যে পাহাৰী মানুহৰ দৰে সাজ পোছাক পিন্ধি আছিলো, সেইটো মোৰ মনতেই নাছিল। কিন্তু সেই ধনী আৰু পৰিপাটী সাজপাৰ পিন্ধা মানুহৰ হোটলটোৰ লগত একেবাৰে নিমিলা যেন লাগিছিল।

তেনে অৱস্থাতে ঘটনাস্থলত পিকাছো উপস্থিত হলহি। তেওঁৰ প্ৰতিভাৰ দৰেই তেওঁৰ দয়াও বিৰাট। জীৱনত প্ৰথমবাৰ বক্তৃতা দি আহি তেওঁ একেবাৰে সৰু লৰা এটিৰ দৰে হৈ আছিল, সৌভাগ্যক্ৰমে এই বক্তৃতাৰ বিষয়-বস্তু আছিল মোৰ কবিতা, মোৰ শাস্তি আৰু মোৰ নিৰ্বাসন। এতিয়া সহোদৰ ভাইৰ দৰে, আধুনিক চিত্ৰকলাৰ এই বিৰাট প্ৰতিভাই তেওঁৰ অসুৰৰ দৰে শক্তি লৈ, সকলো জানি-বুজি নিজে দায়িত্বলৈ মোক এই বিপদৰ পৰা ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল। তেওঁ কৰ্তৃপক্ষৰ লগত কথা পাতিলে, আৰু অইন বহুত

মানুহৰ লগতো এই বিষয়ে আলোচনা কৰিলে। মোৰ বাবে সময় খৰচ হোৱাত তেওঁ যে কিমান অপৰূপ ছবি আঁকিব নোৱাৰিলে মই নাজানো মোৰ বেয়া লাগিছিল।

পেৰিছৰ এই সময়তে এখন শান্তি কংগ্ৰেছ বহিছিল। কংগ্ৰেছত একেবাৰে মুৰামুৰি সময়ত গৈ মই এটা কবিতাহে পঢ়িব পাৰিলো। প্ৰতিনিধি সকলে শলাগি মোক আঁকোৱালি ধৰিলে। তেওঁলোকৰ বহুতে মই মৰি গৈছো বুলি ভাবিছিল। চিলিৰ অত্যাচাৰী পুলিচৰ শেনচকুৰ পৰা মইনো কেনেকৈ হাত সাৰি আহিলো তেওঁলোকে কল্পনাই কৰিব নোৱাৰিছিল। ফৰাছী প্ৰেছৰ এজন অভিজ্ঞ খবৰৰ কাগজৰ মানুহে মোক পিছদিনা হোটেলত লগ ধৰিবলৈ আহিল। তেওঁৰ নাম এলডাবেট। আপুনি পেৰিছত আছে বুলি ফৰাছী প্ৰেছে খবৰ উলিয়াই দিছে চিলিৰ চৰ্কাৰে তাক অস্বীকাৰ কৰিছে। তেওঁলোক কৈছে—এইজন নকল নেৰুডা—আচলজন চিলিতে আছে। তেওঁলোকে নেৰুডাক বিচাৰি চলাথ কৰিছে, কেইঘণ্টামানৰ ভিতৰতে তেওঁক গ্ৰেপ্তাৰৰ আশা আছে। আমি কি উত্তৰ দিম।”

মোৰ এটা বিতৰ্কৰ কথা মনত পৰিল। ছেক্সপিয়েৰে তেওঁৰ কিতাপবোৰ লিখিছিল নে নাই সেই বিষয়ে এটা অযৌক্তিক আৰু সূক্ষ্ম তৰ্কৰ জাল অৱতাৰণা কৰা হৈছিল। মাৰ্ক টোয়েন তেতিয়া কৈছিল, উইলিয়ম ছেক্সপিয়েৰে সেই নাটকবোৰ লেখা নাছিল, কিন্তু তেওঁৰ দৰে একে তাৰিখ, একে বছৰতে জন্মি আৰু একে দিনেই মৃত্যু হোৱা অইন এজন ইংৰাজে লিখিছিল, আৰু মিলবোৰ তেনেকৈ চাবলৈ, তেওঁৰ নাম উইলিয়াম ছেক্সপিয়েৰ আছিল।”

মই খবৰৰ কাগজৰ মানুহজনক কলো, কৈ দিয়ক যে মই পাৱলো নেৰুডা নহওঁ, কিন্তু চিলিত অইন এজন মানুহ—যিজনে কবিতা লিখে, স্বাধীনতাৰ বাবে যুঁজে, আৰু নামটোও তেওঁৰ পাবলো নেৰুডা।

মোৰ কাগজপত্ৰবোৰ ঠিক কৰা ইমান সহজ কাম নাছিল। আৰাগ আৰু পল এলুৱাৰ্ডে মোক সহায় কৰি আছিল। ইতিমধ্যে মই আধা গোপন জীৱনযাপন কৰিবলগীয়াত পৰিছিলো।

মই আশ্ৰয় লোৱা ঠাইবোৰৰ এখন হল মেডাম ফ্ৰান্সোয়াঁ জিৰো-ৰ ঘৰ। এই মহিলাৰ মৌলিকতা আৰু বুদ্ধিদীপ্ত চৰিত্ৰ মই কেতিয়াও পাহৰিব নোৱাৰো। তেওঁৰ বাস আছিল “কলেট”ৰ “পেলে-ৰয়েল”ত। তেওঁ এটি ভিয়েটনামী লৰাক তুলি লৈছিল। ফৰাছী সেনাবাহিনীয়ে সেই সময়ত সুদূৰ

ভিয়েটনামত নিৰীহ মানুহক হত্যা কৰি আছিল—পিছত উত্তৰ আমেৰিকাই এই কামটোকে কৰি আছিল। সেইবাবে তেওঁ এই শিশুটিক তুলি লৈছিল।

তেওঁৰ ঘৰতে পিকাছোৱে অকা এখন সুন্দৰ ছবি দেখা মোৰ মনত পৰিছে। প্ৰায় কিউবিষ্ট যুগৰ ই এখন প্ৰকাণ্ড ছবি। টেবুল এখনৰ ওপৰত মখমলৰ ঢাকনি এখনৰ ঝালৰ আহি পৰিছে—যেন খিড়িকীৰ দুখন পাল্লা আহি একেলগে মিলিছেহি। দীঘল এটা ফৰাছী পাউৰুটী টেবুলখনৰ এমূৰৰ পৰা সিমূৰলৈ জুৰি আছে। টেবুলৰ ওপৰত এই প্ৰকাণ্ড পাউৰুটীটো এখন প্ৰাচীন প্ৰতিমাৰ মাজৰ মূল প্ৰতিমাৰ দৰে দেখিবলৈ হৈ আছিল, অথবা এল গ্ৰেকোই অ'কা এল এছকৰিয়েলৰ চেণ্ট মৰিচৰ দৰে আছিল। এই চিত্ৰলেখাক মই নিজে এটা নাম দিলো—"পবিত্ৰ পাউৰুটীৰ উত্তৰণ।"

মই লুকাই থকা ঠাইলৈ এদিন পিকাছোৱে মোক চাবলৈ আহিল। বহুত বছৰৰ আগতে অ'কা তেওঁ পাহৰি যোৱা এই ছবিখনৰ কথা তেওঁ একেবাৰে পাহৰিয়ে গৈছিল। মই তেওঁক ছবিখন দেখুৱাবলৈ লৈ গলো। খুব গম্ভীৰ হৈ নিজৰ ছবিখন চাই, তেওঁ স্বভাৱ-বিৰুদ্ধ বিষণ্ণ মনোযোগ দি ছবিখন চালে। দহ মিনিটতকৈ বেছি সময় তেওঁ ওচৰৰ পৰা—দূৰৰ পৰা নিজে অ'কা ছবিখন চাই নীৰৱে কটালে।

তেওঁৰ ছবি চোৱা শেহ হলত মই কলো, "মই যিমানে দেখিছো ছবিখন সিমানে ভাল পাইছো। মই ভাবিছো মোৰ দেশ চিলিৰ জাতীয় মিউজিয়মে ইয়াক কিনি লওক বুলি প্ৰস্তাব দিম। মেডাম জিৰোই আমাক বেচিব বুলি কৈছে"।

পিকাছোৱে আকৌ এবাৰ ছবিখন চালে। তেওঁৰ চকু দুটাই যেন সেই অপৰূপ সুন্দৰ পাউৰুটীটোক বিন্ধি চালে; তেওঁ মাত্ৰ মন্তব্য কৰিলে, "ও, ছবিখন বেয়া নহয়।"

মই ঘৰ এটা বিচাৰি পালো—তাৰ ভাড়া মোৰ বাবে অতিপাত বেছি খৰচ যেন লাগিছিল। পিয়েৰ মিল ষ্ট্ৰীটৰ ওপৰত মুঠতে ১৫ তলাৰ ওপৰত যেন স্বৰ্গ আৰু নৰকৰ মিলন হৈছিল। দুখীয়া আৰু বনুৱা মানুহৰ বসতি এই ঠাই ডোখৰ পাবলৈ ঘণ্টাৰ পিছত ঘণ্টা ট্ৰেনত উঠি যাবলগীয়া হৈছিল। তিনিতলীয়া এই ঘৰটোত সৰু সৰু কুঠৰী আৰু হলঘৰ আছিল—ই যেন এটা চৰাইৰ সজা সেইবাবেই ঘৰটো পছন্দ হৈছিল।

তলৰ তলাটো আছিল সকলোতকৈ ডাঙৰ—ইয়াত এখন ডাঙৰ কাঠৰ

[illegible] [illegible]। [illegible] [illegible] [illegible] আৰু [illegible] [illegible] কৰিছিলো। মানুহেক মই [illegible] নিমন্ত্ৰণ কৰি আনিছিলো—মোৰ [illegible] বন্ধু তেওঁলোকৰ সৰহ ভাগেই আছিল চিলিৰ মানুহ আৰু [illegible] [illegible] থাকিবলৈ লগে জোহ ভেন্টুৰেলি, নেমৌছিও এণ্টুনেজ—এইলোক দুইজন [illegible] শিল্পী—আৰু মোৰ মনত নথকা বহুত কোনোবা আছিল।

এই সময়তে ছোভিয়েট সাহিত্যজগতৰ তিনি গৰাকী বিখ্যাত মানুহ মোৰ তালৈ আহিছিল—কবি নিকোলাই টিখোনোভ—নাটক ৰচয়িতা [illegible] কৰ্ণেইচুক (তেওঁ ইউক্ৰেনৰ এজন চৰ্কাৰী বিষয়াও আছিল) আৰু ঔপন্যাসিক কন্সটান্টিন চিমোনাভ। মই ইয়াৰ আগতে তেওঁলোকক কেতিয়াও [illegible] নাছিলো। বহুতদিন নেদেখা এজন ভাইৰ দৰে তেওঁলোকে মোক সাবটি ধৰিলে। আঁকোৱালি লোৱাৰ বাহিৰেও প্ৰত্যেকে মোক সশব্দ চুমা এটাকৈ খালে। এইবোৰ হল শ্লাভজাতিৰ মটা মানুহৰ মাজত হোৱা চুমা—বন্ধুৰ আৰু প্ৰত্যয়ৰ চিন। কিন্তু তেনে চুমাৰ আদৰ সহ্য কৰিবলৈ মই বৰ আহুকাল পাইছিলো। বহুত বছৰৰ পিছত যেতিয়া এনে ভাইৰ বাবে ভাইৰ পুৰুষালি চুমাবোৰৰ মানে মই বুজিব পৰা হলো—এখন কিতাপৰ পাতনি মই এনেদৰে আৰম্ভ কৰিছিলো—মোক প্ৰথম চুমা খোৱা মানুহজন আছিল এজন চেক-শ্লোভাকিয়াৰ কনছাল…।

চিলিৰ চৰ্কাৰে মোক তেওঁলোকৰ তাতে নালাগে বুলি কৈছিল—দেশত বা বিদেশত কতো আৰু মোক নালাগে। মই যলৈকে গৈছিলো, মই যোৱাৰ আগৰ পৰাই সেই ঠাইৰ চৰ্কাৰলৈ চিঠি লিখি আৰু টেলিফোন কৰি মোৰ কামবনবোৰ আৰু আহুকাল লগা কৰা হৈছিল।

কোৱাই ড'চেইৰ বৰ হুটামুটাকৈ লিখা এটা ফাইলত এই কথাবোৰ লিখা আছিল বুলি মই জানিব পাৰিলো, "নেৰুডা আৰু তেওঁৰ ঘৈনীয়েক ডেলিয়া ডেল কাৰিল-এ ঘনাই স্পেনলৈ যায় তেওঁলোকে এনেকৈ ছোভিয়েটৰ আদেশ-উপদেশ অনা নিয়া কৰে। বাহিয়ান লেখক ইলিয়া এৰেনবুৰ্গৰ পৰা তেওঁলোকে এইবোৰ খবৰ বাতৰি পায়, আৰু এওঁৰ লগতে নেৰুডাই এই গোপন অভি-যানলৈ যায়। এৰেনবুৰ্গৰ লগত আৰু ঘনিষ্ঠ সম্বন্ধ ৰাখিবলৈ, এই ছোভিয়েট লেখকজন থকা ঘৰটোৰ এটা কোঠালৈ নেৰুডাই ঘৰ সলাইছে।

কথাবোৰ একেবাৰে মিছা। বিদেশ সম্পৰ্কীয় মন্ত্ৰকত কামকৰা এজন ওপৰৰ বিষয়া জা ৰিকাৰ্ড ব্ৰুকৰ বন্ধু আছিল আৰু এওঁ সেই বিষয়াজনৰ

মোৰ হাতত প্ৰথম চিঠি দিছিল। মই বিষয়াজনক বুজাবলৈ চেষ্টা কৰিলো যে কাল্পনিক অভিযোগত দায়ী কৰি মোক ফ্ৰান্সৰ পৰা নিৰ্বাসিত কৰিবলৈ চেষ্টা কৰা হৈছে। মই আৰু কলো যে ইলিয়া এৰেনবুৰ্গক লগ পাবলৈ মোৰ বৰ ইচ্ছা, কিন্তু এতিয়াও মোৰ সেই সৌভাগ্য হোৱা নাই। বিষয়া-জনে কৰুণাৰ চকুৰে মোলৈ চালে আৰু ঘটনাটোৰ বিষয়ে অনুসন্ধান কৰি চাব বুলি মোক কলে। অবশ্যে এই বিষয়ে অনুসন্ধান কেতিয়াও কৰা নহল, আৰু সেই মিছা অভিযোগবোৰ থাকিয়েই গল।

মই তেতিয়া এৰেনবুৰ্গৰ লগত নিজেই চিনাকি হবলৈ থিৰাং কৰিলো। তেওঁ সদায় "লাকুপল্‌ বোলা ৰেষ্টোৰাতে আহে বুলি জানিছিলো। প্ৰায় সন্ধিয়া বেলিকা তেওঁ তাতে বাছিয়াৰ মানুহৰ অভ্যাস অনুসৰি দিনৰ খোৱা খাইছিল। মই তেওঁক কলো "মই পাবলো নেৰুডা, চিলিৰ কবি"। পুলিচৰ মতে আপুনি আৰু মই দুইয়ো হালিগলি লগা বন্ধু। সিহঁতে আমাক একেলগে, একেটা ঘৰতে থকা বুলি কয়। আপোনাৰ বাবে সিহঁতে মোক ফ্ৰান্সৰ পৰা খেদাব খুজিছে। মই আপোনাক এবাৰ লগ ধৰিব খোঁজো, অন্ততঃ এবাৰ কৰমৰ্দন কৰিব খোঁজো।"

জগতৰ কোনো ঘটনাতে অবাক হৈ এৰেনবুৰ্গে চকু পচাৰে বুলি মোৰ বিশ্বাস নহয়। কিন্তু তেওঁ তেতিয়া হতবাক হৈ মোলৈ চালে—জোপোহা ভুৰু আৰু সোপাকানিৰ দৰে আউলি-মাউলি চুলিৰ মূৰটো জোকাৰিলে, "মইও আপোনাক লগ পাব খুজিছিলো, নেৰুডা। আপোনাৰ কবিতা মই ভাল পাওঁ। কিন্তু আৰম্ভণিতে এই কথাখিনি অলপ জুতি লওক।"

সেই তেতিয়াৰ পৰা আমি দুইয়ো ঘনিষ্ঠ বন্ধু হৈ উঠিলো। মোৰ মনেৰে তেওঁ সেইদিনাই মোৰ কিতাপ "এস্পানা এন এল কৰাজন" অনুবাদ কৰিবলৈ আৰম্ভ কৰিলে। মই এইটো স্বীকাৰ কৰিবই লাগিব যে সিহঁতে নজনাকৈয়ে পুলিচে মোৰ জীৱনত সন্তোষজনক বন্ধুত্ব এটাৰ উপায় কৰি দিলে, আৰু মোৰ কিতাপবোৰৰ শ্ৰেষ্ঠ ৰাছিয়ান অনুবাদক জনক উপহাৰ দিলে।

এদিন জুল চুপাৰভিলে মোৰ সৈতে দেখা কৰিবলৈ আহিল। তেতিয়া মানে মই নিজৰ নামত আইনানুগ চিলিয়ান পাছপোৰ্টৰ অধিকাৰী হৈ গৈছিলো। বয়সীয়াল, মহৎ এই উৰুগুয়ান কবিজনে কদাচিতহে ঘৰৰ পৰা বাহিৰলৈ ওলাইছিল। তেওঁ নিজে আহি ওলোৱাত মই বৰ বিচলিত আৰু অবাক হৈ গলো।

"মই তোমাক এটা জৰুৰী বাৰ্তাৰ দিবলৈ আহিলো। মোৰ জোঁৱাই বাৰ্টোৱাই তোমাৰ লগত দেখা কৰিব খোজে। কি কাৰণে মই অৱশ্যে নাজানো।"

বাৰ্টো পেৰিছৰ পুলিচৰ প্ৰধান বিষয়া আছিল। আমি তেতিয়াই তেওঁৰ অফিছলৈ গলো। বুঢ়া কবিজন আৰু মই বিষয়াজনৰ টেবুলৰ সিকাষে বহিলো। তাতকৈ বেচি টেলিফোন এখন টেবুলত মই আৰু কেতিয়াও দেখা নাই। কিমানবোৰ টেলিফোন তাত আছিল বাৰু? বিচটাতকৈ কম নহয়েই। এই টেলিফোনৰ অৰণ্যৰ পৰা বুদ্ধিদীপ্ত মুখখনি লৈ তেওঁ মোলৈ চালে। তেওঁৰ টেবুলৰ ওপৰতে পেৰিছৰ গুপুত জগতখনৰ লগত টেলিফোনৰ লাইনৰে যোগ কৰি থোৱা হৈছিল বুলি মই একেবাৰে নিশ্চিত হৈছিলো। ফাণ্টোমাচ আৰু ইন্সপেক্টৰ মাইগ্ৰেটৰ কথা মোৰ মনত পৰিছিল।

পুলিচৰ প্ৰধান বিষয়াজনে মোৰ কিতাপ পঢ়িছিল আৰু মোৰ কবিতাবোৰ আচৰিতৰূপে ভালকৈ জানিছিল।

চিলিৰ ৰাষ্ট্ৰদূতৰ পৰা আপোনাৰ পাছপোৰ্টখন বাজেয়াপ্ত কৰিবলৈ মোক অনুৰোধ কৰিছে। ৰাষ্ট্ৰদূতে কোৱামতে আপুনি কূটনৈতিক পাছপোৰ্ট লগত লৈ ফুৰিছে আৰু সেইটো বেআইনী। এই খবৰটো সঁচানে?

মই উত্তৰ দিলো, "মোৰ কূটনৈতিক পাছপোৰ্ট নাই এইখন নিয়ম অনুসৰি হোৱা এখন বিষয়াই পাবপৰা পাছপোৰ্টহে। মই আমাৰ দেশৰ এজন চিনেটৰ আৰু তাৰ বাবে এনে পাছপোৰ্ট মোৰ প্ৰাপ্য। তাতকৈও বেচি কথা হল— এইখন চাওক মোৰ লগতে আছে—আপুনি এইখন পৰীক্ষা কৰি চাব পাৰে, কিন্তু মোৰ পৰা লৈ যাব নোৱাৰে ই মোৰ নিজা সম্পত্তি"।

"এইখন পাছপোৰ্ট এতিয়াৰ সময়লৈকে ঠিক কৰা আছেনে? কোনে ইয়াক পুনৰ্নবীকৰণ কৰিলে।" মই তেওঁক কলো, "হয়, এইখন এতিয়ালৈকে ঠিক কৰা আছে কিন্তু কোনে ইয়াক পুনৰ্নবীকৰণ কৰিলে সেইটো মই নকওঁ। কাৰণ চিলিৰ চৰ্কাৰে তেতিয়া সেই বিষয়াজনক বৰখাস্ত কৰিব।"

তেওঁ লাহে—ধীৰে মোৰ কাগজবোৰ পৰীক্ষা কৰি চালে। তাৰ পিছত নম্বৰ নোহোৱা টেলিফোনবোৰৰ এটা তুলি লৈ চিলিৰ ৰাষ্ট্ৰদূতৰ লগত কথা পাতিব বুলি কলে। তেওঁলোকে কথাবাৰ্তা হোৱাৰ সময়ত মই তাতে বহি আছিলো।

"নাই, ৰাষ্ট্ৰদূত মহাশয়, মই সেইটো কৰিব নোৱাৰো। তেওঁৰ পাছপোৰ্ট

ঠিক আছে। কোনে তাক পুনৰ্নবীকৰণ কৰিলে মই নাজানো তেওঁৰ কাগজ-পত্ৰবোৰ কাঢ়ি লোৱা অন্যায় হব বুলি মই আকৌ কলো। ৰাষ্ট্ৰদূত মহাশয়, মই নোৱাৰো। দুঃখিত।

বুজাই গৈছিল যে ৰাষ্ট্ৰদূতজনে তেওঁক জোৰ-জবৰদস্তি কৰিছিল। বাৰ্টোৰ মাতত বিৰক্তিৰ চিন ফুটি উঠিছিল। অৱশেষত তেওঁ ৰিছিভাৰটো নমাই থৈ মোক কলে, মানুহজন আপোনাৰ পৰম শত্ৰু যেন লাগিছে। কিন্তু মই আপোনাক কৈছো ফ্ৰান্সত আপুনি যিমান দিন খুচি থাকিব পাৰে।

চুপাৰভিলৰ সৈতে মই গুচি আহিলো। বুঢ়া কবিজনে কিনো কৈছিল গমেই পোৱা নাছিল। মই বিৰক্ত হলেও এটা বিজয়ৰ গৌৰৱ অনুভৱ কৰিছিলো। এনেকৈ মোক হায়ৰান কৰা ৰাষ্ট্ৰদূতজনৰ নাম জোৱাকিম ফাৰ্নাণ্ডেজ—চিলিৰ অত্যাচাৰী শাসকজনৰ লগত মিলি মোক হাৰাশাস্তি কৰা এই মানুহজনে সকলোৰে আগত তেওঁক মোৰ বন্ধু বুলি ৰটনা কৰিছিল, আৰু মোক দেখিলে মিঠা কথা কবলৈ সুযোগ নেৰিছিল। তেওঁ সেইদিনাই পুনৰা গুৱাটেমালাৰ ৰাষ্ট্ৰদূতৰ যোগেদি মোলৈ এটা সাদৰ সন্দেশ পঠিয়াইছিল।

## শিপাবোৰ

এৰেনবুৰ্গে মোৰ কবিতাবোৰ পঢ়ি সেইবোৰ অনুবাদ কৰিছিল। তেওঁ মোক কৈ আছিল—খুব বেচি শিপা—তোমাৰ কবিতাবোৰত খুব বেচি শিপাৰ কথা—কিয় ইমান শিপা ?

কথাটো সঁচা। সীমান্ত অঞ্চলে মোৰ কবিতাত দকৈ শিপা পুতি দিছিল, এই শিপাবোৰক উঘালি পেলোৱা কেতিয়াও সম্ভৱ নহৈছিল। মোৰ জীৱন-টোৱেই আছিল এনে—বাৰেবাৰেই নিজৰ কাষলৈ ঘূৰি আহিছিল, দক্ষিণৰ হাবিবনৰ পিনে, হেৰাই যোৱা দিনৰ অৰণ্যৰ বাবে খোজ লৈছিল।

সেই মহা অৰণ্যৰ ৭০০ বছৰীয়া পুৰণি গছবোৰ কেতিয়াবা মাটিত বাগৰি পৰিছিল, ধুমুহাত শিপা উঘালিছিল বৰফত মড়ক লাগিছিল, বা জুইত পুৰি ছাৰখাৰ হৈছিল। প্ৰকাণ্ড গছবোৰ গভীৰ জঙ্গলত নিজে হুৰমুৰকৈ পৰি ভাঙি যোৱাৰ কথা মই শুনিছো। ওক গছবোৰ প্ৰলয়ঙ্কৰ বানপানীত

হঠাৎ ভুবি যোৱাৰ কথাও শুনিছো—যেন দৈত্যৰ নিচিনা প্ৰকাণ্ড হাতেৰে পৃথিৱীৰ দুৱাৰত ঢাকিয়াইছে, নিজৰ কবৰ দিবলৈ সকলোকে অনুৰোধ কৰিছে।

কিন্তু শিপাবোৰ মুকলি কৰিয়েই ৰখা হৈছিল ; শগুনে, সময়ে, সেপ্ৰেকি, শেলুৱৈ লাগি এটাৰ পিছত এটা কাৰণে সেইবোৰ ধ্বংস হৈ গৈছিল।

সেই প্ৰকাণ্ড, মুকলি শিপাবোৰ বা হাতবোৰক মই আহত বা পোড়া অৱস্থাত দেখিছিলো। আমি বনৰীয়া বাটেদি যাওঁতে ইহঁতে পুতি থোৱা বা কবৰ দিয়া গছবোৰৰ গুপ্ত কথাবোৰ জনাই দিছিল। পাতবোৰক কেনেকৈ পোহপাল দিছিল কৈছিল, গছ-গছনিৰ ৰাজ্যত এইবোৰ আছিল তললৈকে বিস্তাৰ হৈ থকা মঙ্গহ। কবুণ জোপোহা গছবোৰৰ এবিধ নতুন সৌন্দৰ্য দেখিছিলো। ইহঁত আছিল গভীৰ পৃথিৱীৰ নিজস্ব ভাস্কৰ্য, প্ৰকৃতিৰ গোপন মহান শিল্প সৃষ্টি।

ৰাফায়েল এলবাৰ্টি আৰু মই এবাৰ আমাৰ দেশৰ অৰ্ছনোৰ কাষত জল-প্ৰপাত, জোপোহা বনানি আৰু গছগছনি ভৰা ঠাইত খোজ কাঢ়ি ফুৰিছিলো। তেওঁ কথাটো টৌৰাই দিছিল যে প্ৰতিডাল গছ বেলেগ আছিল। পাতবোৰে যেন অসংখ্য সাজত সাজিবলৈ ফেৰিয়াফেৰি লগাইছিল। তেওঁ কৈছিল যে ইহঁতক দেখিবলৈ এনে লাগিছে যেন মনোৰম এখন পাৰ্ক সাজিবলৈ বাগানৰ মালী এজনে গছবোৰ বাচি লৈছিল। বহুত বছৰৰ পিছত ৰোমত ৰাফায়েল-এ আমি সেই ঠাইত ফুৰাটো মনত পেলাই দি, আমাৰ দেশৰ অৰণ্যৰ স্বাভাবিক প্ৰাচুৰ্যৰ কথা উনুকিয়াইছিল।

কথাটো ঠিক—এতিয়া নাই, আৰু একেবাৰেই নাই। মোৰ মনটো বিষাদত ভৰি উঠে। সাগৰৰ পাৰে পাৰে, টলটেন টাউনৰ ইপিনে-সিপিনে, বোৰোৰা আৰু কাৰাহিউৰ মাজত লৰালি আৰু চেঙেলীয়া বয়সৰ দিনবোৰত ঘুৰিফুৰাৰ কথা মোৰ মনত পৰিছিল। কিমান যে আনন্দ কিমান যে আৱিষ্কাৰ! বৰষুণৰ পিছত দালচেনি গছৰ লহপহীয়া সৌন্দৰ্য আৰু সুগন্ধ, শেলুৱৈবোৰ গজি উঠিছে যেন জাৰকালি অৰণ্যৰ অগণন মুখৰ দৰে দাড়িহে গজিছে!

সৰি পৰা গছৰ পাতবোৰ এপিনে আঁতৰাই গুবৰুৱাৰ দৰে বিজুলীৰ চক-মকনি যেন মোৰ চকুত পৰিল। সোণোৱালী কেৰেৰাছে বালে নাচ নাচিবলৈহে যেন ৰঙচঙীয়া সাজ পিন্ধিছে।

অথবা আৰু পিছত আৰ্জেন্টিনাৰ পিনে যাওঁতে দৈত্যৰ সমান সেউজীয়া গছবোৰৰ গম্বুজৰ তলেদি ঘোড়াত উঠি যাওঁতে ইহঁত মোৰ উপৰত বাধাৰ

নিচিনা হৈছিল, গছবোবব কোনো কোনো শিপা আমাব ঘোড়াতকৈ ওখ আছিল, আবু সেইবাবে ঘোড়া আগবাঢ়িব নোবাবিছিল। খুব কষ্ট আবু কুঠাবেবে কাটিহে আমি শিপাবোব পাব হৈ সীমান্ত অতিক্রম কবিলো। ওভোটাই পেলোৱা গির্জাব দবে দেখিবলৈ এই গছবোবে যেন আমাক দেখুৱাবলৈহে বুকুখন মুকলি কবি দিছে।

# নিৰ্বাসনৰ আৰম্ভ আৰু শেষ

## ছোভিয়েট ইউনিয়নত

১৯৪৩ চনত মোৰ নিৰ্বাসন শেহ হল। ঠিক তেতিয়াই মোক প্ৰথমবাৰ ছোভিয়েট ইউনিয়নলৈ মতা হল। পুস্কিনৰ দেড়শ বছৰীয়া জন্ম-বাৰ্ষিকী তাত পালন কৰা হৈছিল। গধূলি বেলিকা বাল্টিক সাগৰৰ পাৰৰ কলা মুকুতা, প্ৰাচীন আধুনিক মহান বীৰ চহৰ লেনিনগ্ৰাডত মই উপস্থিত হলোঁহি। মহান পিটাৰ আৰু লেনিনৰ চহৰখনত পোৰিছৰ "দেবদূতৰ দৰে এজন দেবদূত আছে। মটীয়া বৰণৰ দেবদূতঃ ইস্পাত ৰঙৰ গছৰে ঢকা বহল শূন্নি বাটবোৰ ; সীহ-বৰণীয়া শিলৰ অট্টালিকাবোৰ, আৰু লোহাবৰণীয়া সেউজীয়া সাগৰ। পৃথিৱীৰ ভিতৰতে মনোৰম মিউজিয়মবোৰ, জাৰৰ ধনৰত্ন, তেওঁলোকৰ চিত্ৰ-সম্পদ, সাজ-পোছাক, চকুত ছাঁট মাৰি ধৰা মণিমুক্তা, তেওঁলোকৰ উৎসৱৰ সময়ত পিন্ধা সাজ, অস্ত্ৰশস্ত্ৰ, খোৱাৰ টেবুলৰ বাচন—সকলো চকুৰ আগতে দেখিবলৈ পালো। আৰু দেখিলো নতুন, অমৰ স্মৃতিচিনবোৰ, অৰোৰা নামৰ সাগৰত সন্ধান লৈ ফুৰা জাহাজখন—ইয়াৰ বন্দুকৰ গুলিবোৰ যেন লেনিনৰ চিন্তাক উদগনি দি অতীতৰ বেৰা ভাঙি বুৰঞ্জীত নতুন অধ্যায় খুলিছিল।

মই তালৈ গৈছিলো এশবছৰতকৈ আগতে মৃত্যু হোৱা এজন কবিৰ জগত নিযুক্তি আছিল বাবে। আলেকজেণ্ডাৰ পুস্কিন আছিল অক্ষয় অমৰ কথা-সাহিত্যিক আৰু উপন্যাস ৰচয়িতা। জনগণৰ কবি এই ৰাজকোঁৱৰ জনে মহান ছোভিয়েট ইউনিয়নৰ অন্তৰ জুৰি বহি আছে। তেওঁৰে দেড়শ বছৰীয়া জন্মদিন পালন কৰিবলৈ ৰাছিয়াৰ মানুহে এটা এটাকৈ শিল সজাই জাৰৰ দিনৰ ৰাজকাৰেং আকৌ সাজিছে। নাজী সেনাৰ হিলৈ বন্দুকে গুলি মাৰি ধূলিত পৰিণত কৰা ধ্বংসাৱশেষৰ পৰা অতীতত যেনেকুৱা আছিল ঠিক তেনেকৈ প্ৰতিখন দেৱাল সজা হৈছে। কাৰেংঘৰ বোৱৰ পুৰণি নক্সাবোৰ, কালৰ অবিনাশী সাক্ষী দলিলবোৰ নকল কৰি জলমলীয়া খিড়িকী, কাৰুকাৰ্যময় কাৰ্ণিচ আৰু ঘাই স্তম্ভবোৰৰ মুখ সজ্জা হৈছিল। আইন এযুগৰ এজন অসাধাৰণ কবিক সন্মান দেখুৱাবলৈ—এটা যাদুঘৰ এনেকৈ সজা হৈছিল।

ইউ এছ এছ আৰ-ত যি কথাটোৱে প্ৰথমতে মোৰ মন কাঢ়িলে সি হ'ল ইয়াৰ বিশালতাৰ অনুভূতি—এই বিশাল দেশৰ বৃহৎ জনসংখ্যাৰ মাজত একতা, সমতলৰ বাৰ্চগছৰ আন্দোলন, আচৰিতভাৱে নষ্ট নকৰিব ভালকৈ ৰাখি থোৱা প্ৰকাণ্ড অৰণ্যভূমিবোৰ, ডাঙৰ নৈবোৰ, গম-খেতিৰ পথাৰত পহৰা দিয়া ঘোড়াৰ ঢোৰ দৰে বতাহৰ গাড়ি।

ছোভিয়েট দেশখনক মোৰ প্ৰথম দৃষ্টিতে ভাল লাগিল। মই এইটো বুজিলো যে এই দেশখনে পৃথিবীৰ চুকে কোনে যত্তে মানুহ থাকে তাতে নৈতিক শিক্ষা দিব পাৰে, শিক্ষাৰ সম্ভাৱনা বিজাই উমৈহতীয়াকৈ কাম কৰি, অইনৰ কামৰ ভাগী হৈ ক্ৰমান্বয়ে উন্নতি বিধান কৰে। মই আৰু বুজি পালো প্ৰকৃতিৰ বিশুদ্ধতা ৰক্ষা কৰা কামত ষ্টেপ অঞ্চলৰ এই দেশৰ পৰা অসাধাৰণ উত্তৰণ আৰম্ভ হৈছে। গোটেই মানৱ জগতে জানে ইয়াত এটা বিৰাট সত্য মুকলি কৰা হৈছে—আৰু গোটেই বিশ্বজগতে তাৰ ফল কি হ'ব জানিবলৈ আগ্ৰহেৰে অপেক্ষা কৰি আছে। কোনোবাই আকৌ বিভীষিকা দেখিছে, অইন কোনোবাই কিনো হৈছে চাইছে, আকৌ অইনে বিশ্বাস কৰে যে কি ঘটিব ধৰিছে তেওঁলোকে তাক দেখা পাইছে।

অৰণ্যৰ ঠিক মাজত পৌৰাণিক দস্তুৰ অনুসৰি পৰবৰ দিনাৰ নিছিনাকৈ সাজ-পোছাক পিন্ধা হেজাৰ হেজাৰ চহা হুজুৰাই পুষ্কিনৰ কবিতা শুনা দেখিলো—যেন জীৱনৰ জয়বোলহে তাত বাজি উঠিল: মানুহ, গছৰ ডাল-পাত, প্ৰকাণ্ড প্ৰকাণ্ড পথাৰবোৰ—যত কুমলীয়া গমৰ পুলিত জীৱনৰ প্ৰথম চিনবোৰ ফুটি ওলাইছে। প্ৰকৃতিয়ে মানুহৰ লগত বিজয়ৰ ঐক্যতান যোগ দিছিল। মিখাইলভস্কি অৰণ্যত পুষ্কিনৰ সেই কবিতা বিলাকৰ পৰাই গ্ৰহ-গ্ৰহান্তৰলৈ যোৱা অভিযাত্ৰীজন ভৱিষ্যতে অনিবাৰ্যভাৱে উপজিব—ওলাব।

চহা সকলে তাত কবিতা উৎসৱ পালন কৰি থাকোতেই এজাক ডবাপিটা বৰষুণ দিলে। আমাৰ ওচৰতে বজ্ৰপাত হ'ল গছৰ তলত বহুত মানুহে আশ্ৰয় লৈছিল—এডাল গছ তেনে মানুহৰ সৈতে পুৰি ছাৰখাৰ হৈ গ'ল। বেগৱতী প্ৰকৃতিৰ নানা খেয়ালৰ ইও এটা দৃশ্যহে। তাতকৈও ডাঙৰ কথা হ'ল সেই বৰষুণত তিতা কবিতাই ইতিমধ্যে মোৰ কবিতাত ঠাই পাইছে—সেই কবিতাই মোক ভৰাইছিল।

ছোভিয়েট দেশৰ গাওঁভুই লাহে লাহে সলনি হ'ব ধৰিছে। প্ৰকাণ্ড প্ৰকাণ্ড চহৰ সজা হৈছে, খাল কটা হৈছে। ভূগোল বদলিব লাগিছে। কিন্তু মই

সেই তেতিয়া প্ৰথম বাৰ বাওঁতেই বুজিছিলো যে সিহঁতৰ লগত মোৰ কিবা এটা মিল আছে। মই বুজিব নোৱাৰো—বা মোৰ যাত্ৰাৰ অনুভূতিৰ বাহিৰবো সকলো খিনিকে মই যেন চিনি পাইছিলো।

মস্কোত, লেখক সকলে যেন অনৱৰত উত্তেজিত হৈ থাকে। আইডিয়াৰ অবিৰত অদল-বদল হৈ থাকে। তাত নিন্দুক পশ্চিমদেশে আবিষ্কাৰ কৰাৰ বহুত আগতে মই জানিছিলো যে পেস্তাৰনাক আৰু মায়াকোভস্কি ছোভিয়েটৰ সৰ্বশ্ৰেষ্ঠ কবি। মায়াকোভস্কি হল বাইজৰ কবি। তেওঁৰ কবিতা বজ্ৰৰ দৰে, চেহেৰাটো ব্ৰোঞ্জৰ দৰে আটিল—হিয়াখন উদাৰ—বিদ্ৰোহী ভাষাক সাৰথি কৈ ৰাজনৈতিক কবিতাৰ খুব টান সমস্যাবোৰ সমাধান কৰিবলৈ তেওঁ জাপ দি পৰিছিল। পেণ্টাৰনাক আছিল গধূলিৰ ছাঁৰ দৰে, এই শ্ৰেষ্ঠ কবিজনৰ অন্তৰ জোৰা অতি প্ৰাকৃতিক অনুভূতিৰে ভৰা—ৰাজনীতিত তেওঁ সং প্ৰতিক্ৰিয়াশীল—দেশৰ এই পৰিবৰ্তনক তেওঁ জ্ঞানৰ পোহৰত উদ্ভাসিত পাদৰীতকৈ অইন বেচি একো নহয় বুলি ভাবিছিল। তথাপি, তেওঁৰ চিৰস্থায়ী ৰাজনৈতিক মতামতৰ কঠোৰতম সামালোচক সকলেও পেণ্টাৰ-নাকৰ কবিতা মুখস্থ কৈ মোক শুনাইছে।

কলাক্ষেত্ৰত দীৰ্ঘ সময় ধৰি ছোভিয়েট মতবাদে যে গোড়ামিৰ আশ্ৰয় লৈছে তাক নুই কৰিব নোৱাৰি। কিন্তু এইটো উল্লেখ কৰিব লাগিব যে এই গোড়ামিক সদায় এটা খুঁত বুলি কোৱা হয়, আৰু খোলাখুলিকৈয়ে তাৰ বিৰুদ্ধে যুঁজা হয়। মইমতীয়া স্বভাৱৰ বিখ্যাত সমালোচক ৰালভৰ সমালোচনামূলক প্ৰবন্ধবোৰত কোৱা হৈছে যে ব্যক্তিপূজাই ছোভিয়েট কৃষ্টিৰ উন্নতিত কঠিন মনোভাৱ সৃষ্টি কৰিছে। চাৰিওপিনৰ পৰা প্ৰতিবাদৰ ধুমুহা হৈ যাবই লাগিব। আমি জানো যে আদেশতকৈ জীৱন বেচি বলী আৰু বেছি আঁকোৰ গজালি। বিদ্ৰোহেই জীৱন। আদেশবোৰে নিজৰ কবৰ নিজে খান্দি লয়।

এৰেনবুৰ্গ বয়সীয়াল—কিন্তু তেওঁ এতিয়াও ছোভিয়েট কৃষ্টিৰ বিদ্ৰোহী সকলৰ সৰ্বশ্ৰেষ্ঠ প্ৰবক্তা বুলি কব পাৰি। গোৰ্কী ষ্ট্ৰীটত থকা মোৰ এই বন্ধুৰ ঘৰলৈ মই সদায় গৈছিলো। পিকাছোৰ চিত্ৰকলা আৰু লিথোগ্ৰাফবোৰে এই দেৱালত শোভা পাইছিল। মই তেওঁৰ মস্কোৰ ওচৰত থকা গছৰ পুলি আৰু লতা-বনৰ সংগ্ৰহশালাখন চাবলৈকো গৈছিলো। গছ-গছনিৰ প্ৰতি এৰেনবুৰ্গৰ বাপ আছে—আৰু মই গৈ প্ৰায় সদায় তেওঁক বাগানতে পাইছিলো। বাগানৰ

বন নিবোৰা আৰু তেওঁক চাৰিওপিনে গজি উঠা নানা মন্তব্য, সিদ্ধান্ত তেওঁ একেলগেই কৰিছিল।

পিছলৈ কবি কিৰ্সানোভ মোৰ এজন প্ৰিয় বন্ধু হৈ পৰিছিল। তেওঁ মোৰ কবিতা ৰাছিয়ান ভাষালৈ অনুবাদ কৰিছিল। সকলো ছোভিয়েট কবিৰ দৰে কিৰ্সানোভও এজন উগ্ৰ দেশপ্ৰেমিক—তেওঁৰ কবিতাত শুৱলা ৰাছিয়ান ভাষাৰ উজ্জ্বল চমক আৰু সঙ্গীতৰ মাধুৰী একেলগে পোৱা যায়। তেওঁৰ কলমত জলপ্ৰপাতৰ সোঁতৰ দৰে এনে কবিতাৰ ঢল নামে।

মস্কো আৰু তাৰ গাওঁ অঞ্চলত মই ঘনাই লগধৰা আৰু এজন কবি হ'ল তুৰ্কী কবি নাজিম হিকমত। তেওঁৰ দেশৰ অস্থিৰমতি চৰ্কাৰবোৰে ওঠৰ বছৰ ধৰি এই ক্ষমতাশালী কবিক বন্দী কৰি ৰাখিছিল। তুৰ্কী নৌবাহিনীক বিদ্ৰোহ কৰিবলৈ উচটাই দিয়াৰ চেষ্টা কৰা বুলি তেওঁক নৰকৰ শাস্তি ভোগ কৰোৱা হৈছিল। তেওঁৰ বিচাৰ হৈছিল এখন যুদ্ধ জাহাজত। কবিয়ে মোক তেওঁৰ বিচাৰৰ বৰ্ণনা কৰি শুনাইছিল। জাহাজৰ দলঙৰ ওপৰেদি তেওঁক সিহঁতে খোজকাঢ়ি পাৰ হৈ যাবলৈ বাধ্য কৰিছিল। সেই সময়ত তেওঁৰ নিশকতীয়া ভৰি দুখনে থৰক-বৰককৈ কোনোমতেহে থিয় হব পাৰিছিল। গুৱে-মুতে ভৰা পায়খানা এটাত এইবাৰ তেওঁক নি সুমুৱালে। আঠুলৈকে ভৰা গু-মুতৰ মজিয়াত ভৰি দি কবি ভাইজনে যেন এইবাৰ নিজৰ শক্তি হেৰুৱা যেন পালে। গোন্ধৰ ভমকত তেওঁৰ মূৰ আচন্দ্ৰাই কৰিলে। কিন্তু তাৰ পিছতে তেওঁৰ মনত পৰিল যে শাস্তিদাতাবোৰে নিশ্চয় তেওঁৰ ওপৰত চকু ৰাখিছে, তেওঁক মাটিত লুটিখাই পৰা দেখিলে সিহঁত খুছী হব। তেওঁক কষ্ট পোৱা হে সিহঁতে বিচাৰে। এই চিন্তাৰ পিছত তেওঁৰ শক্তি আৰু অহঙ্কাৰ ঘূৰি আহিল। তেওঁ গান গাবলৈ আৰম্ভ কৰিলে, পোনতে গুণগুণকৈ— তাৰ পিছত ডাঙৰকৈ আৰু অৱশেষত চিঞৰি চিঞৰি। তেওঁ জনা চব গান গালে—তেওঁৰ মনত পৰা সকলোবোৰ প্ৰেমৰ কবিতা, তেওঁৰ নিজৰ কবিতাবোৰ, চহা হজুৱাৰ গীতি কবিতাবোৰ, জনগণৰ সংগ্ৰামৰ সকলোবোৰ যুদ্ধগীত তেওঁ গালে। গান গাই তেওঁ সেইময়লা মলমূত্ৰ আৰু অত্যাচাৰীৰ শাস্তিক পৰাস্ত কৰিলে। এই কথা শুনাৰ পিছত মই তেওঁক কৈছিলো, "মোৰ সোদৰ ভাইটি, আমাৰ সকলোৰ বাবেই তুমি গান গাইছিলা—আমাৰ মনত আৰু খোঁকোজা থাকিব নালাগে, আমি কি কৰিম গুণাগঁথা কৰিবও নালাগে। এতিয়া গান গাব লাগিব বুলিহে আমি জানিলো।"

দেশৰ মানুহৰ দুখ-কষ্টৰ কথাও তেওঁ মোক শুনাইছিল। তুৰ্কীৰ সামন্ত প্ৰভুবোৰ চহা হুজুৰাৰ ওপৰত নিষ্ঠুৰ অত্যাচাৰ চলায়। নাজিমে তেওঁলোকক বন্দীশাললৈ অনা দেখে, দিনৰ খোৰাকী হিছাবে পোৱা ৰুটিৰ টুকুৰা তেওঁলোকে ধপাতৰ লগত সলাণি কৰাও তেওঁ দেখিছিল। আৰু অৱশেষত দেখা গৈছিল যে ভোকত পগলাৰ দৰে হৈ তেওঁলোকে ঘাঁহবোৰলৈ কেবাহিকৈ চাইছিল। তাৰ পিছত আৰু অলপ মনোযোগ দি চাইছিল, যেন খুব লোভনীয় বস্তু। শেষত এদিন দুভোলমান ঘাঁহ মুখত সুমুৱাই দিছিল। তাৰো পিছত মুঠি মুঠি ঘাঁহ ছিঙি খাইছিল। একেবাৰে শেষত চাৰিওখন হাতভৰিৰ ওপৰত ভৰ দি ঘোড়াৰ দৰে ঘাঁহ খাইছিল। কট্টৰ গোড়ামি বিৰোধী নাজিমে তেওঁৰ নিৰ্বাসনৰ বহুত বছৰ ছোভিয়েট দেশত কটাইছিল। এই দেশৰ প্ৰতি তেওঁৰ ভালপোৱা বহুত কথাত প্ৰকাশ পায়—মই কবিতাৰ ভৱিষ্যতত বিশ্বাস কৰো। মই এইটো বিশ্বাস কৰো কাৰণ যিখন দেশৰ আত্মাই অইন সকলো দেশতকৈ কবিতাৰ বাবে হাবিয়াস কৰে মই এতিয়া সেই দেশত বাস কৰিছো। মানুহে নিজে বুজি লব লগা বহুত গোপন সুৰ এই কথাবোৰত যেন কঁপি উঠিছে। ছোভিয়েট ৰাইজৰ বাবে সকলো পুথিভৰাল, সকলো যাদুঘৰ সকলো থিয়েটাৰ মুকলি হৈ আছে—তেওঁলোকেই ছোভিয়েট লেখকৰ মধ্যমণি। সাহিত্যকৰ্মৰ উদ্দেশ্যলৈ যেতিয়া তৰ্ক-বিতৰ্ক চলে এই কথাটো পাহৰি যোৱা উচিত নহব। এহাতে নতুন পদ্ধতিবোৰ—যিবোৰে এতিয়ালৈকে থকা সকলো কামৰ পুনৰ্গঠন কৰে, সেইবোৰ আৰু উন্নত হৈ সাহিত্যকৰ্মৰ ইমানদিনীয়া ৰীতিক ভাঙিব লাগিব। অইন হাতে এনে এটা গভীৰ আৰু সুদূৰ প্ৰসাৰী বিপ্লৱৰ লগত খোজত খোজ মিলাই মানুহে কেনেকৈ নোযোৱাকৈ থাকিব পাৰে? কেনেকৈ ভয়, সংঘৰ্ষ, মানুহৰ সমস্যাৱলী, প্ৰাচুৰ্য, অগ্ৰগতি, বৰ্ধন আৰু এনেকৈ এখন বৃহৎ দেশৰ ৰাজনৈতিক, আৰ্থিক আৰু সামাজিক পদ্ধতিৰ আমূল পৰিবৰ্তন মানুহে তেওঁৰ লেখাৰ কেন্দ্ৰীয় বিষয়ৰ পৰা বাদ দি ৰাখিব পাৰেনে? কেনেকৈ মানুহে ভয়ঙ্কৰ আক্ৰমণ, পকা উপনিবেশবাদীৰ অত্যাচাৰী হাত, সকলো মত আৰু পথৰ জ্ঞান আৰু সংস্কাৰৰ উন্নতিত বাধাদানকাৰীয়ে খুন্দা মাৰি ৰখা ৰাইজৰ লগত এক নোহোৱাকৈ থাকিব পাৰে। সাহিত্য বা কলাই ইমান প্ৰাণৱন্ত ঘটনা প্ৰৱাহৰ মাজত কাল্পনিক স্বাধীনতাৰ ভাও ধৰিব পাৰেনে?

আকাশখন বগা, আবেলি চাৰি বজাত ইয়াৰ ৰং কলা। সেই সময়ৰ পৰা, চহৰত বাতি নামে।

মস্কো হল জাৰৰ দিনৰ চহৰ। জাৰৰ দিনাই এখন ৰূপহী চহৰ। অসংখ্য অট্টালিকাৰ চালত বৰফ পৰি খিতাপী লৈ আছে। পকা বাটবোৰ জিলিকিছে—সেইবোৰ সবতে চাপচিকণ। বতাহ যেন টান ফটফটীয়া কাঁচ। চহৰৰ ৰংটো কোমল তাঁখাৰ দৰে অলপ ধূসৰ বৰণীয়া। হেজাৰ হেজাৰ বাটবুৰাই যেন জাৰ লগা নাই এনেকৈ অহাযোৱা কৰি আছে। এই সকলোবোৰে মস্কোক এখন সপোনপুৰী কৰি ৰাখিছে আৰু ইয়াৰে অসাধাৰণ অলংকাৰবে কোনোটা ভুতপ্ৰেতৰ দৰে পুৰণি মৰি বুজি যোৱা, কোনোটা একেবাৰে জীৱন্ত ইয়াৰ বিশাল প্ৰাসাদপুৰী কৰি ৰাখিছে।

মস্ক্যোৰ তাপমাত্ৰা শূন্যতকৈ ৩০ ডিগ্ৰী কম—পৃথিবীৰ বুকুত এখন জলমলীয়া হৃদয়; জুই আৰু বৰফ বহুৰাই সজা এটা তৰাৰ দৰে ইয়াৰ শোভা।

মই খিড়কীৰে বাহিৰলৈ চালো। ৰাস্তাত এটা প্ৰহৰীৰ জাক সজাই ৰখা হৈছে—কিবা এটা সম্মান জনাবৰ ঘটনা নিশ্চয় আছে। কি ঘটনা?—মহান ভিছিনিস্কিৰ মৃত্যুৰ বাবে শোকযাত্ৰা। শোকযাত্ৰা যাতে মানুহে ভালকৈ চাব পাৰে তাৰ বাবে ৰাস্তাঘাট খালি কৰা হৈছে। গহীন নিস্তব্ধতা বিৰাজ কৰিছে চাৰিওপিনে। শীত ঋতুৰ উদং শান্তিৰ পৰিবেশে মহান যোদ্ধাক সম্মান জনাইছে। ভিছিনিস্কিৰ প্ৰেৰণা ছোভিয়েট মাতৃভূমিৰ শিপালৈ বিয়পি, আকৌ ঘূৰি আহিছে।

শোকযাত্ৰা যোৱাৰ সময়ত অস্ত্ৰ-শস্ত্ৰৰে সম্মান জনাবলৈ গোট খোৱা সৈন্যসকল তেতিয়াও শাৰি পাতি আছিল। মাজে মাজে তেওঁলোকৰ এজনে খৰকৈ নচা নাচ দেখুৱায়। হাতমোজা পিন্ধা দুখন হাত ওপৰলৈ তুলি এক চেকেণ্ড ভৰিৰ জোতাৰে উচাল মাৰি এই নাচ নচা হয়। ইয়াৰ বাহিৰে তেওঁলোক একেবাৰে নিথৰ। মোৰ এজন স্পেনীয় বন্ধুৱে এবাৰ মোক কৈছিল যে দ্বিতীয় মহাযুদ্ধৰ সময়ত বোমাবৰ্ষণৰ পিছত অতিপাত ঠাণ্ডা বতৰতো মস্কোবাসীক ৰাস্তাত আইচক্ৰীম খাই থকা দেখা গৈছিল। মোৰ বন্ধুজনে কৈছিল, "মই তেতিয়াই জানিছিলো ভয়ঙ্কৰ যুদ্ধ চলি থকা সময়ত, শূন্যডিগ্ৰীতকৈ কম তাপৰ বতৰত, শান্তভাৱে এনেকৈ আইচক্ৰীম খাই থকা দেখি বুজিছিলো যে তেওঁলোকে যুদ্ধ জিকিবই।"

. পার্কত গছবোৰত বৰফ পৰাত বগা হৈ শোভা পাইছে। আৰকালি পার্কত গোট মাৰি থকা এই ফটিকৰ লেখিয়া ফুলৰ পাহি হেন বৰফৰ কোনো বিজান নাই। সূৰ্যৰ কিৰণ পৰিলে সেইবোৰ আৰু জলমলীয়া হয়। বগা জুইৰ শিখাৰ দৰে জকমক কৰিলেও, বৰফ গলি ফুলৰ নক্সাৰ পৰা এটোপাও পানী নোলায়। এইখন এখন মনি মুকুতাৰে ভৰা পৃথিবী—আমি জুমি চালে ইয়াৰ ভিতৰেদি বৰফৰ বসন্ত বাগানৰ মাজেদি ক্ৰেমলিনৰ প্ৰাচীন স্তম্ভবোৰ, হেজাৰ বছৰীয়া পুৰণি লাহী গম্বুজৰ মধ্য চেণ্ট বাছিলৰ সোণালী চন্দ্ৰতপখন দেখা পাওঁ।

মস্কোৰ সীমা পাৰ হৈ অইন এখন চহৰলৈ যাবৰ সময়ত আমি বগা বহল বাট-পথ দেখিলো। পিছত হে জানিলো ঠাণ্ডাত গোট মাৰি বৰফ হৈ পৰা সেইবোৰ নৈহে। স্থিৰ নৈ এখনৰ বুকুত জালোৱা এজনৰ ক'লা ছাঁ, ছবিৰ দৰে নিজতে নিজে মগ্ন। মাজে মাজে চকচকীয়া পিছল টেবুলৰুখৰ ওপৰত এটা মাখিৰ দৰে তেওঁক লৰচৰ কৰা দেখিছিলো। জালোৱা জনে পানী-গোট মাৰি বৰফৰ কাপোৰৰ এডোখৰ ঠাই বাচি লৈ, তাৰ বৰফখিনি হাতেৰে কুৰুকি এটা ফুটা কৰে—তেতিয়া তাৰ মাজেদি তলত বৈ যোৱা পানীৰ সোঁত চকুত পৰে। কিন্তু তেতিয়াই কোনো মাছ ধৰিব নোৱাৰি, কিয়নো ফুটাকৰা লোহাডাল দেখি মাছবোৰ পলাইছে। অকণমান খোৱাবস্তু ফুটাটোৰে ছটিয়াই দিলে—আৰু এইবাৰ বৰশী পেলাই তেওঁ পুঙাটোৰ পিনে চাই ৰল। হাড় কপোঁৱা জাৰত ঘণ্টাৰ পিছত ঘণ্টা তেওঁ বৈ থাকিছিল।

সুমেৰু অঞ্চলৰ এই জালোৱা সকলৰ কামৰ লগত লেখকৰ কামৰ মিল আছে। লেখকে নৈখন বিচাৰি লব লাগে, আৰু বৰফত যদি নৈখন গোটমৰা দেখে, তেওঁৱো বৰফত এটা ফুটা কৰি লব লাগে। তেওঁৱো ধৈৰ্য্য ধৰিব লাগিব। ঠাণ্ডা বতৰ আৰু বিৰূপ সমালোচনা সহিব লাগিব, মানুহৰ ইতি-কিণ্ডৰ উত্তৰ দিব লাগিব, গভীৰ পানীৰ মাছ বিচাৰিব লাগিব, ঠিক বৰশীটো পেলাব লাগিব, আৰু ইমান পৰিশ্ৰমৰ পিছত অকণমান এটা মাছহে ধৰিব পাৰিব। ডাঙৰ মাছ ধৰিবলৈ তেওঁ আকৌ ঠাণ্ডা পানী, সমালোচকৰ বাক্যবাণ সহি—অৱশেষত এটা ডাঙৰ মাছ মাৰিব পাৰিব।—আকৌ এটা তাতোকৈ ডাঙৰ, তাৰ পিছত তাতোকৈ ডাঙৰ।

মস্কোত লেখক সকলে মোক তেওঁলোকৰ এখন সন্মিলনীলৈ নিমন্ত্ৰণ কৰিছিল। নামী মানুহৰ আসনত ডাঙৰ জালোৱা সকল বহি আছিল—

তেওঁলোকেই ছোভিয়েট লেখাৰ জগতত শ্ৰেষ্ঠ। ফাডিয়েভ আছিল বগা চুলি আৰু জকমকীয়া দাঁতেৰে, ইংৰাজ জালোৱাৰ সুন্দৰ মুখৰ গঢ়ৰে ক্ষীণ ফেভিন। এৰেনবুৰ্গৰ মূৰৰ চুলি আউলিজাউলি। পোছাকটো সেইদিনাই প্ৰথম পিন্ধা হলেও ৰাতি পিন্ধি শোৱাৰ দৰে সোতমোহ খোৱা। টিমোনোভ তেওঁলোকৰ লগত আছিল।

মঞ্চৰ ওপৰত, মঙ্গোলীয় গঢ়ন পিতনৰ সৈতে ছোভিয়েট সাধাৰণতন্ত্ৰৰ সুদূৰতম অঞ্চলৰ পৰা অহা মুখিয়াল লেখকসকল আছিল—তেওঁলোকৰ প্ৰথম কিতাপবোৰ অলপ দিনৰ আগতে মাত্ৰ প্ৰকাশ হৈছিল। মই আগতে কেতিয়াও এওঁলোকৰ নাম শুনা নাছিলো। অঘৰী দেশৰ বৰ্ণমালা নোহোৱা দেশৰ লেখক এওঁলোক।

## পুনৰ ভাৰতবৰ্ষত

১৯৫০ চনত মই হঠাৎ ভাৰতবৰ্ষলৈ যাবলগীয়া হলো। পেৰিছত জোলিয়ট কুৰিয়ে মোক তালৈ এটা কামৰ বাবে পঠিয়ালে—নতুন দিল্লীলৈ গৈ বেলেগবেলেগ ৰাজনৈতিক মতৰ মানুহক লগ ধৰি, ভাৰতৰ শান্তি আন্দোলনক আৰু শক্তিশালী কৰা যাবনে নাযায় তাক আলোচনা কৰা।

জোলিয়ট কুৰি বিশ্ব শান্তি আন্দোলনৰ সভাপতি আছিল। আমি বহুত সময় কথাবতৰা পাতিলো। শ্ৰেষ্ঠ শান্তিকামী দেশ বুলি ভাৰতবৰ্ষৰ সুনাম আছে অথচ শান্তিকামী আন্দোলনৰ বিষয়ে মতামতত এই দেশে কম গুৰুত্ব দিছে বুলি তেওঁ চিন্তিত হৈছিল। প্ৰধানমন্ত্ৰী নেহেৰু নিজেও শান্তিৰ এজন শ্ৰেষ্ঠ প্ৰৱক্তা বুলি জনাজাত—এই দেশত শান্তিৰ শিপা পোতা আছে বহুত পুৰণি আৰু গভীৰ শিপা।

জোলিয়ট কুৰিয়ে মোৰ হাতত দুখন চিঠি দিলে। এখন বোম্বেৰ এজন বৈজ্ঞানিকলৈ, আৰু এখন মই প্ৰধানমন্ত্ৰীক নিজ হাতেৰে দিবলগীয়া। দীঘলীয়া যাত্ৰা, অথচ ইমান সহজ এটা কামৰ বাবে মোক বাচি লোৱা দেখি মই অৱশ্যে অলপ আচৰিত হৈছিলো। যৌবনৰ কেইটামান বছৰ কটাই অহা সেই দেশখনৰ প্ৰতি মোৰ অগাধ প্ৰীতিও ইয়াৰ এটা কাৰণ হব পাৰে। অথবা সেই বছৰতে মই শান্তি পুৰস্কাৰ পোৱা বাবেও হব পাৰে। পাবলো পিকাছো আৰু নাজিম হিকমতেও পিছত এই পুৰস্কাৰ পাইছিল।

বোম্বেলৈ বুলি মই প্লেনত উঠিলো। মই আকৌ তিনি বছৰৰ মূৰত ভাৰতলৈ গৈছো। ইতিমধ্যে এই দেশখন সাৰ্বভৌম সাধাৰণতন্ত্ৰলৈ ৰূপান্তৰ হৈছে—স্বাধীন হবলৈ যুঁজি থকা উপনিবেশ আৰু নহয়। ১৯২৮ চনত মই ভাৰতৰ প্ৰথম কংগ্ৰেছত যোগ দিছিলো। তেতিয়াৰ কংগ্ৰেছবোৰৰ নেতা গান্ধীৰ সপোন দিঠকত পৰিণত হৈছে। বোধহয় মোৰ সেই সময়ৰ বন্ধু এজনো আৰু জীয়াই নাই—তেওঁলোক বিপ্লৱী ছাত্ৰ আছিল, আৰু নিজৰ ভাইৰ দৰে মোক তেওঁলোকৰ সংগ্ৰামৰ সকলো কাহিনী শুনাইছিল।

প্লেনৰ পৰা নামি পোনেই কাষ্টমচৰ পিনে গলো। তাৰ পৰাই মই কোনোবা এটা হোটেললৈ যাম। পদাৰ্থবিদ ৰমনক তাতে চিঠিখন দি নিউ দিল্লীলৈ যাম। কিন্তু নতুন স্বাধীন ভাৰতবৰ্ষক মই তেতিয়াও চিনি পোৱা নাছিলো। কাষ্টমচ্ তালাসীৰ পৰা মোৰ চুটকেছটো ওলাই আহোঁতে বহুত পলম হৈ গল। কাষ্টমচ্ ইন্সপেক্টৰ বোলা এজনা মানুহে মোৰ বস্তু-বাহানি-বোৰ ফণীতে চুলি আচোৰাদি তন্নতন্নকৈ পৰীক্ষা কৰি চালে। মই বহুতদেশৰ কাষ্টমচ্ বিষয়াৰ পৰীক্ষা দেখিছো, কিন্তু কেতিয়াও এনেকুৱা অৱস্থাত পৰা নাই। মালপত্ৰ মোৰ লগত বেচি নাছিল, মজলীয়া আকাৰৰ এটা চুটকেছত কাপোৰ কানি, আৰু এটা ছামড়াৰ মোনাত ভৰাই টয়লেটৰ বস্তু বাহানি আনিছিলো। কিন্তু সিহঁতে মোৰ লংপেণ্ট, হাফপেণ্ট আৰু জোতাবোৰ ওপৰলৈ তুলি সিহঁতৰ পাচজোৰ চকুৰে পৰীক্ষা কৰি চাইছিল। জেপ আৰু সিয়নিবোৰ অতি সাৱধানে পৰীক্ষা কৰা হল। বোমত মই থকা হোটেলৰ কুঠৰীত পোৱা এডুখৰি সোতমোচ খোৱা খবৰৰ কাগজেৰে জোতাজোৰ মেৰিয়াই লৈছিলো—একেলগে বাকচত সুমুৱা কাপোৰকানি খিনি যাতে লেতেৰা নহয় সেইবাবে। কাগজখনৰ নাম বোধহয় অচ্চাৰভেটৰ বোমানো আছিল। এখন মেজৰ ওপৰত কাগজখন পাৰি লৈ, তাক পোহৰলৈ নি জুমি জুমি চালে। এখন গুপ্ত দলিলৰ দৰে তাক ভাজ কৰি লৈ মোৰ অইন কেইখনমান কাগজৰ লগত আঁতৰাই থলে। মোৰ জোতাজোৰকো ভিতৰে বাহিৰে—কিবা মহা-মূলীয়া ফাছিলৰ নমুনাৰ দৰে পৰীক্ষা কৰি চোৱা হল।

এনে অসন্তাত পৰীক্ষা দুঘণ্টা ধৰি চলিল। মোৰ কাগজপত্ৰবোৰ—পাছপোৰ্ট, ঠিকনালেখা বহীখন, প্ৰধানমন্ত্ৰীলৈ অনা চিঠিখন, আৰু অচ্চাৰ-ভেটৰ বোমানোৰ ফটা কাগজখন সকলোকে মেৰিয়াই এটা বাণ্ডিল বান্ধি, মোৰ

চকুৰ আগতে তাত পৰিপাটীকৈ চিলমোহৰ মাৰি আঁতৰাই থলে। তাৰ পিছতহে মই হোটেললৈ যাব পাৰিলো।

আমাৰ দেশ চিলিৰ প্ৰসিদ্ধ ধৈৰ্য্য নেহেৰুৱাবলৈ মই সকলোখিনি ইচ্ছা-শক্তি প্ৰয়োগ কৰি আছিলো। তেওঁলোকক মই কলো যে চিনাকী দিবলৈ চৰকাৰী এই প্ৰমাণপত্ৰবোৰ নাথাকিলে কোনো হোটেলত মই ঠাই নাপাম। ভাৰতলৈ অহাৰ মোৰ এক মাত্ৰ উদ্দেশ্য হল প্ৰধানমন্ত্ৰীক এখন চিঠি দিয়া, তেওঁলোকে চিটিখন বাজেয়াপ্ত কৰি নিলে মই তেওঁক চিঠিখন কেনেকৈ দিম ?

"আমি হোটেল কৰ্তৃপক্ষৰ লগত কথা কম আৰু তেওঁলোকে আপোনাক থাকিবলৈ দিব। কাগজপত্ৰ আপোনাক ঠিক সময়তে দিয়া হ'ব"।

মই ভাবিলো যৌৱনৰ অভিজ্ঞতাত এই দেশৰে স্বাধীনতা সংগ্ৰামী সকলৰ কাহিনীয়েই মোৰ মনত দকৈ সাঁচ বহুৱাইছিল। মোৰ চুটকেছটো আৰু মুখখন একেলগে বন্ধ কৰিলো। মাত্ৰ এটা কথাহে মোৰ মুখৰ পৰা ওলাল —ছেঃ !

হোটেলত প্ৰফেছৰ বেৰাৰ লগত দেখা হল। কাষ্টমচ্-অৰ ঘটনাটোৰ কথা মই তেওঁক জনালো। তেওঁ এজন সাত্বিক স্বভাৱৰ হিন্দু মানুহ। এই ঘটনাবোৰ তেওঁ পাতলকৈ ললে। দেশৰ প্ৰতি তেওঁৰ মনোভাৱ সহিষ্ণু আৰু তেওঁৰ দেশ এতিয়াও গঢ়াৰ অৱস্থাতে বৈছে বুলি মোক জনালে। আনহাতে মই কিন্তু সেই অৱস্থাক খেলিমেলি বিপথগামী বুলি বুজিছিলো। নতুনকৈ স্বাধীনহোৱা দেশ এখনৰ পৰা অইন ৰকমৰ অভ্যৰ্থনা পাবৰ আশা কৰিছিলো।

জোলিয়ট কুৰিৰ বন্ধুজন—যালৈ মই পৰিচয় পত্ৰখন আনিছিলো – তেওঁ ভাৰতত নিউক্লিয়াৰ ফিজিক্সৰ অধ্যয়নৰ পৰিচালক আছিল। তেওঁ মোক তেওঁ-লোকৰ টেকনিকেল প্ৰতিষ্ঠানবোৰ চাবলৈ নিমন্ত্ৰণ কৰিলে। তেওঁ মোক আৰু কলে যে প্ৰধানমন্ত্ৰীৰ ভনীয়েকে সেইদিনাই দুপৰীয়া আমাক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰিছে। মোৰ ভাগ্যখনেই এনেকুৱাই —আৰু গোটেই জীৱন এনেকুৱাই হৈ আহিছে। ভাগ্যৰ এখন হাতে কামিহাড়ত খোচ মাৰিছে আৰু অইন হাতখনে তাৰ ক্ষতিপূৰণ কৰিবলৈ ফুলৰ চাকী উপহাৰ দিছে।

নিউক্লিয়াৰ ৰিচাৰ্চৰ ইন্সটিটিউট খন অইন এনেবোৰ ঠাইৰ দৰেই—চাফ-চিকুণ, জকমকীয়া উজ্জ্বল। বগা পাতল সাজ পিন্ধা মটা ভিৰেতাই বৈ থোৱা

পানীৰ সোঁতৰ দৰে বাৰান্দা পাৰ হৈ গৈ নানা বৈজ্ঞানিক যতন, ব্ৰেকবোৰ্ড আৰু ট্ৰেৰ কাৰেদি অহাযোৱা কৰি আছে। বৈজ্ঞানিক ব্যাখ্যাবোৰৰ অকণি-মানহে মই বুজি পালো—কিন্তু তালৈ যোৱাত যেন মই নিজকে পৰাচিত হৈ শঙ্কা হোৱা যেন পালো, যেন পুলিচৰ হাতত হোৱা অপমানৰ চেকাবোৰ ধুই চাকা হৈ গল। পাৰদৰ দৰে এটা বস্তু বাটি এটাত দেখা মোৰ মনত পৰে। এই ধাতুটো বৰ আচৰিত বস্তু ইয়াৰ শক্তি জান্তৱ প্ৰাণৰ দৰে—গতিশীলতা, এতিয়াই পনীয়া, এতিয়াই ঘুৰনীয়া হৈ পৰা ইয়াৰ ভোজবাজীৰ নিচিনা পৰি-বৰ্তনে সদায় মোৰ কল্পনাক মুহিছে।

আমাক দুপৰীয়াৰ সাজ খাবলৈ নিমন্ত্ৰণ কৰা নেহেৰুৰ ভনীয়েকৰ নাম মই পাহৰি গৈছো। তেওঁ থকা বাবে মোৰ বদমেজাজ বদলি গল। মহিলা অতিশয় সুন্দৰী আছিল। বিদেশী অভিনেত্ৰীৰ দৰে প্ৰসাধন আৰু সাজপাৰ, শাৰীখনৰ জলমলীয়া ৰংৰূপ, সোন আৰু মণিমুকুতাৰ গহনাই তেওঁৰ ঐশ্বৰ্য্যৰ চিনাকি দিছিল। তেওঁক মোৰ ভাল লাগিল কিন্তু এনে এগৰাকী মাৰ্জিত মহিলাই হাতেৰে খোৱা বোৱা কৰাটো মোৰ চকুত বেয়া লাগিল। গহনাপিন্ধা দীঘল আঙুলিবোৰ ভাত আৰু আঞ্জাৰ বাটিত জুবুৰিয়াই দিয়াটো মোৰ অশোভন লাগিল। তেওঁৰ ভায়েক আৰু বিশ্বশান্তিৰ প্ৰবক্তা ভাৰতীয় বন্ধু-সকলৰ লগত দেখা কৰিবলৈ মই নতুন দিল্লীলৈ যাম বুলি তেওঁক জনালো। তেওঁ কলে যে ভাৰতৰ সকলো মানুহে এই আন্দোলনত যোগ দিয়া উচিত।

সেইদিনা আবেলি হোটেলত কাগজপত্ৰৰ টোপোলাটো মোক ঘুৰাই দিয়া হল। ভণ্ড পুলিচবোৰে মোৰ সমুখতে চিলমোহৰ মাৰি বন্ধা টোপোলাটো ভাঙি পৰীক্ষা কৰি চাইছে। সিহঁতে নিশ্চয় এইবোৰৰ ফটো তুলি থৈছে—এনেকি ধোবাখানাৰ বিলবোৰবো। পিছত মই জানিছিলো যে ঠিকনা লিখা বহীখনত থকা নামৰ সকলো মানুহৰ ঘৰলৈকে গৈ পুলিচে অনুসন্ধান কৰি আহিছে। এই মানুহসকলৰ ভিতৰত এজন আছিল ৰিকাৰ্ডো গুইৰাল-ডেচৰ বিধবা পত্নী—তেওঁ তেতিয়া মোৰ নবো হৈছিল। এই পাতল চৰিত্ৰৰ তিৰোতা গৰাকী আছিল ব্ৰহ্মজ্ঞানী আৰু তেওঁৰ একমাত্ৰ চিন্তা আছিল এচিয়াৰ দৰ্শন। ভাৰতৰ এখন ভিতৰুৱা গাওঁত বাস কৰা এই তিৰোতা গৰাকীৰ নাম মোৰ বহীখনত থকা বাবে তেওঁক হাৰাশাস্তি কৰা হৈছিল।

মই নতুনদিল্লী গৈ পোৱাৰ দিনাই ভাৰতৰ ৰাজধানীৰ ৬/৭ জন নেতা-স্থানীয় মানুহৰ লগত মোৰ দেখা হল। আকাশত বেলিটো আছিল জ্বলি

থকা জুইব দবে ইয়াব তাপব পবা বক্ষা পাবলৈ এখন বভাব তলত বহি আমি কথা পাতিলো। এই মানুহ সকল লেখক, দার্শনিক, হিন্দু আবু বৌদ্ধ পুবোহিত আছিল। এওঁলোকব কোনো ফুটানি নাছিল, আবু একেবাবে সহজ সবল জীৱন-যাপন কৰিছিল। প্রত্যেকেই কলে যে শান্তি আন্দোলনব সমর্থক সকলে প্রাচীন ভাবতব চিন্তাধাবাকে অনুসৰণ কৰিছে—ইয়াব মহত্ব আবু ঐতিহ্যব সংবুদ্ধিকে লৈছে। কোনো সাম্প্রদায়িক বা শাসক কুলব একাধিপত্য হোৱা অনুচিত। কমিউনিষ্ট বা বৌদ্ধধর্মী বা মধ্যবিত্ত শ্রেণীয়েও এই আন্দোলনক তেওঁলোকব দলব মতলৈ নিয়া উচিত নহব। মূল কথাটো হল—সকলো দলেই মিলিব লাগিব। মই তেওঁলোকব লগত একমত হলো।

চিলিব তেতিয়াও বাষ্ট্রদূত ডাঃ জুৱান মার্টিনমোৰ পুৰণি বন্ধু আছিল। তেওঁ এজন লেখক আবু চিকিৎসক আছিল। বাতি তেওঁ মোব লগত দেখা কৰিবলৈ আহিল। বহুত ঘুবাই পকাই তেওঁ মোক বুজালে যে পুলিচব বৰমুৰীয়া জনে তেওঁক মোব কথা কৈছে। কূটনৈতিক ভদ্রতা বজাই ৰাখি মিঠামাতেৰে পুলিচজনে তেওঁক কৈছে যে মোব কাম-বনত ভাবতচর্কাব চিন্তাত পৰিছে, আবু মই সোনকালে এই দেশ এৰি যাম বুলি তেওঁলোকে আশা কৰে। মই বাষ্ট্রদূতজনক জনালো যে ইয়াত কাম বুলিবলৈ মোক মাত্র হোটেলব বাগানত ৬/৭ জন বিখ্যাত মানুহব লগত কথাবার্তা হোৱা, আবু প্রধানমন্ত্রীব হাতত জোলিয়ট কুৰিব বাৰ্তাবিটো নি দিয়া—এই কাম দুটা হোৱাব পিছত এই দেশখনত মোব আবু এক মিনিটো থাকিবব মন নাই। দেশখনব প্রতি মোব স্পষ্ট সহানুভূতি সত্বেও ই বিনা কাবণে মোব লগত এনে অভদ্র ব্যৱহাব কৰিছে।

আমাব বাষ্ট্রদূতজন চিলিত চোছিয়েলিষ্ট পার্টিব এজন প্রতিষ্ঠাতা আছিল। কিন্তু এতিয়া আগতকৈ নৰমপন্থী হল—বোধহয় বয়স আবু কূটনৈতিক সম্মান সুবিধাব বাবে। ভাবত চর্কাবব মুর্খালিব তেওঁ প্রতিবাদ নকৰিলে, আবু মইও তেওঁক এই কথা নকলো। অমায়িকভাৱেই আমি বিদায় ললো—মোব বাবে তেওঁব ওপবত পবা গধুৰ দায়ীত্বব পবা তেওঁ মুক্তি পালে—আবু মোব পিনব পবা তেওঁব সুবুদ্ধি আবু বন্ধুত্ব চিৰদিনব বাবে হেবালে।

পিছদিনা পুৱা নেহৰুব অফিছত মই তেওঁক লগ ধৰাব সময় ঠিক হল।

মোৰ কৰমৰ্দন কৰাৰ সময়ত অভ্যৰ্থনাৰ সামান্য এটা মিচিকি হাঁহিও তেওঁ নামাবিলে, তেওঁৰ মুখখন মানুহৰ ইমান চিনাকি যে মই আৰু তাক বৰ্ণনা কৰাৰ চেষ্টা নকৰো। ক'লা, ঠাণ্ডা আবেগহীন দুটা চকু মেলি তেওঁ মোলৈ চালে। ত্ৰিছ বছৰৰ আগতে স্বাধীনতা আন্দোলনৰ এখন জনসভাত মোৰ লগত তেওঁ আৰু তেওঁৰ দেউতাকৰ চিনাকি কৰি দিয়া হৈছিল। মই এই কথা উনুকিয়ালো কিন্তু তাতো তেওঁৰ মুখৰ ভাবৰ কোনো সলনি নহল। মই সোধা সকলো কথাৰে এটা শব্দৰে উত্তৰ দি তেওঁ মোলৈ পলকহীন ঠাণ্ডা চকুৰ চাউনিৰে চাই বল।

তেওঁৰ বন্ধু জোলিয়ট কুৰিৰ চিঠিখন মই তেওঁৰ হাতত দিলো। ফৰাছী বৈজ্ঞানিক জনৰ প্ৰতি শ্ৰদ্ধাৰ কথা তেওঁ জনালে আৰু অলপ সময় লৈ চিঠিখন পঢ়ি চালে। চিঠিখনত কুৰিয়ে মোৰ কথা কৈ নেহৰুক মোৰ কামত সহায় কৰিবলৈ অনুৰোধ কৰা আছিল। পঢ়া শেহ হলত চিঠিখন আকৌ খামত ভৰাই বিনাবাক্যে তেওঁ মোৰ পিনে চাই বল। মোৰ হঠাৎ এনে মনত হল যে মোৰ ইয়াত বহি থকাটো তেওঁ বৰ অপছন্দ কৰিছে, আৰু এটা কথা যেন অনুভৱ কৰিলো—এই হালধীয়া বৰণৰ মানুহজনে বৰ বেয়াকৈ শাৰীৰিক, ৰাজনৈতিক আৰু আবেগ অনুভূতিৰ ক্ষেত্ৰত অভিজ্ঞতা আৰ্জিছে। তেওঁৰ দাম্ভিক স্বভাৱ কাঠিন্য-ভৰা ব্যৱহাৰ আৰু আদেশ দিয়াত অভ্যস্ত হাৱভাৱ দেখি বুজিলো যে নেতা-সুলভ শক্তিৰ অভাৱে তেওঁক এনে এটা আৱৰণ দিছে। মোৰ মনত পৰিল যে তেওঁৰ দেউতাক পণ্ডিত মতিলাল নেহৰু আগৰদিনীয়া সামন্তবাদী জমিদাৰ আৰু বহুত মাটিৰ মালিক আছিল। তেওঁৰ ৰাজনৈতিক জ্ঞান আৰু বিশাল সম্পত্তিয়ে ভাৰতৰ কংগ্ৰেছ আন্দোলনত খুব সহায় কৰিছিল। মোৰ সমুখত বহি থকা নীৰৱ এই মানুহজন কিবা সূক্ষ্ম উপায়ে আকৌ আগৰদিনীয়া জমিদাৰলৈ পৰিৱৰ্তিত হৈছে। তেতিয়াৰ দিনৰ শুদাভাৰিৰ চহা এজনলৈ যেনে উদাসীন আৰু হীন চকুৰে তেওঁ চালেহেঁতেন, তেনেকৈয়ে মোলৈ চাই আছে।

"পেৰিছলৈ উভটি গৈ প্ৰফেছৰ জোলিয়ট কুৰিক মই কি কম ?"

হুটামাত্ৰেৰে তেওঁ কলে—"মই তেওঁৰ চিঠিৰ উত্তৰ দিম।"

কেইমিনিটমান মই মনে মনে থাকিলো। সময়খিনি যেন অনন্তকাল যেন লাগিল। নেহৰুৰ যেন মোৰ লগত আৰু কোনো কথা কবৰ ইচ্ছা নাছিল, অথচ বাহিৰত সেই বাবে অস্থিৰতা নেদেখুৱাকৈ তেওঁ মোলৈ চাই আছিল।

কোনো যুগুতে কাৰণ নথকাকৈ এই তাণ্ডৱ মানুহজনৰ সময় নষ্ট কৰি মই তাত বহি আছো যেন—তেনেকৈ বহি থকাটো অনুচিত বুলি যেন তেওঁ মোক বুজিবলৈ দিছিল।

তেওঁক মোৰ অহাৰ উদ্দেশ্যৰ বিষয়ে কেই আষাৰ মান কথা কোৱা উচিত বুলি মই ভাবিলো। আমি দুজনৰ মাজৰ ঠাণ্ডা লড়াই এতিয়া যি কোনো মুহূৰ্তত খঙাল যুদ্ধত পৰিণত হব পাৰে। তেওঁক মই কলো যে নতুন ধৰণৰ ৰাজ্যবিপ্লৱে মানৱজাতিক গিলি খাব ধৰিছে। পাৰমাণৱিক অস্ত্ৰ শস্ত্ৰৰ ভয়ংকৰ বিপদৰ কথা মই উল্লেখ কৰিলো। যুদ্ধ নিবিচৰা সকলো মানুহে একেলগে হৈ থকা কিমান দৰ্কাৰ মই তেওঁক জনালো।

তেওঁ নিজৰ চিন্তাত মগ্ন হৈ ৰল, যেন মোৰ কথা শুনাই নাই। কেইমিনিট মানৰ পিছত তেওঁ কলে, "দৰাচলতে দুয়ো পক্ষই শান্তিৰ পক্ষে যুক্তি দলিয়াই দুইয়ো দুইকে মাৰিছে।"

মই কলো, "নিজে মই ভাবো যে শান্তিৰ প্ৰবক্তা সকলে, বা যি সকলে শান্তিৰ বাবে কিবা কৰিব খোজে, একে আন্দোলনৰ একে পক্ষ হৈ তেওঁলোকে কাম কৰিলে ভাল। আমি কাকো বাদ দিব নোখোজো—মাত্ৰ প্ৰতিহিংসা পৰায়ণ আৰু যুদ্ধৰ সমৰ্থকবোৰকহে বাদ দিম।"

আকৌ নীৰৱতা। মই বুজিলো যে আমাৰ কথা শেষ। থিয় হৈ বিদায় জনাবলৈ মই হাতখন আগবঢ়াই দিলো। তেওঁ নীৰৱেই মোৰ হাতখন জোকাৰিলে। মই দুৱাৰৰ পিনে খোজ দিলো। তেতিয়া, অলপ বন্ধুত্ব দেখুৱাই তেওঁ সুধিলে, "আপোনাক মই কিবা সহায় কৰিব পাৰোনে?"

মোৰ স্বভাৱটো এনে যে প্ৰতিবাদ কৰাত মই বৰ লেহেমা, আৰু দুৰ্ভাগ্য-ক্ৰমে মই প্ৰতিহিংসা পৰায়ণ নহওঁ। তথাপি, জীৱনত এই প্ৰথমবাৰ মানুহক এশিকনি দিবলৈ আগবাঢ়ি মই তেওঁক কলো, "অ' হয়—পাহৰিয়েই গৈছিলো মই এ-সময়ত ভাৰতত আছিলো। কিন্তু নতুন দিল্লীৰ ইমান ওচৰতে হোৱা সত্বেও মোৰ তাজমহল দেখাৰ সুযোগ হোৱা নাই। সেই অপৰূপ স্মৃতি-সৌধটো দেখাৰ এইটো ভাল সুযোগ হলহেঁতেন—যদি পুলিচে মোক এই চহৰৰ সীমা পাৰ হৈ নাযাবলৈ—আৰু বিমান সোনকালে পাৰো ইউৰোপলৈ ঘুৰি যাবলৈ জাননী নিদিলেহেঁতেন। মই কাইলৈয়ে উভটি যাম।"

এনেকৈ তেওঁক কথাৰে এথেকেচা দিব পাৰি মই ৰং মনেৰে ততাতৈয়াকৈ বিদায় ললো। তেওঁৰ অফিছ এৰি হোটেল পাওঁতেই দেখিলো মেনেজাৰ জন

মোৰ বাবে বাহিৰ চৰাতে বৈ আছে। "আপোনাক মই এটা বাতৰি দিম। চৰ্কাৰী অফিছৰ পৰা খবৰ দিছে যে আপুনি যেতিয়াই ইচ্ছা কৰে তাজমহল চাবলৈ যাব পাৰে।"

মই কলো, "মোৰ হোটেলৰ বিল সাজু কৰক। তাজমহল চাবলৈ যাব নোৱাৰাৰ বাবে মই দুঃখিত। কিন্তু মই এতিয়াই এয়াৰপোৰ্টলৈ যাম আৰু পেৰিছলৈ যোৱা প্ৰথম প্লেনখন ধৰিম।"

ইয়াৰ পাঁচ বছৰৰ পিছত মস্কোত মই লেনিন শান্তি পুৰস্কাৰ কমিটিৰ বছৰেকীয় মিটিঙত উপস্থিত আছিলো। এইখন আন্তৰ্জাতিক সমাবেশ, আৰু মই তাৰে এজন আছিলো। সেই বছৰৰ প্ৰাৰ্থীজনক ভোট দিয়াৰ সময় হলত ভাৰতীয় প্ৰতিনিধিজনে প্ৰধানমন্ত্ৰী নেহৰুৰ নাম প্ৰস্তাৱ কৰিবলে। মোৰ মুখত অকমান মিচিকি হাঁহি বিৰিঙিল, কিন্তু জুৰী সকলৰ কোনেও তাক বুজি নাপালে। মইও নেহৰুকে ভোট দিলো। এই আন্তৰ্জাতিক পুৰস্কাৰ টোৱে নেহৰুক বিশ্বশান্তিৰ এজন প্ৰৱক্তা বুলি চিনাকী কৰিবলে।

## চীনযাত্ৰা—প্ৰথমবাৰ

চীনৰ বিপ্লৱৰ পিছত মই দুবাৰ চীনলৈ গলো, প্ৰথমবাৰ ১৯৫১ চনত—চান ইয়াং চেনৰ বিধবা পত্নী মেডাম চুং ছিঙ-লৈ লেনিন শান্তি পুৰস্কাৰ লৈ যাবলৈ মোক কোৱা হৈছিল।

চীনৰ উপ-প্ৰধানমন্ত্ৰী আৰু লেখক কুউ মো ণ্টৰ প্ৰস্তাৱমতে তেওঁ এই পুৰস্কাৰটো পাইছিল। আন্না ছেঘাৰ্ছ, ফিল্ম নিৰ্মাতা আলেকজাণ্ড্ৰাভ, মই এতিয়া নাম পাহৰি যোৱা আৰু কেইজনমান, এৰেনবুৰ্গ, আৰু মই জুৰীসকলৰ ভিতৰত আছিলো। এৰেনবুৰ্গ আৰু মই গুপ্ত ফন্দি এটা কৰি লৈছিলো যাতে অইন বছৰবোৰত পিকাছো, বাৰ্টোল্ড ব্ৰেখট্ আৰু ৰাফায়েল এলবাৰ্টিয়েও এই পুৰস্কাৰ পায়। অৱশ্যে কামটো ইমান সহজ নাছিল।

আমি ট্ৰান্সচাইবেৰিয়ান চেলত উঠি চীনলৈ যাত্ৰা কৰিলো। এই ঐতিহাসিক ট্ৰেনখনত উঠি যোৱাটো মাটিৰ ওপৰত জাহাজত উঠি অসীম ৰহস্য ভৰা দুৰেন্দ্ৰলৈ যোৱাৰ দৰে লাগিল। আমাৰ চাৰিওকাষে খিড়িকীৰে মাইলৰ পিছত মাইল জুৰি হালধীয়া দৃশ্য! তেতিয়া শৰতকালৰ মাজ ভাগ আৰু ৰূপালী বাৰ্চ গছৰ হালধীয়া ফুলৰ পাহিৰে চাৰিওকাষ ভৰা। তাত পিছত—

চকুৰে দেখাৰ বাহিৰত—প্ৰেৰি তুন্দ্ৰা বা টাইগা অঞ্চল। মাজে মাজে নতুনকৈ হোৱা চহৰৰ ষ্টেচনবোৰ। এৰেনবুৰ্গ আৰু মই মাজে মাজে নামি ভৰি দুখন পোনাই লৈছিলো। ষ্টেচনবোৰত চহা হজুৰাই চুটকেছ আৰু টোপোলাটুপুলি লৈ ট্ৰেনৰ বাবে ৰৈ আছিল।

ঠাইবোৰ ভালকৈ ঘূৰি চাবলৈ আমাৰ সময় নাছিল। সকলো ঠাই দেখিবলৈ প্ৰায় একে ৰকম আছিল। প্ৰতিখনতে এটাকৈ চিমেণ্টৰে সজা ষ্টেলিনৰ এটা মূৰ্তি—কোনোবা ঠাইত আকৌ ইয়াক ৰুপালী অথবা সোণোৱালী ৰঙ-কৰি থোৱা হৈছিল। আমি দেখা ডজনে ডজনে এফেলেথীয়া মূৰ্তিবোৰৰ ভিতৰত ৰুপালী নে সোণোৱালী—কোনটো বেচি কুৎচিত আছিল—মই গম ধৰিব নোৱাৰিলো। ঘূৰি আহি ট্ৰেনত উঠি এৰেনবুৰ্গে মোক এসপ্তাহ ধৰি তেওঁৰ মজাৰে আৰু ৰসাল কথাবাৰ্তাৰে মোক মোহিত কৰি ৰাখিছিল। এৰেনবুৰ্গ এজন পৰম দেশপ্ৰেমিক ৰাচিয়ান মানুহ আছিল, কিন্তু ভেঙেচুৰা হাঁহি মাৰি ৰাচিয়াৰ সেই যুগৰ বহুত নীতি তেওঁ সমালোচনা কৰিছিল।

লালফৌজ লগত লৈ তেওঁ আহি বাৰ্লিনত উপস্থিত হলহি। নিঃসন্দেহে যুদ্ধৰ সংবাদদাতা হিছাবে তেওঁ সৰ্বকালৰ ভিতৰতে শ্ৰেষ্ঠ। লালফৌজৰ সেনাবোৰে এই আধৰলীয়া লাজুক মানুহজনক ভাল পাইছিল। আজি বেচিদিনৰ কথা নহয়, মস্কোত তেওঁ মোক লালফৌজৰ সেনাই দিয়া দুটা উপহাৰ দেখুৱাইছিল। জাৰ্মান সেনাবোৰৰ ধ্বংসস্তূপৰ পৰা এইবোৰ তেওঁলোকে পাইছিল। এটা হল নেপোলিয় বোনাপাৰ্টৰ বাবে বেলজিয়ান কমাৰে সজা এটা ৰাইফেল—আৰু অইনটো হল ১৬৫০ চনত ফ্ৰান্সত ছপা হোৱা বনছাৰ্ডৰ সাহিত্য-কৰ্মৰ দুটা ক্ষুদ্ৰ সংস্কৰণ। সৰু কিতাপবোৰ জুইত পোড়া—বৰষুণ আৰু তেজৰ চেকা লগা আছিল।

এৰেনবুৰ্গে নেপোলিয়ৰ ধুনীয়া ৰাইফেলটো ফৰাছী মিউজিয়ামত দান কৰিলে। ৰাইফেলটোৰ ধুনীয়া কাৰুকাজ থকা কুন্দাটোত মৰমেৰে হাত বুলাই তেওঁ মোক সুধিছিল, "মই এইটো নি কি কৰিম?" কিন্তু বনছাৰ্ডৰ ক্ষুদ্ৰ কিতাপ কেইখন তেওঁ আদৰি নিজৰ বাবে ৰাখিলে।

তেওঁ ফ্ৰান্সৰ এজন পৰম ভক্ত আছিল। ট্ৰেনত মোক তেওঁ এটা গোপন কবিতা আবৃত্তি কৰি শুনালে। ফ্ৰান্সক নিজৰ প্ৰেমৰ পাত্ৰী হিচাবে বৰ্ণনা কৰি লিখা ই এটা চুটি প্ৰেম গীত।

কবিতাটো মই গোপন বুলি কৈছো কাৰণ সেই যুগৰ ৰাচিয়াত বিশ্ব-

নাগৰিকতাক দোষাৰোপ কৰাই নিয়ম হৈ পৰিছিল—খবৰৰ কাগজবোৰে প্ৰায়েই অনুচিত অভিযোগ কৰিছিল—সকলো আধুনিক কলাকে তেওঁলোকে বিশ্ব-নাগৰিকতাৰ আখ্যা দি অমুক অমুক লেখক বা চিত্ৰকৰক দোষী কৰি এই এই অভিযোগত দায়ী কৰি তেওঁলোকৰ নাম মুছি পেলোৱা হৈছিল। এনেকৈয়ে লুকাই ফুটা এপাহি ফুলৰ দৰে এৰেনবুৰ্গৰ ফৰাছীপ্ৰেমী কবিতাটিয়ে নিজৰ সৌৰভ নিজতে লুকুৱাই ৰাখিবলগীয়া হৈছিল।

এৰেনবুৰ্গে কোৱা বাচিয়াৰ বৈচিত্ৰিনি বিষয়েই ষ্টেলিনৰ ঘোৰ নিশাৰ অৱসানত চিৰকালৰ বাবে অদৃশ্য হৈ যাব। সিহঁতৰ অসৈয়া বিতৰ্কিত চৰিত্ৰৰ বাবে অদৃশ্য হবলগীয়া হৈছে বুলি মই ধৰো।

তেখেতৰ শাসন - নমনা কেঁকোৱা চুলি, চকু-মুখৰ সোতোৰা-সুতুৰি ছাল, ধপাতৰ চেকা লগা দাঁত, ধোঁৱাবৰণীয়া শীতল চকু আৰু বিষম হাঁহিৰে এৰেন-বুৰ্গ আছিল পুৰণি সন্দেহবাদী, বিৰাট মোহমুক্ত মানুহ। মই এই মহা-বিপ্লৱৰ পিনে চকু মেলি চোৱা বেচি দিন হোৱা নাই—আৰু ইয়াৰ এন্ধাৰ বিবৰণৰ প্ৰতি অন্ধ আছিলো। সেই সময়ৰ সাধাৰণ হীনৰুচি বা সোণ ৰূপেৰে ৰং সনা মূৰ্তিবোৰৰ কথালৈ কাজিয়া কৰা মোৰ উদ্দেশ্য নাছিল। সময়ে প্ৰমাণ কৰিব যে মইয়ে ভুল কৰিছিলো—কিন্তু এনেকৈ এৰেনবুৰ্গেও এই কৰুণ নাটকৰ বিশালতা তেতিয়া উপলব্ধি কৰা নাছিল বুলি মই ভাবিছিলো। বিংশতম কংগ্ৰেছেহে আমাৰ সকলোকে ইয়াৰ গুৰুত্ব বুজালে।

দিনৰ পিছত দিন, বাৰ্চ গছভৰা হালধীয়া অৰণ্যভূমি পাৰ হৈ ট্ৰেনখন শামুকৰ গতিত আগবাঢ়িবলৈ ধৰিলে। উৰাল পৰ্বত পাৰ হৈ আমি চাইবেৰি-য়াৰ মাজেদি গৈ আছিলো।

ট্ৰেনৰ ডাইনিং কাৰত আমি এদিন খোৱাবোৱা কৰি আছিলো। হঠাৎ এজন সেনাই খাবলৈ বহা টেবুলএখনত মোৰ চকু পৰিল। সেনাজন একেবাৰে মাতাল হৈ আছিল। হাঁহিমুখ আৰু গালত স্বাস্থ্যৰ গোলাপী আভাৰে তেওঁ চফল ডেকা মানুহ আছিল। বাৰে বাৰে অৰ্ডাৰ দি কেঁচা কণী অনাই তাক নিজৰ থালখনত থৈ ভাঙি পেলাই তেওঁ কিবা এটা আনন্দ পাইছিল। আৰু ঠিক তাৰ পিছতে আকৌ এবাৰ কণী আনিবলৈ কৈছিল। মুখৰ আনন্দভৰা হাঁহি আৰু সৰু লৰাৰ দৰে নীলাচকুৰে তেওঁ আৰু বেচি আনন্দত উগ্ৰায়ল হৈছিল। মোৰ মনেৰে তেওঁ বহুতপৰ ধৰি বোধ হয় এনেকৈ খেমালি কৰি আছিল, কাৰণ কণীৰ বিজলীয়া বগা বস্তু, আৰু হালধীয়া কুহুম থালভৰি

উপচি গৈ বেলৰ মজিয়াত পৰো পৰো হৈছিল গৈ। পুনৰ তেওঁ লগুৰাজনক মাতি এই ধনভৰাল বঢ়াবলৈ কণী আনিবলৈ হুকুম দিলে।

অতি প্ৰাকৃত এই দৃশ্যটোত মোৰ চকুযুৰি লিপিট খাই লাগি থাকিল। চাইবেৰিয়াৰ মহাসমুদ্ৰৰ লেখিয়া অসীম শূন্যতাত ই একেবাৰে অভাৱনীয় আৰু নিৰীহ দৃশ্য যেন লাগিছিল।

ভয় খাই লগুৰাজনে অৱশেষত এজন মিলিটাৰী পুলিচক মাতি আনিলে। পুলিচজন সশস্ত্ৰ আছিল তেওঁ আহি ওথ এটা পৰ্বতৰ দৰে ডেকাজনৰ কাষত থিয় দি ঘোপাকৈ তেওঁলৈ চালে। কিন্তু ডেকাজনে সেইপিনে কাণ নিদি ব্যস্তভাৱে এটাৰ পিছত এটাকৈ কণী ভাঙি খাবলৈ ধৰিলে। পুলিচজনে এনে উদণ্ডালি নসহি তাক মতলীয়া সপোনৰ পৰা টানি আজুৰি দিঠকলৈ আনিব বুলি ভয় কৰি মই চাই ৰলো। কিন্তু নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰা কথা—দৈত্যৰ লেখিয়া প্ৰকাণ্ড বলী প্ৰহৰীজনে লৰাটিৰ কাষতে বহি ললে। তেওঁৰ পাতল বগা মুৰৰ চুলিত হাত বুলালে, আৰু হাঁহি মুখেৰে লাহে লাহে কথাকৈ তেওঁক বুজাবলৈ ধৰিলে। তাৰ পিছত হঠাতে তেওঁক আসনৰ পৰা তুলি লৈ বাঁউসীত ধৰি ধৰি ট্ৰেনৰ দুৱাৰখন পাৰ হৈ প্ৰথমতে ষ্টেচনৰ পৰা, আৰু তাৰ পিছত চহৰৰ বাটলৈ লৈ গল—যেন এজন ককায়েকে সৰু ভাইটিকহে নিছে।

ট্ৰান্স-একোৱেটৰিয়েল ট্ৰেন এখনত কোনো এজন ৰেড ইণ্ডিয়ানে এনেকৈ কণী ভাঙি উৎপাত কৰিলে তেওঁৰ কি অৱস্থা হলহেঁতেন—মই ভাবিলো।

ট্ৰান্স চাইবেৰিয়ান ট্ৰেনত উঠি যোৱা সময় খিনিত এৰেনবুৰ্গে ৰাতিপুৱা আৰু আবেলি তেওঁৰ টাইপ-ৰাইটাৰত জোৰে খটখটাই কাম কৰি গৈছিল। তাতে তেওঁৰ কিতাপ "দি নাইন্থ ওৱেভ" খন শেষ কৰে। এইখন তেওঁৰ "দি থ" বোলা কিতাপখনৰ আগৰ শেষ উপন্যাস। মই কিন্তু মাজে মাজেহে লিখিছিলো। "লচ ভাৰ্ছাচ ডেল কাপিটান" বোলা মেটিলেডলৈ নিবেদন কৰা প্ৰেমৰ কবিতাৰ কেটামানহে লিখি শেষ কৰিছিলো—পিছত এই কিতাপ-খন কবিৰ নাম নোহোৱাকৈ নেপল্‌চৰ পৰা প্ৰকাশিত হয়।

এই ট্ৰেনৰ পৰা আমি ইৰ্কুট্স্ক বোলা ঠাইত নামিলো। মঙ্গোলীয়ালৈ যোৱা ট্ৰেনত উঠাৰ আগতে বৈকাল হ্ৰদৰ দাঁতিত আমাক ফুৰিবলৈ কোৱা হল। জাৰ সম্ৰাটৰ দিনত চাইবেৰিয়া সীমান্তৰ এই হ্ৰদটো আছিল স্বাধীনতাৰ পদুলিমুখ। বন্দী আৰু নিৰ্বাসিত মানুহৰ চিন্তা আৰু সপোনে এই হ্ৰদৰ

পিনে ডেউকা মেলি দিছিল। পলাই যাবলৈ এইটোৱেই একমাত্র ৰাস্তা আছিল। বৈকাল! বৈকাল! এতিয়াও মিঠা মাতৰ ৰাচিয়ান মানুহে পুৰণি লোকগীতি গাই এই নাম বাৰে বাৰে আওৰায়।

হ্রদ অধ্যয়নৰ ইন্সটিটিউটখনে আমাক দুপৰীয়া খাবলৈ মাতিলে। বিজ্ঞানী সকলে তেওঁলোকৰ গোপন তথ্য আমাক কিছু কিছু জনালে। উৰাল পৰ্বতৰ পুত্ৰ আৰু চকু এই হ্রদটোৰ সঠিক গভীৰতা এতিয়ালৈকে কোনেও জুখিব পৰা নাই। দুহেজাৰ ফুট পানীৰ তলৰ পৰা কেইটামান সচৰাচৰ নেদেখা মাছ তুলি অনা হল। গভীৰ ৰাতিৰ দৰে অন্ধকাৰৰ পৰা তুলি অনা এই মাছবোৰ কথা। মোৰ হঠাৎ ভোক লাগিল, আৰু এই আপুৰুগীয়া মাছবোৰ তেওঁলোকে মোক ভাজি খাবলৈ দিবনে সুধিলো। এনে গভীৰ পাতালপুৰীৰ মাছ-খোৱা মানুহ কেইজন মান মাত্র আছে মইও তেওঁলোকৰ এজন—চাইবেৰিয়াৰ উত্তম মদ ভদকাৰ লগত এই মাছভজা খোৱা হল।

মঙ্গোলীয়ালৈ ইয়াৰ পৰা আমি প্লেনত গলো। মোৰ ছঁয়ামমাঁকৈহে মনত পৰে—ৰাস্তাৰ ভূ-প্রকৃতিৰ দৃশ্যাৱলী যেন জোনৰ ভূ-প্রকৃতিৰ দৰে। অধিবাসী-সকল এতিয়াও অঘৰী তাম্বুত বাস কৰে। তেওঁলোকৰ প্ৰথম ছাপাখানা, প্রথম বিশ্ববিদ্যালয় তাত স্থাপিত হৈছে, উলান বাটোৰ চাৰিওপিনে বৃত্তাকাৰ সীমাহীন খালি পথাৰ চকুত পৰে। আমাৰ দেশৰ আটাকামা মৰুভূমিলৈ ই মনত পেলায়। মাত্র মাজে মাজে উটৰ শাৰিত ইয়াক তাতোকৈ পুৰণি আৰু নিজান যেন লাগে। মই দৈবক্রমে মঙ্গোলীয় হুইস্কিও পান কৰিলো—অপৰূপ সুন্দৰ কাৰুকাজ কৰা ৰূপৰ পিয়লাত পান কৰিলো। প্ৰতিখন দেশৰ মানুহে সেই দেশৰ নিজা বস্তু-বাহানিৰ পৰাই খাবলৈ মদ বনাই লয়। এই দেশৰ মদ বনোৱা হৈছিল পগোৱা উটৰ গাখীৰৰ পৰা। ইয়াৰ সোৱাদৰ কথা মনত পৰিলে মোৰ এতিয়ালৈকে কামিহাড়লৈকে গা সিৰ সিৰ কৰি উঠে। কিন্তু উলান বাটোৰলৈ গৈ মোৰ যে ইমান ভাল লাগিল। বিশেষকৈ মোৰ নিচিনা মানুহৰ বাবে—যি মানুহজনে সুন্দৰ নাম শুনিলে আৱেগত পমি যায়, মোৰ নিজৰ বাবেই সজা এটা স্বপ্নময় মিউজিয়ামত যেন মই আছো এনে লাগে। ছিঙ্গাপুৰ, চমৰ খণ্ডৰ নামবোৰৰ সুললিত মোসনা শব্দবোৰত যেন মই বাস কৰিছো। মোৰ মৃত্যুৰ পিছত বিশেষকৈ বাচি লোৱা এখন সুন্দৰ নামৰ ঠাইত যেন মোক কবৰ দিয়া হয়। যাতে এই নামৰ শব্দাংশবোৰে মোৰ মৰা হাড় কেভালিক সুৰীদ গান শুনায়।

পৃথিবীৰ ভিতৰত চীনত মানুহে সকলোতকৈ বেচি মিচিকি হাঁহি মাৰে— উপনিবেশবাদ, বিপ্লৱ, দুৰ্ভিক্ষ, গণহত্যাৰ দৰে আহুকলীয়া অৱস্থাতো অইন জাতিয়ে নোৱাৰিলেও তেওঁলোকে মিচিকি হাঁহিটি মাৰিব পাৰে। এই জাতিৰ বিৰাট জনসংখ্যাৰ সকলোতকৈ আদৰৰ বস্তু হল ইয়াৰ শিশুজগতৰ মিচিকি হাঁহি।

কিন্তু চীনৰ মিচিকি হাঁহি দুই ৰকমৰ। প্ৰথমটো হল যেহুৰৰণীয়া মুখখন জিলিকোৱা অকৃত্ৰিম মিচিকি হাঁহি। এই হাঁহি দেখা যায় চহা হজুৰা আৰু বিশাল জনসাধাৰণৰ মুখত, অইনটো হল মুখাৰ দৰে কৃত্ৰিম হাঁহি— নাকৰ তলত এঠাৰে লগোৱা, ইচ্ছা হলে খুলি পেলাব পাৰি। এই হাঁহিটো দেখা যায় চৰ্কাৰী বিষয়াবোৰৰ মুখত।

এৰেনবুৰ্গৰ লগত প্ৰথমবাৰ গৈ যেতিয়া মই পিকিং এয়াৰপোৰ্টত নামিলোঁগৈ—এই দুই ৰকমৰ মিচিকি হাঁহিৰ পাৰ্থক্য আমি ধৰিব পৰা নাছিলো। আচল হাঁহিটো—যিটো সঁচাকৈ মন মুহি নিয়া—সেইটো বহুত-দিনলৈকে আমাৰ মনত আছিল। চীনৰ লেখক ভাই, ঔপন্যাসিক আৰু কবিসকলে সেই হাঁহিৰে আমাক আদৰি নিলে। তেনেকৈ ৰাইটাৰ্ছ ইউনিয়নৰ সভাপতি ষ্টালিন শান্তি পুৰস্কাৰ পাওঁতা ঔপন্যাসিক টিং লিং, মাও তুং, চিয়াও এমি আৰু পুৰণি কমিউনিষ্ট, চীনা কবিসকলৰ মাজত ৰাজকোঁৱৰ অমায়িক স্বভাৱৰ আই চিঙ-অক লগ পালো। তেওঁলোকে ফৰাছী বা ইংৰাজী ভাষা কব পাৰিছিল। পিছলৈ সাংস্কৃতিক বিপ্লৱৰ কামত তেওঁলোকৰ পতন হয়। কিন্তু আমি যোৱাৰ সময়ত চীনা সাহিত্য জগতৰ ফুলনিত তেওঁলোকেই জকমকীয়া ফুল আছিল।

পিছদিনা লেনিন শান্তি পুৰস্কাৰ ( তেতিয়া ষ্টালিন শান্তি পুৰস্কাৰ নাম আছিল ) দিয়া উৎসৱৰ শেষত ছোভিয়েত দূতাবাসত আমাক দুপৰীয়া খাবলৈ মতা হৈছিল। পুৰস্কাৰ পোৱা মহিলা গৰাকীৰ বাহিৰেও তাত চৌ এন লাই, বুঢ়া মাৰ্ছাল চু-তে আৰু অইন কেবাজন মানুহ উপস্থিত আছিল। ৰাষ্ট্ৰদূতজন ষ্টালিনগ্ৰাডৰ দিনৰ এজন নায়ক আছিল, সাধাৰণ ছোভিয়েট সেনা এজনৰ দৰে গান গাই বাৰে বাৰে মদৰ গিলাছত তেওঁ শুভেচ্ছা জনাইছিল। মোক চুং চিং লিঙ-ৰ কাষতে বহুৱা হৈছিল। তেওঁ তেতিয়াও দেখিবলৈ খুব ধুনীয়া, আৰু বৰ সম্ভ্ৰান্ত মহিলা যেন লাগিছিল। তেতিয়াৰ চীনত মহিলা সকলৰ ভিতৰত তেওঁ সকলোতকৈ মাননীয়া আছিল।

গাইপীত এটাকৈ ভডকা ভৰ্ত্তি ফটফটীয়া কাঁচৰ মদৰ লোটা আমাক দিয়া হৈছিল। "কানপাই" বোলা এটা শব্দ ঘনাই শুনিছিলো। এই চীনা শব্দটোৰ মানে হল গিলাছত এটোপাল মদও নৰখাকৈ একে শোহাতে গিলাছটো শেষকৰি স্বাস্থ্য পান কৰা। বুঢ়া মাছাৰ্ল চু তেই টেবুলত মোৰ সি দাঁতিত বহিছিল। চহা হজুৰাৰ বহল দাঁত নিকটাই হাঁহি এটা মাৰি তেওঁ কেইমিনিট মানৰ মুৰে মুৰে গিলাছ খালি কৰিছিল, আৰু মোকো তাকে কৰিবলৈ উদগনি দিছিল। খোৱাবোৱা শেষ হল এবাৰ তেওঁ অইনপিনে মন দিওঁতে মই তেওঁৰ লোটাৰ পৰা এটুপি মদ মোৰ গিলাছত বাকী লৈ খালো। মোৰ সন্দেহ সঁচা হল— তেওঁৰ গিলাছত মদৰ সলনি পানীহে খাইছে আৰু মই সোপাসোপে জ্বলন্ত পনীয়া জুই গিলিব লাগিছো।

কফি খাবৰ সময়ত আমি সন্মান জনাবলৈ অহা ছান ইয়াং চেনৰ বিধবা পত্নী মাননীয়া মহিলা চুং চিং লিও-এ টেবুলত মোৰ কাষতে বহিল। ছিগাৰেট কেছৰ পৰা এটা ছিগাৰেট নিজৰ বাবে উলিয়াই লৈ মোহিনী হাঁহি এটা মাৰি তেওঁ কেছটো মোৰ পিনে আগুৱাই দিলে। "নাই, ধন্যবাদ, মই ছিগাৰেট নাখাওঁ।" মই তেওঁক কলো, তেওঁৰ ছিগাৰেট কেছটো বৰ ধুনীয়া বুলি মই তাৰ শলাগ ললো। তেওঁ উত্তৰ দিলে, "এই ছিগাৰেট কেছটো মোৰ জীৱনৰ কিবা এটা বৰ গুৰুত্বপূৰ্ণ ঘটনাৰ স্মৃতি-চিন।" বস্তুটো সঁচাকৈ মনমোহাকৈ সুন্দৰ ; এইটো পকা সোণৰ হীৰা মুকুতা বহুৱা। মই বস্তুটো হাতত লৈ চাইচিন্তি, আকৌ এবাৰি শলাগি, তাৰ গৰাকীক ঘুৰাই দিলো।

মই যে বস্তুটো তেওঁক ঘুৰাই দিলো তেওঁ কথাটো খুব সোনকালে পাহৰি গ'ল, কিয়নো টেবুলৰ পৰা উটি যাবৰ সময়ত তেওঁ মোলৈ খুব গহীনকৈ চাই কলে, "মোৰ ছিগাৰেট কেছটো দিয়ক।"

মই যে ছিগাৰেট কেছটো তেওঁক ঘুৰাই দিলো সেই বিষয়ে মই নিঃসন্দেহ আছিলো, তথাপি টেবুলখনৰ ওপৰতল মই ভালকৈ চালো, কিন্তু ক'তো নাপালো। ছান ইয়াং চেনৰ বিধবা পত্নীৰ মুখৰ মোহিনী হাঁহি অন্তৰ্ধান হল, আৰু দুটি কলা চকুৰ গভীৰ লেকেটো চাউনিয়ে মোক বিন্ধি থকা সবকা কৰিলে। মহামূলীয়া সেই বস্তুটো ক'তো পোৱা নগল, আৰু সেইটো হেৰুৱা বুলি মোৰ নিজকে দোষী যেন লাগিল। সেই ক'লা চকুযুৰিৰ ৰশ্মিয়ে মোক চোৰ বুলি প্ৰমাণ কৰিবলৈ সাজু হল।

সৌভাগ্যক্ৰমে এই অৱস্থা যেতিয়া মোৰ প্ৰায় সহ্যৰ সীমা পাৰ হওঁ হওঁ

হলগৈ—তেওঁৰ হাতত‌ে মই বস্তুটো আকৌ দেখিবলৈ পালো। বস্তুটো তেওঁৰ বটুৱাৰ ভিতৰতে আছিল। তেওঁৰ মুখলৈ মিচিকি হাঁহিটো ঘূৰি আহিল, কিন্তু মই আৰু বহুত পৰলৈ হাঁহিব নোৱাৰিলো। সাংস্কৃতিক বিপ্লৱে এই ধুনীয়া ছিগাৰেট কেছটো তেওঁৰ বাবে চিৰদিনৰ কাৰণে কাঢ়ি নিলে বুলি বিশ্বাস কৰি মই আনন্দ পাইছো।

বছৰৰ সেই সময়ত চীনৰ মানুহে নীলা পোছাক পিন্ধিছিল। মটা মাইকীয়ে মিস্ত্ৰিৰ দৰে নীলা হলো চোলাৰে আকাশী নীল ৰঙত লেঠাৰি নিছিগা দৃশ্য হৈ পৰিছিল। কটা-ছিঙা কাপোৰ চকুত পৰা নাছিল। আকৌ কোনো মটৰ গাড়ীও দেখা নাছিলো। সকলো ঠাইতে সকলো পিনৰ পৰা যেন মানুহৰ সোঁতহে বৈ আহিছিল।

বিপ্লৱৰ পিছত ই দ্বিতীয় বছৰ। অভাৱ অসুবিধা নিশ্চয় আছিল, কিন্তু পিকিঙৰ যিবোৰ ঠাইলৈ আমি গলো, তাত এনে অৱস্থা চকুত পৰা নাছিল। কিন্তু এবেনবুৰ্গ আৰু মোৰ আমনি লগাৰ কাৰণ আছিল ক্ষুদ্ৰ ক্ষুদ্ৰ কথাবোৰ সৰু সুৰা নীতি নিয়মক বেচি গুৰুত্ব দিয়া দেখি। এযোৰ মোজা বা এখন ৰুমাল কিনিব খোজতে সি ৰাষ্ট্ৰীয় সমস্যাত পৰিণত হলগৈ। আমাৰ চীনা কমৰেড সকলে এই কথাটো তেওঁলোকৰ মাজত আলোচনা কৰিলে। তেওঁলোকে এই বিষয়ত পৰা আলোচনা কৰি আমাক গাড়ীৰ লানি লগাই প্ৰায় শোভাযাত্ৰা কৰি হোটেল এৰি যাবলৈ দিলে। আমাৰ গাড়ীখন সকলোতকৈ আগত, তাৰ পিছত প্ৰহৰীবোৰ, পুলিচ আৰু একেবাৰে শেষত দোভাষীবোৰৰ গাড়ী। গাড়ীৰ জাকে ভোভোৱাই যাবলৈ ধৰিলে—সদায় মাজ বাটদি ই পোনাই গল। মানুহে খালি কৈ দিয়া জনস্ৰোতৰ মাজত গিৰিপ্ৰবাহৰ দৰে আমি বাগৰি গলো, আমি গৈ দোকান পাওঁতেই চীনা বন্ধু কেজনে জাপমাৰি গাড়ীৰ পৰা নামি, দোকানৰ ভিতৰৰ পৰা সকলো গ্ৰাহকক বাহিৰলৈ উলিয়াই দিলে। ৰাস্তাৰ গাড়ীঘোড়া বন্ধ কৰি দি তেওঁলোকে এনেকৈ থিয় হল যে এবেনবুৰ্গ আৰু মই যোৱাৰ বাটটোৰ দুইকাষে মানুহে ঘেৰি ৰল। আমি দুইয়ো তলমূৰকৈ গৈ কোনোমতে বস্তুটো কিনি পোন্ধৰ মিনিট মানৰ পিছত হাতত পেকেটটো লৈ আকৌ তলমূৰকৈ ওলাই আহিলো। আমি মনে মনে প্ৰতিজ্ঞা কৰিলো যে চীনত আৰু দ্বিতীয়বাৰ আমি কোনো দোকানত বস্তু কিনিবলৈ নাযাওঁ।

এবেনবুৰ্গে এনেবোৰ কথা বৰ টান পাইছিল আৰু মাজে মাজে খঙত

জ্বলিগৰি উঠিছিল। এবাৰ এটা ৰেস্তোৰাত খাবলৈ যাওঁতে কি হল শুনক। হোটেলত আমাক ইংৰাজী খানা খাবলৈ দিয়া হৈছিল। উপনিবেশৰ দিন-বোৰৰ পৰা চলি অহা এই খাদ্য একেবাৰে জঘন্য আছিল। চীনদেশৰ খোৱা বোৱাৰ প্ৰতি মোৰ বৰ বাপ। আমাৰ ডেকা দোভাষী জনক পিকিঙৰ বিখ্যাত খানা খাবলৈ মোৰ বৰ মন গৈছে বুলি জনালো। তেওঁ উত্তৰ দিলে যে এই বিষয়ে তেওঁ খবৰ লব।

তেওঁ স‍ঁচাকৈ খবৰ ললেনে নাই মই নাজানো। কিন্তু আমি হোটেলৰ সেৰেকা গৰুমঙ্গহ সেঁকাকে চোবাই খাবলগীয়াত পৰিলো। তেতিয়া তেওঁক মই আকৌ চীনা খাদ্য খাম বোলা কথাটো মনত পেলাই দিলো। খুব চিন্তিত হৈ তেওঁ কলে, "আমাৰ কমৰেডসকলে এই কথাটো লৈ কেবাবাৰো মিটিং কৰিছে। সমস্যাটোৰ সমাধান হওঁহওঁ হৈছে।"

পিছদিনা অভ্যৰ্থনা সমিতিৰ এজন বৰমুৰীয়াই আহি আমাক লগ ধৰিলেহি। মুখত মাৰ্কামৰা হাঁহিটো লৈ আমি স‍ঁচাকৈ চীনা খাদ্য খাবলৈ খুজিছো নেকি তেওঁ সুধিলে। এবেনবুৰ্গে কলে যে আমি স‍ঁচাকৈ চীনা খাদ্য খাব খুজিছো। মইও জনালো যে সৰুকালৰ পৰাই মই কেণ্টনৰ খোৱাবোৱা ভাল পাওঁ, আৰু এতিয়া পিকিঙৰ বিখ্যাত মছলা পাতিৰ সোৱাদ লব খুজিছো।"

চিন্তিত হৈ চীনৰ কমৰেড জনে কলে, ই স‍ঁচাকৈ এটা সমস্যা।' অলপ সময় নীৰৱ হৈ থাকি তেওঁ মূৰ জোকাৰিলে। আকৌ কলে, "একেবাৰে অসম্ভৱ কথা।"

এবেনবুৰ্গে তেওঁৰ অবিশ্বাসৰ শুকান হাঁহিটো মাৰিলে। মই কিন্তু খঙত টিৰ্কিচিৰ্কি হৈ উঠিলো। মই তেওঁক কলো, "কমৰেড, অনুগ্ৰহ কৰি মোৰ পেৰিছলৈ উভটি যোৱাৰ কাগজ-পত্ৰবোৰ সাজু কৰক। মই যদি চীনলৈ আহি চীনা খাদ্য খাব নোৱাৰো, তেন্তে লাটিন আমেৰিকাত গৈয়ে সেইটো খাম—ভাত সি ইমান ডাঙৰ সমস্যা নহয়।"

মোৰ খঙৰ ভমকত কাম হল। চাৰি ঘণ্টাৰ পিছত অসংখ্য কমিটিৰ সভ্য-সকলে বাট দেখুৱাই আমাক এটা বিখ্যাত ৰেষ্টোৰালৈ লৈ গল। তেওঁলোকে বোৱা পাঁচশ বছৰ ধৰি মছলা সনা চকচকীয়া পাতিহাঁহৰ আঞ্জা ৰান্ধি মানুহক খুৱাই আহিছে। সেই হাঁহৰ আঞ্জাৰে অপূৰ্ব সোৱাদ এতিয়াও মই পাহৰিব পৰা নাই, জিবাত লাগি আছে।

ৰেষ্টোৰাণ্টো আমাৰ হোটেলৰ পৰা তিনিশ মিটাৰতকৈ কম দূৰত, আৰু দিনেৰাতিয়ে খোলা থাকে।

## কেপ্টেইনৰ কবিতা

নিৰ্বাসনত এনেকৈ ইঠাই সিঠাইত ঘূৰি ফুৰোতে মই আগতে নহা এখন দেশ পালোহি। এই দেশখনৰ প্ৰতি মোৰ গভীৰ ভালপোৱা আছে—দেশখন ইটালী—সেই দেশখনৰ সকলো বিষয় মোৰ মনত আচৰিত যেন লাগে। বিশেষকৈ ইটালীৰ মানুহৰ সহজ সৰলতা, জলপাই তেল, পাওৰুটী, আৰু সহজে নিজৰ পৰা আন্তৰিকতাৰ ফটিকা। এনেকৈ পুলিচ-পুলিচেও মোৰ লগত কেতিয়াও বেয়া ব্যৱহাৰ কৰা নাছিল, কিন্তু কুকুৰৰ দৰে অনবৰত মোক পহৰা দি ৰাখিছিল। ইটালীৰ পুলিচক মই বলেকে গৈছিলো—তাতে দেখিছিলো, মোৰ টোপনিত, দিঠকত, এনেকৈ খোৱা শাক-ভাততো।

লেখক সকলে মোক কবিতা পঢ়িবলৈ মাতিছিল। সৰল বিশ্বাসত মইও সকলো ঠাইতে কবিতা পঢ়িছিলো। ইউনিভাৰ্ছিটী, মুকলি মঞ্চ, জেনোৱাৰ ডক কৰ্মীসকলৰ মাজত, ফ্লোৰেন্সৰ পালাজো ডেলা আৰ্ট ডেলা লানা-ত, টুৰিনত, ভেনিছত।

সেইবোৰ কবিতা পাঠৰ মেলত শ্ৰোতাসকলৰ ভিড় উপচি পৰিছিল। পৰম সন্তোষত মই কবিতা পাঠ কৰি গৈছিলো। মোৰ কাষতে থকা কোনোবা এজনে মোৰ পিচে পিচে গহীন ইটালীয়ান ভাষাত তাক অনুবাদ কৰি গল। সেই মহান ভাষাত অনুদিত হৈ, আৰু সুৱলা হোৱা নিজৰ কবিতা শুনি মোৰ বৰ আনন্দ লাগিছিল। পুলিচে অৱশ্যে এইবোৰ ভাল পোৱা নাছিল। কেষ্টিলিয়ান ভাষাটো খুব শুৱলা আছিল, কিন্তু ইটালীয়ান ভাষাত অনুদিত হোৱা কবিতাত বহুত কথা বাদ দিয়া হৈছিল। শান্তিক প্ৰশংসা কৰি লিখা লাইনবোৰ, আৰু বিশেষকৈ জনগণৰ সংগ্ৰামৰ পিনে ঢাল খোৱা মোৰ কবিতা-বোৰ বিপজ্জনক আছিল। পশ্চিমী জগতত এই কবিতা ইতিমধ্যে নিষিদ্ধ হৈ গৈছিল।

মিউনিচিপাল নিৰ্বাচনত নগৰ সমিতিৰ আসনবোৰ জনগণৰ দলেই অধিকাৰ কৰি লৈছিল। ৰাজকাৰেজৰ দৰে টাউন হলত মোক সম্মানিত অতিথি হিচাবে অভ্যাৰ্থনা কৰাৰ কথা হৈছিল। মাজে মাজে কোনো কোনো চহৰৰ

মোক সন্মানিত নাগৰিক কৰাও হৈছিল, মিলান, ফ্লোৰেন্স, জেনোৱা চহৰ। মই কবিতা পঢ়াৰ আগতে বা পিছত কাউন্সিলৰ সভ্যসকলে মোক সাম্মানিক পুৰষ্কাৰ দিছিল। গুণীমানী মানুহ, অভিজাত ভাওৰীয়া সকল আৰু পাদুৰীচাহাব সকল হলঘৰত আঁহি উপচি পৰিছিলহি। মোৰ সুদূৰ দেশ-বাসীৰ হৈ মই এগিলাছ শ্যেম্পেন মদ গ্ৰহণ কৰিছিলো। আলিঙ্গন আৰু হাতচুমাৰ পিছত চহৰৰ ৰাজহুৱা ঘৰৰ সমুখৰ চিঁড়িবোৰ তেওঁলোকে মোৰ লগতে একেলগে ওপৰলৈ উঠি গৈছিল। আৰু বাহিৰত ৰাস্তাত তেতিয়া পুলিচ থিয় হৈ আছিল—মোক সিহঁতে খন্তেকৰ বাবেও চকুৰ আঁতৰ কৰিব খোজা নাছিল।

ভেনিচৰ ঘটনাটো যেন বহুৱাৰ বহুৱালিত পৰিণত হল। মই সেই বক্তৃতাৰ মঞ্চত কবিতা পাঠ কৰিলো, আকৌ এবাৰ চহৰৰ সন্মানিত অতিথি হলো। কিন্তু পুলিচে মোক তেতিয়াই চহৰৰ পৰা বাহিৰ কৰি দিবলৈ সাজু হৈ আছিল। এই চহৰতে ডেচডিমোনাৰ জন্ম আৰু ইয়াতে তেওঁৰ জীৱনৰ কৰুণ পৰিণতি হৈছিল। মই থকা হোটেলৰ দুৱাৰত দিনে ৰাতিয়ে পুলিচৰ পহৰা আছিল।

ভিট্টোৰিও ভিডালি—তেওঁ মোৰ পুৰণি বন্ধু—তেতিয়া ইটালিৰ কাৰ্লোচ কমাণ্ডাৰ হৈ আছিল। ট্ৰিয়েস্ত-ৰ পৰা তেওঁ মোৰ কবিতা শুনিবলৈ আহিছিল। ভেনিচ চহৰৰ খালবোৰৰ মাজেদি গণ্ডোলা নামৰ নাৱত উঠি দুই পাৰৰ ছাইৰঙৰ প্ৰাসাদবোৰ অনুপম সৌন্দৰ্য চাই চাই আমি উপভোগ কৰি যাবলৈ ধৰিলো। আৰু পুলিচে আমাৰ দুখোজমান পিছত থাকি আমাৰ ওপৰত কাৰানজৰ ৰাখিছিল। বটলত বন্দী হৈ থকাৰ দৰে এই অৱস্থাৰ পৰা মই পলাবলৈ মনস্থ কৰিলো, কাছানোভাৰ দৰে পলায়ন কৰিব খুজিলো। মই হঠাৎ বেগাই খোজ দিলো—ভিট্টোৰিও ভিডালি আৰু তেতিয়া আমাৰ লগত থকা কোল্টাৰিকাৰ লেখক জোৱাকিন গুটিয়েৰেজ—এও মোৰ দৰে বেগ দিলে। ভেনিছৰ দুজন পুলিচে আমাক পিচে পিচে খেদি গল। তেতিয়া ভেনিচত কমিউনিষ্ট মেয়ৰ তেওঁৰ গণ্ডোলাখন ভেনিচৰ একমাত্ৰ ইঞ্জিন লগোৱা গণ্ডোলা —আমি দৌৰি গৈ তাত জাপ মাৰি উঠিলো, ইঞ্জিন-লগোৱা গণ্ডোলা খালৰ পানীত কোবেৰে যাবলৈ ধৰিলে—আৰু পুলিচ কৰ্তৃপক্ষৰ কৰ্মচাৰীবোৰে এখন গণ্ডোলা বিচাৰি খালৰ পাৰত হৰিণৰ দৰে দৌড়াদৌৰি কৰিবলৈ ধৰিলে। ভেনিচৰ প্ৰেমিকসকলে ব্যৱহাৰ কৰা ক'লা আৰু সোণোৱালী ৰঙৰে সজোৱা

ৰোমাণ্টিক নাঁও এখন তেওঁলোকে অৱশেষত জোগাৰ কৰি তাত উঠিল, আৰু এটা পাতিহাঁহে সাগৰৰ ডলফিনক যেদি পিছ পৰাৰ দৰে বহুত দূৰত পৰি থাকিল।

নেপলচ-অত এদিন পুৱা এই সকলো অত্যাচাৰৰ শেষ হল পুলিচে পুৱাই আহি মোৰ হোটেলত উপস্থিত হলহি। অৱশ্যে খুব সোনকালে নহয়, কাৰণ নেপল চ-অত কোনেও খুব পুৱাই কামলৈ নাযায় —এনেকি পুলিচো নাযায়। মোৰ পাছপোৰ্টৰ কিবা এটা আঁসোৱাহ থকাৰ চেলু লৈ মোক তেওঁলোকৰ লগতে পুলিচৰ ৰৰমুৰীয়া জনৰ ওচৰলৈ যাব লাগিব বুলি জনালে। তাত একাপ কফি খুৱাই মোক তেওঁলোকে জনালে যে ইটালীৰ মাটি মই সেইদিনাই এৰিব লাগিব।

ইটালীৰ প্ৰতি মোৰ ভালপোৱাই মোক অলপো সহায় কৰিব নোৱাৰিলে।

মই কলো, "নিশ্চয় কিবা ভুল হৈছে।"

"নাই, নহয়। আমি আপোনাক খুব সন্মানৰ চকুৰে চাওঁ, কিন্তু আপুনি এই দেশ এৰি যাব লাগিব।"

আৰু তাৰ পিছত ঘুৰাইপকাই—বেকা কথাৰে তেওঁ জনালে যে চিলিৰ দূতাবাসে মোক ইটালীৰ পৰা বহিষ্কাৰ কৰিবলৈ তেওঁলোকক অনুৰোধ কৰিছে।

সেইদিনা আবেলিয়ে ট্ৰেনত উঠি আমি ইটালী এৰি যাব লাগিব। মোৰ বন্ধুসকলে ইতিমধ্যেই মোক বিদায় জনাবলৈ ষ্টেচনত উপস্থিত হৈছেহি। চুম্বন ফুল, জয়ধ্বনি। পাওলো ৰিক্কি। আলিকাট্টা দম্পতি, আৰু বহুত—বহুত —ভালেৰে যাওক—বিদায় বন্ধু—বিদায়—

ট্ৰেনত উঠি ৰোমলৈ যোৱা বাটত পুলিচে মোৰ লগত ভাল ব্যৱহাৰ কৰাৰ এটাও সুযোগ হেৰুৱা নাছিল। তেওঁলোকে মোৰ চুটকেছ কঢ়িয়াই নি, ট্ৰেনত ঠিক ঠাইত সজাই ৰাখিলে। মোৰ বাবে লা ইউনিটা আৰু পেচে চেৰা কাগজ কিনি আনিলে, কিন্তু দক্ষিণপন্থী কাগজ এখনো নিদিলে। নিজৰ বাবে আৰু নিজৰ আত্মীয় স্বজনৰ বাবে অটোগ্ৰাফ খুজি ললে। পুলিচৰ ইমান ভদ্ৰব্যৱহাৰ মই আৰু ক'তো দেখা নাই। "ডাঙৰীয়া, আমি দুঃখিত, আমি দুখীয়া মানুহ, ঘৰৰ পৰিয়ালৰ বাবেও অলপ ভাবিব লাগে। আমি আদেশ মানিব লাগিব। আমি ঋণ কৰো..."

ৰোমৰ ষ্টেচনত সীমান্তলৈ যোৱা বেলেগ এখন ট্ৰেনত উঠিব লগা হলো।

খিড়িকীৰে তাত বৈ থকা মানুহৰ প্ৰকাণ্ড ভিড় মোৰ চকুত পৰিল। জয়ধ্বনিৰ কোলাহল, উত্তেজনা আৰু খেলিমেলি মোৰ কাণত পৰিলহি। মানুহ যেন নৈৰ সোঁতৰ গতিত আহিব লাগিছে, ট্ৰেনৰ পিনে ফুলৰ অঞ্জলি তেওঁলোকৰ মুৰৰ ওপৰেদি বৰষিব ধৰিলে। "পাবলো, পাবলো !"

চিঞৰে মই গাড়ীৰ তললৈ নামি গলো। মোৰ দুই কাষে পৰিপাটীকৈ সজোৱা প্ৰহৰীবাহিনী-এটা হুলস্থুলে লগা দৰবাদৰিৰ মাজত হঠাতে পৰিলোগৈ। খন্তেকৰ ভিতৰতে মতা-তিৰোতা, লেখক-লেখিকা, খবৰৰ কাগজৰ মানুহ, ৰাজবিষয়া প্ৰায় এহেজাৰ মান মানুহে মোক পুলিচৰ হাতৰ পৰা থপিয়াই লৈ গ'ল। পুলিচেও ভিড়ৰ মাজত সোমাই মোক আদৰ-সাদৰ জনাবলৈ, অহা বন্ধুসকলৰ হাতৰ পৰা মোক ৰক্ষা কৰিলে। সেই নাটকীয় মুহূৰ্তত মই কেইখনমান চিনাকী মুখ দেখা পালো—আলবাৰ্টো মোৰাভিয়া আৰু তেখেতৰ ঔপন্যাসিক ঘৈনীয়েক এলছা মোৰাণ্টে প্ৰখ্যাত চিত্ৰশিল্পী ৰেনটো গুট্টুচো। অইন কবি আৰু অইন চিত্ৰশিল্পী সকল। "ক্ৰাইণ্ট ষ্টপড্ এট্ এবলী বোলা বিখ্যাত কিতাপখনৰ লেখক কাৰ্লো লেভি। "তেওঁ এখোপা গোলাপ ফুল হাতত লৈ আহিছে। খেলিমেলিৰ মাজত ফুল মাঠিত সিচৰতি হৈ পৰিল, মুৰৰ টুপি আৰু ছাতি উৰি গল ; কিল ভুকু বোমাৰ দৰে বৰষিলে। পুলিচেই বেচিভাগ মাৰ খালে আৰু মোক আকৌ এবাৰ উদ্ধাৰ কৰি আনিলে। হুলস্থুলৰ সময়ত শান্তস্বভাৱৰ এলছা মোৰাণ্টেয়ে এটা সৰু পাৰ্টিৰ ছাতিৰে পুলিচ এটাৰ মুৰত মৰা মই দেখা পালো। হঠাৎ এখন মাল গাড়ী বনুৱাই—পেটুৱা এজন বনুৱাই পুলিচৰ পিঠিত টাঙোনৰে মৰিওৱা দেখিলো। ৰোমৰ মানুহে মোক এনেকৈ উৎসাহ দিছিল। গোলমাল ইমান বেচি হবলৈ ধৰিলে যে পুলিচে মোক একাষৰীয়া কৰি লৈ গৈ অনুনয় কৰিলে, "আপোনাৰ বন্ধু-সকলক বুজাওক তেওঁলোকক শান্ত হবলৈ কওক।"

ভিড়ৰ মাজৰ পৰা কোনোবাই চিঞৰিলে, "নেৰুডা ৰোমত থাকিব। নেৰুডাই ইটালী এৰি নাযাব, কবিক ইয়াত থাকিবলৈ দিব। চিলিৰ মানুহ-জনক ইয়াত থাকিবলৈ দিয়ক। অষ্ট্ৰিয়াৰ মানুহজনক গতিয়াই উলিয়াই দিয়ক।" ( অষ্ট্ৰিয়াৰ মানুহ মানে ডি গেছপেৰি—তেতিয়াৰ ইটালীৰ প্ৰধানমন্ত্ৰী )

আধাঘণ্টামান গোলমাল চলাৰ পিছত ওপৰৰ পৰা আদেশ আহিল—মোক ইটালীত থাকিবলৈ অনুমতি দিয়া হৈছে। বন্ধুসকলে মোক

আকোৰালি লৈ চুমা খাই আলিঙ্গন কৰিলে। যুদ্ধৰ ফলত সিঁচৰতি হৈ পৰা ফুলৰ পাছিৰ ওপৰেদি ষ্টেচন এৰি যাবৰ সময়ত মোৰ মনটো বেয়া লাগি গৈছিল।

পিছদিনা পুৱা এজন চিনেটৰৰ ঘৰত মোৰ টোপনি ভাঙিল। পার্লামেণ্টৰ সদস্যসকলৰ অধিকাৰ হিচাবে পোৱা নিৰাপত্তা সেই ঘৰত পাইছিলো। ৰেনাটো গুট্রোচো-ই মোক এই ঘৰলৈ লৈ গৈছিল। চর্কাৰী বিষয়াসকলৰ কামত তেওঁৰ বিশেষ আস্থা নাছিল বুলি মই বুজিলো। মই তাতে কেপ্রিদ্বীপৰ পৰা অহা এখন টেলিগ্রাম পালো। বিখ্যাত বুৰঞ্জীবিদ এডৱিন চেৰিও-ই এই টেলিগ্রামখন পঠিয়াইছিল। এনেকৈ কবলৈ গলে তেওঁৰ লগত মোৰ চিনাকি নাছিল। মোৰ, এই ঘটনাবোৰক তেওঁ অনাহক দৌৰাত্ম্য বুলি কৈছিল। ইটালীৰ অতিথি পৰায়ণতা, আৰু বোপাককাইৰ দিনৰ দস্তুৰ আৰু কৃণ্টিৰ কলংক বুলি কৈছিল। তেওঁ মোক থাকিবলৈ কেপ্রিত এটা ঘৰ যাঁচি টেলি-গ্রামখন শেষ কৰিছিল।

এই সকলোবোৰ মোৰ মনত সপোনৰ দৰে লাগিল আৰু মেটিলডে উৰুটীয়া – মোৰ মেটিলডেক লৈ মই ৰেতিয়া কেপ্রি দ্বীপত উপস্থিত হলোগৈ— ই আৰু অবাস্তৱ আৰু স্বপ্নময় হল।

জাৰকালিৰ এৰাতি আহি আমি এই অপৰূপ সুন্দৰ দ্বীপটো পালোহি। সমুদ্ৰৰ উপকূল বগা আৰু ওখ—ই অচিনাকী, নীৰৱ এন্ধাৰ ছাঁৰ মাজত আমি থিয় দিলো। কি হব? আমাৰ কি হব?—এখন সৰু ঘোড়াৰ গাড়ী আমাৰ বাবে ৰৈ আছিল। ৰাতিৰ নিজান বাটটো গাড়ীখনে বগুৰা বাই যাবলৈ ধৰিলে। বগা, বোবা, ঠেক, থিয় ৰাস্তাবোৰ। অৱশেষত ওপৰত গৈ গাড়ীখন ৰলগৈ, আৰু গাড়োৱানে আমাৰ মালখিনি ঘৰলৈ নিলে, ঘৰটোও বগা আৰু দেখাত খালি যেন লাগিছিল।

ভিতৰলৈ সোমাই গৈ প্রকাণ্ড আখাশালত একুৰা জুই জ্বলি থকা দেখিলো। জ্বলন্ত মোমবাতিৰ আভাত আমি এজন ওখ মানুহ ৰৈ থকা দেখিলো। তেওঁৰ চুলি, দাড়ি আৰু পোছাক—সকলো সমান বগা। তেওঁৱেই চেনৰ এডউইন চেৰিও—ঔপন্যাসিক আৰু প্রকৃতিবিশাৰদ, কেপ্রি দ্বীপৰ আধাখিনিৰ গৰাকী। সাধুকথাৰ "টাইটা" দেৱতাৰ মূৰ্তিৰ দৰে ছাঁৰ মাজত তেওঁ থিয় হৈ আছিল। নব্বৈ বছৰ বয়সীয়া এই মানুহজন গোটেই টাইটা দ্বীপৰ মাজত সকলোতকৈ মানী মানুহ আছিল।

"ইয়াত নিজৰ ঘৰৰ দৰে থাকক, আপোনালোকক কোনেও আমনি কৰিবলৈ নাহে।"

কথাষাৰ কৈ তেওঁ আমাক এৰি থৈ গল। মাজে মাজে আমালৈ সৰু-সুৰা বাতৰি বা উপদেশ লিখি পঠিয়াইয়ে তেওঁ সন্তুষ্ট আছিল—খুব ধুনীয়া আখৰেৰে লিখা এই চিঠিবোৰৰ লগত সদায় নিজৰ বাগানৰ এখিলা পাত বা এপাহি ফুলও আহিছিল—এডউইন চেৰিও আমাৰ বাবে আছিল ইটালীৰ উদাৰ, বহল আৰু সুগন্ধি অন্তৰৰ নমুনা।

পিছলৈ মই তেওঁৰ লেখাৰ লগত চিনাকী হলো। তেওঁৰ কিতাপবোৰ অইন এজন প্ৰকৃতিবিদ আক্সেলি মুন্থে-ৰ লেখা কিতাপতকৈ বেচি খাঁটি, কিন্তু সিমান জনাজাত নহয়। মহান বৃদ্ধ চেৰিও-ই দুষ্টামিৰ হাঁহি মাৰি কৈছিল, "কেপ্ৰি দ্বীপৰ টাউন স্কোয়াৰ খন ভগবানৰ অক্ষয়কীৰ্তি।"

মেটিলডে আৰু মই দুইয়ো দুইৰ প্ৰেমত আশ্ৰয় ললো। আনাকাপ্ৰি'ৰ মাজেদি দুইয়ো বহুত পৰ খোজকাঢ়ি গৈছিলো। এই সৰু দ্বীপটোত এহেজাৰ মান সৰু সৰু ফলৰ বাগিছা আছে। ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বিষয়ে বহুত কথা কোৱা হৈছে—কিন্তু সকলো খিনিয়েই সঁচা। শিলৰ দুটা আৰু শুকান মাটিৰ মাজত য'ত বতাহে ভালকৈ বহিব পাৰে তাতে অকণি অকণি গছ আৰু ফুলৰ সমাৰোহ। য'ত যেনেকৈ থাকিব লাগে ঠিক তেনেকুৱা আৰু অতি বিতোপন তাৰ নক্সা। কেপ্ৰি দ্বীপৰ লুকাই থকা ভাগটো আপুনি পিছতহে দেখা পাব—দীৰ্ঘ পথ তীৰ্থযাত্ৰাৰ দৰে পথৰ শেষত হে, তেতিয়া আপোনাৰ গাৰ পৰা তীৰ্থযাত্ৰীমাৰ্কা গোন্ধটো গুচি গৈছে। ইয়াৰ শিলৰ দুটা, অকণি অকণি আঙুৰকুঞ্জ; পৰিশ্ৰমী, সৰল, নম্ৰ ইয়াৰ অধিবাসীবোৰে আপোনাৰ মন মুহিব। এতিয়া মানে আপুনি ইয়াৰ বস্তু-বাহানি আৰু মানুহৰ লগত বেচ চিনাকী হৈ গৈছে। গাড়োৱান আৰু মাছ পেহাৰী ঘৈনীসকলক আপুনি দেখিলেই চিনি পায়। দুখীয়া মানুহৰ বাবে থিখিনি ঠাই কেপ্ৰি দ্বীপত গোপন হৈ আছে আপুনিও তাৰে এটুকুৰা হৈ পৰিছে। ক'ত উত্তম মদ পোৱা যায়, কেপ্ৰি দ্বীপৰ ধুনুৱা মানুহে কৰ পৰা জলপাই কিনি খায় আপোনাৰ জনা হৈ গৈছে।

বাহিৰৰ পৰা আমি উপন্যাসত পঢ়া কলঙ্ক কাহিনীবোৰ ওখ বাজকাৰেঙবোৰৰ বেৰাৰ আঁৰত ভিতৰত ঘটিব পাৰে কিন্তু সেই নিৰ্জন নিস্তব্ধ ঠাইত, আৰু পৃথিবীৰ হোজা মানুহ সকলৰ লগত মই কিমান বৰ সুখৰ জীৱন যাপন

কৰিছিলো। সেই সময়খিনি মই কেতিয়াও পাহৰিব নোৱাৰো। ৰাতিপুৱা মই সদায় কবিতা লিখি কটাইছিলো আৰু আবেলি মেটিলডে-ই সেইবোৰ টাইপ কৰি দিছিল। আমি দুইয়ো এই প্ৰথম একেটা ঘৰত একেলগে আছো। ঠাইখনৰ মাদকতা ভৰা সৌন্দৰ্যত আমাৰ প্ৰেম দিনেদিনে বাঢ়িবলৈ ধৰিলে। আমি বুজিলো যে আমি আৰু কেতিয়াও বেলেগ থাকিব নোৱাৰিম। তাতে মই "দি কেপ্টেইন'চ ভাৰ্চেছ" বোলা প্ৰেমৰ কবিতাৰ কিতাপখন শেষ কৰিলো। কবিতাবোৰ হুতাহৰ কণ্টত ভৰা আছিল। কবিৰ নাম নোহোৱাকৈ নেপলচ-অৰ পৰা কিতাপখন প্ৰকাশ কৰা হল।

এতিয়া মই এই কিতাপৰ কাহিনীটো কবলৈ ওলাইছো—মোৰ বিতৰ্কিত কিতাপবোৰৰ ভিতৰত এইখনো এখন। বহুতদিনলৈকে কথাটো গুপুত আছিল—বহুতদিন ইয়াৰ মলাটত মোৰ নাম নাছিল যেন মই ইয়াক ত্যাগহে কৰিছো- অথবা কিতাপখনে ইয়াৰ জন্মদাতাৰ নাম নাজানিছিল। লৰাছোৱালী প্ৰকৃতিৰ দান—স্বাভাৱিক প্ৰেমৰ সন্ততি, আৰু তেনে অৰ্থতে দি কেপ্টেইনচ ভাৰ্চেছ কিতাপখন প্ৰকৃতিৰ দান।

ইউৰোপত বনবাসৰ সময়ত ইটাইত সিঠাইত ঘূৰি ফুৰোতে ইয়াৰ কবিতাবোৰ লিখা হৈছিল। ১৯৫২ চনত নেপলচ-ত ইয়াক কবিৰ নামহীন অৱস্থাত প্ৰকাশ কৰা হয়। মেটিলডেৰ প্ৰতি মোৰ প্ৰেম, চিলিৰ প্ৰতি মোৰ ঘৰ মুৰা মনৰ আকুলতা, সামাজিক সচেতনতাৰ প্ৰতি হুতাহ—এই বিষয়বোৰে কিতাপখনৰ পৃষ্ঠাবোৰ ভৰাই ৰাখিছে। —বহুত সংস্কৰণ নাম নোহোৱাকৈ ই প্ৰকাশ হৈ গল।

প্ৰথমবাৰ ছপাবৰ সময়ত শিল্পী পাওলো ৰিকিয়ে অলপ মিহি কাগজ যোগাৰ কৰিলে- পুৰণিদিনীয়া ছাপাৰ টাইপ আৰু পম্পিয়াই চহৰৰ লোটাৰ নক্সাৰ পৰা নকল কৰা কাৰুকাৰ্যৰ ছবি অনা হল। চান্দা তুলি কিতাপখন প্ৰকাশ কৰিবলৈ মোৰ হৈ তেওঁ দাতাসকলৰ নামৰ এখন লিষ্টি বনালে, যেন তেওঁ মোৰ নিজৰ ভাইহে। মাত্ৰ পঞ্চাশ কপিৰ এই সংস্কৰণটোৰ ধুনীয়া কিতাপ কেইখন খুব বেগতে শেষ হল। আমি বাৰে দীঘলীয়াকৈ উছৱ পাতিলো। টেবুল ভৰা ফুল, ফ্ৰুটিডি মেয়াৰ, পানীৰ দৰে ফটফটীয়া নিৰ্মল ফটিকা কেপ্ৰিৰ আঙুৰ ফলৰই অতুলনীয় অৱদান, তাৰ লগত লগ খালেহি বন্ধুসকলৰ আমাৰ প্ৰেমৰ প্ৰতি চেনেহৰ অভিনন্দন।

লেখকৰ নাম নথকাকৈ কিতাপখন ওলোৱা দেখি কেইজনমান সন্দিগ্ধ সম লোচকে ইয়াৰ কিবা ৰাজনৈতিক উদ্দেশ্য আছে বুলি ঠাবে ঠিৰ্ৰোবে কৈছিল। তেওঁলোকে কৈছিল—পাৰ্টি ইয়াৰ বিৰুদ্ধে, পাৰ্টিয়ে এইটো অনুমোদন নকৰে —"কিন্তু কথাটো সচা নহয়। সৌভাগ্যক্ৰমে মোৰ পাৰ্টি সৌন্দৰ্যপ্ৰকাশৰ বিপক্ষে নহয়।"

আচল কথাটো হল যে মই কবিতাবোৰেৰে ডেলিয়াৰ মনত আঘাত দিবলৈ বিচৰা নাছিলো। তেওঁৰ লগত মোৰ এৰাএৰি হবৰ সময় হৈ আহিছিল। ডেলিয়া ডেল কাৰিল আছিল সুৰ্বাদ স্বভাৱৰ লগৰী, ওঠৰ বছৰ ধৰি তেওঁ মোৰ উপযুক্ত সঙ্গিনী হৈ আছিল। এই বছৰবোৰতে মোৰ কবিতা লেখা বেঁচি হৈছিল। তাঁথা আৰু মোৰ এডাল জৰীৰ দৰে তেওঁ যেন মোৰ জীৱনটো মেৰিয়াই লৈছিল। আকস্মিক, জ্বলন্ত প্ৰেমৰ এই কবিতাবোৰে তেওঁৰ মৃদু স্বভাৱত শিলৰ দৰে থেকেচা মাৰিব। কবিতাৰ কিতাপখনত নাম নিদিয়াৰ সেইটোৱেই একমাত্ৰ গভীৰ, নিজা, মৰ্যাদাপূৰ্ণ কাৰণ।

তাৰও পিছলৈ —নাম পদবী নোহোৱা এই কিতাপখন বয়সস্থ হল— স্বাভাৱিক আৰু তেজোদীপ্ত বয়স পালেগৈ। ই জীৱনত নিজৰ বাট বিচাৰি ললে আৰু অৱশেষত মই ইয়াক স্বীকাৰ কৰিবলগীয়া হলো। আৰু এতিয়া "কেপ্টেইনৰ কবিতাৱলীয়ে" প্ৰকৃত কেপ্টেইনজনৰ নাম-সহী লৈ ৰাস্তাত ওলাইছে—অৰ্থাৎ কিতাপৰ দোকান আৰু লাইব্ৰেৰীবোৰ শুৱাইছে।

## নিৰ্বাসনৰ শেষ

মোৰ নিৰ্বাসনৰ ওৰ পৰিল। তেতিয়া ১৯৫২ চন। আমি কেনিহু পাৱলৈ চুইজাৰলেণ্ড পাৰ হৈ গলো। তাত গৈ এখন ইটালীয়ান জাহাজ ধৰি মণ্টিভিডিও পামগৈ। এইবাৰ আৰু ফ্ৰান্সত কাৰো লগত দেখা নকৰো। মাত্ৰ মোৰ পৰমভক্ত আৰু বহু পুৰণি বন্ধু এলিছ গেছকাৰক আমি এইদেশৰ মাজেদি যাম বুলি জনাইছিলো। সি যিয়েই নহওক, কেনিহত এটা অপ্ৰত্যাশিত ঘটনা ঘটিল।

জাহাজঘাটৰ ওচৰত, বাটত মই পল এলুৱাৰ্ড আৰু তেওঁৰ ঘৈনীয়েক ডমিনিকক লগ পালো। মই আহিছো বুলি শুনি তেওঁলোকৰ তাত দুপৰীয়াৰ সাজ খাবলৈ মাতিবলৈ আহি তেওঁলোক বৈ আছিল। তেওঁলোকৰ তালৈ পিকাচোও আহিব বুলি কলে। তাৰ পিছত চিলিৰ চিত্ৰশিল্পী

নেমেচিও আন্টুনেজ আৰু তেওঁৰ ষৈনীয়েক ইনিচ ফিগুৰেৰৰা-ৰ আমাৰ দেখা হল। দুপৰীয়া তেওঁলোকে যাব বুলি কলে।

পল এলুয়াৰ্ডৰ লগত এইয়ে মোৰ শেষ দেখা। কেনিছ চহৰৰ ৰ'দৰ পোহৰত নীলা পায়জামা পিন্ধা তেওঁৰ ছবিখন মোৰ চকুৰ আগত ভাঁহিছে। ৰ'দত জ্বলা তামবৰণীয়া মুখখন, অতি চোকা দৃষ্টিত নীলা চকুযুৰি শিশু-সুলভ হাঁহি যেন কেনিছৰ উজ্জ্বল পোহৰত কৃষ্ণ আফ্রিকাৰ কোনোবা মুখ এখনহে জিলিকি আছে। চেন্ট ট্ৰোপেজৰ পৰা তেওঁ মোক বিদায় জনাবলৈ আহিছিল। পিকাচোক তেওঁ লগত আনিছে আৰু জপৰীয়াক খোৱাৰ দিহোপোহাও কৰিছে; খোৱা বোৱা সকলো ঠিক হৈ আছে।

এটা বুৰ্বক, অভাৱনীয় ঘটনাই মোৰ দিনটো মাটি কৰিলে। উৰুগুয়েলৈ যোৱাৰ প্ৰৱেশপত্ৰ মেটিলডেৰ নাছিল। কনছুলেটৰ অফিচলৈ যাবলৈ আমি লৰালৰি লগালো। টেক্সিত উঠি আমি সেই অফিচ পালোগৈ। মই দুৱাৰ-মুখত বাহিৰতে ৰলো, কনছালজন বাহিৰলৈ ওলাই অহাত মেটিলডে-ই এটা প্ৰত্যাশাৰ হাঁহি মাৰিলে। দেখাত তেওঁক ভাল লৰা যেনেই লাগিল। 'মেডাম বাটাৰফ্লাই' বোলা নাটকৰ এটা গানৰ সুৰ তেওঁ গুণগুণাই আহিছিল। সাজপাৰতো কনছালৰ নিচিনা গুৰুগম্ভীৰ পদৰ উপযোগী নাছিল। এটা কামিজ আৰু ফুৰাচকা কৰিবলৈ যাওঁতে পিন্ধা হাফপেণ্ট তেওঁ পিন্ধি আছিল। কথাবাৰ্তা কৰৰ সময়ত মেটিলডেই ভবাই নাছিল যে এই মানুহজন সাধাৰণ এটা ঘুচখোৰ হব। দেখিবলৈ পিংকাৰটন-ৰ দৰে। এই মানুহজনে মেটিলডেক ওভাৰটাইমৰ খৰচ আৰু অইন বহুত ৰকমৰ বাধাৰ কথা কলে। গোটেই পুৱাটো আমি এইবোৰ কাৰণে ইপিনে সিপিনে, দৌৰাদৌৰি কৰি কটাবলগীয়া হলো। দুপৰীয়াৰ খোৱাৰ অপূৰ্ব সোৱাদৰ বস্তুবোৰ মোৰ মনত বিষতিতা লাগিল। বহুত ঘণ্টা মিছাকৈ নষ্ট কৰাইহে মেটিলডেক ভিছাখন দিয়া হল। প্ৰতি চেকেণ্ড পিংকাৰটনৰ লেখিয়া মানুহজনে আৰু বেচি বেচি লালফিতাৰ বান্ধোনৰ নিয়ম-কানুন উলিয়াবলৈ ধৰিলে। ফটো তোলাই, ডলাৰক ফ্ৰাঙ্কলৈ সলাই, বোৰ্ডো লৈ বহুত দুৰণিবটীয়া টেলিফোনৰ খৰচ দিহে তেওঁ ভিছাখন পালে। বাটৰুৱাৰ প্ৰাপ্য জিৰণি ভিছা খন বিনামূলীয়া হব লাগে, কিন্তু আমাৰ প্ৰায় ১২০ পাউণ্ড মান খৰচ হৈ গ'ল। মই প্ৰায় ধৰিয়েই লৈছিলো যে মেটিলডেৰ ই জাহাজ ধৰিব নোৱাৰিব। ভোভিয়া হলে মইও নাযাম বুলি ঠিক কৰি থৈছিলো। এই দিনটোক

জীৱনৰ অভিজ্ঞতাবোৰৰ এটা তিতা দিন বুলি মই বহুতদিনলৈকে মনত ৰাখিছিলো।

## আলেং আঠেং সমুদ্র প্রীতি

সমুদ্রৰ প্রতি মোৰ চেনেহী মৰম, বহুত দিনৰ কোনো কামত নলগা তথ্য কিছুমান গোটাই আছো—কাৰণ সাধাৰণতে মই মাটিতে নাওঁ বাওঁ

এতিয়া মই চিলিলৈ উভটি আহিছো—মোৰ সাগৰপাৰৰ দেশলৈ—লাহে লাহে আমাৰ জাহাজখনে আফ্রিকাৰ উপকূল চুবলৈ ধৰিছে। ই এতিয়া প্রাচীন হাৰ্কুলিচ-ৰ স্তম্ভ পাৰ হৈ গৈছে—সাম্রাজ্যবাদৰ গড়ত কোঠ মাৰিবলৈ এই স্তম্ভটো অস্ত্র-শস্ত্রৰে সুসজ্জিত হৈ আছিল।

এজন প্রকৃত সমুদ্র প্রেমিকৰ নিবাসস্থি লৈ মই সাগৰখন চাওঁ। এনে এজনৰ দৰে চাওঁ যেন ইয়াৰ তল ওপৰ মই ভালকৈ জানো। মই পণ্ডিতৰ জ্ঞান নফলাও, কিন্তু বিচক্ষণতা আৰ্জিব খোজো।

সাগৰৰ গল্প মোৰ আগৰ পৰাই ভাল লাগে, মোৰ লাইব্রেৰীত এখন মাছমৰা জালও আছে। মই পঢ়িবলৈ সকলোতকৈ ভাল পোৱা কিতাপবোৰৰ ভিতৰত এখন হল উইলিয়ম বীবেৰ-ৰ কিতাপ, বা কুমেৰু সাগৰৰ বিশালতাৰ ওপৰত লিখা ভাল বৰ্ণনামূলক কিতাপ।

প্লাংকটনৰ কিতাপো মোৰ ভালেই লাগে—পুষ্টিকৰ সাগৰৰ পানী, আণৱিক আৰু বিদ্যুতান্বিত হৈ সাগৰক বেঙুনীয়া বিজুলীৰে জিলিকায়। তেনেকৈয়ে মই জানিলো যে সমুদ্রত অগণন বংশবৃদ্ধি কৰা প্রাণীবোৰ খাইয়ে তিমি মাছে জীৱন ধাৰণ কৰে। ক্ষুদ্রতম তৃণ আৰু অবাস্তৱ প্রাণৰ অণুৱে সমুদ্রৰ কম্পমান মহাদেশৰ ওপৰত সৰ পেলাই থৈছে। ইঠাইৰ পৰা সিঠাইলৈ যাওঁতে তিমি মাছে মুখখন হাঁকৈ মেলে, আৰু পানীৰ লগতে এই প্রাণীবোৰ তৃণবোৰো মুখলৈ সোমায়। জিবাখন তালুত লগালে এই বস্তুবোৰ মুখত থাকি যায়, আৰু সিহঁতৰ পুষ্টি তেনেকৈয়ে হয়। গ্রকাছ তিমিৰ তেনেকৈয়ে খোৱাৰ অভ্যাস। আমাৰ ইছলা নেগ্রা-ৰ ঘৰৰ খিড়কীয়েদি মই ইহঁতক দক্ষিণ প্রশান্ত মহাসাগৰ আৰু গ্রীষ্মপ্রধান দ্বীপবোৰলৈ যোৱা দেখো।

স্পাৰ্ম বা দতুঁৱা তিমিবো সেইটোৱে পথ চিলিৰ তিমি মাছৰ ভিতৰত ইহঁতক বেচি চিকাৰ কৰা হয়। নাবিক সকলৰ সাধু কথাতো এই

বিধ তিমি মাছৰ কথাই বেচি। নাবিক সকলৰ ছুৰি কটাৰীয়ে তিমি মাছৰ দাঁতত হৃদপিণ্ড আৰু ধেনুৰ কাঁড় আঁকি থয়, প্ৰেমৰ অকণি অকণি স্মৃতিচিন, তেওঁলোকৰ জাহাজৰ বা প্ৰেমিকাৰ শিশু সুলভ হাতৰ ছবিও থাকে। আমাৰ দেশৰ তিমি-চিকাৰী সকলে মেগিলান প্ৰণালী আৰু কে'প হৰ্ন কেৱল ভয়ঙ্কৰ স্পাৰ্ম তিমিৰ দাঁত সৰুৱাবলৈ পাত হোৱা নাছিল। তিমি-চিকাৰী সকলৰ ভিতৰত এওঁলোক সকলোতকৈ সাহিয়াল। এই জাতৰ তিমিৰ চকুলোৰ ভৰাল, আৰু এই ৰাক্ষসীয়া প্ৰাণীটোৰ পৰ্বতৰ সমান দেহৰ বিৰাট পেটৰ ভিতৰত লুকাই থোৱা জাংফাইৰ এধানিমান সংকুৰাটো বিচাৰিহে তেওঁলোক গৈছে।

মই কিন্তু এতিয়া অইন ঠাইৰ পৰা আহিছো। ভূমধ্যসাগৰৰ শেষ নীলা আশ্ৰয় মই এৰি আহিছো। নকল গুহাবোৰ, কেপ্ৰি দ্বীপৰ সামুদ্ৰিক আৰু আন্তঃসামুদ্ৰিক সীমাৰেখা পাৰ হৈ আহিছো—য'ত সাগৰ-কন্যা সকলে শিলত উঠি নীলা ৰঙৰ চুলি কাণিয়ায়। সাগৰৰ মন্থনে সিহঁতৰ জটলগা চুলি তিতাই ৰাক ৰঙীন কৰি তুলিছে।

নেপলচ্-ৰ মাছ-পোহা ঘৰত মই আদিম প্ৰাণীজগতৰ বৈদ্যুতিক অংশুবোৰ দেখা পাইছিলো। এটা জেলি মাছে ওপৰলৈ উঠি আৰু তললৈ নামি, গহীন নীলা নাচত ফৰ্‌ফৰ্ কৰি আছিল। ইয়াক ৰূপ আৰু ভাপৰে সজা যেন লাগিছিল। গভীৰ পানীৰ মাজত কোনো এগৰাকী মহিলাই কৰ্কাটত পিন্ধা বিজুলীৰ হাৰ যেন লাগিছিল।

বহু বছৰৰ আগতে মাদ্ৰাজত মোৰ ডেকাকালৰ গোমোটা ভাৰতবৰ্ষত মই এটা অপৰূপ সুন্দৰ মাছ পোহা ঘৰ চাবলৈ গৈছিলো। তেতিয়াই দেখা জকমকীয়া মাছবোৰ, বিষাক্ত দ'তুৱা বামী মাছ, জুই আৰু ৰামধেনু ৰঙৰ সাজ পিন্ধা মাছৰ জাক, আৰু তাতকৈ বেচি মনত পৰে গহীন অক্টোপাছবোৰলৈ। অক্টোপাছবোৰে জুখিজুখি দিয়া গহীন খোজবোৰ: অগণন চকু, ভৰি, শুং আৰু পেট গপোৱা খবৰে যেন এটা এটা ধাতৰ কম্পুটাৰহে।

দৈত্য অক্টোপাছৰ নাম আমি প্ৰথমতে পাওঁ ভিক্টৰ হুগোৰ "দি টয়লাৰ্স অব্ দি ছি" বোলা কিতাপখনত। ভিক্টৰ হুগো নিজেও কবিতাৰ এজন শুংৱালা বহুৰূপী অক্টোপাছ)। সেই জাতৰ অক্টোপাছৰ এটা বাহুৰ অকমান এডুখৰি মই কোপেনহেগেনৰ প্ৰাকৃতিক ইতিহাসৰ মিউজিয়ামত দেখা পাইছিলো। প্ৰকৃততে এইটোৱে পৌৰাণিক ক্ৰাকেন—প্ৰাচীন ই সমুদ্ৰৰ

বিভীষিকা আছিল। চলন্ত জাহাজ এখন দখল কৰি ইয়াক টানি পানীত ডুবাই, ইয়াক নিজৰ দেহৰে ঢাকি পেলাই জাহাজখন শুঙেৰে মেৰিয়াই ধৰে। মদত ডুবাই সংৰক্ষণ কৰি থোৱা এই অংশটোৰ পৰা প্ৰাণীটো যে ত্ৰিছ মিটাৰতকৈ বেচি দীঘল বুজিব পৰা যায়।

কিন্তু আচলতে মই চাব খুজিছিলো নাৰ্ৱোৱাল বোলা সেই অতিকায় তিমি মাছৰ পথটো বা প্ৰাণীটোক। উত্তৰ সাগৰত এই এদিনীয়া প্ৰকাণ্ড প্ৰাণীটোৰ কথা মোৰ বন্ধুবোৰে একো নাজানিছিল। ইয়াৰ মুখপাত্ৰ হিচাবে তেতিয়া মইয়ে দুইচাৰিষাৰ কথা কবলগীয়া হৈছিলো। মোৰ নিজকো তেতিয়া এনে শিঙীয়া তিমি যেনেই লাগিছিল।

এনে অতিকায় তিমি মাছ বাৰু সঁচাকৈ আছেনে, প্ৰশান্ত মহাসাগৰৰ এনে এটা অসাধাৰণ সামুদ্ৰিকজীৱ ইয়াৰ কপালৰ পৰা চাৰি পাঁচ মিটাৰ দীঘল এডাল খড়্গ ওলাই গৈছে—চলোমনৰ পোছাকৰ দৰে ইমুৰৰ গৰা সিমুৰলৈ গাৰি দিয়া এই খড়্গডাল শেষত বেজীৰ দৰে জোঙা হৈ গৈছে। ইয়াৰ সুন্দৰ নাম আৰু তাতোকৈ পৌৰাণিক কাহিনীৰ ৰহস্যভৰা জীৱটোক মানুহে কেতিয়াকৈ চকুৰে নেদেখাকৈ থাকিবনে?

ইয়াৰ নাম নাৰহোৱাল নে নাৰোৱাল মোৰ মনেৰে সাগৰৰ তলৰ জীৱ জগতৰ নামবোৰৰ ভিতৰত ই সকলোতকৈ ধুনীয়া। সাগৰৰ অশ্বাৰোহীৰ জোতাৰ খুৰৰ দৰে এই নামটোৱে গানৰ দৰে আমাৰ মন মুহি নিয়ে। তেনেহলে বাৰু সকলোৱে ইয়াৰ নামটো নাজানে কিয়? নাৰোৱাল পদবীৰ কোনো মানুহ নাই কিয়? বা এটা সুন্দৰ নাৰোৱাল অট্টালিকা বা কোনোবা এজন নাৰোৱাল ৰামিৰেজ অথবা নাৰোৱাল কাৰ্ডাজালৰ নাম শুনা নাযায় কিয়?

কাৰণ তেনে নাম নাই—সাগৰৰ এই এশিঙীয়া দৈত্যটো ৰহস্যময়; সাগৰৰ সোঁত আৰু কণামুনা এন্ধাৰত ইয়াৰ দীঘল হাতী-দাঁতৰ দৰে বগা তৰোৱালখনে অনাবিষ্কৃত মহাসাগৰৰ পানী কাটি কাটি গৈ থাকে। মধ্যযুগত এই সামুদ্ৰিক দৈত্যক চিকাৰ কৰাটো অতীন্দ্ৰিয় নান্দনিক খেল হৈ পৰিছিল। স্থলভূমিক এশিঙীয়া দৈত্যৰ কথা সদায় পৰ্দাত চানেকিত যে দেখা যায়—চকুত চাঁট মাৰি ধৰা উজ্জ্বল প্ৰাণীটোৰ চুনাপাথৰৰ দৰে বগা ৰজাঘৰৰ আইদেউহঁতে সদায় আগুৰি ৰাখিছে—জকমকীয়া পাখিৰ চৰাইয়ে ভেউকা কঁপাই বা ছয়াময়কৈ এবাৰ দেখা দি তাৰ মুৰত মৰল সাঁজি দিছে। নাৰোৱালকতো মধ্যযুগৰ

ৰজাসকলে এটা অপৰূপ শোভাৰ উপহাৰ বুলি ধৰিছিল, আৰু ইজনে সিজনক ইয়াৰ প্ৰকাণ্ড দেহাৰ এটুকুৰা উপহাৰ পঠিয়াইছিল। ইয়াৰ চুৰ্ণকিলে পোৱা গুড়ি উলিয়াই মদৰ লগত গুলি খালে মানুহৰ অনাদিকালৰ সপোন-স্বাস্থ্য, যৌৱন আৰু পুৰুষত্ব লাভ হয় বুলি মানুহে কয়।

ডেনমাক'ৰ কোনোবা ঠাইত ঘূৰি ফুৰোতে মই এবাৰ এখন পুৰণিদিনীয়া দোকানত সোমাইছিলো। তাত প্ৰাকৃতিক বুৰঞ্জীৰ বস্তু-বেহানি বেচা কিনা হৈছিল। আমাৰ আমেৰিকাত এনে বেপাৰৰ নামকে কোনেও নাজানে। কিন্তু এই বস্তুবোৰত মোৰ বৰ ৰাপ। এই দোকানৰ এটা চুকত ৰখা তিনি চাৰিটা নাৰোৱালৰ শিং আবিষ্কাৰ কৰিছিলো। সকলোতকৈ দীঘল শিংডাল পাঁচ মিটাৰতকৈ দীঘল আছিল। তাৰে নিজকে খুচি, ওচৰৰ পৰা দূৰৰ পৰা ভালকৈ চাই—গাত হাত বুলাই মই বহুত সময় কটালো।

দোকানিৰ গৰাকী বুঢ়া মানুহজনে এই শিংডোক মই যাঠিৰ দৰে সাগৰৰ অদেখা বায়ুচালিত কলৰ পিনে টোওৱা দেখিলো। মই বস্তুটোক আকৌ ঠিক ঠাইত থৈ দিলো। মাত্ৰ এটা অকমান নাৰোৱালৰ শিং এডালহে কিনিব পাৰিলো। এনেবোৰ নাৰোৱালে কুমেৰু প্ৰদেশৰ ঠাণ্ডা পানীত নিৰীহ কাইটীয়া ভ্ৰমণত কি জানো বিচাৰি যায়।

মই শিংডাল চুটকেছত ভৰাই থলো। কিন্তু এবাৰ চুইজাৰলেণ্ডৰ লেক লেমানৰ সমুখত থকা এটা সৰাইখানাত বহি মোৰ আকৌ এই সাগৰৰ এশিংডীয়া দৈত্যটোৰ যাদুভৰা আপুৰুগীয়া বস্তুটো চাবলৈ আৰু তাক হাতেৰে চুই চাবলৈ হাবিয়াস জন্মিল চুটকেছ খুলি মই তাক আকৌ চুই চালো।

কিন্তু এতিয়া আৰু মই বস্তুটো বিচাৰি পোৱা নাই।

চুইজাৰলেণ্ডৰ সেই ভেচেনাজ পান্থশালাৰ কৰবাত মই তাক পেলাই থৈ আহিলো নেকি? শেহৰ মিনিটত ই ছিনাৰ পৰা কৰবাত বাগৰি পৰিল নেকি? অথবা কোনোবা এনিশা ই আমি গম ধৰিব নোৱাৰা কিংবা উপায়ে মেৰু প্ৰদেশলৈ উভটি গল নেকি?

আটলাণ্টিক মহাসাগৰত নতুন প্ৰভাতৰ সৰু সৰু টোবোৰলৈ মই চাই থাকো।

জাহাজৰ আগলীভাগে পানী কাটি যাওঁতে দুই কাষে বগা, নীলা, গন্ধকৰ দৰে হালধীয়া বৰণৰ ফেন-ফুটুকা, তলৰ পানী ওপৰ, ওপৰৰ পানী তলকৈ মথনা মাৰি যায় গৈ।

মহাসমূদ্ৰৰ জপনাখন যেন কঁপি উঠিছে।

পানীৰ ওপৰত অকণি অকণি উড়ন্ত মাছ চৰিছে, সিহঁতৰ গাব বং বঙালী, পোহৰ সৰকিব নোৱাৰাকৈ ডাঠ।

মই নিৰ্বাসনৰ মোহত ঘৰলৈ উভটি আহিছো।

সাগৰৰ পানীলৈ মই একেথাৰ বহুত সময় চাই আছো। মই আইন দেশৰ সাগৰৰ পানীতো জাহাজত উঠিছো। কিন্তু এতিয়া মোৰ নিজৰ দেশৰ অশান্ত ঢৌবোৰৰ ওপৰেদি যাব ধৰিছো।

দীঘল এটা দিনে মহাসমূদ্ৰৰ আকাশ আবৰি ধৰিছে।

আকৌ এবাৰ ৰাতি আহিব। ৰহস্যময় ছাঁৰে ভৰা এই প্ৰকাণ্ড পানীৰ সেউজীয়া কাৰেঙঘৰটো এন্ধাৰত লুকাই ৰাখিব।

## এটা ভেড়াছাগলীৰ কথা

মোৰ এজন আপোন মানুহ "চিনেটৰ" আছিল। অলপতে হোৱা কিবা নিৰ্বাচনত জিকাৰ পিছত তেওঁ ইছলা নেগ্ৰা-ৰ মোৰ ঘৰত কেইদিনমান কটাবলৈ আহিল। "ভেড়াছাগলীৰ কথা" সেই দৰেই পাতনি।

চিনেটৰজনৰ উৎসাহী সমৰ্থক সকলে তেওঁ জিকাৰ বাবে এটা ভোজৰ আয়োজন কৰিলে। ভোজৰ দিনা আবেলি ডেড়া ছাগলী এটা মাৰি তাক চিলিৰ গাঁৱলীয়া নিয়মে ৰন্ধা হল। ঘৰৰ বাহিৰত বৰ ডাঙৰ একুৰা জুই ধৰি ভেড়াটোক কাঠৰ শলাত বিন্ধি ৰন্ধা হল। ইয়াক "শলাত দিয়া" বুলি কোৱা হয় আৰু মদৰ লগত গীটাৰত ইউৰোপ-আমেৰিকা মিহলি জাতিৰ বিননিৰ সুৰৰ লগত উপভোগ কৰা হয়।

পিছদিনা আকৌ ভোজৰ বাবে আৰু এটা ভেড়া বাখি থোৱা হৈছিল। তাৰ ভাগ্য এনেকৈ ঠিক কৈ, মোৰ খিড়কীখনৰ বাহিৰত তাক জৰীৰে বান্ধি থোৱা হৈছিল। গোটেই নিশাটো সি কান্দি বে-বেঁৱাই নিঃসঙ্গ দুখত বিনাইছিল। ভেড়াৰ ইননিবিননিত মোৰ হিয়া কুমলিল। ইমান বেয়া লাগিল যে পিছদিনা দোকমোকালিতে উঠি তাক চুৰ কৈ নিম বুলি থিৰাং কৰিলো।

তাক লৈ দেড়শ কিলোমিটাৰ বাট গাড়ী চলাই মোৰ ছাণ্টিয়াগোৰ ঘৰ পালোগৈ। সি এনেকৈ ছবি কটাৰীৰ জেপৰ পৰা ৰক্ষা পালে। সেইখিনি পাইয়ে সি মোৰ ফুলৰ বাগিছা পালেগৈ, আৰু থকুৱাৰ দৰে ভাল ভাল

গছবোৰ চোবাবলৈ ধৰিলে। টিউলিপ ফুলৰ গছবোৰ যেন তাৰ বৰ পছন্দ হল, আৰু সেই গছৰ বংশৰ মুদা মাৰিহে সি ক্ষান্ত হল। গোলাপৰ কাঁইটীয়া জোপোহাত সি মুখেই নিদলে, কিন্তু ভ্ৰিলি আৰু লিলিফুলৰ গছবোৰ গপগপকৈ খাবলৈ ধৰিলে। তাক আকৌ জৰিৰে বান্ধি ৰখাৰ বাহিৰে মোৰ অইন একো উপায় নাথাকিল। বন্ধা মানুহক সি আকৌ বেবাবলৈ ধৰিলে, আগৰ বাৰৰ দৰে মোৰ অন্তৰ চুৰ খুজিয়েই সি বেবাইছে সেইটো নিঃসন্দেহে বুজি মৰোজীওকৈ মই তাৰ চিঞৰবলৈ কাণ নিদিয়াকৈ বলো।

জুৱানিটোৰ কথা এইখিনিতে মই কব লাগিব। সেই সময়ত তাত খেতি পথাৰৰ বনুৱাবোৰৰ ধৰ্মঘট চলিছিল। সেই অঞ্চলৰ জমিদাৰবোৰে ভাড়াটিয়া খেতিয়কক দিনৌ মাত্ৰ ২০ চেণ্টকৈ দৰ্মহা দিছিল। লাঠি আৰু জেলৰ সহায়ত সিহঁতে ধৰ্মঘটৰ মোকাবিলা কৰিলে। গাঁৱৰ এটা লৰাই এই-বোৰ দেখি ইমান ভয় খালে যে এখন চলন্ত ট্ৰেনত সি জাঁপিয়াই উঠিল। লৰাটিৰ নাম জুৱানিটো, আৰু সংসাৰৰ কোনো ভু-ভা নোপোৱা সি এটা কেথলিক ধৰ্মৰ লৰা আছিল। ট্ৰেনত টিকিট পৰীক্ষক আহি টিকিট খোঁজোতে সি কলে যে তাৰ টিকিট নাই, আৰু সি ছাণ্টিয়াগো চহৰলৈ যাব। সি ভাবিছিল যে ট্ৰেনত মানুহে এনেয়ে উঠে—টকা পইচাৰ কথা সি নাজানিছিল, দৰ্কাৰ হলেই মানুহে ট্ৰেনত উঠিব পাৰে। ফলত, তাক ট্ৰেনৰ পৰা নমাই দিয়াৰ কথা হল। কিন্তু অইন সকলো গাঁৱলীয়া উদাৰ মনৰ মানুহৰ দৰে ট্ৰেনৰ তৃতীয় শ্ৰেণীৰ যাত্ৰী সকলে চান্দা তুলি তাৰ ভাড়াখিনি দি দিলে।

কাবলতিৰ তলত কাপোৰৰ টোপোলাটো লৈ, ৰাজধানীৰ বাটপথ আৰু পাৰ্কত জুৱানিটোই ঘূৰি ফুৰিলে। তাত সি কাকো চিনি নাপায়, সেইবাবে কাবো লগত কথাও পাতিব নোৱাৰে। গাঁৱত সি মানুহে কোৱা শুনিছে যে ছাণ্টিয়াগোত ভাল মানুহতকৈ চোৰৰ সংখ্যা বেচি। খবৰৰ কাগজেৰে মেৰিয়াই লোৱা তাৰ কামিজ আৰু পাটলুনৰ টোপোলাটো কোনোবাই কাঢ়ি লব বুলি তাৰ ভয় লাগিছিল। দিনৰ বেলিকা চহৰৰ বেচি ব্যস্ত বাটে পথে সি ঘূৰি ছিল - এনে ঠাইত মানুহে তাক অইন এটা গ্ৰহৰ পৰা খহি পৰা তৰা এটাৰ দৰে লগ এৰি নিজৰ বাট বুলিছিল। ৰাতিও মানুহৰ ভিড় বিচাৰি সি যিবোৰ ঠাইলৈ গৈছিল তেনে ঠাইবোৰত নগ্ন নাচ আৰু নৈশ জীৱনৰ আড্ডা আছিল। এই পাপৰ জগতত শেঁতা মুখৰ এটা গৰখীয়া লৰাক আৰু বেচি আচহুৱা যেন লাগিছিল। হাতত এটা ফুটা পইচাও নথকাত

তাৰ পেটত একো পৰা নাছিল—এনেকৈ এদিন ঘূৰি ফুৰোতে মূৰটো আচন্দ্ৰাই কৰি মাটিত পৰি সি মূৰ্চ্ছা গল।

ৰাস্তাৰ মাজতে তেনেকৈ বাগৰি পৰা লৰাটিৰ চাৰিওকাষে কৌতূহলী জনতা গোট খালেহি। এখন সৰু ৰেস্তোৰাৰ সমুখৰ ৰাস্তাত সি পৰিছিল। তাৰ ভিতৰলৈ নি মজিয়াত শুৱাই দিয়া হল। কোনোবাই কলে, তাৰ হাৰ্টৰ অসুখ। অইন কোনোবাই কলে, নহয়, লিভাৰৰ অসুখহে। ৰেস্তোৰাৰ মালিকে আহি ভুমুকি মাৰি চাই কলে, “পেটত ভাত পৰা নাই বাবে সি মূৰ্চ্ছা গৈছে।” কেইগৰাহ মান খুউৱাৰ পিছতে মৰাশই প্ৰাণ পালে। মালিকে তাক বাচন ধুৱা কামত লগালে, তাক তেওঁৰ খুব পছন্দ হল। তাৰ কাৰণো আছিল—গাঁৱলীয়া লৰাটিয়ে জাপে জাপে বাচন ধুইছিল তথাপি তাৰ সকলো সময়তে হাঁহি মুখ আছিল। চব ঠিকমতেই চলি গৈ আছিল, গাওঁত থকাতকৈ সি খোৱা-বোৱা বহুত বেচি পাইছিল।

চহৰৰ ৰহস্যভৰা জীৱনে এদিন আচৰিতভাৱে মোৰ ঘৰত এই লৰাটো আৰু ছাগলীটোৰ লগ খুৱালে।

বাচনৰ পাহাৰ এৰি থৈ লৰাটিয়ে এদিন চহৰখন ঘূৰি চাবলৈ মন কৰি দোকানৰ পৰা কেইখোজমান আগুৱাই গল। বৰ আগ্ৰহেৰে এটা ৰাস্তাত উঠি, এখন স্কোয়াৰ পাৰহৈ গল—তাৰ এই ঠাইবোৰ খুব ভাল লাগিছিল, কিন্তু উভটি যাবলৈ খুঁজি সি বাট হেৰুৱালে। এই কেইদিন তাক আদৰেৰে খুৱাই-পিন্ধাই ৰখা ঘৰটোৰ ঠিকনা তাৰ তাত নাছিল, আৰু সি পঢ়া-শুনাও নাজানিছিল। মিছাতে ঘৰটো বিচাৰি সি হাবাথুৰি খালে—ঘৰটো সি আৰু কেতিয়াও বিচাৰি নাপালে।

তাৰ এই দুৰৱস্থা দেখি কোনোবাই তাক মোৰ তালৈ আহিবলৈ পৰামৰ্শ দিলে। পাবলো নেৰুডা—কবি বুলি তাক মোৰ নামটো কোৱা হল। কিয় যে মোৰ নামটো মানুহে দিলে মই নাজানো। বোধহয় চিলিত কাৰোবাৰ মূৰত কিবা এটা উদয় হলেই মোক তাৰ ভাৰ দিয়া, আৰু তাৰ ফলাফলৰ বাবে মোক দোষ দিয়াৰ অভ্যাসৰ বাবেই এইবোৰ অদ্ভূত জাতীয় অভ্যাস।

সি যিয়েই নহওক—লৰাটি মোৰ ঘৰলৈ আহিল আৰু বন্দী জন্তুটোৰ লগত চিনাকি হল। মোৰ কোনো কামত নলগা ভেড়াটোৰ ভাৰ মই এইবাৰ তাৰ ওপৰত দি সকাহ পালো—আৰু লৰাটিৰ ভাৰ এনেকৈ মোৰ মূৰত

পৰিল। অৱশ্যে মই তাক কলো যে খকুৱা ভেড়াটোৱে যেন অকল মোৰ বাগিচাৰ ফুলগছবোৰকে নাখায়—যেন মাজে মাজে ঘাঁহ খাইয়ো পেট ভৰায়।

প্ৰথম দৃষ্টিতে ভেড়া আৰু গৰখীয়াৰ মাজত প্ৰেম জন্মিল। পোনতে কেইদিনমান যেন নিয়ম মানিবলৈকে লৰাটিয়ে ভেড়াৰ ডিঙিত ফিতাৰ দৰে জৰী এডাল বান্ধি থৈছিল, আৰু সেই ডাল ধৰি তাক ইপিনে সিপিনে লৈ গৈছিল। ভেড়াটোৱে অনবৰত খাইছিল, লগতে তাৰ ৰখীয়াটোৱেও—দুইয়ো গোটেই ঘৰটোত লুৰুকি ফুৰিছিল এনেকি মোৰ বুমতো সোমাইছিল। সম্পৰ্কটোত কোনো ভেজাল নাছিল। প্ৰকৃতি-আইৰ জন্ম-নাড়ীৰে দুইয়ো বন্ধা আছিল, মানুহৰ স্বাভাৱিক নিয়মে দুইয়োকে এক কৰি ৰাখিছিল। এনেকৈ কেইবা মাহো পাৰ হৈ গল। ৰখীয়া আৰু ভেড়া দুইয়ো খাই বৈ শকত-আৱত হল দুটাৰ ভিতৰত পাগুলি খোৱা জন্তুটো যেন আৰু বেচিহে – সি তাৰ ৰখীয়াৰ পিছে পিছে আলেমতহে যাব পাৰিছিল। কেতিয়াবা কেতিয়াবা খুব সন্তৰ্পণে মোৰ বুমত সি সোমাইছিল, আৰু মোলৈ আও হেলাৰ চকুৰে চাই মজিয়াত ভকতৰ মালাৰ গুটিৰ দৰে কেটামান লাদি পেলাই থৈ আকৌ ওলাই গৈছিল।

এই সকলোবোৰ এদিন শেষ হল। কাৰণ গৰখীয়াটোৰ এইবাৰ ঘৰলৈ মনত পৰিল। মোক সি কলেহি যে সি তাৰ গাঁৱৰ গোঁসানী জনাৰ কাষত মানত কৰি থৈছে—এতেকে ঘৰলৈ যাবই লাগিব। একেবাৰে মুৰামুৰি সময়ত কথাটো মনত পৰাত সি ছাগলীটোক লগত নিব নোৱাৰিব। কৰুণ বিদায় দৃশ্যৰ পিছত গৰখীয়াটোৱে এইবাৰ হাতত টিকটখন লৈ ট্ৰেনত উঠিল। তাৰ দৰে অইন সকলোৰে মন বিষণ্ণ হল।

আৰু মোৰ বাগিছাত—এটা ভেড়া নহয়—এটা শকত সমস্যা থাকি গল। এইটোক লৈ মই এতিয়া কি কৰিম। ইয়াক চাব কোনে? বহুত ৰাজনৈতিক কামবনত মই লিপ্ত। মোৰ সংগ্ৰামী কবিতাৰ বাবে শাস্তি স্বৰূপে ঘৰদুৱাৰ প্ৰায়ে থানা তালাছ কৰি তছনছ কৰা হয়—মই বাৰু ইয়াক ক'ত থম,—আকৌ এবাৰ ভেড়াৰ কান্দোন আৰম্ভ হল।

অইন পিনে চাই মই ভনীটিক তাক মোৰ কাষৰ পৰা আঁতৰাই নিবলৈ কলো, হায়। এইবাৰ সি আৰু মাংস সেঁকা শলাৰ হাত সাৰিব নোৱাৰিলে।

## ১৯৫২ চনৰ আগষ্ট মাহৰ পৰা ১৯৫৭ চনৰ এপ্ৰিল মাহলৈ

এই সময়ছোৱাত মোৰ স্মৃতিকথাত যোগ কৰিবলৈ একো কথা নাই। মই চিলিতে এই সময়খিনি প্ৰায় কটালো, আৰু অসাধাৰণ বা মনত ৰাখিবলগীয়া একো ঘটনাও তেতিয়া ঘটা নাছিল। কোনো ৰোমাঞ্চকৰ অভিজ্ঞতা নহল যিটো পঢ়ি পাঠকসকলে আনন্দ পাব পাৰে। কিন্তু সেই বছৰবোৰত ঘটা কেটামান ঘটনাৰ কথা মই উনুকিয়াব লাগিব। মই আগতে লিখি থোৱা "দি গ্ৰেপ্‌চ্ এণ্ড উইণ্ড" বোলা কবিতাবোৰৰ কিতাপ হৈ প্ৰকাশিত হল। মই "মন ডি ওডাচ এলিমেণ্টালিচ", "নুৱে ডাছ ওডাচ এলিমেণ্টালিচ" আৰু "টাৰ্ছাৰ লাই ব্ৰ' ডি লাচ ওডাচ" লিখিবলৈ আৰম্ভ কৰিলো। ছাণ্টিয়াগোত এখন মহাদেশীয় সাংস্কৃতিক সম্মেলন সংগঠন কৰিলো। আমেৰিকাৰ দুই মহাদেশৰ সকলো ঠাইৰ পৰা বিখ্যাত সকলো মানুহ আহি এই মহাদেশত যোগ দিছিলহি। মোৰ পঞ্চাশ বছৰীয়া জন্মদিন ছাণ্টিয়াগোত পালন কৰিলো, সম্মিলনলৈ অহা জনাজাত লেখক সকলৰ মাজত চীনৰ আই চিং, চিয়াও এমি ছোভিয়েট ৰাছিয়াৰ পৰা এৰোপ্লেনত উৰি আহিল এৰেনবুৰ্গ, চেকো-স্লোভেকিয়াৰ পৰা দ্ৰাদা আৰু কুটভালেক। লাতিন আমেৰিকাৰ পৰা উপস্থিত হোৱা সকলৰ ভিতৰত আছিল মিগুয়েল এঞ্জেল আষ্টুৰিয়াছ, অলিভেৰিও জিৰোণ্ডো নোৰা লাং, এলভিও ৰোমেৰো, মাৰিয়া ৰোজা অলিভাৰ ৰাউল লাৰা, আৰু—আৰু বহুত। মই মোৰ পুঁথিভঁৰাল আৰু অইন সম্পত্তি চিলিৰ য়ুনিভাৰ্ছিটীক দান কৰিলো। আকৌ এবাৰ মই ছোভিয়েত ইউনিয়নলৈ গলো, লেনিন শান্তি পুৰস্কাৰৰ এজন বিচাৰক ৰূপে। ইয়াৰ আগতে মই নিজেও সেই পুৰস্কাৰটো পাইছিলো—অৱশ্যে তেতিয়া ইয়াৰ নাম ষ্টেলিন শান্তি পুৰস্কাৰ আছিল। ডেলিয়া ডেল কাৰিল আৰু মোৰ মাজত চিৰদিনৰ বাবে এৰাএৰি হল। লা চাচকোনাত ঘৰ লৈ মই মেটিলড উৰাটিয়াৰ লগত থাকিবলৈ ললো। মই "গ্ৰেছেটা ডি চাইল" বোলা আলোচনীখন আৰম্ভ কৰি কেইবাটাও সংখ্যা সম্পাদনা কৰিলো। চিলিৰ কমিউনিষ্ট পাৰ্টিৰ নিৰ্বাচনী অভিযান আৰু অইন কামবনত ভাগ ললো। বুৱেনছ এয়াৰ্ছত লুছাডা প্ৰকাশন কোম্পানীয়ে বাইবেলৰ বিষয়ে লিখা মোৰ প্ৰবন্ধ সংকলন ছপালে।

এই সময়ছোৱাৰ শেষৰ ফালে সিংহল দ্বীপত কলম্বোত পতা এখন সন্মিলনীলৈ মোক মতা হল। বহুত দিনৰ আগতে মই ইয়াত থাকি গৈছিলো, ১৯৫৩ চনৰ এপ্ৰিলত আকৌ ইয়ালৈ আহিলো।

গুপ্ত পুলিচৰ লগত দেখা সাক্ষাত সিমান বিপদজনক নহবও পাৰে; কিন্তু আৰ্জেণ্টিনাৰ গুপ্ত পুলিচৰ বেলিকা সেই কথাটো নাখাটে, অৱশ্যে এওঁলোকৰ ৰসবোধ নাই তেনে নহয়। কিন্তু অনিশ্চিত পৰিণতিৰ বাবে সাজু হৈ থাকিব লাগিব। সেই বিশেষ ৰাতিটোৰ কথা মনত পৰিছে– চিলিৰ পৰা তেতিয়াই আহি, আৰু দূৰ বিদেশলৈ যাব লগা অৱস্থাত ভাগৰি-জুগৰি মই পোনেই বিছনাত পৰিলো। চকু দুটা মাত্ৰ মুদ খাইছিলহে, কেইবাটাও পুলিচ আহি মোৰ ৰুমত সোমালেহি। সিহঁতে গোটেই ঘৰটো কিবা বিচাৰি লণ্ড-ভণ্ড কৰিলে কিতাপ আৰু আলোচনীবোৰ এছাৰ মাৰি মাটিত পেলাই, বস্তু-বাহানি তলওপৰ কৰি, আমাৰ তলত পিন্ধা কাপোৰকানি মহিয়াই-সমিয়াই সকলো উৎখাত কৰিলে। মই থকা ঘৰটোৰ গৰাকী মোৰ আৰ্জেণ্টিনাৰ বন্ধু জনক সিহঁতে তাৰ আগতেই ধৰি নিছে, আৰু পিছ চোতালত থকা মোৰ ৰুমটো তাৰ পিছতহে সিহঁতে দেখা পালে।

সিহঁতে সুধিলে, "এই মানুহটো কোন।"

মই কলো, "মোৰ নাম পাবলো নেৰুডা।"

সিহঁতে মোৰ পৰিবাৰক সুধিলে, "তেওঁৰ বেমাৰ নেকি?"

"হয়, তেওঁৰ বেমাৰ, আৰু আজিয়েই আহি এইখিনি পাইছো, সেইবাবে তেওঁৰ বৰ ভাগৰ লাগিছে। আমি কাইলৈ ইউৰোপলৈ যাত্ৰা কৰিম।"

বাৰু, বাৰু; বুলি তেতিয়া সিহঁত গুচি গল।

এঘণ্টামানৰ পিছত এখন এম্বুলেঞ্চ লৈ সিহঁত ঘূৰি আহিল। মেটিলডে-ই প্ৰতিবাদ কৰিলে, কিন্তু কোনো ফল নহল। সিহঁতেও ওপৰৱালাৰ আদেশ মতেই কাম কৰিছে। মই ভাগৰতে মৰো, বা টাট্‌কা-তাজাই হওঁ, সুস্থই হওঁ বা বেমাৰীয়েই হওঁ, মৰা বা জীয়া যি অৱস্থাতেই থাকো, মোক ধৰি নিবলৈ সিহঁতক কোৱা হৈছে।

সেই নিশা খুব বৰষুণ দিছিল। বুৱেনচ এয়াৰ্চৰ গধূৰ আকাশৰ পৰা ঘন বৰষুণৰ টোপাল পৰিছিল। মোৰ জ্ঞানেই নাছিল। ইতিমধ্যে প্ৰেছত্ৰ

ক্ষমতাচ্যুত হৈছিল। গণতন্ত্ৰৰ নামত জেনাৰেল আৰামবুৰুৱে অত্যাচাৰৰ ওৰ পেলাইছে বুলি কৈছিল। তথাপি কেনেকৈ কেতিয়া, ক'ৰ পৰা বা কলৈ, কিহৰ বাবে, কিবা জগৰ লগালো নে এনেয়ে—একো নজনোৱাকৈ মোক সিহঁতে ফাটেক দিবলৈ নিছে। মোক শুৱাই নিয়া ষ্টেচাৰখন চাৰিজন পুলিচে ধৰি নিছিল ; চিড়িৰে নামি, এলিভেটৰে উঠি, ডাঙৰ হলঘৰ পাৰ হৈ যোৱা বৰ অসুবিধা হৈছিল। সিহঁতে ভাগৰত ফোপাইছিল। অৱশ্যে এই কষ্ট আৰু বঢ়াৰ কাৰণ হল মেটিলডেই সুৰদি মাতেৰে সিহঁতক কৈছিল যে মোৰ ওজন ১১০ কিলোতকৈ বেচি। আৰু সঁচাকৈয়ে মোক দেখিলেও তেনেই লাগিছিল। ছোৱেটাৰ, ওভাৰকোট, মুৰৰ ওপৰলৈকে জাপি দিয়া কম্বলবোৰে এটা প্ৰকাণ্ড বোজাৰ দৰে, মাউণ্ট ওচৰ্নো নামৰ আগ্নেয়গিৰিৰ দৰে আৰ্জেণ্টিনাৰ গণতন্ত্ৰই মোক কঢ়িয়াই নিলে। মই কল্পনা কৰি ললো, আৰু তাতে মোৰ ফ্লেৱাইটিছৰ কষ্টও অলপ কমা যেন পালো যে ইমান গধুৰ মোক কঢ়িয়াই নিওঁতে ঘামি ফোপাই যোৱা মানুহ চাৰিটা জেনাৰেল আৰামবুৰু নিজেই।

আমাক বন্দীশালৰ কয়েদীৰ দৰে ৰখা হল। মোৰ নিজা বস্তু-বাহানি বাজেয়াপ্ত কৰিলে। এনেকি পঢ়ি আমনি কটাবলৈ লগত অনা ৰসাল গোয়েন্দা কাহিনীৰ কিতাপখনো সিহঁতে কাঢ়ি লৈ গল। কিন্তু মোৰ আমনি লাগিবলৈ সময়ে নহল। কিমান দুৱাৰৰ ডাং খট্‌খট্ কৈ খুলিল, আৰু বন্ধ হল। চোতাল পাৰ হৈ লোহৰ দুৱাৰ খুলি আৰু ভিতৰলৈ—তাৰ পিছত ভিতৰলৈ —ধম্‌কৈ খোলা শব্দ আৰু তলাচাবি খোলাৰ শব্দ পাৰ হৈ সোমাই গলো— হঠাৎ আমি এমথা মানুহৰ মাজলৈ আহিলো - দুহেজাৰকৈ বেচি এই মানুহ-বোৰ সেহ ৰাতিটোৰ বাবে বন্দী হৈ আছিল। মোৰ লগত কোনেও কথা কব নোৱাৰিব, আৰু মইও কাৰো লগত কথা কব নোৱাৰাকৈ নিয়ম কাঁৰ দিয়া হৈছিল। তথাপি কম্বলৰ তলেদি মোৰ পিনে হাত আগবাঢ়ি আহিল। এজন সেনাই বন্দুক নমাই মোৰ চহী নিবলৈ এডুখৰি কাগজ আগুৱাই দিলে।

অৱশেষত সিহঁতে মোক নি ওপৰৰ তলাত একেবাৰে শেহৰ কুঠৰীত থলেগৈ। কুঠৰীটোত বহুত ওপৰত এখন অকমানি খিড়িকী আছিল। মই অলপ জিৰণি লব খুজিছিলো—অলপ টোপনি যাব খুজিছিলো, টোপনি—কিন্তু ক'ত টোপনি। এনেকৈ ৰাতিটো পুৱাল। আৰ্জেণ্টিনাৰ কয়েদীবোৰে কাণত তলা লগা চিঞৰ-বাখৰ লগাই দিছে যেন সিহঁতে "ৰিভাৰ" আৰু "বোকা" দলৰ মাজত হোৱা ফুটবল খেলাহে চাইছে।

কেইঘণ্টামানৰ পিছত আৰ্জেণ্টিনা, চিলি আৰু অইন কেইবাখনো দেশৰ লেখক সম্প্ৰদায় আৰু মোৰ বন্ধু সকলে খুব আন্দোলন আৰম্ভ কৰিলে, আৰু তেনেকৈ মোক ফাটেকৰ পৰা উলিয়াই আনিলে. হাছপতাললৈ লৈ গল ; মোৰ বস্তু-বাহানি ফিৰাই দিলে, আৰু মোক মুকলি কৰিলে। বন্দীশাল এৰি আহিবৰ ঠিক আগতে ইউনিফৰ্ম পিন্ধা প্ৰহৰীসকলৰ এজনে আহি মোৰ হাতত এখিলা কাগজ দিলে। ইয়াত মোলৈ উছৰ্গা কৰি তেওঁৰ লিখা এটা কবিতা আছিল – সকলো লোক-সংস্কৃতিৰ কলাৰ দৰে ই কেঁচা হাতৰ, অসাৱধান ভুল আৰু সহজ সৰল আছিল। মোৰ মনেৰে খুব কম কবিয়েহে জীৱনত তেওঁৰ ফাটেকৰ প্ৰহৰীৰ পৰা এনে কাব্যিক নৈবেদ্য পাইছে।

## পুলিচ আৰু কবিতা

ইছলা নেগ্ৰা-ৰ মোৰ ঘৰত কাম কৰা ছোৱালীজনীয়ে এদিন জনালে, "আইদেউ; পাবলো ডাঙৰীয়া, মই গৰ্ভিনী হৈছো, তাৰ কিছুদিনৰ পিছত তাইৰ এটি লৰা উপজিল। তাৰ বাপেক কোন আমি গম ধৰিব নোৱাৰিলো, তাইয়ো সেই বিষয়ে কেৰেপকে কৰা নাছিল। তাইৰ মাত্ৰ ইচ্ছা আছিল যে মেটিলডে আৰু মই লৰাটিৰ ধৰ্ম মাক-বাপেক হওঁ। কিন্তু সেইটো কামত পৰিণত হব নোৱাৰিলে। আমাৰ সকলোতকৈ ওচৰৰ গিৰ্জাটো এল টাবো বোলা এখন সৰু জিকমকীয়া গাওঁত। ষ্টেচন ৱেগন গাড়ী এখনত উঠি ইয়াতে তেল ভৰাই লৈ আমি পাদুৰী চাহাবৰ কাষলৈ গলো। পাদুৰীজনে কেটেলা পহুৰ দৰে কাইটবোৰ ফুলাই তুলিলে। "কমিউনিষ্ট ধৰ্ম পিতা ? কেতিয়াও নহব। নেৰুডাই গিৰ্জাৰ দুৱাৰৰ ওচৰলৈকে আহিব নোৱাৰিব -- তোমাৰ কেচুৱাটি কোলাত লৈ আহিলেও সোমাব নোৱাৰে"। ছোৱালীটিয়ে বেজাৰ মনেৰে গৈ আকৌ ঘৰদুৱাৰ সৰা কামত লগিল। তেওঁ কাৰণটো বুজি পোৱা নাছিল।

অইন এবাৰ, ডন এষ্টেৱিও-ই একে কাৰণেই বেজাৰ পোৱা মই দেখিছিলো। তেখেত এগৰাকী পুৰণি ঘড়ী মেৰামত কৰোঁতা। তেওঁৰ বয়সো অলপ বেচি আৰু ভালপাবাইজোত তেওঁ সৰ্বশ্ৰেষ্ঠ ঘড়ীসাঁজোতা। তেওঁ জাহাজৰ ঘড়ীও মেৰামত কৰে। তেওঁৰ বহুদিনৰ লগৰী, তেওঁৰ ঘৈনীয়েক তেতিয়া মৃত্যু শয্যাত। পঞ্চাশ বছৰ তেওঁলোকৰ বিয়া হৈছে, তেওঁৰ বাবে কিবা এটা লিখা উচিত বুলি মই ভাবিলো। তেওঁৰ এই দুখৰ দিনত তেওঁৰ মন ভাল কৰিব

পৰা কিবা অলপ লিখি দিলে তেওঁ মুমূৰ্ষ পৰিবাৰক পঢ়ি শুনাব। অৱশ্যে কামটো ঠিক কৰিছিলো নে নাই নাজানো—কিন্তু মই তেনেকৈয়ে ভাবিছিলো, কবিতাটো লিখা হল। তাত মই এই মানুহজনক আৰু তেওঁৰ হাতৰ কামক শলাগিছিলোঁ। পুৰণি ঘড়ীৰ টিক্‌টিক্ শব্দৰ মাজত কটোৱা তেওঁৰ পুণ্যবান জীৱনৰ শলাগ লৈছিলো। চৰিটা ভায়েল বোলা মোৰ বন্ধুজনে কবিতাটো এখন খবৰৰ কাগজত ছপাবলৈ গল। খবৰৰ কাগজখনৰ নাম 'লা ইউনিয়ন'—চেনৰ পাছফেল বোলা এগৰাকী পুৰোহিতে ইয়াক চলাইছিল। তেওঁ কবিতাটো প্ৰকাশ নকৰিলে। আৰু নকৰো বুলিও কলে, কাৰণ ইয়াৰ লেখক নেৰুডা গিৰ্জাৰ পৰা খেদা খোৱা কমিউনিষ্ট, কবিতাটো ছপা নহল, ডন এন্টোৰিও-ৰ পুৰণি লগৰী গৰাকী ঢুকাল।

মই এনে এখন জগতত বাস কৰিব খোজো য'ত কাকো সমাজৰ পৰা খেদোৱা নহব। মই কাকো ধৰ্মৰ বা সমাজৰ পৰা নেখেদো। কাইলৈ মই সেই পাদুৰী জনক নকওঁ, "তুমি অমুকক বেপ্টাইজ কৰিব নোৱাৰা কাৰণ তুমি কমিউনিষ্ট বিৰোধী", মই অইন এজন পাদুৰীক নকম—"মই তুমি সৃষ্টি কৰা—তোমাৰ কবিতা প্ৰকাশ নকৰো কাৰণ তুমি কমিউনিষ্ট বিৰোধী।" মই এনে এখন দেশত বাস কৰিব খোজো যত মানুহ মানুহেই, তেওঁৰ কোনো পদবী নালাগে। ইচ্ছামতে সকলোৱে গিৰ্জা আৰু ছপাখানালৈ যাব পাৰিব লাগে। মেয়ৰৰ অফিচৰ কাষত বৈ থাকি পুলিচে যেন কাকো গ্ৰেপ্তাৰ কৰিব নোৱাৰে। তেওঁক উলিয়াই দিব নোৱাৰে, চিটি হলৰ পৰা সকলোৱে যেন হাঁহি মুখে আহ-যাহ কৰিব পাৰে। গণ্ডোলাত উঠি কোনোবাই পলাই যাওক, মটৰ চাইকেলত কাৰোবাক পিছে পিছে খেদি যোৱা হওক—মই সেইটো নিবিচাৰো। মই বিশাল জনতা, মাত্ৰ জনতা—প্ৰতিজনে মনখুলি কথা কোৱা, পঢ়া, অইনৰ কথা কাণ পাতি শুনা, আৰু সেইটো বিচাৰ কৰা মই ভাল পাওঁ। সংগ্ৰামক মই ভাল পাওঁ। সংগ্ৰামক মই সকলো সংগ্ৰামৰ ওৰ পেলোৱাৰ হাতিয়াৰ বুলি জানো। কঠিন শাস্তিৰ ওৰ পেলাবলৈহে কঠিন শাস্তিক এটা নিয়ম বুলি মানো। মই এনে এটা বাটত চলো যি বাটে আমাক সকলোকে চিৰ-ভ্ৰাতৃত্বৰ বান্ধোনত বান্ধিব। মই সেই সৰ্বব্যাপী সুদূৰ দুৰান্তৰ সীমাহীন স্থান কালৰ কল্যাণৰ বাবে যুঁজিছো। মোৰ কবিতা আৰু পুলিচৰ মাজত হোৱা সংঘৰ্ষৰ পিছতো মই লেখা এনে ঘটনা আৰু অইন বহুত ঘটনা যিবোৰ পুনৰাবৃত্তি হব বুলি মই উল্লেখ কৰা নাই, আৰু অইন বহুতৰ অইন কোনেও নজনা এনে.

বহুত তিতা অভিজ্ঞতা সত্বেও মানুহৰ শুভবুদ্ধিৰ ওপৰত মোৰ অগাধ বিশ্বাস আছে। এটা বিৰাট উমৈহতীয়া প্ৰেম-ধৰ্মৰ পিনে যে আমি আগুৱাই যাব ধৰিছো সেই বিষয়ে দিনে দিনে মোৰ আৰু স্পষ্ট অনুভূতি হৈছে। আমাৰ মূৰৰ ওপৰত বোমা বৰ্ষণৰ বিপদ ওলমি আছে বুলি জানিও মই এইখিনি লিখিছো, এনে বোমা বৰ্ষণে পৃথিবীত কোনো বস্তুকে শুদাই নেৰিব। হয়, তথাপি মোৰ বিশ্বাস অটল। এই সংকটময় মুহূৰ্তত, এই যাতনাৰ স্ফুলিঙ্গত আমি জানো যে, প্ৰকৃত সত্য-সন্ধানী মানুহৰ চকুত ই পৰিবই। আমি সকলোৱে ইজনে-সিজনক বুজি পামেই, আমি সকলোৱে একেলগে আগ বাঢ়িম, এই আশা কোনেও নিৰ্মূল কৰিব নোৱাৰিব।

## সিংহলৰ জগত নতুনকৈ চিনাকি

এটা বিশ্বজনীন উদ্দেশ্য—পাৰমাণৱিক বোমাৰ মৃত্যুৰ বিপক্ষে যুদ্ধৰ প্ৰস্তাৱেই—মোক আকৌ এবাৰ কলম্বোলৈ লৈ গল। টি. ইউ ১০৪ বোলা অপৰূপ এখন জেট প্লেন সজা হৈছিল প্ৰকাণ্ড প্ৰতিনিধিদলটোক নিবলৈ। তাতে উঠি আমি ছোভিয়েট ইউনিয়ন পাৰ হলো। চমৰখণ্ডৰ ওচৰৰ তাছ-খন্দত এবাৰ মাত্ৰ প্লেনখন ৰল। দুদিনৰ মূৰত ভাৰতবৰ্ষত ই আমাক নমাব।

দহ হেজাৰ মিটাৰ ওপৰেদি আমি উৰি গৈছিলো। হিমালয় পৰ্বতৰ ওপৰ পাওঁতে এই দৈত্যৰ লেখিয়া চৰাইটোৱে আৰু ওপৰলৈ উৰিছিল, সেই দূৰত্বৰ পৰা এটা প্ৰায় স্থিৰ নিঃসঙ্গ দৃশ্য আমাৰ চকুত পৰিল। নীলাবগা হিমালয় শৈলশিখৰ—তলত কৰবাত বৰফ—মানুহে ভয়ানক নিঃসঙ্গতাত ঘূৰি ফুৰিব লাগিছে। তাৰ পিছত—বাওঁপিনে কাঞ্চনজংগাৰ ওখোৰা-মোখোৰা বিশাল, চেহেৰাটো বৰফৰ মুকুট মূৰতলৈ শোভা পাইছে। সূৰ্যৰ উজ্জ্বলতাই এই গোটেই আচহুৱা প্ৰকৃতিক উজ্জ্বলাই ৰাখিছে। ইয়াৰ পোহৰে পৰ্বতৰ কাষ খহটা শিল আৰু বৰফৰ নিস্তব্ধতাক মোহময় কৰি ৰাখিছে।

মই বহুতবাৰ পাৰ হৈ যোৱা আমেৰিকাৰ এণ্ডিজ পৰ্বতমালাৰ কথা মনত পৰিছে। তাৰ খানখান হৈ থকা টিংবোৰ, প্ৰকাণ্ড ঔৰ্ধ্যত্য আৰু আমাৰ দেশৰ পৰ্বতীয়া নঙঠা মৰুভূমি ইয়াত নাই। এছিয়াৰ পৰ্বতবোৰ মোৰ মনেৰে বেচি পৌৰাণিক, বেচি শৃংখলাবদ্ধ। অনন্ত অসীম আকাশলৈ উঠা এই পৰ্বতবোৰৰ টিংবোৰ দেখিবলৈ মঠ মন্দিৰ আৰু পেগোডাৰ দৰে নিৰ্জনতা আৰু সুন্দৰলৈ বিয়পি থকা। ইয়াৰ ছাঁবোৰ ভালগা শিলৰ ওখ বেৰাৰ দৰে

আকাশলৈ নুঠে, কিন্তু বিশাল মঠৰ জটিল নীলা বাগিছাৰ দৰে বিস্তাৰিত হয়।

মই নিজকে কওঁ যে পৃথিবীৰ ভিতৰতে আটাইতকৈ পাতল বতাহ উশাহ-নিশাহত লৈছো, আকাশৰ পৰা আমি পৃথিবীৰ সকলোতকৈ ওখ টিংটোলৈ চাইছো। ই এটা আচহুৱা অনুভূতি—পবিত্রতা আৰু গৰ্ব, গতি আৰু বৰফ সকলো ইয়াত মিহলি হৈ আছে।

আমি এতিয়া সিংহলৈ উৰি যাব লাগিছো। এতিয়া আকৌ ভাৰত-বৰ্ষৰ গৰম অঞ্চলত তললৈ নামিছো। নতুন দিল্লীত ছোভিয়েত বিমান এৰি আমি অইন এখন ভাৰতীয় বিমানত উঠিলো। বিমানৰ ডেউকা দুখনে ভয়ানক ধুমুহা বতাহত কেৰকেৰীয়া শব্দ কৰে, আৰু বাৰে বাৰে কঁপি উঠে। ইয়াৰ নাগৰদোলাৰ দৰে গতিত মোৰ চিন্তাভাৱনা উৰি যায় ফুলাম সিংহল দ্বীপলৈ। ২২ বছৰ বয়সত সিংহলত মই নিঃসঙ্গ জীৱন-যাপন কৰিছিলো—প্ৰকৃতিৰ স্বৰ্গৰাজ্যৰ সৌন্দৰ্য্যৰ মাজত বহি মোৰ সকলোতকৈ তিতা কবিতা কেইটা লিখিছিলো।

আজি বহুতদিনৰ মূৰত মই আকৌ সিংহললৈ ঘূৰি আহিছো। চৰ্কাৰে পৃষ্ঠপোষকতা কৰা শান্তিৰ বাবে পতা গম্ভীৰ ঐক্য সম্মিলনী থনলৈ অহাই মোৰ উদ্দেশ্য। শ-শ বৌদ্ধ সন্ন্যাসীয়ে নিয়ম অনুসৰি গেৰুৱা সাজ পিন্ধি ধ্যান কৰি থকা মই দেখিবলৈ পাইছো, যুদ্ধ, ধ্বংস, আৰু মৃত্যুৰ বিৰুদ্ধে যুঁজি এই সন্ন্যাসী সকলে ৰাজকোঁৱৰ সিদ্ধাৰ্থ গৌতম—যাক বুদ্ধ বোলা হয়—শান্তি আৰু ঐক্যৰ বাণী প্ৰচাৰ কৰি গৈছে। মই ভাবো—এই পৰিবেশৰ পৰা আমেৰিকাৰ গিৰ্জা, অথবা স্পেনৰ মঠ—কিমান বেলেগ, চৰ্কাৰী শাসনৰ অধীন আৰু কিমান ৰণ-পিপাসু। প্ৰকৃত খৃষ্টান মানুহৰ দৰে কেথলিক পাদুৰি সকলে তেওঁলোকৰ গিৰ্জাৰ বেদীৰ পৰা জঘন্যতম আৰু ভয়ংকৰ পাপৰ বিৰুদ্ধে বাণী প্ৰচাৰ কৰি যায়—পাৰমাণৱিক মৃত্যুৰ বিপক্ষে ৰায় দিয়ে—কিন্তু নিৰীহ মানুহক লাখে লাখে হত্যা কৰা হয়, আৰু ভৱিষ্যতেও মানুহৰ বংশধৰ সকলৰ মাজত জৈৱিক কলংকৰ দাগ থৈ যায়।

উমান লৈ লৈ গৈ ঠেক বাটৰ মাজেদি ওৱেলা ওৱেটেৰ ওচৰচুৰুৰীত মই বহু বছৰৰ আগত থকা ঘৰটো বিচাৰি গলো। বহুত কষ্টৰ পিছত ঘৰটো পালো। গছবোৰ আৰু ডাঙৰ হৈছে। বাটপথবোৰ মলিন হৈছে।

বেদনাৰ কবিতা লিখিবলৈ বহা মোৰ ঘৰটো পুৰণি হৈছে—অলপতে ইয়াক

ভাঙি পেলোৱা হব। দুৱাৰবোৰত পোকে ধৰিছে। উষ্ণ জলবায়ুৱে বেৰা-বোৰ সেমেকাইছে। কিন্তু যেন মোৰ পৰা শেষ বিদায় লবলৈকে ঘৰটো এতিয়াও থিয় দি আছে।

পুৰণি বন্ধুবোৰৰ কাকো মই দেখা না পালো। তথাপি দ্বীপটিৰ তীক্ষ্ম শব্দই, ইয়াৰ জকমকীয়া পোহৰেৰে মোৰ হিয়াত আকৌ থকাথুন্দা লগালে। সাগৰৰ পুৰণি সঙ্গীতৰ সুৰে তালগছৰ তলৰ শিলাময় ঠাইত আগৰ দৰেই মোৰ অন্তৰ মুহিলে। আকৌ অৰণ্যৰ লুংলুঙীয়া বাটেৰে মই গলো, আকৌ হাতী দেখা পালো। এতিয়াও ৰাজকীয় ভঙ্গীত সিহঁতে আমাৰ বাট ভেটি ধৰিছিল। আকৌ অৰণ্যৰ সুগন্ধই মোক মতলীয়া কৰি তুলিলে। সেউজীয়া গছ-পাতবোৰ যেন নিমিষে নিমিষে বাঢ়িছে—আৰু মই সেই বঢ়াৰ শব্দ শুনিবলৈ পাইছো। অৰণ্য জীৱন স্পন্দন মোৰ কাণত পৰিল। এজন পগলা-ৰজাই সঁজা চিগিৰিয়াৰ শিলাময় দুৰ্গটো মোৰ চকুত পৰিল। আগৰ দিনৰ দৰেই মই বুদ্ধৰ প্ৰকাণ্ড মূৰ্তিৰ চৰণৰ তলত মূৰ দোঁৱালো। এই মূৰ্তিবোৰৰ ছাঁত থোঁজ কাঢ়োতে মানুহক পৰুৱাৰ দৰে অকমানি যেন লাগে।

উভতি আহিবৰ সময়ত মই এইটোও জানি গলো যে আকৌ কেতিয়াও আৰু মোৰ ইয়ালৈ অহা নহব।

## দ্বিতীয়বাৰ চীন-যাত্ৰা

কলম্বোৰ এই শান্তি সম্মিলনীৰ শেষত মই জৰ্জ আমাডো আৰু তেওঁৰ চৈনীয়েক জেলিয়াৰ লগত ভাৰতবৰ্ষ এৰি বিমানত উঠি গলো। ভাৰতীয় বিমানবোৰ সদায় পাগুৰি পিন্ধা, নানা বৰণীয়া টোপোলা—বাকচৰে গধুৰহৈ থকা যাত্ৰী ভৰি আছিল। ইমানবোৰ মানুহক প্লেনত ঠাহিঠাহি ভৰোৱাটো মোৰ অসম্ভৱ কাম যেন লাগিছিল। প্ৰথমটো বিমানবন্দৰত বহুত মানুহ নামিল—কিন্তু আকৌ সিমানখিনিয়ে উঠি প্লেনখন ভৰাই পেলালে। মাদ্ৰাজ পাৰ হৈ আমাৰ কলিকতালৈ যোৱাৰ কথা আছিল। গ্ৰীষ্ম প্ৰধান দেশৰ ধুমুহাত বিমানখন মাজে মাজে কঁপি উঠিছিল। হঠাৎ চাৰিওদিশ এন্ধাৰহৈ পৰিল। আচল ৰাতিতকৈও বেচি ক'লা এন্ধাৰে আমাক ঢাকি পেলালে। আকৌ তাৰ পিছতে এন্ধাৰ আৰ্বাৰ গৈ চকুত ছাঁট মাৰি ধৰা পোহৰ হৈ উঠিল। জৰ্জ আমাডোৰ মুখখন বগাৰ পৰা হালধীয়া, আৰু তাৰ পিছত সেউজীয়া হোৱা দেখিলো। উৰাজাহাজখনে থৰক-বৰক কৰি

কঁপিবলৈ ধৰিলে। টেটুচেপা ভয়ত তেওঁৰো নিশ্চয় মোৰ মুখখনো তেনে হোৱাই দেখিছিল। হঠাৎ বৰষুণ পৰিবলৈ ধৰিলে—জাহাজৰ ভিতৰতে। আৰুকালি আমাৰ দেশত টেমুকোৰ ঘৰত পৰা ডাঙৰ টোপালৰ বৰষুণৰ নিচিনাকৈ—কিন্তু দহ হেজাৰ মিটাৰ ওপৰত প্লেনৰ মুধৰ পৰা এই বৰষুণে মোক আমোদ নিদিলে। আমাৰ পিচপিনে বহি থকা এজন সন্ন্যাসী কিন্তু মনত থাকিবলগীয়া। ছাতি এটা খুলিলৈ প্ৰাচ্যদেশীয় অবিচলিত গাম্ভীৰ্য্য লৈ তেওঁ প্ৰাচীন জ্ঞানৰ পুঁথি-পত্ৰ পঢ়ি গৈ আছিল।

অৱশেষে কোনো দুৰ্ঘটনা নোহোৱাকৈয়ে আমি বৰ্মাৰ ৰেঙুন পালোগৈ। যেতিয়া মই ত্ৰিশবছৰীয়া বয়সৰ, তেতিয়া মই বৰ্মাত আছিলো, তাৎ কাকো চিনি নাপাইছিলো। আৰু কবিতা লিখিছিলো। ঠিক কৈ কবলে গলে ২৩ বছৰ বয়সত ১৯২৭ চনত মই এই ৰেঙুনতে জাহাজৰ পৰা নামিছিলো। ৰেঙুন চহৰখন মতলীয়া কৰাকৈ ৰঙীন, অতি গৰম আৰু মনমোহা আছিল। ইয়াৰ ভাষাৰ এটাও বৰ্ণ বুজিবৰ মোৰ সাধ্য নাছিল। এই উপনিবেশখনক ইংৰাজ শাসকবোৰে শোষণ কৰি ইয়াৰ সম্পদ চুহি নিছিল। কিন্তু চহৰখন চাকচিকন আৰু উজ্জ্বল আছিল। ইয়াৰ ৰাস্তাবোৰে জীৱনৰ জেউতিত তিৰ্বিৰ কৰিছিল। দোকানৰ খিড়িকীবোৰত ঔপনিবেশিক এখন চহৰৰ লোভনীয় বস্তুবে হাত বাউলি দি মাতিছিল।

ই এতিয়া আধাখালি চহৰ। দোকানৰ খিড়িকীবোৰ নঙঠা আৰু ৰাস্তা-ঘাট লেতেৰা। জনগণৰ স্বাধীনতাৰ সংগ্ৰামৰ পথ উজু নহয়। জনজাগৰণৰ পিছত পৰিশ্ৰম আৰু কাঁইটীয়া, ধুমুহাৰ মাজেদি বাট বুলিব লাগে। আজিলৈকে মই স্বাধীন বৰ্মাৰ সংগ্ৰামৰ বুৰঞ্জী নাজানো—বেগৱতী ইৰাৱতী নদীৰ পাৰত, ইয়াৰ সোণোৱালী পেগোডা বোৰৰ পদতলত ই আৰুৰত ইমানেই নিৰলা হৈ আছে। কিন্তু ৰাস্তাত জঞ্জালৰ দ'ম আৰু চাৰিওপিনে দেখা বিষাদৰ ঢৌ সত্ত্বেও নতুনকৈ ওপজা সাধাৰণতন্ত্ৰ এখনৰ সকলো এন্ধাৰ ভৰা ঘটনা মই কল্পনা কৰি লব পাৰো যেন এতিয়াও অতীতে এওঁলোকক হেঁচা মাৰি ধৰি আছে।

আমি তেতিয়া বৰ্মা এৰি উৰি গৈছো - চীনৰ পৰা ইয়াক বেলেগকৈ ৰখা পৰ্বতৰ শিখৰ পাৰ হৈ গলো। নিসৰ্গচিত্ৰ চকুত পৰিছে যেন কঠোৰ, আৰু ভয়লগাকৈ গহীন মান্দালয় পাৰ হৈ ধানখেতিৰ ওপৰেদি, পেগোডাৰ ওপৰেদি লাখলাখ তালগাছৰ ওপৰেদি, বৰ্মাৰ ভাইভাইয়ে কৰা যুদ্ধৰ পৰিণতিৰ

ওপৰেদি আমি উভি যাবলৈ ধৰিলো—আৰু শেষত গহীন, বৈথিক শান্তিৰ নিঃসর্গ শোভা লৈ চীন আহি উপস্থিত হ'লহি।

সীমান্তৰ কাষৰ, চীনৰ প্ৰথম চহৰ কুনমিঙ'ত আমাৰ পুৰণি বন্ধু কবি আই চিং-এ আমাৰ বাবে বৈ আছিল। তেওঁৰ বহল গঢ়ৰ ক'লা মুখখনি; দুষ্ট বুদ্ধি আৰু দয়া বিৰিঙি উঠা ডাঙৰ চকুযুৰি, আৰু তপৰাই ধৰিব পৰা বুদ্ধিয়ে আমাৰ দীৰ্ঘ যাত্ৰাটোত সুখকৰ অভিজ্ঞতা যোগ কৰিব বুলি জানি মনটো ভাল লাগিল।

হো চি মিন-ৰ দৰে আই চিং-ও পুৰণি প্ৰাচ্য ভাৱধাৰাৰ কবি আছিল। পোৰছত থাকোতে বহুত দুখ কষ্টত তেওঁৰ জীৱনযাপন কৰিছিল। প্ৰাচ্যত ঔপনিবেশিক শাসকবোৰৰ অত্যাচাৰ সহ্য কৰিও এই কবিসকলে সহজে গীতি-ধৰ্মৰ কবিতা লিখিব পাৰিছিল। নিজৰ দেশৰ জেলখানাৰ পৰা ওলাই বিদেশত ৰেষ্টোৰাত চাকৰৰ কাম কৰি ছাত্ৰজীৱন কটাইছিল। কিন্তু বিপ্লৱৰ প্ৰতি তেওঁলোকে কেতিয়াও বিশ্বাস হেৰুৱা নাছিল। কবিতাত খুব কোমল, কিন্তু ৰাজনীতিত লোহাৰ দাঁত মুখৰ এই কবিসকলে ঠিক সময়ত নিজৰ দেশৰ ভাগ্য খণ্ডাবলৈ আহিছিল।

কুনমিং চহৰত পাৰ্কৰ গছবোৰৰ ওপৰত প্লাষ্টিক ছাৰ্জাৰী কৰা হৈছিল। এই গছবোৰক দেখিবলৈ সেইবাবে অস্বাভাৱিক আকৃতিৰ হৈছিল। ক'ৰবাত ডাল এটা ভাঙি তাক বোকাত পুতি থৈছিল, আকৌ ক'ৰবাত বেকাতেৰা ডাল এটাক আহত বাহু এখনত বেণ্ডেজ বন্ধাৰ দৰে ফট কানিৰে বান্ধি থোৱা হৈছিল। আমি মালীজনকো দেখিলো, এনে এখন সচৰাচৰ নেদেখা বাগানৰ তেওঁ আছিল দুষ্ট ভুত। বুঢ়া ফাৰ গছৰ মুঢ়াবোৰ ত্ৰিশ চেণ্টিমিটাৰতকৈ বেচি বাঢ়িব নোৱাৰিছিল—বাওনা সুমথিৰা টেঙাৰ গছত অকণি অকণি সোণোৱালী ৰঙৰ ধানৰ কণিকাৰ দৰে সুমথিৰা টেঙা লাগি থকা দেখিলো।

আমাক এখন অদ্ভূত শিলাময় অৰণ্য দেখুৱাবলৈ নিয়া হ'ল। প্ৰতিডোখৰ শিলে এছটা প্ৰকাণ্ড শিলৰ পৰা কাঢ়ি তাক বেজীৰ দৰে জোঙা কৰা হৈছে, অথবা স্থিৰ সমুদ্ৰত কাইটীয়া এটা ঠৰঙাটোৰ দৰে ই বিৰাজ কৰিছে। এনে আচহুৱা আকৃতিৰ শিলৰ প্ৰীতি এই দেশত পুৰণি বহুত শতিকা ধৰি। প্ৰাচীন চীনৰ বহুত চহৰৰ মুকলি ঠাইত মানুহক বিমোৰত পেলোৱা আকৃতিৰ শিল দেখা যায়। অতীতত কোনোবা ৰাজবিষয়াই ৰজাক কিবা এটা বহুমূলীয়া উপঢৌকন দিবলৈ মন কৰিলে বিৰাট আকাৰৰ এনে দুই-এছটা শিল পঠিয়াই

দিছিল। এই বিশাল আকাৰৰ শিলাময় উপঢৌকন পিকিং পাবলৈ বহুত বছৰ লাগিছিল—বহুতবোৰ ক্ৰীতদাসে হেজাৰ হেজাৰ কিলোমিটাৰ বাটত ঠেলি ঠেলি এইবোৰ লৈ গৈছিল।

চীন দেশ মোৰ বাবে ঘোঁকটীয়া দেশ নহয়, বৰং তাৰ বিপৰীত। ইয়াৰ ঘোৰতৰ বিপ্লৱী আন্দোলনৰ মাজতো হেজাৰ হেজাৰ বছৰৰ আগৰ ঐতিহ্যবাহী, যুগমীয়া একতাত গোটেই জাতিক সাঙুৰি লৈ, তৰপে তৰপে শ্ৰীবৃদ্ধি ঘটি থোৱা দেশ বুলি নেদেখাকৈ নোৱাৰো।—এটা প্ৰকাণ্ড পেগোডা দেখিলো মানুহ, পৌৰাণিক সাধু বুঁজাৰু চহা হজুৰা, দেৱতা সকলোৱে ইয়াত ভাগ লৈছে। আপোনা আপুনি ওলোৱা কোনো বস্তুকে ইয়াত অনায়াসে পোৱা নাযায় এনেকি এটা মিচিকি হাঁহিও অযাচিত নহয়। আমি বুথাই সকলো ঠাইতে লোকশিল্পৰ সৰু সুৰা, থহটা গাঁৱলীয়া ধৰণৰ নমুনা বিচাৰি ফুৰিলো—এইবোৰত অলপঅচৰপ খুত থাকিলে শিল্প-নিদৰ্শন হিছাবে কেতিয়াবা অপৰূপ হব পাৰে। চীনামাটিৰ পুতলা, কাপপ্লেট, কাঠৰ আৰু শিলৰ ওপৰত কাৰুকাজ কৰা বস্তু,—এইবোৰ হেজাৰ হেজাৰ বছৰীয়া পুৰণি চৈনিক শিল্পকলাৰ চানেকি হব পাৰে, কিন্তু আমাক দেখুৱা হয় সকলোবোৰ নিখুঁত বস্তু, আৰু সেইবোৰকেই বাৰে বাৰে দোহাৰি থাকে।

অৱশেষত এখন গাঁৱলীয়া বজাৰত মোৰ মনে ধৰা সুন্দৰ বস্তুটো পাই আচৰিত হলো। খুব মিহি বাঁহৰ খৰিকাৰে সঁজা জিলি ৰাখিবৰ বাবে কেইটামান বাঁহ। অতি অপৰূপ এই সজাবোৰ এটাৰ ওপৰত এটাকৈ কুঠৰী বহুৱাই স্থাপত্যশিল্পৰ নিপুণতাৰ চিনাকি দিছিল। সজাবোৰৰ প্ৰতি কুঠৰীতে এটাকৈ বন্দী জিলি আছিল। প্ৰতিটো কোঠা প্ৰায় তিনিফুটকৈ ওখ আৰু এটা এটা দুৰ্গৰ দৰে আছিল বাঁহৰ খৰিকাবোৰ আটিলকৈ ৰখা গাথিবোৰ, আৰু শলাবোৰৰ পাতল ৰঙৰ পিনে চাই চাই মই ভাবিলো যে মানুহৰ নিপুণ হাত দুখনে, ভোজবাজী খেলা দেখুৱাবলৈ যেন প্ৰাণ পাই উঠি বহিছে, আৰু সফলতাত আমাক চক খুৱাইছে, মই ইমান শলগিছো দেখি চহাজনে জিলিৰ গানৰে ভৰি থকা এই সজাটো মোক নেবেচি এনেয়ে দি দিম বুলি কলে। তেওঁ মোৰ সজাটো দিলে, আৰু জিলিৰ গান মোৰ লগৰীয়া হল—চীনৰ গভীৰ অঞ্চলৈকো মোৰ লগত এই সজাটো গল। বহুতদিনৰ আগৰ লৰালি কালতহে এনে মনত ৰাখিব লগা, গাৱলীয়া কোনো উপহাৰ পাইছো বুলি মোৰ মনত পৰে।

আমি ইয়াংছি নৈৰ ওপৰেদি জাহাজত উঠি আকৌ যাত্ৰা আৰম্ভ কৰিলো। জাহাজত প্ৰায় এহেজাৰ মান যাত্ৰী আছিল—চহা, হুজুৰা বনুৱা, জালোৱা উছাহত ভৰপূৰ এমখা মানুহ। কেইবাদিন ধৰি গলেহে আম ৰ জাহাজ নানকিং চহৰ পাবগৈ। অইন আৰু নাও, জাহাজ, নানা কামত ব্যস্ত মানুহ, হেজাৰ হেজাৰ প্ৰাণীয়ে ইয়াক দিনৌ পাব হয়। পানীত খোৰোং কাটি, নিতৌ নতুন সপোনক ৰূপ দিয়াৰ কামবনত ব্যস্ত মানুহৰ বাবে এই নৈখন চীনৰ প্ৰধান ৰাস্তা। খুব বহল—খুব শান্ত নৈখন, আকৌ মাজে মাজে ইমান ঠেক যে জাহাজখনে দুই পাৰৰ মাজত ওখ সুৰুকীয়া ঠাইখিনি পাব হৈ কথমপিহে যাব পাৰে। দুইপাৰৰ অতি ওখ পাহাৰবোৰে যেন আকাশহে চুইছে, মাজে মাজে মেঘৰ ৰেঙনি, যেন প্ৰাচ্যদেশৰ কোনো চিত্ৰকৰে তুলিৰে অঁকা নিপুণ ছবি এখনহে—মাজে মাজে শিল কাটি কাটি বনোৱা সৰু ঘৰও চকুত পৰে।

গোটেই পৃথিবীতে খুব কম নিসৰ্গ শোভাৰহে এনে প্ৰাণ মনমোহা সৌন্দৰ্য আছে ; সম্ভৱতঃ ককেছাছ পৰ্বতৰ ভয়ানক গিৰিপথবোৰ, আমাৰ দেশৰ নিঃসঙ্গ নিষিদ্ধ মাগেলান প্ৰণালীৰ লগতো ইয়াক ৰিজাব পাৰি।

মই ইয়াৰ আগত চীনলৈ আহিছিলো—পাঁচ বছৰ হল, চকুত পৰাতকৈ বহুত সলনি হৈছে। এইবাৰ এই দেশৰ যিমানে ভিতৰলৈ সোমাইছো, সলনি আৰু বেচি হৈছে যেন লাগিছে।

প্ৰথমতে ঠিককৈ ধৰিব পৰা নাছিলো। মই কি দেখিছোঁ। বাটেপথে মানুহৰ কি সলনি হৈছে ? অ : মই নীলা ৰংটো দেখা নাই। পাঁচ বছৰৰ আগত, বছৰৰ এই সময়তে, চীনৰ বাটেপথে জীৱন-শক্তিত ভৰপূৰ অগণিত মানুহ উপচি পৰা দেখিছিলো। কিন্তু তেওঁলোকৰ প্ৰতিজনেই তেতিয়া সৰ্ব-হাৰাৰ নীলা সাজ পিন্ধিছিল - এবিধ টুইলৰ, বা বনুৱাৰ পাতল টুইড কাপোৰৰ সাজ পিন্ধিছিল। মতা তিৰোতা, লৰা ছোৱালী সকলোৱে একে ৰঙৰ সাজ পিন্ধিছিল। নানা বৰ্ণৰ নীলা ৰঙৰ এই সহজ পোছাকটো মোৰ ভাল লাগিছিল। বাট-পথ পাৰ হৈ যোৱা অসংখ্য নীলা ফুটুকিবোৰ চাবলৈ বৰ ধুনীয়া লাগিছিল।

সলনি এইখিনিয়ে হৈছে। কাৰণটো বা কি ?

এই পাঁচ বছৰে বস্ত্ৰশিল্পৰ ইমান উন্নতি হৈছে যে লাখে লাখে চীনা তিৰোতাক সকলো ৰঙৰ, সকলো ফুলবচা, গাঁৰী দিয়া ফুটুকী দিয়া আৰু ছাপা

পাটৰ—সকলো ৰকমৰ সাজেৰে সজীৱ পৰাকৈ কাপোৰ বনোৱা হৈছে। আৰু লাখে লাখে চীনা মটা মানুহকো নতুন ফেছন আৰু উত্তম মানৰ কাপোৰ নিজে বাচি লবলৈ কৰ পৰা অৱস্থা হৈছে।

এতিয়া সেইয়ে প্ৰতিটো ৰাস্তা যেন চীনা মানুহৰ বঢ়িয়া ৰুচিৰ আলসুৱা এখন ৰামধেনুহে। এই জাতিটোৱে যেন কোনো বস্তুকেই কুৎসিত কৈ বনাব নাজানে। একেবাৰে গাঁৱলীয়া খৰম এযোৰো যেন খেৰেৰে সজা এপাহি ফুলৰ দৰে সুন্দৰ।

ইয়াংছি নৈৰ ওপৰেদি জাহাজত যাওঁতে চীনৰ পুৰণিদিনীয়া চিত্ৰকলা কিমান বাস্তৱ তাক মই ভালদৰে হৃদয়ঙ্গম কৰিলো। পৰ্বতৰ ওপৰত গিৰি-পথত দেখা টেৰাবেকা এডাল পাইনগছ সৰু এটি পেগোডাৰ দৰে দেখিবলৈ লাগিল। পুৰণি কাল্পনিক চিত্ৰকলাৰ ছাপা ছবিবোৰৰ কথা মোৰ মনত পৰিছিল। পৃথিবীৰ খুব কম ঠাইতে এই গিৰিপথবোৰতকৈ বেচি অবাস্তৱ, বেচি গাৰ নোম শিঙৰি উঠাকৈ দুৰ্দান্ত সুন্দৰ আৰু অকল্পনীয় আছিল। এই ডাঙৰ নৈ খনৰ পাৰত একেবাৰে ভাবিব নোৱাৰা ওখলৈ উঠি বা গিৰি পথবোৰৰ কোনোবা এচুকত, এটা শিলৰ ফাটত অতি প্ৰাচীন এই আচৰিত জাতিটোৱে নিজৰ শ্ৰমৰ কিবা চিন ৰাখি থৈছিল। দীঘলে পুতলে পাঁচ-ছ মিটাৰ মান ঠাইত নতুনকৈ ৰুৱা শাক-পাঁচলি গছ দেখিছিলো অথবা পাঁচ-ছয় তলাৰ সমান ওখ মুধৰ সৰু এটা মন্দিৰ দেখিছিলো, যত বহি নিজানত ধ্যান কৰা যাব পাৰে। তাতোকৈ ওখত নওঠা, খহটা পৰ্বতীয়া শিলৰ ছটাত যেন কাৰোবাৰ সাজ-পাৰ বা প্ৰাচীন পুৰাণৰ কোনোবা গোঁসাই-গোঁসানীৰ বতাহত আউলি-বাউলি হোৱা চুলিৰ দুই এগছি দেখিবলৈ পাইছিলো।—আচলতে সেইবোৰ মেঘহে—অথবা খন্তেকৰ কাৰণে দেখাদি উৰি যোৱা চৰাইৰ জাকহে। পৃথিৱীত সকলোতকৈ পুৰণিকালৰ, আৰু সকলোতকৈ জনাবুজা, ক্ষুদ্ৰচিত্ৰৰ চিত্ৰকৰ সকলে এনেবোৰ দৃশ্য প্ৰায়ে আঁকি গৈছে। প্ৰকৃতিৰ এই বিনন্দীয়া শোভাই যেন গভীৰ কবিতা এটিকহে জন্ম দিছে! লৰচৰ নকৰাকৈ, পানীত বিজুলি লেখিয়া ৰূপালী ৰেখাৰ দৰে খন্তেকীয়া, নিৰাভৰণ সৌন্দৰ্য।

কিন্তু এই বিষয়ে কোনো সন্দেহ নাই যে এই নিঃসৰ্গ দৃশ্যৰ অসাধাৰণ বিষয় হল চাৰিচুকীয়া অকণি অকণি মাটিৰ ভঁৰাত মানুহে কাম কৰি থকা দৃশ্য—পাহাৰী শিলৰ ওপৰত কোনোবা অকমাণি এডুখৰি সেউজীয়া ঠাইত। তলৰ পৰা ওপৰলৈ চালে থিয় পৰ্বতৰ বেৰাত, য'তে পাহাৰৰ গাত এখানি—

মানো মাটি আছে, এজন চীনা মানুহে তাত খেতি কৰিছেই। চীনৰ মাটি— আই বিশাল আৰু কঠুৱা। তেওঁ মানুহক শৃংখলাপৰায়ণ আৰু মানুহৰ দৰে মানুহকৈ গঢ়ি তুলিছে—মানুহক কামিলা, সুক্ষ্মমন আৰু আঁকোৰ গজালি কৰি শ্ৰমৰ হাতিয়াৰ বনাই লৈছে। বিশাল ভূ-ভাগ অসাধাৰণ মানৱ-শ্ৰমশক্তি আৰু ক্ৰমে ক্ৰমে সকলো সামাজিক অন্যায় অবিচাৰ দূৰ হৈ এই সুন্দৰ, সুদূৰপ্ৰসাৰী আৰু গভীৰ গুণৰ অধিকাৰী চীনৰ মানুহৰ শ্ৰীবৃদ্ধিত সহায় কৰিব।

ইয়াংছি নৈৰ ওপৰৰ এই যাত্ৰাৰ সময়ত জৰ্জ আমাডোক খিংখিঙীয়া আৰু মনমৰা যেন লাগিল। তেওঁ আৰু তেওঁৰ ধৈনীয়েক জেলিয়াই জাহাজত জীৱনযাপন কৰিবলৈ বহুত বিষয়ে আহুকাল পাইছিল। জেলিয়া কিন্তু এনে এটা শান্ত স্বভাৱৰ মহিলা আছিল যে জুইৰ মাজেদি গলেও নোপোৰাকৈ যেন তেওঁ ওলাই আহিব পাৰিলেহেঁতেন।

আহুকালৰ বিষয়বোৰৰ এটা হল আমাৰ ইচ্ছাৰ বিৰুদ্ধে আমাক এই যাত্ৰাত গণ্যমান্য মানুহ কৰি ৰখাটো জাহাজত হেঁচি ঠেলি সুমুৱা শ' শ' চীনা মানুহৰ মাজত আমাৰ বাবে বিশেষ কেবিন আৰু বেলেগ খোৱা ঘৰে আমাক অস্বস্তিত পেলাইছিল। ব্ৰাজিলৰ ঔপন্যাসিকজনে মোলৈ চাই বিদ্ৰুপৰ হাঁহিৰে চোকা চোকা বাক্য বান মাৰি মনৰ আক্ৰোশ জনাইছিল।

সঁচাকৈ কবলৈ গলে ষ্টালিন যুগৰ ঘটনাবোৰে জৰ্জ আমাডোৰ অন্তৰ বীণাৰ তাৰ কেডাল ছিঙি পেলালে। আমি পুৰণি বন্ধু. নিৰ্বাসনৰ বছৰ-বোৰ আমি একেলগে কটাইছো। উমৈহতীয়া বিশ্বাস আৰু আশাৰ জৰীৰে এডালে আমাক একেলগে বান্ধি ৰাখিছে। তেওঁৰ গুৰু লুই কাৰ্লোছ প্ৰেষ্টেছ-এ প্ৰায় পোন্ধৰ বছৰ কাল বন্দী জীৱন কটাইছিল। এই কথাবোৰ পাহৰিব নোৱাৰি, আত্মাক কঠুৱা কৰি তোলা স্মৃতি এইবোৰ। জৰ্জৰ এনে স্বপ্ন ভঙ্গৰ কথা মই কাকো নকলো, কিন্তু তেওঁৰ বিচাৰ ঠিক বুলি নিজে মানি ললো।

জোৱাৰৰ দৰে আহি বিংশ কংগ্ৰেছৰ ৰিপোৰ্ট আমাৰ সকলো বিপ্লৱীকে নতুনকৈ চিন্তা কৰি, নতুন সিদ্ধান্ত লবলৈ বাধ্য কৰিলে। আমাৰ বহুতৰে এনে অনুভূতি হল যে, সেই কণ্টকৰ উপলব্ধিৰ পিছত আমাৰ যেন পুনৰ্জন্ম হল। এন্ধাৰ আৰু অত্যাচাৰৰ পৰা মুক্ত হৈ সত্যৰ পথত দৃঢ়তাৰে খোজ দিবলৈ আমি সাজু হৈ ৰলো।

অইন হাতে জৰ্জে যে ইয়াংছি নৈৰ দুকাষৰ অপৰূপ শোভাময় পাহাৰৰ টিঙৰ গাম্ভীৰ্য্যত, জাহাজতে তেওঁৰ জীৱনৰ এটা বেলেগ অধ্যায় আৰম্ভ কৰা যেন লাগিল। তেতিয়াৰ পৰা তেওঁ আৰু শান্ত হল, অভিব্যক্তি আৰু তাৰ ঘোষণাত তেওঁ আৰু মধ্যপন্থী হল। তেওঁ বিপ্লৱত আস্থা হেৰুৱালে বুলি মোৰ বিশ্বাস নহয়; কিন্তু তেওঁ নিজৰ কামত আৰু মনপুতি লাগিল আৰু তেতিয়ালৈকে লক্ষ্য কৰা পোনপতিয়া ৰাজনৈতিক চৰিত্ৰ তেওঁৰ লেখাৰ পৰা বাদ দিলে। যেন তেওঁৰ ভিতৰৰ মানুহজন হঠাৎ ওলাই আহিল—তেওঁৰ সৰ্বশ্ৰেষ্ঠ কিতাপবোৰ এই সময়তে লিখিলে। "গেব্ৰিয়েলা"ৰ পৰা আৰম্ভ হৈ তাৰ পিছত "ক্লোভ এণ্ড চিনামন"—কামুকতা আৰু আনন্দৰে ভৰি উপচি পৰা ই তেওঁৰ শ্ৰেষ্ঠ যুগমীয়া কীৰ্তি।

কবি আই চিং আছিল আমাক বাট দেখুৱা গাইডৰ প্ৰতিনিধি দলৰ মুখিয়াল। দিনে ৰাতি জৰ্জ আমাডো জেলিয়া, মেটিলডে, আই চিং আৰু মই আমাৰ বাবে বিশেষকৈ ৰখা ডাইনিং ৰুমত খোৱাবোৱা কৰিছিলো। টেবুলত সোণোবালী আৰু সেউজীয়া নানা আঞ্জা ভাজি টেঙা মিঠা মাছ, মুখতে পমি যোৱা কিবা অইন ৰকমে ৰন্ধা হাঁহ আৰু মুৰগী, বিধে বিধে সজোৱা আছিল। কিছুদিনৰ পিছত, আমি খাবলৈ ভাল পোৱা সত্বেও এই বিদেশী খানাই আমাক আমুৱালে। অৱশেষত এনে জুতি লগা খোৱাবোৱাৰ হাত সাৰিবলৈ আমি এটা সুযোগ পালো।—কিন্তু বহুত ওখোৰা মোখোৰা আৰু একাবেকা বাটেৰেহে সেই চেলুটো উলিয়াব লগা হল।

এই সময়তে মোৰ জন্মদিন আহিল। মেটিলডে আৰু জেলিয়াই আমাৰ পশ্চিম দেশীয় খানা এসাজ খুৱাই এই দিনটো পালিবলৈ ঠিক কৰিলে। খানাটো খুবেই সহজ আছিল। আমাৰ দেশত কৰা দৰে ৰোষ্ট কৰা এটা মুৰগী, লগত চিলিত খোৱাৰ দৰে বিলাহী আৰু পিয়াজৰ চাটনি। মোক হঠাৎ আচৰিত কৰি দিবলৈ পাণ্ডি তিৰোতা দুগৰাকীয়ে এই ফন্দীবোৰ আমাৰ পৰা লুকুৱাই ৰাখি, মনে মনে আমাৰ প্ৰিয় বন্ধু আই চিঙ-ৰ কাষলৈ গল। কথাটো শুনি কবি অলপ দোধোৰ মোৰত পৰিল। তেওঁ কলে যে অভ্যৰ্থনা কমিটিৰ অইন সকলৰ লগত কথা নপতাকৈ তেওঁ একো কব নোৱাৰে।

তেওঁলোকৰ সিদ্ধান্তত আমি অবাক হলো। আমাক কোৱা হল যে গোটেই দেশখনে তেতিয়া কঠোৰ জীৱন-যাপন কৰিছে। মাও ছে তুঙ-এ তেওঁৰ

জন্মদিন পতা এৰি দিলে। চকুৰ আগতে এনে উদাহৰণ দেখিও মোৰ জন্মদিন কেনেকৈ পতা হব? জোলিয়া আৰু মেটিল্‌ডেই কলে যে আমি ঠিক তাৰ ওলোটা কৰিব খুজিছো। টেবুলত প্ৰায়ে আমি হাতেৰেই নুচুৰা মুৰগী, হাঁহ, মাছ আদি দামী দামী খোৱাবস্তুতকৈ আমি মাত্ৰ এটা মজলীয়া ডাঙৰ মুগী লʼম—কিন্তু এই মুৰগীটোকে আমাৰ দেশত ৰন্ধাৰ নিচিনাকৈ এটা চুলাত ৰান্ধি লম। আই চিং-এ আকৌ সেই কঠোৰতা পালন কমিটিৰ অদৃশ্য সভ্যসকলৰ লগত নতুনকৈ মিটিঙত বহিল। পিছদিনা তেওঁলোকে ঘটনাটোৰ এইবুলি সামৰণি মাৰিব খুজিলে যে জাহাজখনত কোনো চুলা নাই। জোলিয়া আৰু মেটিল্‌ডেই কিন্তু ইতিমধ্যেই ৰান্ধনিৰ লগত কথা কৈ আহিছিল। তেওঁলোকে আই চিং-অক কলে যে কৰবাত কিবা এটা ভুল হৈছে, ৰান্ধনিঘৰত সুন্দৰ চুল্যু এটা জ্বলিয়ে আছে, মাত্ৰ মুৰগীটো হলেই হব। আই চিং-এ চকু কেৰাকৈ চালে—ইয়াংছি নৈৰ পানীৰ ওপৰেদি সেই চাহনি লুটি খাবলৈ ধৰিবলে।

কিন্তু মোৰ জন্মদিন—জুলাই মাহৰ ১২ তাৰিখে আমি ৰোণ্ট কৰা মুৰগী—ওপৰত লিখা বাদানুবাদৰ সোণালী ফলটো খাবলৈ পালো। লগত দুটামান বিলাহী আৰু পিঁয়াজৰ চকলাই সৰু এখন থাল জিলিকাই শোভা পাইছিল। টেবুলত ইয়াৰ বাহিৰেও প্ৰতিদিনৰ দৰে সোৱাদ লগা, জকমকীয়া চীনা খাদ্য সজোৱা আছিল।

১৯২৮ চনত, ইয়াৰ আগতে, মই হংকং আৰু ছাংহাই পাৰ হৈ গৈছিলো। তেতিয়াৰ দিনৰ চীনদেশ আছিল উপনিবেশ —কঠোৰ বিদেশী শাসনৰ তলত। কিন্তু জুৱাৰী, কানিয়া, বেশ্যা, নৈশ জীৱনৰ আতংক গুণ্ডা সন্দেহ কৰিব লগা ৰাছিয়ান ডাঙৰীয়ানী জল আৰু স্থল দস্যুৰ বাবে ই আছিল স্বৰ্গ। প্ৰকাণ্ড চহৰ দুখনৰ বিপৰীতে সাগৰত ৮/১০ খন ধোঁৱাবৰণীয়া যুদ্ধ জাহাজে নিৰাপত্তাৰ অভাৱ আৰু ভয়-ভীতিৰ চিনাকী দিছিল। ঔপনিবেশিক শাসন প্ৰণালীত শোষণৰ সোঁত বৈ গৈছিল। গেলা-পঁচা মুমুৰ্ষ জগতখনে প্ৰায় এটা মৰাশৰ দৰে গোন্ধাব লাগিছিল। খিণলগা চৰিত্ৰৰ কনছালবোৰৰ অনুমতি লৈ বহুতবোৰ দেশৰ জাতীয় পতাকা চীনা আৰু মালয় অপৰাধীবোৰে নিজা

যন্ত্ৰ জাহাজত উঠাইছিল। দগাবাজ গুণ্ডাবোৰক আন্তৰ্জাতিক বেপাৰী কোম্পানীবোৰে টকা পইচা দি পুহিছিল। মোৰ এই সোঁৱৰণত আগতেই কেনেকৈ এবাৰ মোক আক্ৰমণ কৰি সিহঁতে কাপোৰকানি খুলি লৈ, টকা পইচা কাঢ়ি নি সৰ্বস্বান্ত কৰি ৰাস্তাত পেলাই থৈ গৈছিল তাৰ বিবৰণ দিছো।

বিপ্লৱোত্তৰ চীনত উপস্থিত হোৱাৰ পিছত এই সকলোবোৰ ঘটনা মোৰ মনত পৰিল। কিন্তু এইখন এখন নতুন দেশ, ইয়াৰ নীতিগত পৰিচ্ছন্নতাই মোক অবাক কৰিলে। দোষ ত্ৰুটিবোৰ, সৰু-সুৰা হাইকাজিয়া আৰু ভুল বুজাবুজিবোৰ – যিবোৰ মই ইয়াত উল্লেখ কৰিছো - মাত্ৰ সাধাৰণ আঁসোৱাহ। মোৰ এইটো সুস্পষ্ট ধাৰণা যে পৃথিবীৰ ভিতৰতে সকলোতকৈ প্ৰাচীন সভ্যতাৰ এই বিশাল দেশখনত এটা বিজয়সূচক পৰিৱৰ্তন হৈছে—সকলো ক্ষেত্ৰতেই অগণন পৰীক্ষা-নিৰীক্ষা চলিছে। প্ৰচণ্ড ধুমুহা-বতাহৰ পিছত চাফা বায়ুমণ্ডলৰ দৰে ইয়াৰ নৈতিক চৰিত্ৰ একেবাৰে বিশুদ্ধ।

চীনৰ বিপ্লৱী পথৰ পৰা মোক দূৰৈলৈ আঁতৰাই নিয়া কাৰণটো মাও ছে তুং মানুহজন নহয়, মাওছে তুং-বাদহে। অৰ্থাৎ মাও-ষ্টালিন বাদ ; সমাজবাদী সম্প্ৰদায়ৰ গুৰুবাদৰ পুনৰাবৃত্তিহে। মাওৰ শ্ৰেষ্ঠ সাংগঠনিক ৰাজনৈতিক ব্যক্তিত্ব, জনগণৰ মুক্তিদাতা বুলি তেওঁক কোনে অস্বীকাৰ কৰিব পাৰে? মহাকাব্যৰ নায়কৰ দৰে তেওঁৰ মহিমা, কাব্যিক মেজাজ, বিষণ্ণ প্ৰাচীন যুগোপযোগী সৰলতাত কোনে মুগ্ধ নহব?

তথাপিও কব লাগিব যে মোৰ ভ্ৰমণকালত শ-শ দুখীয়া চহাই গধুলি কামৰ পৰা ঘুৰি আহি, তেওঁলোকৰ সাজ-সজুলি নমাই থোৱাৰ আগতে ইয়েনানৰ এই নম্ৰ গৰিলা যুঁজাৰুজন - যাক এতিয়া দেৱতাত পৰিণত কৰা হৈছে—তেওঁৰ ছবিৰ আগত আঠুলোৱা মোৰ চকুত পৰিছিল। শ-শ মানুহে এখন বঙা সৰু কিতাপৰে হাত জোকাৰা দেখিছিলো—পিঙপঙ খেলাত জিকাৰ পৰা আৰম্ভ কৰি, আপেণ্ডিচাইটিছ বেমাৰ ভাল কৰা, আৰু সকলো ৰাজনৈতিক সমস্যাৰ সমাধান কৰাৰ ই সব ৰোগৰ ধন্বন্তৰী ঔষধ যেন হৈ পৰিছিল। প্ৰতিখন মুখৰ পৰা, প্ৰতিদিন প্ৰতিখন খবৰৰ কাগজ, প্ৰতিখন আলোচনী, প্ৰতিখন নোটবুক, বা অইন সকলো ৰকমৰ কিতাপ, সকলো পঞ্জিকা, সকলো থিয়েটাৰ, প্ৰতিটো ভাস্কৰ্য, প্ৰতিখন চিত্ৰকলাৰ পৰা একেটাই নাম গান আওৰোৱা হয়।

ষ্টালিনৰ বেলিকা, মই নিজেও এনে ব্যক্তিপূজাত ভাগ লৈছিলো। কিন্তু

সেই দিনবোৰত ষ্টালিন আমাৰ বাবে আছিল হিটলাৰৰ সৈন্যবাহিনীক ধ্বংস কৰা বিজয়ী, মানৱজাতিৰ পৰিত্ৰাণকাৰী। পিছলৈ তেওঁৰ চৰিত্ৰস্খলন এটা ৰহস্যময় ঘটনা—আমি বহুতৰ বাবে এতিয়াও সি ৰহস্য হৈ আছে।

আৰু এতিয়া ইয়াত ৭ চকুৰে নতুন চীনৰ বিশাল ভূমি আৰু আকাশত, মোৰ ঠিক চকুৰ আগতে আছে, এজন ভেজমঙ্গহৰ মানুহ দেৱতাত পৰিণত হব ধৰিছে। এই পৌৰাণিক বিপ্লৱী বিবেকৰ ওপৰত প্ৰভুত্ব কৰি, জগতৰ সকলো মানুহৰ সৃষ্টিক অকল এজন মানুহৰ কৰতলগত কৰাবৰ ফন্দী কৰিছে। দ্বিতীয়বাৰ এই তিতা বড়িটো মই আৰু গিলিব নোৱাৰো।

চীনাবন্ধুসকলে মোক চুংকিঙ চহৰৰ বিখ্যাত দলংখন দেখুৱাবলৈ লৈ গল। দলং চাবলৈ মই সদায় ভাল পাওঁ। ৰেলৰ ৰাস্তাত কামকৰা মানুহেৰ দেবতাই দলঙক সম্মান দেখুৱাবলৈ মোক শিকাইছিল। তেওঁ দলং শব্দটো কেতিয়াও ব্যৱহাৰ নকৰিছিল, তেনে এটা শব্দই দলং অপবিত্ৰ কৰিব বুলি তেওঁ কৈছিল। তেওঁ দলং এখনক এটা শিল্পকীৰ্তি বুলি ধৰি লৈছিল যি সম্মানটো তেওঁ কেতিয়াও চিত্ৰকলা, ভাস্কৰ্য, আৰু অৱশ্যেই কবিতাক কেতিয়াও দিয়া নাছিল, দলঙৰ বিষয়ে তেওঁৰ ইমানেই দুৰ্বলতা আছিল। তেখেতে মোক বহুতবাৰ চিলিৰ দক্ষিণত থকা মালীকোয বিস্ময়কৰ দলঙখন দেখুৱাই আনিছিল। এতিয়ালৈকে মোৰ বিশ্বাস আছিল যে দক্ষিণ চিলিৰ সেউজীয়া পাহাৰবোৰ জুৰি থকা ওখ, লাহি আৰু পবিত্ৰ এই দলখন, যেন কলিপুলি অঞ্চলৰ বতাহে বজোৱা ইস্পাতৰ এখন বেহেলাহে—আৰু এই দলঙখনেই পৃথিবীৰ ভিতৰতে সুন্দৰ দলং। কিন্তু তাতকৈ একেবাৰে বিপৰীত ধৰণৰ দলং হল ইয়াংছি নৈৰ ইপাৰ সিপাৰ জোৰা লগোৱা ঐতিহাসিক এই দলঙখন। চীনৰ এঞ্জিনীয়াৰিং কীৰ্ত্তিৰ ই সৰ্বশ্ৰেষ্ঠ নমুনা। ছোভিয়েত এঞ্জিনীয়াৰ সকলেও তেওঁলোকক সহায় কৰিছিল। চীনৰ মানুহৰ বহুযুগীয়া সংগ্ৰামৰ ওৰ পৰাৰ ই সাক্ষী আছিল। চুংকিং চহৰখনক যুগযুগ ধৰি ইয়াংছি নৈয়ে দুভাগ কৰি থৈছিল, সেইবাবে ই পিছপৰা, লেহেমা আৰু এচুকীয়া হৈ আছিল।

- আমাক দলঙখন দেখুৱাবলৈ নিয়া চীনা বন্ধু সকলৰ উছাহৰ অন্ত নাছিল। কিন্তু ভাগৰত মোৰ ভৰি দুখন খহি পৰো পৰো হৈছিল। মোক লগত লৈ তেওঁ-লোকে এবাৰ স্তম্ভবোৰৰ ওপৰলৈ উঠিছিল, আকৌ তললৈ গভীৰ দলৈ নামি গৈছিল। হেজাৰ হেজাৰ বছৰ ধৰি বৈ যোৱা পানীখিনিক আজি কেবাকিলো-

মিটাৰ দীঘল লোহাৰ দলঙখন পাৰাপাৰ কৰি ৰোৱাটো চাই চাই ভেওঁলোকৰ হুতাশ নিমিটিছিল। লোহাৰ এই ৰাস্তাত ট্ৰেন চলিব, এইবোৰ বাইচাইকেল খোৱা বাট, দুইপিনে গছ লগোৱা প্ৰকাণ্ড এই বাটটো মানুহে খোজ কাঢ়ি যাবলৈ সজা হৈছে। দলঙখনৰ বিৰাট সৌন্দৰ্য্যই মোক অভিভূত কৰি ৰাখে।

সন্ধিয়া আই চিং-এ আমাক এখন পুৰণি ৰেষ্টোৰাত খাবলৈ লৈ যায়। ইয়াত খোৱাবোৱাৰ আয়োজন একেবাৰে পুৰা চীনদেশীয়। চেৰীফুলৰ থোপাৰে বাঁহগাছক ৰামধেনুৰ লেখিয়াকৈ সজোৱা, এশবছৰীয়া পুৰণি কণী, নুমলীয়া মাইকী হাঙৰৰ ওঁঠ। চীনৰ এনেবোৰ ৰন্ধাবঢ়া জটিল, আৰু সাধুকথাত লেখাৰ দৰে মিছা যেন লাগে। কিমান যে অভাৱনীয় বস্তু আবিষ্কাৰ কৰি ৰন্ধা হয়। ইয়াৰ বিশ্বাস কৰিব নোৱাৰা দয়দস্তুৰ। আই চিং-এ আমাক দুটা এটা বিষয়ে বুজাই কলে। ভাল ৰন্ধনৰ তিনিটা প্ৰধান লক্ষণ আছে। প্ৰথমটো হল সোৱাদ, দ্বিতীয়টো গোন্ধ, তৃতীয়টো ৰং। ৰন্ধাবঢ়াত এই তিনিটা গুণক আখৰে আখৰে মানি চলিব লাগিব। সোৱাদ হব লাগিব জিৱাত লাগি থকা, গোন্ধ মনমোহা আৰু ৰং হব দেখিলেই ভোক লগা। খোৱা বস্তু নিয়াৰি লগাই সজাব লাগিব। আই চিং-এ আৰু কলে যে সেই ৰেষ্টোৰাটোত আৰু এটা শিল্প নৈপুণ্য যোগ কৰা হৈছে—শব্দ। প্ৰকাণ্ড চীনামাটিৰ থাল এখনত দেখিলেই জিবাত পানী ওলোৱা খাদ্য সজোৱা থাকে। একেবাৰে শেষ মিনিটত, মিছামাছৰ ফিচা যোগ কৰা হয়। ৰঙচুৱা হৈ থকা তপত ধাতৰ তাওৱাত পৰিবৰ সময়ত এইবোৰৰ পৰা এটা বাঁহীৰ দৰে সুন্দৰ সুৰ ওলায়—একেটা সুৰকে বাৰে বাৰে বাজি উঠি ই এটা সঙ্গীতৰ মূৰ্চ্ছনা।

পিকিঙ-ত আমাক টিং লিং-এ আদৰি নিলে। জৰ্জ আমাডো আৰু মোক আদৰিবলৈ লেখকসকলৰ মাজৰ পৰা বাচি লোৱা কমিটিৰ তেওঁ মুখিয়াল আছিল। আমাৰ পুৰণি বন্ধু কবি চিয়াও এমি-ও তেওঁৰ ফটোগ্ৰাফাৰ জাৰ্মান পত্নী গৰাকীৰ সৈতে আহিছিল। সকলোৰে মনত আনন্দ আৰু আমোদৰ ঢৌ বৈ গৈছিল। চীনৰ শেষ সম্ৰাজ্ঞীৰ মন ভাল লগাবলৈ সজা প্ৰকাণ্ড কৃত্ৰিম

হুদন্ত, পদ্মফুলৰ মাজেদি আমি নাৱত উঠি ফুৰিবলৈ গলো। কাৰখানা, প্ৰকাশনা ভৱন, মিউজিয়াম আৰু পেগোডা চাবলৈ আমাক নিয়া হল। পৃথিবীৰ সকলোতকৈ একচেটিয়া ৰেষ্টোৰাত আমি খোৱাবোৱা কৰিলো। এই ৰেষ্টোৰাটো ইমান একচেটিয়া যে তাত মাত্র এখনহে খোৱাৰ টেবুল আছিল, আৰু ৰাজপৰিয়ালৰ বংশধৰহঁতে পৰিবেশন কৰিছিল। দক্ষিণ আমেৰিকাৰ পৰা অহা আমি দুবোৰ দম্পতিয়ে চীনা লেখক সকলৰ ঘৰত লগহৈ পান কৰি, ধুমপান কৰি, ৰংমনে দিনটো কটালো – যেন আমি নিজৰ মহাদেশৰে কোনো ঘৰত আছো।

দৈনিক খবৰৰ কাগজখন লী নামৰ মোৰ ডেকা দোভাষীজনলৈ আগুৱাই দিও মোৰ বাবে একেবাৰে দুৰ্বোধ্য চীনা আখৰবোৰলৈ আঙুলিয়াই মই তেওঁক কওঁ—"এই খিনি অনুবাদ কৰি শুনোৱা।"

নতুনকৈ শিকা স্পেনীয় ভাষাত তেওঁ তত্তালিকে অনুবাদ আৰম্ভ কৰে। খেতি-বাতিৰ ওপৰত লিখা সম্পাদকীয়, মাও ছে তুং-ৰ সাঁতোৰত কৃতিত্ব, মাও-মাৰ্ক্সিষ্টৰ ক্ষমা প্ৰাৰ্থনা, মিলিটাৰী সংবাদ—সকলো মোৰ বাবে তেওঁ অনুবাদ কৰে। শেহৰখিনি সংবাদে আৰম্ভ কৰা মাত্রকে মোক আমুৱায়।

"ৰবা, ৰবা, 'মই কওঁ'—বোধহয় এইখিনি ঠাই পঢ়িলে বেচি ভাল লাগিব।"

আৰু এনেকৈয়ে এদিন যেতিয়া মোৰ আঙুলিটো এঠাইত থৈ তেওঁক পঢ়িবলৈ কলো—এটা দুঃখজনক ঘটনাৰ বিষয়ে আমি জানিবলৈ পালো। ই মোক অবাক কৰিলে—এই খবৰটো ৰাজনৈতিক বিচাৰৰ বিষয়ে—আৰু অভিযুক্ত সকল হল আমি দিনৌ একেলগে উঠাবহা কৰি থকা আমাৰ বন্ধু-সকল। তেওঁলোক এতিয়াও আমাক অভ্যৰ্থনা কৰা সমিতিৰ সভ্য হৈয়ে আছিল। বিচাৰ আজি বেচ কিছুমান দিন আগৰ পৰা চলি থকা যেন লাগিল। কিন্তু সেই তদন্তৰ ভাগীদাৰ যে তেওঁলোকো আছিল, সেই কথাটো আমাক ঘুণাক্ষৰেও জনোৱা নাছিল। অথবা তেওঁলোকৰ ভাগ্য এডাল সূতাত ওলমি আছে বুলিও কেতিয়াও উল্লেখ কৰা নাছিল।

সময় বদলিছে। সকলোবোৰ ফুল ফুটিছে। এই ফুলবোৰ যেতিয়া ফুলি আছিল মাও ছে তুং-ৰ আদেশমতে কলকাৰখানাত, স্কুল-বিশ্ব-বিদ্যালয়ত, অফিচত, খেতিপথাৰ আৰু গাওঁ ভুঁইত অগণিত কাগজৰ টুকুৰা পঠিওৱা হৈছিল। এনেকৈ অন্যায় অবিচাৰ, বলপূৰ্বক বে-আইনী ভাৱ

দেখুৱা, নেতা আৰু আমোলাতন্ত্ৰৰ অসাধু কামকাজক গৰিহণা দিয়া হৈছিল। আৰু যেনেকৈ মাখি আৰু ঘনচিৰিকা চৰাইৰ বিৰুদ্ধে যুদ্ধ সৰ্বময় কৰ্তাৰ আদেশত হঠাৎ বন্ধ কৰা হল, যেতিয়াই ইহঁতক ধ্বংস কৰিলে অভাৱনীয় পৰিণতি হব বুলি প্ৰকাশ পালে, তেনেকৈয়ে ফুলৰ ভিতৰৰ পাহিবোৰ মেল-খোৱাৰ লগে লগে সময়চোৰা খৰতকীয়াকৈ শেষ কৰা হল। আকৌ ওপৰৰ পৰা নতুন আদেশ জাৰী কৰা হল, "দক্ষিণ-পন্থীবোৰক বিচাৰি উলিওৱা।" আৰু তৎক্ষণাত সকলো সংস্থাতে, সকলো অফিছতে প্ৰতিটো ঘৰতে, চীনা সকলে ওচৰ-চুবুৰীয়াৰ পৰা স্বীকাৰোক্তি আদায় কৰাত বা নিজৰো দক্ষিণ-পন্থী ৰাজনীতিৰ প্ৰতি দুৰ্বলতাৰ কথা স্বীকাৰ কৰাত লাগিল।

মোৰ বন্ধু ঔপন্যাসিকা টিং লিঙ-অক চিয়াং কাই শেকৰ-ৰ এজন সেনাৰ লগত প্ৰেমত পৰাৰ এটা ঘটনাত দায়ী কৰা হল। কথাটো সঁচা হলেও ই মহা-বিপ্লৱৰ আগৰ ঘটনা আছিল। বিপ্লৱৰ কাৰণে তেওঁ প্ৰেমিকক এৰি গুচি আহিল, আৰু কোলাত কেচুৱা লৈ সেই বীৰত্বৰ বছৰবোৰত ইয়েনানৰ পৰা লং মাৰ্চত যোগ দিলেহি। কিন্তু এই কথাই তেওঁক সহায় নকৰিলে। তেওঁক লেখক-ইউনিয়নৰ প্ৰেছিডেণ্ট পদৰ পৰা খেদাই, ইমানদিনে তেওঁ মুখিয়াল হৈ থকা একে লেখক-ইউনিয়নৰ বেণ্টোৱাত লিগিৰীৰ কাম কৰিবলৈ দিয়া হল। কিন্তু তেওঁ নিজৰ এই কামটোও ইমান গৰ্ব আৰু মৰ্যাদাৰে কৰিছিল যে সোনকালেই দুৰ্ৱিণবটীয়া এখন চহা গাঁৱৰ কমিউনৰ ৰান্ধনি-শাললৈ তেওঁক বদলি কৰা হল। এই মহান কমিউনিষ্ট লেখিকাৰ—চীনৰ বিদ্বান জগতৰ এগৰাকী প্ৰধান মহিলাৰ—মই পোৱা এইটোৱেই শেষ খবৰ।

চিয়াও এমি-ৰ কি হল মই নাজানো। আমাৰ সকলো সময়তে লগৰীয়া কবি আই চিং-অৰ ভাগ্য বৰ বেয়া আছিল। প্ৰথমতে তেওঁক গোবি মৰু-ভূমিলৈ পঠোৱা হল — পিছত তেওঁক নিজৰ নাম নিদিয়াকৈ লিখিবলৈ অনুমতি দিয়া হল ইতিমধ্যে এই নামটো চীনৰ ভিতৰে বাহিৰে বিখ্যাত হৈ পৰিছিল। তেনেকৈয়ে তেওঁৰ শাস্তি হল সাহিত্য জীৱনৰ আত্মহত্যা।

জৰ্জ আমাডো ব্ৰাজিললৈ ঘূৰি গল। কেই দিনমানৰ পিছতে মইও মুখত এটা তিতাভাৱ লৈ এই দেশ এৰিলো। সেই তিতা লগা এতিয়াও আছে।

## চুখুমিৰ বান্ধৱবোৰ

মই ছোভিয়েত মুক্তবাত্মলৈ উভটিলো। মোক তেওঁলোকে দক্ষিণৰ পিনে এপাক মাৰিবলৈ অনুৰোধ কৰিলে। বিশাল এলেকা পাৰ হৈ আমি উৰাজাহাজৰ পৰা নামিলো। প্ৰকাণ্ড ষ্টেপ তৃণভূমি, কাৰখানা, ৰাজবাট, ছোভিয়েত দেশৰ ডাঙৰ চহৰ আৰু সৰু সুৰা নগৰবোৰ আমি পাৰ হৈ আহিলো। ফাৰ গছ আৰু বনৰীয়া জন্তুৰে ভৰা গহীন ককেছাছ পৰ্বত-শ্ৰেণীৰ কাষ পালোঁহি। কৃষ্ণ সাগৰে নীলা সাজ পিন্ধি আমাৰ ভৰিৰ তলত, আমাক আদৰি নিবলৈ বৈ আছে। গোটেই ঠাইখন কমলাফুলৰ গোন্ধে আমোলমোলাই আছে।

আব্‌খাজিয়া-ই এখন সৰু ছোভিয়েত সাধাৰণতন্ত্ৰ। আমি তাৰ ৰাজধানী চুখুমিত উপস্থিত হৈছো। এই ঠাইখনেই পৌৰাণিক কলোচিচ—"গোল্ডেন ক্লীছৰ দেশ খ্ৰীষ্ট জন্মৰ দুশ বছৰৰ আগতে জেছনে এই গোল্ডেন ক্লীছ" চুৰ কৰি নিবলৈ আহিছিল। ই গ্ৰীকসকলৰো ডিয়োস্কুৰি বোলা দেশ। পিছত এটা মিউজিয়ামত কৃষ্ণসাগৰৰ তলৰ পৰা অলপতে উদ্ধাৰ কৰা এটা গ্ৰীক মাৰ্বেল পাথৰৰ মূৰ্তি দেখিলো। এই সাগৰখনৰ পাৰতে হেলেনৰ দেশৰ দেৱতা সকলে লীলা খেলা কৰিছিল। আধুনিক যুগত এই ৰহস্যভৰা ঠাইতে ছোভিয়েতৰ মানুহৰ কঠোৰ পৰিশ্ৰমৰ সহজ জীৱন আৰম্ভ হৈছে। লেনিন-গ্ৰাডত দেখা মানুহক আপুনি ইয়াত দেখা নাপাব। সূৰ্যৰ পোহৰ, গম, আৰু প্ৰকাণ্ড আঙুৰকুঞ্জ ভৰা এই ঠাইখন একেবাৰে অইন ৰকমৰ—ইয়াৰ ভূমধ্যসাগৰীয় গুণ এটা আছে। ইয়াৰ মানুহ সকলে অলপ বেলেগকৈ খোজ কাঢ়ে। ইয়াৰ তিৰোতা সকলৰ চকু আৰু হাতৰ শোভা ইটালী আৰু গ্ৰীছৰ তিৰোতা সকলৰ দৰে।

কেইদিনমানৰ বাবে মই ঔপন্যাসিক ছিমোনোভৰ ঘৰত আছো। কৃষ্ণ সাগৰৰ গৰমপানী আমি সাঁতুৰিবলৈ যাওঁ। ছিমোনোভে তেওঁৰ ফল বাগিছাৰ ধুনীয়া গছবোৰ মোক দেখুৱায়। মই সেই সকলো গছ আগৰ পৰা চিনি পাওঁ, আৰু তেওঁ প্ৰতিটো নাম কৈ যোৱাৰ পিছত মই দেশপ্ৰেমিক চহাৰ দৰে আওৰাই যাওঁ—"আমাৰ চিলিতো এই গছ আছে, এনে জাতৰ গছ চিলিতো আছে—আৰু সেই তেনেকুৱা গছও আছে।"

ছিমোনোভে মোলৈ খেমেলিয়া হাঁহিৰে চাই মই তেওঁক কওঁ "ছাণ্টিয়াগোত আমাৰ ঘৰত আপুনি বনৰীয়া আঙুৰকুঞ্জ বা শৰতকালৰ ৰ'দত সোণোৱালী পপলাৰ গছবোৰ কেতিয়াও নেদেখিব বুলি মোৰ সঁচাকৈ বেয়া লাগিছে। এনে শোণ আৰু কতো নেদেখিব। আপুনি যদি মাত্ৰ চিলিৰ বোলেণ্ডো গছৰ সুগন্ধ লব পাৰিলেহেঁতেন। বসন্তকালত ফুলাম চেৰীগছবোৰ দেখিলেহেঁতেন। মেলিপিলাৰ বাটত দুই কাষে চহা মানুহে কেনেকৈ ধনৰ চালত সোণোৱালী শস্যৰ ডালবোৰ মেলি শুকুৱায় যদি এবাৰ দেখিলেহেঁতেন। ইছলা নেগ্ৰাৰ বিশুদ্ধ ঠাণ্ডা পানীত যদি এবাৰ আপোনাৰ ভৰি দুখন জুৰুৱাব পাৰিলেহেঁতেন! কিন্তু মৰমৰ ছিমোনোভ ভাইটি, দেশে দেশে দেৱাল দি বাট ভেটি বাধিছে, ইজনে সিজনৰ শত্ৰু হোৱাৰ খেল দেখুৱাইছে। ঠাণ্ডা যুদ্ধত গুলীৰ বিনিময় হয়। এইবোৰ কাৰণে আমি মানুহে মানুহৰ পৰা আঁতৰি থাকো. আচৰিত লগা ৰকেটত উঠি আকাশ পাওঁগৈ, কিন্তু ভাইৰ লেখিয়াকৈ হাত বঢ়াই কাকো আদৰি নানো।

ছিমোনোভে মিচিকিয়াই হাঁহি কলে, "হয়তো ভৱিষ্যতে এনে অৱস্থাৰ সলনি হব।" কৃষ্ণসাগৰত ডুবি থকা দেৱতা সকললৈ তেওঁ এটা শিলগুটি দলি মাৰিলে।

চুখুমিৰ বান্দৰকুল ইয়াৰ গৰ্বৰ বিষয়। এই ঠাইৰ নাতিশীতোষ্ণ জলবায়ুৰ সুবিধা লৈ এক্সপেৰিমেণ্টাল মেডিচিনৰ ইন্সটিটিউটে ইয়াত পৃথিৱীৰ সকলো জাতৰ বান্দৰ পুহিছে। ভিতৰলৈ সোমাই যাওঁ আহক। প্ৰকাণ্ড প্ৰকাণ্ড সজাত উতনুৱা আৰু নিৰ্বোধ বান্দৰ; বৰ ডাঙৰ আৰু একেবাৰে এধানিমানি লোম থকা আৰু লোমহীন বান্দৰ, চিন্তাকুল মুখৰ আৰু তিৰবিৰোৱা চকুৰ—কিমান জাতৰ বান্দৰ যে তাত আছে। গোমোঠা মুখৰ আৰু মইমতীয়া অত্যাচাৰী বান্দৰও আছে।

ধোঁৱাবৰণীয়া, বগা; তিনিৰঙীয়া টিকাৰে লেজহীন বান্দৰ; গাখলু গহীন বান্দৰ; বহুপত্নীক মটা বান্দৰবোৰে অনুমতি নিদিয়ালৈকে মাইকীবোৰক খাবলৈ নিদিছিল—আৰু সেই অনুমতিও নিজে আগতে পেট ভৰাই খাই লৈহে দয়াকৈ দিছিল।

এই ইন্সটিটিউটত জীৱ বিদ্যাৰ সৰ্বোন্নত অধ্যয়ন কৰা হয়। স্নায়ুতন্ত্ৰ,

বংশগত বিজ্ঞান, জীৱন-ৰহস্য আৰু দীৰ্ঘায়ু কৰণৰ সংক্ৰান্ত পৰীক্ষা-নিৰীক্ষা-বোৰ কৰিবলৈ বান্দৰ ব্যৱহাৰ কৰা হয়।

এজনী বান্দৰী আৰু তাইৰ দুটা পোৱালী আমাৰ চকুত পৰিল। এটাই তাইৰ পিচে পিচে অনবৰত ফুৰিছে ; অইনটোক তাই মৰমেৰে মানুহৰ দৰে কোলাত লৈ ফুৰিছে। ইন্সটিটিউটৰ পৰিচালক জনে আমাক জনালে যে কোলাত লৈ ফুৰা সৰু পোৱালীটো তাইৰ নিজৰ নহয় তাই এইটো তুলি লৈছে। অলপতে তাই পোৱালী দিবৰ সময়ত, অইন এজনী বান্দৰীয়ে পোৱালী দিয়েই মৰিল। এই বান্দৰীজনীয়ে মাউৰাটোক তত্তালিকে তুলি ললে। আৰু তেতিয়াৰ পৰাই তাইৰ মাতৃস্নেহ, তাইৰ প্ৰতিটি মুহূৰ্তৰ আদৰ ভালপোৱা নিজৰটোতকৈ তুলি লোৱা পোৱালীৰ প্ৰতিহে বেচি হল। বৈজ্ঞানিক সকলে এইটো দেখি ভাবিলে যে তাইৰ ইমান প্ৰবল মাতৃভাৱে তাইক এই পোৱালীটিৰ বাহিৰে অইন বেলেগ বান্দৰীৰ পোৱালী তুলি লবলৈকো সহায় কৰিব ; কিন্তু এটাৰ পিছত এটাকৈ তাই সকলোবোৰ অইন পোৱালী অগ্ৰাহ্য কৰিলে। তাইৰ বেহৰূপে তেওঁলোকে ভৰা সহজ জীৱন-নীতি মনা নাছিল—কিন্তু সচেতন মাতৃভাৱৰ ঐক্যৰ চিনাকী দিছিল।

## আৰ্মেনিয়া

এতিয়া আমি পৰিভ্ৰমী আৰু কিম্বদন্তীৰ দেশ আৰ্মেনিয়ালৈ উৰি আহিলো। দক্ষিণলৈ বহুতদূৰে বিয়পি থকা আৰাৰাত পৰ্বতৰ বৰফে ঢকা টিঙে আৰ্মেনিয়াৰ বুৰঞ্জীক প্ৰসিদ্ধ কৈ ৰাখিছে। বাইবেলৰ মতে ইয়াতে প্ৰসিদ্ধ নোৱা-ৰ নাওখন আহি পৃথিৱীক মানুহৰ বসতিপূৰ্ণ কৰিবলৈ আহি পাৰত লাগিছিল। কামটো নিশ্চয় বৰ টান আছিল কাৰণ আৰ্মেনিয়া শিলাময়, আৰু আগ্নেয়গিৰিৰে ভৰা ঠাই অবৰ্ণনীয় কষ্ট স্বীকাৰ কৰি আৰ্মেনিয়াৰ মানুহে ঠাইখনত খেতিপথাৰৰ কাম আৰম্ভ কৰিলে, আৰু তেওঁ-লোকৰ জাতীয় সংস্কৃতিক প্ৰাচীন পৃথিৱীত সৰ্বশ্ৰেষ্ঠ কৰি তুলিলে। সমাজ-তন্ত্ৰী সমাজে এই শ্বহীদ জাতটোৰ অসাধাৰণ উন্নতি আৰু বিকাশ ঘটাইছে। বহু শতাব্দী ধৰি তুৰ্কী হানাদাৰবোৰে আৰ্মেনিয়াত গণহত্যা চলাই আহিছিল অথবা মানুহক কিনা গোলাম কৰি ৰাখিছিল। মাতৃভূমিৰ প্ৰতিটো

শিল্পৰ দৃষ্টান্ত, সৌন্দৰ্যবোধৰ প্ৰতিটো টালিতে আৰ্মেনিয়ান মানুহৰ এটো পাৰকৈ তেজ আছে। এই দেশৰ সমাজবাদী নৱজাগৰণ এটা ভোজ বাজিৰ দৰে, বাবু যিসকলে ভুলবিশ্বাসত ছোভিয়েত ৰাজতন্ত্ৰৰ গুণকীৰ্তন কৰে, তেওঁলোকৰ ভুল আঙুলিয়াই দেখুৱাই দিয়ে। আৰ্মেনিয়াত মই একেলগে পাঁচহেজাৰ শ্ৰমিকে কাম কৰা সুতাকল, বিশাল সেচ আৰু বিদ্যুৎ প্ৰকল্প, আৰু বহুত এনে এনে প্ৰকাণ্ড শ্ৰমশিল্প দেখিছো। চহৰ-গাওঁত ইমুৰৰ পৰা সিমুৰলৈ সোমাই গৈ মই মাত্ৰ আৰ্মেনিয়ান—আৰ্মেনিয়ান মটা তিৰোতাকহে দেখিলো। মাথোন এজনহে ৰাছিয়ান মানুহৰ লগ পালো। হেজাৰ হেজাৰ ঘোৰ কলাবৰণীয়া চকুৰ মাজত অকল তেওঁৰহে নীলা চকু আছিল। এই ৰাছিয়ান জনে চেভান হ্ৰদত এটা জল বিদ্যুৎ প্ৰকল্প চলাইছিল। হ্ৰদটোৰ ওপৰ ভাগৰ কেন্দ্ৰতলৰ আয়তন খুব ডাঙৰ নাছিল আৰু ইয়াৰ পানীখিনিক মাত্ৰ এটা খালেদি বোৱাই নিয়া হৈছিল। মহামূলীয়া পানীখিনি বাষ্প হৈ উৰি যোৱা বাবে পানীৰ কণ্ডাল শুকান আৰ্মেনিয়াই এই সম্পদটো গোটাই লৈ আকৌ তাক ব্যৱহাৰ কৰিব নোৱাৰে। কিন্তু এতিয়া বাষ্পীয়কৰণ আৰু বঢ়াবলৈ হ্ৰদটোক আৰু বহলকৈ খান্দি লোৱা হৈছে। এনেকৈ হ্ৰদৰ অনুভূমিক তল আৰু নমোৱা হৈছে, তাৰ লগে লগে খালত বঢ়োৱা পানীৰে আঠটা জলবিদ্যুৎ দপ্তৰ, নতুন নতুন শ্ৰমশিল্প, দৈত্যাকাৰ এলুমিনিয়ামৰ কাৰখানা, গোটেইখন দেশৰ বাবে বিজুলী শক্তি আৰু সেচৰ দিহা কৰা হব। সেই হ্ৰদৰ পাৰত, আৰ্মেনিয়াই পাহৰিব নোৱাৰা নীলা আকাশৰ দৰে পানীলৈ চাই থকা জলবিদ্যুত কেন্দ্ৰটো মই কেতিয়াও পাহৰিব নোৱাৰো। আৰ্মেনিয়াৰ প্ৰাচীন গিৰ্জা আৰু মঠ মন্দিৰৰ বিষয়ে মোৰ কি অভিমত জানিবলৈ সাংবাদিক সকলে যেতিয়া মোক প্ৰশ্ন সুধিলে, আৰু অলপ বঢ়াই মই তেওঁলোকক উত্তৰ দিলো—হ্ৰদৰ পাৰত থকা সেই মন্দিৰটো—সেই জলবিদ্যুত প্ৰকল্পটো—মোক তাকে বেচি ভাল লাগিছে।

আৰ্মেনিয়াত মই বহুত বস্তু দেখিছিলো। মোৰ মনেৰে এৰিভান হল মই দেখা চহৰবোৰৰ ভিতৰতে সকলোতকৈ সুন্দৰ। আগ্নেয়গিৰিৰ শিলাভস্মৰে সজা এই চহৰখনক এপাহি গুলপীয়া গোলাপ ফুল যেন লাগে। বিৰাকানৰ জ্যোতিৰ্বিজ্ঞানৰ মানমন্দিৰলৈ যোৱা মই কেতিয়াও পাহৰিব নোৱাৰো। তৰাৰ লিখন তাতে মই প্ৰথম দেখিলো। ভিৰাৰিৰাই থকা তৰাৰ পোহৰখিনি খুটলি লৈ, আকাশৰ ইলেক্ট্ৰোকাৰ্ডিওগ্ৰামৰ দৰে খুব সূক্ষ্ম ৰেখাচিত্ৰৰ দৰে বিস্ব-

ব্ৰহ্মাণ্ডৰ তৰাবোৰৰ হৃৎস্পন্দন টুকি লোৱা হৈছিল। মই লক্ষ্য কৰিলো যে প্ৰতিটো তৰাৰে নিজস্ব, ক'পাক'পা, মনোৰম লেখাৰ নিয়ম আছে। পৃথিৱীৰ মাটিৰ সৈতে কৰি বন্দী—তেওঁৰ চকুত অবোধ্য সেই লেখাবোৰ।

এৰিভানৰ চিড়িয়াখানত সোমাই মই কনডোৰ-ৰ সজাৰ কাষলৈ গলো। কিন্তু মোৰ দেশোৱালী ভাইয়ে মোক চিনি নাপালে। সজাৰ এচুকত সি থিয় দি বল। টপামুৰা, মিছা কোনো মায়ামোহ নথকা অবিশ্বাসী চকুৰে এটা কনডোৰ যেনেকুৱা, সেইটোও সাইলাখ তেনেই আছিল। আমাৰ আমেৰিকাৰ পৰ্বতমালাৰ বাবে তাৰ প্ৰাণে কান্দি আছিল। মই তালৈ বিষন্ন চকুৰে চালো, কাৰণ মই নিজৰ জন্মভূমিলৈ ঘূৰি যাবলৈ ওলাইছো, আৰু সি গোটেই জীৱন এনেকৈ সজাৰ ভিতৰত বন্দী হৈ থাকিব।

টে'পাৰৰ লগত মোৰ অভিজ্ঞতা অৱশ্যে অইন ৰকমৰ। আমাজনৰ পৰা অনা টে'পাৰ থকা খুব কম চিড়িয়াখানাবোৰৰ ভিতৰত এৰিভানৰ চিড়িয়াখানাও এটা। ষাড়-গৰুৰ দৰে দেহৰ, দীঘল নাক মুখৰ, সৰু সৰু মণিৰ দৰে চকুৰে ই এবিধ অসাধাৰণ জন্তু। মই অৱশ্যে স্বীকাৰ কৰো যে দেখিবলৈ মোকো টে'পাৰৰ নিচিনা লাগে—কথাটো একো গোপন কথা নহয়।

এৰিভানৰ টে'পাৰটোৱে পৃথিৱীৰ পাৰত নিজৰ গৰাহত কলমতিয়াই আছিল। মোক দেখি তাৰ চকুযুৰি জিলিকি উঠিল—বোধহয় ব্ৰাজিলত আমি এবাৰ লগ পাইছিলো নেকি? চিড়িয়াখানাৰ ৰখীয়াজনে মই তাৰ সাতোৰা চাম নেকি সুধিলে। মই উত্তৰ দিলো যে তাৰ সাঁতোৰ চাবলৈ মই পৃথিৱীৰ সিমূৰলৈকে যাম। গৰাহৰ সৰু দুৱাৰ এখন খোলা হল। বংমনেৰে মোৰ পিনে চাই সি পানীত জাপ মাৰি পৰিল। সাধুকথাৰ কোনোবা সাগৰ-ঘোড়াৰ দৰে ফোঁপাই, লোমশ গ্ৰীক দেৱতা ট্ৰাইটনৰ দৰে—আকৌ ওপঙি উঠি, গোটেই গাটো পানীৰ পৰা তুলি লৈ আকৌ ডুব মাৰিলে—ওচৰৰ পানীখিনিত ধুমুহা উঠাৰ দৰে ঢৌ উঠিল। আনন্দত উদ্ৰাবল হৈ সি আকৌ ওপঙিলে। তৰ্জন গৰ্জন কৰি, ফোঁপাই, দৰ্শকীয়াকৈ সি নানান কুস্তি দেখুৱাবলৈ ধৰিলে।

চিড়িয়াখানাৰ ৰখীয়াজনে মোক কলে, "তাৰ ইমান আনন্দ আমি কেতিয়াও দেখা নাই।"

দুপৰীয়া তাৰ লেখকসংঘই আমাক খাবলৈ দিয়া ভোজৰ সময়ত আমাজনৰ টে'পাৰটোৰ কাণ্ডকাৰখানাৰ বিষয়ে মই কলো। পশুৰ বিষয়ে মোৰ

আগ্রহৰ কথাও কলো। কোনো ঠাইত চিৰিয়াখানা আছে বুলিলে মই কেতিয়াও তাক নোচোৱাকৈ নেবো।

উত্তৰত আৰ্মেনিয়ান লেখক সংঘৰ সভাপতিজনে কলে, "নেবুভাই কিয় চিৰিয়াখানাটো চাবলৈ গ'ল? আমাৰ লেখক সমিতিক এবাৰ চাবলৈ আহিলেই তেওঁ সকলো জাতিৰ পশুকে দেখা পালেহেঁতেন। আমাৰ ইয়াতে সিংহ, বাঘ, শিয়াল আৰু চাল মাছ, ঈগল চৰাই আৰু সাপ, উট আৰু ভাটো সকলো আছে।"

## মদ আৰু যুদ্ধ

উভাটিবৰ সময়ত মই আকৌ মস্কোত ৰলো। মোৰ বাবে এই চহৰখন বহুত সফল সপোনৰ ঠাই, আৰু মোৰ প্ৰিয়তম বন্ধুসকলো ইয়াতে থাকে। মস্কো মানেই মোৰ বাবে মহাভোজ। তাত গৈ পোৱা মাত্ৰকে মই ৰাস্তাত অকলে ফুৰিবলৈ ওলাই যাওঁ, মুকলি মনেৰে উশাহ নিশাহ লৈ এটি সুৰ গুণগুণাই গাওঁ। ৰাছিয়াৰ মটা মানুহৰ মুখলৈ, তিৰোতাৰ চকু আৰু বেণীলৈ চাওঁ। ৰাস্তাৰ চুকত বেচা আইচক্ৰীম, জনপ্ৰিয় কাগজৰ ফুল, দোকানৰ খিৰিকীলৈ নতুন কিবা বস্তু বিচাৰি যাওঁ—সৰুসৰা বস্তু বিচাৰি যাওঁ—যিবোৰে জীৱনক মধুৰ কৰি তোলে।

আকৌ এবাৰ মই এৰেনবুৰ্গক লগ ধৰিবলৈ গলো—মোৰ প্ৰিয় বন্ধুৱে দেখুৱা প্ৰথম বস্তুটো হ'ল এবটল নৰৱে দেশৰ মদ—জীৱনদায়ী জল। বটলটোৰ লেবেলত গৈ থকা ডাঙৰ জাহাজ এখন ৰং দি অঁকা আছিল। কোনোবা এচুকত দুটা তাৰিখ লেখা আছিল—অষ্ট্ৰেলিয়ালৈ এই বটলটো বোৱা আৰু তাৰ পৰা আকৌ নিজৰ দেশ স্কাণ্ডিনেভিয়ালৈ ঘূৰি অহা।

আমি এই মদৰ বিষয়ে কথা পাতিবলৈ ধৰিলো। মোৰ ডেকাকালৰ কথা মনত পৰিল। তেতিয়া আমাৰ দেশৰ মদ উৎকৃষ্ট বুলি তাৰ খুব চাহিদা আছিল আৰু দেশবিদেশলৈ ৰপ্তানী হৈছিল। আমাৰ দৰে বেলত কাম কৰা, উৰ্দি পিন্ধা খামখেয়ালী বোহেমিয়ান জীৱন-যাপন কৰা মানুহে সেই মহঙা মদ খোৱাৰ কথা ভাবিব নোৱাৰিছিল।

প্ৰতি দেশৰে নিজা মদ কেনেকৈ বনায় তাৰ প্ৰতি মোৰ আগ্ৰহ আছে—ইয়াৰ আৰম্ভণিৰ পৰা ইয়াক সেউজীয়া বটল বা কাঁচিকৰ দৰে কটকটীয়া

কাদ্‌কোজ কৰা আইনাৰ বটলত সুমুৱালেকে। স্পেনৰ সেভিলিয়াত মই “ৰিবেৰিও” মদ পিবলৈ ভাল পাইছিলো ইয়াক এটা পিয়লাৰ পৰা শোহা মাৰি খোৱা হয়, আৰু খোৱাৰ পিছত চীনামাটিৰ পিয়লাটোত তেজৰ দৰে মোটা চেকা এটা লাগি থাকে। হাঙ্গেৰীত এবিধ গধুৰ মদ খোৱা মনত পৰিছে—ইয়াক “ষাঁড়গৰুৰ তেজ” বোলা হয়। জিপচিৰ হাতৰ বেহেলা ইয়াৰ ৰাগীৰ প্ৰকোপত কঁপি উঠে।

মোৰ আজো-আজো-ককাদেউতাহঁত আঙুৰকুঞ্জৰ গৰাকী আছিল। মই ওপজা নগৰখনৰ নাম পাৰাল—ই আছিল কেঁচা আঙুৰ ৰঙৰ নতুন মদৰ প্ৰধানকেন্দ্ৰ। মোৰ দেউতা আৰু খুৰাদেউতাহঁত ডন জোচে এঞ্জেল, ডন জবেল ডন ওচিয়াছ আৰু ডন আমোচ-ৰ পৰা মই নতুন মদ আৰু চেকা মদৰ তফাৎ ধৰিবলৈ শিকিছিলো। তেওঁলোকৰ দৰে পিপাৰ পৰা উলিয়াই নিৰ্ভেজাল কেঁচা মদ খোৱা মোৰ পছন্দ নহৈছিল। অইন সকলো বিষয়ৰ দৰে আদিম অৱস্থালৈ, উদং ৰূপটোলৈ উভটি যোৱা মোৰ বাবে টান আছিল—কিয়নো মই ভোজন বিলাসীৰ উত্তম খাদ্য খাই সোৱাদৰ সূক্ষ্ম পাৰ্থক্যবোৰ ধৰিবলৈ শিকিলৈছো। শিল্পকলাৰ বিষয়েও একেই কথা—প্ৰাক্সিটেলচ-ৰ এফ্ৰোডাইটি-ৰ পৰা জীৱন আৰম্ভ কৰি শেষলৈ অচিয়ানিয়াৰ বন্য প্ৰতিমূৰ্তিত শেষ কৰা হয়।

পেৰিছত এখন ভদ্ৰ পৰিয়ালৰ ঘৰত মই শ্ৰেষ্ঠ মদৰ সোৱাদ পাইছিলো। মদটোৰ নাম মোট ৰথচাইল্ড—ইয়াৰ গঢ় অতুলনীয়, সুগন্ধ অবৰ্ণনীয়, আৰু লাৱণ্য নিটোল। আৰাগঁ আৰু এলছা ট্ৰাইওলেটৰ ঘৰত মই এই মদ খাইছিলো।

আৰাগঁ-ই কৈছিল, “মই এই বটলবোৰ মাত্ৰ পাইছো, আৰু বিশেষকৈ আপোনাৰ বাবে খুলিছো।”

তাৰ পিছত তেওঁ মোক গল্পটো কলে।

জাৰ্মান সৈন্য-বাহিনীয়ে ফৰাছী ৰাজ্য জয় লাভ কৰিছে। ফ্ৰান্সৰ সৰ্ব-শ্ৰেষ্ঠ বুদ্ধিদীপ্ত সেনা, কবি আৰু বিষয়া লুই আৰাগঁ-ই যুদ্ধক্ষেত্ৰৰ আগ-ভাগৰ এখন ঠাই পালেগৈ। তেওঁৰ অধীনত পুৰুষ নাৰ্ছৰ এটা বাহিনী আছিল। এই ঠাইখিনিৰ পৰা তিনিশ মিটাৰ মান সমুখত থকা এটা পকী-ঘৰলৈ যাবলৈ তেওঁ বাহিনীটোক আদেশ দিলে। কিন্তু তাৰ সেনাধ্যক্ষ জনে আৰাগঁ-ক বাধা দিলে। এই মানুহ গৰাকী আছিল কাউণ্ট আলফঁছ ডে ৰথ-চাইল্ড—আৰাগঁতকৈ বয়সত সৰু আৰু দুয়োজনেই সমান মেজাজী।

তেওঁ কলে, "আপুনি আৰু আপোনাৰ নোৱাৰে। জাৰ্মান সৈন্যই বন্দুক হিলৈ লৈ খুব ওচৰতে আছে।"

আৰাগ'-ই তপৰাই উত্তৰ দিলে, "মোক এই ঘৰটোলৈ যাবলৈ আদেশ দিয়া হৈছে।"

কেপ্টেইনে উত্তৰ দিলে—"কিন্তু মই আপোনাক আদেশ দিছো আপুনি আৰু আপুনাই যাব নোৱাৰে—য'তে আছে ত'তেই থাকিব লাগিব।"

আৰাগ'ক মই ভালকৈ চিনি পাওঁ—সেইয়ে এই সময়ৰ তৰ্কাতৰ্কিত নিশ্চয় হাতবোমাৰ দৰে স্ফুলিঙ্গ ছিটিকি উঠিছিল, উত্তৰ প্ৰত্যুত্তৰ ঘোৰ তৰোৱালৰ খোচৰ দৰে গা বেজবেজাই থোৱা আছিল। কিন্তু দহমিনিটতে সকলো ওৰ পৰিল। ৰথচাইল্ড আৰু আৰাগ'-ৰ চমক খোৱা চকুৰ আগতে হঠাৎ জাৰ্মান মৰ্টাৰৰ বোমাৰ আঘাতত পকীঘৰটো তৎক্ষণাত ধোৱা, ধুলি আৰু নুমাৰ থৰা ছাইত পৰিণত হল।

আৰু ফ্ৰান্সৰ শ্ৰেষ্ঠ কবিজনে ৰক্ষা পালে। এজন ৰথচাইল্ডৰ সোৰ্বাত্মিক-তাৰ বাবে ধন্যবাদ।

তেতিয়াৰ পৰা এই ঘটনাৰ বছৰেকীয়া দিনত আৰাগ'-ই যোৱা মহাযুদ্ধত হোৱা তেওঁৰ কেপ্টেইনৰ আঙুৰ বাগানৰ পৰা বনোৱা মেটি ৰথচাইল্ড মদৰ কেইটামান সুন্দৰ বটল উপহাৰ পায়।

এতিয়া মই মস্কোত ইলিয়া এৰেনবুৰ্গৰ ঘৰত। সাহিত্যজগতৰ এই গৰিলা সেনাজনে নাজীবাদৰ ভয়ঙ্কৰ-বিৰোধী—তেওঁ অকলেই চাল্লিশ হেজাৰ সেনাৰ সমান। তেওঁৰো উৎকৃষ্ট সুৰাৰ এজন প্ৰেমিক। ষ্টেণ্ডালনে-ৰ বিষয়ে তেওঁ বেচি জনাবুজা আছিল মই কব নোৱাৰো। জৰ্জ মানাৰিকৰ কবিতা আৰু পৰ্মেৰি এট্‌ গ্ৰেনো সুৰা দুয়োতে তেওঁ সমান জুতি পাইছিল। ফৰাছী দেশৰ বিষয়ে সকলো কথাতে, সুগন্ধি, মধুৰ ফ্ৰান্সৰ দেহ মনৰ প্ৰেমত তেওঁ ডুব গৈ আছিল।

সি যি নহওক, যুদ্ধৰ পিছত মস্কোত এই ধুলি গুজৰ উঠিল যে কেটামান ৰহস্যজনক মদৰ বটল বেচা হব। বাৰ্লিনৰ পিনে মাৰ্চ কৰি যাওঁতে লাল-ফৌজে এটা গুহাদুৰ্গ দখল কৰিছে। তাৰ ভিতৰত গোৱেবলছৰ পগলা কাম-কাজৰ প্ৰচাৰ-পত্ৰ কিছুমান, আৰু মহীয়সী ফ্ৰান্সৰ মদৰ ভৰালৰ পৰা ধুহিমুহি

অনা মদৰ বটল ভৰি আছিল। বিজয়ী লালফৌজৰ সদৰ দপ্তৰলৈ কাগজ-পত্ৰ আৰু মদৰ বটলবোৰ জাহাজত তুলি পঠোৱা হল। লালফৌজৰ কৰ্তাসকলে দলিলবোৰ পঢ়ি চাবলৈ নিলে, কিন্তু মদৰ বটলবোৰ কাক দিব বুজি নাপালে।

সুন্দৰ কাঁচৰ বটলত মদ ভৰোৱাৰ তাৰিখটো বিশেষ লেবেলত জলমলাই লিখি থোৱা আছিল। মদবোৰ ভাল জাতৰ আৰু পুৰণি নামী বস্তু আছিল। ৰোমানী, মুউন চেটুনুফডে পেপৰ লগত বগা বৰণীয়া পাউইলি, জাইফাই গোন্ধৰ ভউভৰয়ে, মথমলীয় কোমল চেম্বাৰ্টিন—সকলোবোৰে গাত গা লগাই আছিল। গোটেইবোৰ বটল তাৰিখ অনুসাৰে সজাই থোৱা উৎকৃষ্ট আঙুৰ মদৰ সংগ্ৰহ আছিল।

সমাজবাদৰ সমদৰ্শিতাই ফৰাছী মদৰ এনে আপুৰুগীয়া জয়লব্ধ সংগ্ৰহ-টোক বাছিয়ান মদৰ দৰে একে সমান দামতে সাধাৰণ মদৰ দোকানত বেচিবলৈ আদেশ দিলে, মাত্ৰ বিধি-নিষেধ হিছাবে প্ৰতিজন কিনোতাক বটলৰ সংখ্যাৰ সীমা বান্ধি নিৰ্দিষ্ট কৰি সমাজবাদৰ উদ্দেশ্য মহৎ, কিন্তু আমি কবিকুল সকলো দেশতে এক। মোৰ সাহিত্যজগতৰ কমৰেড সকলে আত্মীয় মানুহ, ওচৰ চুবুৰীয়া, বন্ধু-সমনীয়া সকলোকে পঠিয়াই অবিশ্বাস্য কম দামত, অবিশ্বাস্য ভাল মদৰ বটল কিনিলে। এদিনতে সকলো বটল শেষ হৈ গল।

নাজীবাদৰ ঘোৰ শত্ৰু এৰেনবুৰ্গে এনেকৈয়ে মদ কিনিলে—কিমান বটল মই অৱশ্যে তাৰ হিছাব নিদিও। আৰু সেই মদৰ বাবেই মই এতিয়া ভেঙৰ কাষত বহি মদৰ বিষয়ে কথা পাতি, কবিতা আৰু যুদ্ধজয়ৰ সন্মানত গোৰে-বলছ-ৰ মদভৰালৰ মদ খোৱাত ভাগ লৈছো।

## পুনৰায় দখল কৰি লোৱা কাৰেঙঘৰ

ডাঙৰীয়া সকলে কেতিয়াও ভেঙলোকৰ বিশাল কাৰেঙঘৰ চাবলৈ মোক মতা নাই, আৰু সঁচাকৈ কবলৈ গলে তেনে কামত মোৰ আগ্ৰহো নাই। চিলিত জাতীয় ৰং-ধেমালি যোলোতে বহুবেকীয়া কিনা বেচা হে। সাতাদিন ধৰি নীলাম হয়, আৰু মানুহে নীলাম ঘৰৰ আগত ভিৰ কৰেহি। আমাৰ দেশৰ ডাঙৰীয়া সকলৰ ফুটনিৰ চানেকি এই কাৰেঙঘৰ বোৰৰ প্ৰায় প্ৰতিটোৱে ধ্বংসৰ মুখত এই ঘৰবোৰকে নীলাম কৰা হয়। সময় হলে, মোক কেতিয়াও আগতে

সোমাবলৈ নিদিয়া, মোক অকলে নহয়—সাধাৰণ সকলো মানুহৰ ভিতৰতে মইও এজনহে—লোহৰ জপনাখন—আৰু জপনাৰ লগতে থাবলগীয়া চকী, মেজ, ক্রুছবিদ্ধ যীশুৰ ছবি, পুৰণিকলীয়া মানুহৰ মুখা, কাঁহীবাটি, চামুচ আৰু বিছনাৰ চাদৰ—সেই চাদৰবোৰৰ মাজত বহুত অপদাৰ্থ জীৱনৰ জন্ম হৈছিল। সকলোৱে হাত বদলায়। চিলিৰ মানুহে তেতিয়া ভিতৰলৈ সোমাই, লিৰিকি বিদাৰি চুই চায়। শেষত কেইজন মানেহে বস্তু কিনিব পাৰে। তাৰ পিছত পকীঘৰটো ভাঙি তাক ভাগ ভাগকৈ বেঁচা হয়। কিনোতামানুহে ইয়াৰ চকু ( খিড়িকী ), নাড়ীভুঁড়ি ( খটখটী ), ভৰি ( মজিয়া ) আৰু এনেকি ফুলৰ টবৰোবো ভাগ ভাগকৈ কিনি লৈ যায়।

কিন্তু, য়ুৰোপত ডাঙৰ ডাঙৰ অট্টালিকাবোৰ বিশেষকৈ দেখাশুনা কৰি ভালভাৱে ৰখা হয়। আমি কেতিয়াবাহে ডাঙৰীয়া-ডাঙৰীয়ানী সকলৰ পটত এভুমুকি মাৰিব পাৰো। এওঁলোকক জীৱিতকালত ভাগ্যৱান পটুৱা হৈতেহে দেখা পাইছিল। আমাক এই পটবোৰে, আৰু নাৰীদেহৰ ৰূপ-ৰেখাই আনন্দ দিছিল। তেওঁলোকৰ গোপন কথা, কৌতূহলজনক পাপ-কাম, পৰচুলা আৰু দেখিলে অবাক লগা নথি-পত্রবোৰ, পৰ্দাৰে ঢকা বেৰাবোৰ – যিবোৰে বহুত গোপন কথাবাৰ্তা শুনি লৈছিল—সকলোখিনিকে ভৱিষ্যতৰ বিজুলীৰ দৰে চমকলগোৱা আমোদৰ বাবে যতনাই থোৱা আছিল।

ইয়াৰ পিছত মোক ৰুমানিয়ালৈ নিমন্ত্রণ কৰিলে, আৰু মইও কথামতে তাত গৈ ওলালোগৈ। ট্রান্সিলভেনীয়ান সুন্দৰ সুন্দৰ অৰণ্যৰ মাজত সমবায় ঘৰলৈ জিৰণিৰ বাবে লেখক সকলে মোক লৈ গল। এই ঘৰটো এসময়ত ৰুমানিয়াৰ চেৰাবলিয়া ৰজা কেৰোলৰ কাৰেঙঘৰ আছিল। এই সম্রাটজনৰ বিবাহ, বাহিৰৰ প্রেমকাহিনী গোটেই জগতত মুখে মুখে হৈছিল। আধুনিক আছবাব আৰু মাৰ্বল পাথৰৰ গাথোৱা ঘৰৰে এই কাৰেঙঘৰটোক এতিয়া ৰুমানিয়াৰ ভাবুক আৰু কবিকুলৰ কামত লগোৱা হৈছিল। মহামহিমাময়ী পাটৰানীৰ বিছনাত মই এৰাতি ভালকৈ শুলো। পিছদিনা আমি এনে অইন কাৰেঙঘৰবোৰ চাবলৈ যোৱাৰ কথা হৈছিল, এইবোৰক এতিয়া মিউজিয়াম আৰু জিৰণি ঘৰ. ছুটি কটোৱা ঘৰত পৰিণত কৰা হৈছিল। কবি জেবেলিনু, বোনিউক আৰু বাডু বোৰিনো মোৰ লগৰীয়া হৈছিল। সেউজীয়া বাতিপুৱা, প্রাচীন ৰজাৰদিনীয়া পাৰ্কৰ ফাৰ গছৰ জোপোহাৰ ভিতৰত সোমাই, বেসুৰে গান গাই, দম ফাটি যোৱাকৈ হাঁহি, প্রতি ভাষাতে কবিতা চিঞৰি চিঞৰি

হুঁআওৰাই গলো। ৰুমানিয়ান কবি সকলে ৰাজতন্ত্ৰ আৰু ফেছীবাদৰ সময়ত বহুকাল ধৰি অত্যাচাৰ সহিছিল, তেওঁলোক পৃথিবীৰ ভিতৰতে সকলোতকৈ সাহিয়াল আৰু ৰঙমনা কবি আছিল। সেই কবিকুল আছিল ৰুমানিয়াৰ অৰণ্যজগতৰ চৰাই চিৰিকতিৰ দৰে থলুৱা, দেশপ্ৰেমত অবিচল, বিপ্লৱত উছৰ্গিত, জীৱনৰ প্ৰেমত ডুবি থকা—তেওঁলোকে মোৰ জ্ঞান চকু মোকলাই দিলে। খুব কম ঠাইতহে মই ইমান বেগাই ইমানবোৰ ভাইক দেখা পাইছিলো।

মই অইন এটা সুন্দৰ ৰাজকাৰেঙ দেখাৰ কথা কৈ মই তেওঁলোকক আনন্দ দিলো—সেইটো আছিল লিৰিয়া ৰাজকাৰেঙ—যুদ্ধৰ সময়ৰ মাদ্ৰিদৰ কথা। ফ্ৰাঙ্কোই তেতিয়া ইটালীয়ান আৰু মুৰ সেনালৈ স্বস্তিকা চিনৰ সৈতে স্পেনৰ মানুহক মাৰিবলৈ মাৰ্চ কৰি আহিছিল। সেনাদলে এই কাৰেঙটো তেতিয়া অধিকাৰ কৰি লৈছিল। ১৯৩৪-৩৫ চনত আগুৱেলেছ ষ্ট্ৰীটেদি অহাযোৱা কৰোতে এই কাৰেঙঘৰটো মোৰ চকুত পৰিছিল, আৰু এটা সম্ভ্ৰমৰ চাৱনিৰে মই ইয়ালৈ চাইছিলো—অৱশ্যেই এলবাৰ নতুন ডিউক আৰু ডাচেচৰ প্ৰতি দাস মনোভাৱত নহয়, মোৰ দৰে এটা আমেৰিকান অপদাৰ্থ, আধাঅসভ্য কবিৰ ওপৰত তেওঁলোকৰ কোনো ক্ষমতাই নাথাটিছিল—কিন্তু সেই বগা নীবৰ অভ্ৰভেদী কাৰেঙৰ মহিমাই মোক মোহিত কৰিছিল।

যুদ্ধ আৰম্ভ হলত ডিউক ইংলণ্ডতে বৈ গল, আচলতে তেওঁৰ উপাধিটো বাৰউইক'হে আছিল। উত্তম চিত্ৰকলা আৰু দামী সম্পদ 'লৈ তেওঁ পলাল। ডিউকৰ পলোৱাৰ ঘটনাটো মনত পৰাত মই ৰুমানিয়াৰ বন্ধুসকলক কলো যে চীনৰ মুক্তিৰ পিছত কনফুছিয়াচৰ শেষ বংশধৰজনেও ঠিক তেনেকৈয়ে ফৰমোছালৈ পলাই গৈছিল। এটা মন্দিৰ আৰু মৃত দাৰ্শনিকজনৰ মৰাহাড় কেডাল বেচি অগাধ সম্পত্তিৰ অধিকাৰী হৈছিল। লগত আৰু নিছিল চিত্ৰসংগ্ৰহ, টেবুল ঢাকনি আৰু ভাতখোৱাৰ কাঁহিবাটি; হাড়কেডালতো আছিলেই। তাত গৈ তেওঁ নিশ্চয় ধনীমানুহৰ দৰেই থিতাপি লৈছিল—এই স্মাৰক বস্তু-বাহানি চাবলৈ আহোতে মানুহৰ পৰা নিশ্চয় পইচা লৈছিল।

স্পেনৰ পৰা সেই সময়ত এনে সশঙ্কিত খবৰ বাহিৰৰ জগতলৈ পঠোৱা হৈছিল: লালফৌজে ঐতিহাসিক কাৰেঙবৰ লুটপাত কৰিছে। ধ্বংসৰ লম্পটলীলাৰ অৱতাৰণা কৰিছে—ইতিহাসৰ মণিমুকুতাক ৰক্ষা কৰিবলৈ বিশ্ববাসী আগুৱাই আহক!

এতিয়া সেই কাৰেঙঘৰটো সকলোলৈ মুকলি কৰি দিয়া হল। মই ভিতৰলৈ সোমাই গলো। দোষী বুলি চিনাকী দিব খোজা, লুটপাতকাৰী বুলি প্ৰচাৰ কৰা ৰিপাব্লিকান সেনাবোৰে নীলা সাজ পিন্ধি বন্দুক টোৱাই দুৱাৰত পহৰা দি আছিল। জাৰ্মান বাহিনীৰ উৰা জাহাজৰ পৰা সেই সময়ত প্ৰথম মাদ্ৰিদৰ ওপৰত বোমা বৰ্ষণ কৰা হল। মই মিলিটাৰী কেইজনক মোক ভিতৰলৈ যাবলৈ দিবলৈ অনুৰোধ কৰিলো। তেওঁলোকে সাৱধানে মোৰ কাগজপত্ৰ পৰীক্ষা কৰি চালে। মহামূলীয়া সম্পদেৰে ভৰা হলঘৰটোলৈ মই মাত্ৰ সোমাব খুজিছো—তেনেতে ভয় খাই তেওঁলোকে মোক বাধা দিলে—দুৱাৰদলিত থকা প্ৰকাণ্ড ভৰি মোচাখনত জোতাযোৰ মোমোচাকৈ মই সোমাব ধৰিছিলো। মজিয়াখন সঁচাকৈ আয়না এখনৰ নিচিনাকৈ জকমকাই আছে। জোতাযোৰ মচি মই সোমাই গলো। বেৰাত চাৰিচুকীয়া খালি ঠাইবোৰে ডিউকে লৈ যোৱা ছবিবোৰ ক'ত আছিল দেখুৱাই দিছিল। সৈন্যবোৰে আচল ঘটনাটো জানিছিল। তেওঁলোকে মোক কলে যে আজি বহুতদিনৰ পৰাই ডিউকে লণ্ডনৰ এটা বেংকত সুৰক্ষিত মজবুত আলমাৰিত ছবিবোৰ নি থৈ দিছিল। ডাঙৰ হলঘৰটোত দামী বস্তু বোলোতে আছিল মাত্ৰ ডিউকৰ চিকাৰৰ বিজয় কীৰ্তি—অসংখ্য শিঙাল মূৰ আৰু সৰু সৰু বহুবিধ জন্তুৰ নাকটি। সকলোতকৈ চকুত পৰা বস্তুটো আছিল এটা প্ৰকাণ্ড বগা ভালুক। কোঠাটোৰ ঠিক মাজতে দুখন ভৰিত থিয় দি, দুখন বাহু মেলি দাঁত নিকটাই হাঁহি, ভিতৰত তুলা সুমুৱাই আকৃতিটো ঠিক কৈ ৰখা মেৰুপ্ৰদেশৰ এই ভালুকটো সঁচাকৈ এটা চাবলগীয়া বস্তু। সেনাবোৰে ইয়াক খুব মৰম কৰিছিল, প্ৰতিদিন পুৱা বুৰুজ মাৰি তেওঁলোকে ইয়াক চাফা কৰিছিল।

স্বাভাৱিকতে মই শোৱনি কোঠাবোৰ চাবলৈ হেঁপাহ কৰিছিলো। এলবাৰ পূৰ্বপুৰুষ সকলৰ ভৰিত ৰাতি সুৰসুৰি দি যোৱা ভূতৰ ভয়ত তেওঁলোকৰ হয়তো টোপনি নাহিছিল ; সেই ভৰিবোৰ আৰু নাই, স্পেনিছ দেশৰ ভূতবোৰও নাই ; কিন্তু মই দেখা জোতাৰ সংগ্ৰহৰ ভিতৰত সকলোতকৈ ডাঙৰ সংগ্ৰহটো মই ইয়াত দেখিলো। শেষৰ ডিউকজনে শিল্পবস্তুৰ সংগ্ৰহ যতোৱা নাই, কিন্তু তেওঁৰ জোতাৰ সংগ্ৰহটো অবিশ্বাস্য আৰু অগণন আছিল। ঘৰৰ মুখলৈকে বেৰা কেইখন জুৰি থকা, কাঁচেৰে ঢকা চেল্‌ফ্‌-ত জোতাবোৰ ভালকৈ সজাই থোৱা আছিল। লাইব্ৰেৰীত থকাৰ দৰে ঘৰটোত বিশেষ ধৰণৰ জখলা আছিল, যাতে জোতাবোৰ তললৈ নমাই, গোবোহাত ধৰি, আজানুলৈকে

চাই লব পৰা যায়। মইও ভালকৈ চালো। বৰ সুন্দৰ মোৰাত উঠি ফুৰোতে পিন্ধা বুটজোতা শ-শ জোৰ, হালধীয়া, ক'লা। কিছুমান বৰ ওখলৈ পৰা বুটজোতা, সেইবোৰত সৰু মখমলৰে ঢকা আৰু বুতামবোৰে মুকুতাৰে সজা। ওপৰজোতা, পাম্পচু, ভাবিৰ সৰু গাঁথি ঢকা জোতা আছিল কুৰি কুৰি—এ নকৈ ইহঁতক গছাৰ ওপৰত সজাই থোৱা হৈছিল যেন সঁচাসঁচিকৈ ইহঁতক ভবিতহে পিন্ধাই থৈছে। ইচ্ছা হলেই খুলি পেলাব পাৰে। যেন কাচৰ ঢাকনিখন খুলিলেই ডিউকক বিচাৰি লণ্ডনলৈ দৌৰ মাৰিব। তিনি চা ৰটা কোঠালী ভৰি থকা এই জোতাবোৰ চাই মানুহে খুব ভালকৈ সময় কটাব পাৰে—চকুৰে চাই সময় কটোৱা—অকল চকুৰেহে চাব পাৰে কাৰণ সশস্ত্ৰ সৈনিকবোৰে এটা মাখিকো জোতাবোৰ চুবলৈ দিয়া নাছিল। তেওঁলোকে কৈছিল—'কুণ্টি' তেওঁলোকে কৈছিল বুৰঞ্জী, আৰু মই সেই বেচেৰা লৰাবোৰৰ কথা ভাবিছিলো—খহটা সৈনিকৰ সাজ পিন্ধি চোমোচিয়েৰা-ৰ বৰফ আৰু বোকাই ঢকা অতি ওখ টিঙত গৈ ফেছীবাদক বাদ দি আঁতৰাই ৰাখিছিল।

ডিউকৰ বিছনাৰ কাষতে সোণালী ফ্ৰেমত এটা কবিতাৰ প্ৰিণ্ট বন্ধোৱা আছে, ফ্ৰেমটো গথিক ধৰণৰ। বাঃ বাঃ! মই এইটো ডিউকৰ বংশতালিকা বুলি ভাবিছিলো। কিন্তু মোৰেই ভুল—সেইটো ৰুডইয়াৰ্ডৰ কিপলিঙও-ৰ কবিতা 'যদি' সেই সোৱাদ নলগা ভণ্ডামিৰ কবিতা—'ৰিডাৰ্স ডাইজেষ্ট' বোলা কিতাপৰ পি অগ্ৰদূত। ইয়াৰ বৌদ্ধিক মান—মোৰ মতে এলবা ডিউকৰ জোতাবোৰতকৈ কোনোমতেই ওখ নহয়। বৃটিছ সাম্ৰাজ্যই মোক ক্ষমা কৰক!

মই ভাবিলো ডাছেছৰ গাধোৱা ঘৰটো নিশ্চয় চাবলগীয়া হব। বহুত কথা ই মনত পেলাব। সকলোতকৈ চাবলৈ ভাল লাগিল প্ৰাডো মিউজিয়ামত আউজি থকা তিৰোতা গৱাকীৰ ছবিখন। বিপ্লৱী কবিজনে দুটি স্তন বস্ত্ৰৰ মাজৰ ঠাইখিনি চুমা খাই খাই জুখি তাৰে এডাল অদৃশ্য চুম্বনহাৰ পিন্ধাই থৈছিল বুলি মানুহে ভাবে। কিন্তু নহয়, মোৰেই আকৌ ভুল। সেই ভালুকটো, সেই হাঁহি-গান ভৰা বুটজোতাৰ সংগ্ৰহ, 'যদি' আৰু অৱশেহত দেৱীৰ গাধোৱা ঘৰৰ ঠাইত এটা বৃত্তাকাৰ কোঠা পালোগৈ, যেন নকল এখন পুখুৰিৰাই চহৰ, খটখটিৰে তললৈ গৈ নামিব পৰা চৌবাচ্চা, ইতৰ বুচিৰ তেল ফটিকৰ সৰু সৰু ৰাজহাঁহ, বেৰাত গজাল পুতি আঁৰি থোৱা বাতিদানীবোৰ মুঠতে কৰলৈ গলে হলিউডৰ ফিল্মত দেখা কোনোবা তুৰ্কী হাৰেমৰ বাক্সতাৰ উপৰুজহে আছিল এই বাথৰুমটো।

ঠগ খালো বুলি মোৰ মনটো বেয়া লাগি গল। কিন্তু তাৰ পৰা গুচি আহিব সময়ত মোৰ পুৰষ্কাৰ মিলিল। সেনাসকলে মোক তেওঁলোকৰ লগত দুপৰীয়াৰ সাজ খাবলৈ মাতিলে। মই তেওঁলোকৰ লগত বান্ধনি ঘৰ পালোগৈ। ডিউকৰ ৪০।৫০ জন চাকৰ, লেমটো, বান্ধনি আৰু মালীয়ে লগ হৈ তেওঁলোকৰ লগতে কাৰেঙঘৰটো পহৰা দিয়া সেনাসকলৰ বাবেও বন্ধাবঢ়া কৰিছিল। তেওঁলোকে মোক এজন গণ্যমান্য অতিথি বুলি ধৰি ললে। ফুচফুচাই নিজৰ ভিতৰতে পৰামৰ্শ কৰাৰ পিছত, বাবে বাবে আহি গৈ, বাছনি চলী কৰি লৈ, তেওঁলোকে ধূলিমাকতিৰে ভৰা এটা মদৰ বটল উলিয়ালে। ১০০ বছৰীয়া পুৰণি এই মদটোৰ নাম 'লেক্ৰাইম ক্ৰিষ্টি'—মোক তেওঁলোকে মাত্ৰ দু-শোহামানহে মাৰিবলৈ দিলে। মো আৰু জুই মিহলি ই এবিধ গলোৱা মদ, বৰ কাৰা, আৰু হাতেৰে চুলে গম ধৰিব নোৱাৰাকৈ মিহি আছিল। ডিউক অব এল্‌বাৰ সেই চকুপানী কেটোপা পাহৰা মোৰ বাবে উজু কাম নাছিল।

তাৰ এসপ্তাহৰ পিছত জাৰ্মান বোমাৰু বিমানে লিবিয়া কাৰেঙঘৰত চাৰিটা আগ্নেয় বোমা পেলালে। মোৰ ঘৰৰ ওপৰত ছাতৰ পৰা দুটা চৰাইৰ দৰে দুটা বোমা মই উৰি যোৱা দেখিলো। ৰঙা পোহৰৰ জকমকনি দেখি বুজি পালো যে মোৰ চকুৰ আগতে কাৰেঙঘৰটোৰ অন্তিম মুহূৰ্তৰ ধ্বংসলীলা মই দেখিছো।

গল্পটো শেষ কৰি মই ৰুমানিয়াৰ লেখক সকলক কলো, "সেই একেদিনাই আবেলি, পুনৰ গৈ ধোঁৱা ওলাই থকা ঘৰটোৰ কাষেদি বাব লগা হল। এটা হিয়াভগাদৃশ্য তেতিয়া মই দেখিলো। আকাশৰ পৰা জুই বৰষিছে, মাটি বিস্ফোৰণত কঁপি কঁপি উঠিছে, সকলো গ্ৰাস কৰি জ্বলিব লাগিছে, যেন মেজিৰ জুই। কিন্তু মহৎ সেই সেনাসকলে মাত্ৰ বগা ভালুকটোক ৰক্ষা কৰিব পাৰিলে। আৰু তাকে কৰিবলৈ গৈ তেওঁলোকে প্ৰায় মৃত্যু মুখত পৰিছিলগৈ। মুৰৰ ওপৰত লোহৰ টুকুৰা ভাঙি পৰিছে। দাউদাউকৈ জুই জ্বলিছে, আৰু যতনেৰে সাঁচি ৰখা প্ৰকাণ্ড জন্তুটোক খিড়কী বা দুৱাৰেদি বাহিৰলৈ উলিয়াব নোৱাৰা হল। মই শেষবাৰৰ বাবে তাক আকৌ দেখিলো, কাৰেঙঘৰৰ বাগানত যেন বাহু দুখন মেলি ই হাঁহি হাঁহিয়ে মৰিল।

## কছমোনোটৰ যুগ—আকাশচাৰীৰ যুগ

আকৌ মস্কো। নবেম্বৰৰ ৭ তাৰিখ, ৰাতিপুৱা, জনগণৰ পেৰেড চালো। ইয়াৰ মালৰ্ষজাৰু, ছোভিয়েত যৌৱনৰ উজ্বল যৌৱনক নিজ চকুৰে দেখিলো। ৰেড স্কোয়াৰৰ মাজেদি নিশ্চিত আৰু দৃঢ় খোঁজ দি সিহঁতে মাৰ্চ কৰি গ'ল। বহুত দিনৰ আগতে মৃত এজন মানুহৰ তীক্ষ্ম চকুৰে তেওঁলোকক লক্ষ্য কৰি আছিল। এই নিৰাপত্তা, এই আনন্দ, এই শক্তিৰ প্ৰতিষ্ঠাতা মানুহজনৰ নাম ভ্লাডিমিৰ ইলিচ উলিয়ানভ—অমৰ লেনিন।

এইবাৰ পেৰেডত খুব কম অস্ত্ৰ-শস্ত্ৰ দেখুৱা হৈছে বুলি শুনিলো। কিন্তু এই প্ৰথমবাৰ সুবিশাল আন্তমহাদেশীয় ক্ষেপণাস্ত্ৰবোৰ বগৰাই ইয়ালৈ অনা হল। প্ৰকাণ্ড ছিগাৰৰ দৰে এই অস্ত্ৰবোৰ মই হাতেৰে চুব পাৰিলোহেঁতেন—দেখাত সিহঁত ইমান নিৰীহ, নিৰ্জু; কিন্তু আমি থকা এই গ্ৰহটোৰ যি কোনো এখন ঠাইতে খন্তেকতে সিহঁতে ধ্বংসৰ তাণ্ডৱলীলা আৰম্ভ কৰিব পাৰে।

আকাশপথৰ পৰা ঘূৰি অহা ৰাছিয়ান দুজনক, সেইদিনা সম্মানিত কৰা হল। কাষতে তেওঁলোকৰ আপোন মানুহ সকল—তেওঁলোকৰ গুৰি, তেওঁ লোকৰ পাৰ্থিৰ শিপা, জনগণৰ শিপা। বুঢ়া মানুহসকলৰ চহাৰ প্ৰকাণ্ড গোঁফ, বুঢ়ীসকলে গাঁও আৰু সৰুসুৰা নগৰত সচৰাচৰ দেখা বহল চাদৰেৰে মূৰত ওৰণি লৈ আহিছিল। আকাশচাৰী সকল আমাৰ দৰে সাধাৰণ ঘৰৰ মানুহ আছিল; গাৱলীয়া অথবা সৰু নগৰৰ, কাৰখানাৰ অফিচত কাম কৰা মানুহৰ মাজৰ পৰা তেওঁলোক আহিছিল। নিকিতা ক্ৰুশ্চেভে ছোভিয়েত জাতিৰ হৈ তেওঁলোকক ওলগনি জনালে। তাৰ পিছত তেওঁলোকক চেণ্ট জৰ্জেছ হললৈ নিয়া হল। দুই নম্বৰ আকাশচাৰীজনৰ নাম থাৰমেন টিটোভ —উজ্বল নীলা চকুযুৰিৰে তেওঁ এটি সুন্দৰ লৰা—তেওঁৰ লগত মোক চিনাকী কৰি দিয়া হল।

মোৰ এনে লাগিল যেন মোৰহে দুখন ডেউকা আছে। কবিৰ কামটোও বহুত পৰিমাণে চৰাইৰ কামৰ লেখিয়া। ঠিক ইয়াতে মস্কোৰ বাটত, কৃষ্ণ সাগৰৰ পাৰত, ছোভিয়েত ককেছাছৰ পৰ্বতীয়া গিৰিপথত, চিলিৰ চৰাই বোৰৰ বিষয়ে কিতাপ এখন লিখিবলৈ মোৰ হ্যাবিয়াস জন্মিল। টেমুকোৰ কবিজনে

চৰাইৰ বিষয়ে খবৰ বাৰ্তাৰ লবলৈ কিমান দিনৰ পৰা ইচ্ছা কৰি আছিল। তেওঁৰ সুদূৰ জন্মভূমিৰ চৰাইবোৰ—ধৰ্মাচাৰিকা আৰু চাৰকাণা চৰাইবোৰ····।

চৰাইৰ বিষয়ে তেওঁ লিখিব—কিন্তু ইতিমধ্যে দুটা মানুহ চৰাইয়ে দুজন ছোভিয়েত নভোচাৰীয়ে মহাশূন্য লৈ উৰি গৈ গোটেই জগতক তধালগাই দিলে। আমাৰ মূৰৰ ওপৰত তেওঁলোকক দেখি, নিজৰ চকুৰে দুজন মানুহক মহাশূন্যত উৰা দেখি আমাৰ মুখৰ মাত হৰিল।

"জেনাৰেল, মোক কওঁকচোন—মহাশূন্যত ওপৰেদি উৰি যাবৰ সময়ত আমাৰ গ্ৰহটোৰ পিনে চোৱাৰ সময়ত আপুনি ফট্‌ফটীয়াকৈ চিলিক চিনিব পাৰিছিলনে?" তেওঁক যেন মই কৈছিলো। "আপুনি বুজিছে—বুজা নাই জানো—সেই ভ্ৰমণৰ সময়ৰ মোৰ জৰুৰী কথাটো হল আপুনি ওপৰৰ পৰা ক্ষুদ্ৰ দেশ চিলিক দেখিছিলেনে নাই।"

মই ভাবিছিলো তেওঁ মিচিকি হাঁহি মাৰি কথাটো উৰুৱাই দিব। কিন্তু নাই—তেওঁ নাহাঁহিলে, কেইচেকেণ্ডমান ভাবি মোক কলে—"দক্ষিণ আমেৰিকাত কেটামান হালধীয়া পৰ্বতশ্ৰেণী দেখা মোৰ মনত পৰে। সেই পৰ্বতবোৰ খুব ওখ বুলি ধৰিব পাৰিছিলো। বোধ হয় চিলি দেশ তাতে।

"হয়, হয় কমৰেড—চিলিখন তাতে।"

ছোভিয়েত বিপ্লৱৰ চল্লিশতম বৰ্ষৰ দিনত মই মস্কো এৰি ট্ৰেনেৰে ফিনলেণ্ডৰ পিনে যাত্ৰা আৰম্ভ কৰিলো। চহৰৰ মাজেদি ষ্টেচনলৈ যাবৰ সময়ত আতচ বাজী, আকাশী ৰকেটবাজীৰ প্ৰকাণ্ড চকা—উজ্বল—পোহৰ পৰিলে জকমকাই উঠা নীলা, ৰঙা, বেঙুনীয়া, সেউজীয়া, হালধীয়া, কমলা নানা ৰঙৰ—বহুত ওখলৈ উঠি হৰ্ষধ্বনিৰে, বন্ধুত্ব আৰু পাৰস্পৰিক মনৰ মিলন-সঙ্কেতৰ দৰে আজিৰ এই বিজয়োৎসবৰ ৰাতি পৃথিবীৰ সকলো দেশলৈ ধাপলি মেলিছে।

ফিনলেণ্ডত মই নাৰোৱাল বোলা জন্তুৰ দাঁত এটা কিনিলো, আৰু আকৌ যাত্ৰা আৰম্ভ কৰিলো। গুটেনবাৰ্গত জাহাজ ধৰি আমি আমেৰিকালৈ ঘূৰি যাম। আমেৰিকালৈ—আমাৰ সৰু দেশখনেও জীৱন আৰু সময়ৰ লগত তাল ৰাখি চলিছে। হয়—ভালপাবাইজোৰ বাটত ভেনেজুৱেলা পাৰ হবৰ সময়ত অত্যাচাৰী আমেৰিকা যুক্তৰাষ্ট্ৰৰ আদৰৰ কেচুৱা ট্ৰুৰিজিলো আৰু ছোমোজ-ৰ অবৈধ সন্তান পেৰেজ জিমেনেজ-এ যেন বৰং দেহি ভাবলৈ মোক আৰু মোৰ পৰিবাৰক জাহাজৰ পৰা বাতে নামিব নোৱাৰা হওঁ তাকে চাবলৈ পঠিয়াইছিল। কিন্তু মই ভালপাবাইজো পোৱাৰ আগতে ভেনেজুৱেলা স্বাধীন হল, স্বেচ্ছাচাৰী

পেৰেজক খালে। ৰজাৰ প্ৰতিনিধি জনে শহাপহুৰে টোপনিতে তৰানৰা ছিঙি দৌৰাৰ দৰে লেজ দাঙি মিয়ামিলৈ পলাল। প্ৰথম স্পুট্নিক আকাশত উৰাৰ পিছৰ পৰা পৃথিৱীখনে বৰ বেগাই যাব লাগিছে। ভালপাৰাইজোত মোৰ জাহাজৰ কেবিনত ঢাকিওৱা মানুহজন ঔপন্যাসিক চিমোনোভ বুলি কোনে বিশ্বাস কৰিব?—তেওঁক মই কৃষ্ণসাগৰত সাঁতুৰি থাকোতে এৰি থৈ আহিছিলো।

# কবিতা — জীৱিকাৰ উপায়

## কবিতাৰ শক্তি

আমাৰ যুগৰ ই এটা বিশেষ সন্মান যে যুদ্ধ, বিপ্লৱ ভয়ঙ্কৰ সামাজিক তোলপাৰ সত্ত্বেও আগতে কেতিয়াও কল্পনা কৰিব নোৱাৰাকৈ কবিতাই বেচি ঠাই দখল কৰি লৈছে। সাধাৰণ মানুহে ইয়াৰ মুখামুখি হৈছে, ইয়াৰ দ্বাৰা আক্ৰান্ত হৈ বা ইয়াক আক্ৰমণ কৰি, নিঃসঙ্গ নিৰ্জনতাত বা সাধাৰণ বাইজৰ সমূহীয়া সভাত ইয়াৰ লগত মিলিত হৈছে।

প্ৰথমতে যেতিয়া মই মোৰ অকলশৰীয়া জীৱনত কবিতা লিখা আৰম্ভ কৰিছিলো—পাৰ হৈ অহা বছৰবোৰৰ লগতে স্কোৱাৰ, ৰাজবাট, কলকাৰখানা, বক্তৃতা দিয়া হলঘৰ অভিনয়-মঞ্চ, বাগান এই সকলোবোৰতে নিজৰ কবিতা পাঠ কৰিম বুলি কেতিয়াও ভবা নাছিলো। বাস্তৱিকতে মই চিলিৰ প্ৰতিটো চুকে কোণে গৈছো—মোৰ দেশৰ মানুহৰ মাজত কবিতাৰ গুটি সিচি থৈ আহিছো।

চিলিৰ ছাণ্টিয়াগোত সকলোতকৈ জনপ্ৰিয় বজাৰ ভেগা চেন্ট্ৰালত এবাৰ কি হৈছিল শুনক। লাইন লগাই ৰখা ঠেলাগাড়ী, ঘোৰাই টনা মালগাড়ী, গৰুৰ গাড়ী আৰু ট্ৰাক বোঝাই হৈ ৰাক্কসৰ দৰে থকুৱা ৰাজধানীখনক, ইয়াৰ চাৰিওফালে আগুৰি থকা পামবোৰৰ পৰা পুৰা দোকমোকালিতে শাক পাচলি ফলমূল, আৰু অইন অইন খোৱা-বস্তু লৈ আহি এই বজাৰ সোমাইহি। বজাৰৰ বনুৱাসকলৰ এটা য়ুনিয়ন আছিল, কিন্তু মজুৰি বৰ কম, তেওঁলোকৰ ভৰিত জোতাও নাছিল। কফিৰ দোকান বস্তু-বাহানি সজাব নোৱাৰি, এনেয়ে ওলোমাই থৈ বেচা দোকান, আৰু ভেগাৰ ওচৰ চুবুৰীৰ সস্তা খোৱাবস্তুৰ দোকানবোৰত মানুহে গিজগিজ কৰিছিল।

এদিন কেইজন মানুহে গাড়ীত তুলি মোক নিবলৈ আহিল। কলৈ যাম বা কিয় যাম নজনাকৈ মই উঠি বহিলো। জেপত মোৰ কবিতাৰ কিতাপ 'এছপানা এন এল কোৰোজন' লৈ মই তেওঁলোকৰ লগত ওলালো। গাড়ীত বহি তেওঁলোকে মোক বুজালে যে ভেগাৰ বজাৰৰ মালখালাছ কৰা মানুহবোৰৰ য়ুনিয়ন হলত মোক এটা বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰা হৈছে।

হলঘৰটো ভঙা ছিঙা-সোমাওঁতে মোৰ বুকুখন চমচমাই গল। জোন্দে এছাম্পিয়ন ছিলভা-ৰ কবিতা 'নক্টার্নোত' পোৱা সিৰসিৰনিয়ে মোক কঁপাই তুলিলে।—ভাবকালি আহিবলৈ তেতিয়াও দেৰি আছিল। ঠাইখনৰ অৱস্থা দেখি মই চক খাই উঠিলো। প্ৰায় ৫০ জন মানুহে মাল কঢ়িওৱা বাঁহ-বেতৰ পাচি ওলোটাই—বা কোনো মতে সজা কাঠৰ বেঞ্চত বহি মোৰ বাবে বৈ আছিল। কাৰো কাৰো ককালত টঙালিৰ দৰে বন্ধা আছিল এটা থৈলা। কাৰো গাঁত বা তাপলি মৰা এটা ফতুৱা চোলা—আকৌ বহুতে চিলিৰ জুলাই মাহৰ ঠাণ্ডাতো ককাললৈকে উদং গাৰে আহিছিল। এই অসাধাৰণ শ্ৰোতা-সকলৰ মুখামুখি হৈ মই টেবুল এখনৰ সিকাষত বহিলো। তেওঁলোক সকলোৱে আমাৰ দেশৰ মানুহৰ কয়লাৰ লেখিয়া কলা চকুৰে স্থিৰ চাৱনিৰে মোলৈ চাই আছিল।

বুঢ়া লাফার্তেৰ কথা মোৰ মনত পৰিল। এনে গোমোৰা মুখৰ মানুহক তেওঁ এটা নাম দিছিল—মুখৰ মাংসপেশী এডালো নলবোৱাকৈ মাত্ৰ চকুৰে মানুহক বান্ধি ৰাখিব পৰা এই মানুহবোৰক দিয়া তেওঁৰ নামটো মনত পৰাত মোৰ হাঁহি উঠিল। এবাৰ সোৱাৰ খনিজ অঞ্চল পাম্পাত তেওঁ মোক কৈছিল, চোৱা, হলৰ একেবাৰে পিচপিনে সেই খুটাৰ আঁৰৰ পৰা দুজন মুছলমানে আমাৰ গতিবিধি চাই আছে। মৰুভূমিৰ নিৰ্ভীক ধৰ্মবিশ্বাসী বোৰৰ দৰে দেখিবলৈ তেওঁলোকৰ মাত্ৰ সেই আলখাল্লাটোহে লাগে।

এই শ্ৰোতাসকলক মই কেনেকৈ সন্তোষ দিম? তেওঁলোকক মই কি কব পাৰো? মোৰ জীৱনৰ কোন ঘটনাই তেওঁলোকক ৰূপ লগাব? মই কোনো মতেই মন থিৰ কৰিব নোৱাৰিলো। কিন্তু দৌৰি পলাই যাবৰ ইচ্ছাটো দমন কৰি মই লগত নিয়া কিতাপখন দেখুৱাই তেওঁলোকক কলো, মাত্ৰ কিছুদিনৰ আগতে মই স্পেনত আছিলো। তাত তেতিয়াও যুদ্ধ লাগি আছিল, গুলি বন্দুক বহুত চলিছিল। তাৰ বিষয়ে মই লিখিছো শুনক—'এস্পানা এন এল কোৰাজন' কিতাপখন বুজিবলৈ খুব সহজ নহয় বুলি আমি জানো। কথাবোৰ ই সহজকৈ কব খোজে, কিন্তু বেদনা আৰু চিত্ত ব্যাকুল কৰা নানা ঘটনাৰ সোঁতে ইয়াক ভৱপুৰ কৈ মাজে মাজে কঠিন কৈ পেলায়।

মই প্ৰথমতে ভাবিছিলো যে এমুঠি কবিতা পঢ়ি দুষাৰ মান কথা কৈ মই বিদায় লম। কিন্তু ঘটনাৰ সোঁত তেনেদৰে নচলিল। কবিতাৰ পিছত কবিতা পঢ়িলো, নীৰৱতাৰ এটা গভীৰ কুঁৱাত যেন কবিতাবোৰ সোমাই গল। খুব

মনদি তেওঁলোকে শুনিলে তেওঁলোকৰ পিনে চাই. চেলাউৰিৰ উঠা-নমা দেখি মই বুজি পালো যে কিতাপৰ কবিতাবোৰে ঠিক ঠাইতে আঘাত হানিছে নিজৰ মাতত নিজেই বিভোৰ হৈ যেন মই কবিতাৰ পিছত কবিতা পঢ়ি গলো। মোৰ কবিতাই যেন এই আচুতীয়া মানুহসকলৰ আত্মাক এটা চুম্বক শক্তিৰে বান্ধি পেলালে।

এনেকৈ এঘণ্টা ধৰি কবিতা পঢ়া হল। মই বাব ওলাওঁতে এগৰাকী মানুহে মোৰ লগতে থিয় দি উঠিল। ককালত থৈলাৰে টঙালি বন্ধা মানুহ-সকলৰ তেওঁৰো এজন। তেওঁ কলে, "আমাৰ সকলোৰে হৈ মই আপোনাক ধন্যবাদ জনাব খোঁজো। মই এইটোও কব খোঁজো যে আজিৰ এই কবিতাৰ দৰে আমাক কেতিয়াও একোৱে বিচলিত কৰিব পৰা নাই।

কথাৰ শেষত তেওঁ কান্দোন ৰখাব নোৱাৰিলে। অইন আৰু কেইজনমানেও উচুপি কান্দিছিল। ভিজা চকু, আৰু থহটা হাতৰ চাপৰিৰ মাজত মই বাটলৈ ওলাই গ'লা।

এনে জুই আৰু বৰফৰ মাজেদি যোৱাৰ পিছতোনো বাৰু কোনো কবিয়ে আগৰ দৰে হৈ থাকিব পাৰেনে?

টিনা মোডোট্টিক সুঁৱৰিবলৈ হলে মোৰ বৰ পৰিশ্ৰম কৰিবলগীয়া হয়, যেন এমুঠি কুঁৱলি খান্দিহে মই তেওঁক উলিয়াম। তেওঁৰ মূৰ্তিটো তেতিয়াও ঠুনুকা—প্ৰায় অদৃশ্য! মই তেওঁক চিনি পাইছিলো নে বাৰু?

তেওঁ তেতিয়াও দেখিবলৈ বৰ মৰম লগাজনী হৈ আছিল। কণীৰ লেখিয়া শেতা মুখখনিৰ দুইয়োকাষে ওলমি থকা দুখুপি ক'লা চুলিক পিচপিনে বান্ধি থোৱা আছিল। বহল দুটি কোমল চকুৰ দৃষ্টিয়ে যেন সময়ৰ সীমা পাৰ হৈ অনন্তলৈ উৰা মাৰিছিল। দিয়েগো বিভেৰা তেওঁৰ মুখখনিক এখন দেৱাল চিত্ৰত গছ-লতাৰ মুকুট পিন্ধাই, শস্যৰ ঠাৰিৰে ধাঠি সজাই অমৰ কৰি ৰাখিছে।

বিপ্লৱী টিনাৰ জন্ম ইটালীত। বহুতদিনৰ আগতে ছোভিয়েত ৰুনিয়নৰ জনগণ আৰু তেওঁলোকৰ বিৰাট কীৰ্তিৰ ফটো তুলিবলৈ কেমেৰা কান্ধত লৈ তেওঁ সেই দেশলৈ গৈছিল। কিন্তু সমাজবাদৰ পূৰ্ণক্ষমতা প্ৰাপ্ত সময়ৰ অশান্ত আন্দোলনৰ চোঁত তেওঁ মস্কো নদীত কেমেৰা বিসৰ্জন দি কম্যুনিষ্ট পাৰ্টিৰ

সেৱাত জীৱন উছৰ্গা কৰিবলৈ প্ৰতিজ্ঞা কৰিলে। মেক্সিকোত তেওঁ এই প্ৰতিজ্ঞা পালন কৰাৰ সময়তে মোৰ লগত তেওঁৰ দেখা হৈছিল ; তাতে এদিন তেওঁৰ মৃত্যুৰ খবৰে মোক বিচলিত কৰি তুলিছিল।

এইটো ১৯৪১ চনৰ ঘটনা। ভিট্টোৰিও ভিডালি, স্পেনৰ সেনাধ্যক্ষ তেওঁৰ গিৰিয়েক আছিল। কামৰ পৰা ঘৰলৈ ঘূৰি আহিবৰ সময়ত হৃদৰোগত আক্ৰান্ত হৈ তেখেত টেক্সি এখনৰ ভিতৰতে ঢুকাল। তেওঁৰ কলিজাটো বেমাৰী বুলি জানিও এই কথা কেতিয়াও কাকো তেখেতে জানিবলৈ দিয়া নাছিল—কাৰণ তেতিয়াহলে তেখেতে বিপ্লৱীৰ কাম কাজ কৰিব নোৱাৰিব। অইনে কৰিব নোখোজা কামবোৰ কৰিবলৈ টিনা সদায় সাজু হৈ আছিল ঃ অফিচ ঘৰ সজা, খোঁজকাঢ়ি বহুত দূৰলৈ যোৱা, চিঠি লিখি আৰু প্ৰবন্ধ অনুবাদ কৰি বহুত ৰাতিলৈ উজাগৰে থকা। স্পেনৰ যুদ্ধত আহত ৰিপাব্লিকান সেনাবোৰক তেওঁ সেৱা-শুশ্ৰূষা কৰিছিল।

সেই সময়ত মেক্সিকোত নিৰ্বাসিত কিউবাৰ যুৱনেতা জুলিও এন্টনিও মেলাৰ লগত থাকোতে তেওঁৰ এটা কৰুণ অভিজ্ঞতা হৈছিল। অত্যাচাৰী জেৰাৰ্ডো মাচাডোৱে বিপ্লৱী নেতাজনক হত্যা কৰিবলৈ কেইবাজনো বন্দুকধাৰী সেনা পঠিয়ালে। এদিন আবেলি তেওঁলোকে চিনেমা চাই ওলাই আহিছিল। মেলাৰ বাহুত টিনাই ভৰ দি আছিল। হঠাৎ এজাউৰি মেচিনগানৰ গুলিয়ে মেলাৰ বুকু লক্ষ্য কৰি উৰি আহিল। দুইয়ো একেলগে মাটিত বাগৰি পৰিল। মৃত সঙ্গীৰ তেজত তেওঁৰো লুতুৰি-পুতুৰি হল। হত্যাকাৰীবোৰ পুলিচৰ সহায়ত পলাল। সকলোতকৈ অবাক হবলগীয়া কথা—দোষীবোৰক পলাবলৈ সহায় কৰা কৰ্তৃপক্ষই টিনা মোডোট্টিক হত্যাকাৰী বুলি প্ৰমাণ কৰিবলৈ উঠিপৰি লাগিল।

বাৰ বছৰৰ মূৰত টিনা মোডোট্টিৰ শক্তি লাহে লাহে কমি আহিল। মেক্সিকোৰ প্ৰতিক্ৰিয়াশীল মানুহবোৰে এই মৃত্যুকে কেন্দ্ৰ কৰি তেওঁক আকৌ অপবাদ দিবলৈ ওলাল। কাৰ্লোচ আৰু মই টিনাৰ অকমানি মৃত দেহটোৰ পিনে চাই থিয় হৈ আছিলো। এনে এজন কঠোৰ আৰু সাহিয়াল মানুহে কষ্ট পোৱা চোৱাটো সহজ কথা নাছিল। মৰি যোৱাৰ পিছতো টিনাক অপবাদ দি সিঁহতে তেওঁৰ কটা ঘাঁত চোকা লোন সানি তেজ উলিয়াইছিল। উচুপি ৰঙা পৰা চকুৰে সেনাধ্যক্ষ জনে বেদনাত গৰজি উঠিল। নিৰ্বাসিত মানুহৰ বাবে সজা অকমান কফিনটোত টিনাক দেখিবলৈ মমৰে বনোৱা পুতলা

এটা যেন লাগিছিল। অসহায় শোকত আমি কোঠাটোত নীৰৱ হৈ আছিলো।

খবৰৰ কাগজবোৰত গৰম গৰম কলঙ্ককাহিনী ছপা হৈ ওলাল। তেওঁক মস্কোৰ ৰহস্যৰাণী আখ্যা দিয়া হল। কোনোৱা এখন কাগজত লিখিলে— তেওঁ বহুত খবৰ জানিছিল বাবে মৰিব লগা হল। কাৰ্লোচৰ উদ্ভ্ৰান্ত শোকত বিচলিত হৈ মই কিবা এটা কৰিবলৈ মনস্থ কৰিলো। আমাৰ মৃতবন্ধুৰ মহৎ নামত কলঙ্ক ৰটোৱা মানুহবোৰক গৰিহণা দি মই এই কবিতা লিখিলো। সকলোবোৰ কাগজলৈ মই কবিতাটো পঠিয়াই দিলো—যদিও ছপা হব বুলি অলপো আশা কৰা নাছিলো। কিন্তু আচৰিত কথা। অইন দিনৰ দৰে গধূলিৰ বসাল খবৰ ওলোৱাৰ ঠাইত পিচদিনা মোৰ খণ্ডাল উদ্ধত কবিতাটো সকলো খবৰৰ কাগজৰ প্ৰথম পৃষ্ঠাতে ছপা হল।

কবিতাটোৰ নাম আছিল—'টিনা মোডোট্টি হা মুৱেৰ্টো' ( টিনা মোডোট্টি ঢুকাল )। সেইদিনা পুৱা টিনাক কবৰ দিয়া মেক্সিকোৰ কবৰখানাত মই কবিতাটো পঢ়িলো। তাতে এদুটা গ্ৰানাইট শিলৰ তলত আমি তেওঁৰ মৰদেহটো থৈ আহিলো। সেই শিলদুটাত মোৰ কবিতাটো খোদাই কৰা আছে।

মেক্সিকোৰ খবৰৰ কাগজত তেওঁৰ বিৰুদ্ধে আৰু এষাৰো কথা লিখা নহল।

বহুতদিনৰ আগতে লোটা নামে ঠাইত এই ঘটনাটো হৈছিল। মিটিং-খনলৈ দখহেজাৰ খনি শ্ৰমিক আহিছিল পুৰণি দিনৰ পৰা চলি অহা কয়লা খনিৰ শ্ৰমিকৰ দাৰিদ্ৰ্যাই এই জিলাত সদায় বিক্ষোভৰ সৃষ্টি কৰিছিল। লোটাৰ টাউনফিল্ডত শ্ৰমিকসকল আহি ভৰি পৰিল। ৰাজনৈতিক নেতা সকলে কথাৰ মালিহা মাৰিবলৈ ধৰিলে। দুপৰীয়াৰ গোমোঠা বতাহত কয়লা আৰু সাগৰৰ লুনীয়া পানীৰ গোন্ধ পাইছিলো। সমুদ্ৰ ওচৰতে—ইয়াৰ পানীৰ তলেদি এন্ধাৰ সুৰঙ্গবোৰ প্ৰায় ১০ কিলোমিটাৰ ঠাই জুৰি আছে—এই মানুহসকলে তাৰ পৰাই কয়লা খান্দি আনে।

এতিয়া এই ভৰদুপৰীয়া বেলিকা তেওঁলোকে বক্তৃতা শুনি আছিল। বক্তাসকলৰ বভাখন বৰ ওখ আছিল। মই তাত বহি ক'লাপৰা টুপি আৰু

খনিমজুৰৰ লোহাবোৰ দেখা পাইছিলো। মই আছিলো একেবাৰে শেহৰ বক্তা। মোৰ নাম আৰু পঢ়িব লগা কবিতাটোৰ নাম ( নুৰেভো কান্টো চে আমৰ আ ষ্টালিন গ্ৰাডো—ষ্টালিন গ্ৰাডলৈ নতুন প্ৰেমৰ গীতি ) ঘোষণা কৰা হল, এটা অভাৱনীয় দৃশ্য মোৰ চকুত পৰিল, এই দৃশ্যটো মই কেতিয়াও পাহৰিব নোৱাৰো। হঠাতে এই প্ৰকাণ্ড জনসভাত উপস্থিত প্ৰতিজন খনি শ্ৰমিকে মূৰ উদং কৰিলে। সকলো ধৰণৰ, সকলো ৰাজনৈতিক মতৰ বক্তৃতা শুনাৰ পিছত এইবাৰ মোৰ কবিতা শুনিব—যেন কবিতাই নিজেই দুখাৰ কথা কবলৈ ওলাইছে—সেইয়ে তেওঁলোকে মূৰ উদঙাই ওলগনি জনাইছে। ওখ ৰভাৰ পৰা মূৰৰ টুপি আৰু লোহৰ টকৌ খোলাৰ এটা বিৰাট আলোড়ন মোৰ চকুত পৰিল। দহ হেজাৰ হাত একেলগে তললৈ নামিল—অবৰ্ণনীয় বিপুল উছাহৰ সেই প্ৰকাণ্ড নিঃশব্দ ঢৌ—সশ্ৰদ্ধ শান্ত ক'লা সমুদ্ৰৰ ফেন-ফুটুকাহে যেন!

আৰু এতিয়া কব খোজা ঘটনাটো হল মোৰ চেঙেলীয়া বয়সৰ। ক'লা ৰঙৰ কেপ কোট পিন্ধা মই তেতিয়া এজন ছাত্ৰ কবি,—ক্ষীণ আৰু তেতিয়াৰ দিনৰ আমাৰ দেশৰ সকলো কবিৰ দৰে আধা উপবাসী। ক্ৰেপাছফুলাৰিও বোলা মোৰ কিতাপখন মাত্ৰ প্ৰকাশিত হৈছে। মোৰ ওজন ক'লা এডাল চৰাইৰ পাখিৰ দৰে লেহুকা।

কেইজনমান বন্ধুৰ লগত মিলি আমি এদিন এটা সস্তীয়া নগ্ন-নাচৰ কেন্দ্ৰলৈ গলো। টাঙ্গো আৰু গোলমাল লগোৱা গুণ্ডা বদমাছৰ তেতিয়া ভালদিন। হঠাতে নাচ বন্ধ হল। বেৰাত খুন্দিয়াই চুৰমাৰ কৰা গিলাছ এটাৰ দৰে টাঙ্গো ভাঙ্গিল।

নাচৰ মজিয়াত তেতিয়া ঠিক মাজভাগত দুটা কুখ্যাত দগাবাজে ইটোৱে সিটোক গালি পাৰি অঙ্গভঙ্গী কৰি আছিল, এটাই আগবাঢ়ি আহি ভুকুমাৰি সিটোলৈ চোচা লওঁতেই সি পিচ হুহকি গৈছিল। লগে লগে দৰ্শকসকলেও নিজকে আগুৱাই পিছুৱাই আত্মৰক্ষা কৰিছিল। আদিম অৰণ্যৰ একো গছ-গছনি নথকা ঠাই এডোখৰত দুটা আদিম জন্তুৱে নাচিছে যেন লাগিছিল।

আগপাছ নুশুনি মই আগুৱাই গলো। হাড়-ছাল সাৰ লেবেলা গাটোৱে বুকু ফিন্দাই সিহঁতলৈ চাই চিঞৰি কলো, 'ইতৰ বদমাছ, মূৰ্খ বান্দৰ, নীচ, অধম। তহঁত মানুহ নামৰ অযোগ্য। মানুহে ইয়াত তহঁত দুটাৰ কাজিয়া পেচাল চাবলৈ আহিছে নেকি? এইবোৰ এতিয়াই এৰ।'

অবাক হৈ সিহঁতে ইটোৱে সিটোৰ মুখ চোৱাচুই কৰিলে যেন নিজৰ কাণকে বিশ্বাস কৰিব পৰা নাই। সিহঁত দুটাৰ ভিতৰতো যিটো চাপৰ—তাক কেবাবাৰো খুনী বুলি ধৰা হৈছিল—সি আগতে কুস্তিগীৰ আছিল। সি মোৰ পিনে চোচামাৰি আহিল—যেন মোক এতিয়াই খুন কৰিব। তাক দেখিবলৈ একেবাৰে গৰিলা এটাৰ দৰে—কোনোবাই ঠিক সময়ত তালৈ গোনাই এটা ঘুচি নমৰা হলে সি মোক তেতিয়াই শেষ কৰিলেহেতেন। অৱশেষত অইন গুণ্ডাটোৱে তাক মাৰিবলৈ আগবাঢ়ি আহিল।

মাটিত লুটি খাই পৰা মানুহটোক থৈলা এটাৰ দৰে টানি বাহিৰলৈ নিয়া হল। টেবুলৰ সিপাৰে থকা মানুহসকলে আমালৈ মদৰ বটল আগুৱাই দিলে। নাচনী ছোৱালীবোৰে আমালৈ চাই আনন্দৰ হাঁহি মাৰিলে। খুনীটোক মাটিত বগৰাই পেলোৱা, দৈত্যটোৱে তেতিয়া বিজয় উৎসৱত যোগ দিবলৈ চেষ্টা কৰিলে। কিন্তু মই তেতিয়াও গৰম আছিলো—তাৰ ওপৰত জাপিয়াই পৰি চিঞৰিলো—"ইয়াৰ পৰা আতৰি যা—তই তাতকৈ কি ভাল?"

অলপ পিছতে মোৰ বিজয়-গৰিমা শেষ হৈ গল। কেজনমান বন্ধুক লগত লৈ মই এটা ঠেক বাটেদি গৈ আছিলো—হঠাৎ যেন চকুৰ আগতে মৰণ দেখিলো। গুণ্ডাটোৰ ককালটো নাহৰ ফুটুকি বাঘৰ দৰে লাহী—সি আমাৰ বাট বন্ধ কৰি থিয় হৈ আছে, সেই নীচ জগতৰ মাল যুঁজাৰুটো। মই কথাৰে চাবুক মাৰি তাক আঘাত কৰিছিলো—সি এতিয়া বাট ভেটি তাৰ প্ৰতিশোধ লবলৈ আহিছে।

সি কলে, "মই তোমাৰ কাৰণেই বৈ আছো।"

গতা মাৰি সি মোক এটা ঘৰৰ দুৱাৰৰ পিনে লৈ গল, মোৰ ভয়াতুৰ বন্ধুবোৰে তাক দেখি শহাপহুৰ বেগত পলাই পত্ৰং দিলে। অসহায় অৱস্থাত মোক সি তাতে থিয় কৈ ৰখালে। মই চাৰিওপিনে চাই ললো—আত্মৰক্ষা কৰিবলৈ যদি তৃণ এগছিও পোৱা যায়। নাই, কতো একো নাই। ঘৰৰ ভিতৰত মাত্ৰ টেবুলৰ ওপৰৰ গধুৰ মাৰ্বল এদুটা, আৰু পিটা লোহৰ চকী কেখন, এইবোৰৰ এটাকো তুলিবৰ শক্তি মোৰ গাত নাই। কোনো ফুলদানি, বা বটল, বা লেহুকা এডাল লাঠিও যদি কোনোবাই ভুলতে পেলাই থৈ গলহেতেন।

মানুহটোৱে মোক কলে, "আমি অলপ কথাবাৰ্তা পাতো, আঁহা।"

আত্মৰক্ষাৰ বাবে কিবা এটা কৰিবলৈ যোৱাটো মুৰ্খামি হব বুলি মই বুজিলো। মই ভাবিলো বাঘে হৰিণা ধৰাৰ আগতে তাৰ গতিবিধি চোৱাৰ

দৰে সিও মোৰ আলেখ লেখ চাইছে। মোৰ এই জ্ঞান আছিল যে মই ভয় খাইছো বুলি তাক বুজিবলৈ নিদিয়াটোৱে মোৰ আত্মৰক্ষাৰ প্ৰধান উপায়।

সি মোক গতা মৰাৰ দৰে মইও তাক এটা গতা মাৰিলো—কিন্তু তাক এক ইঞ্চি মানও লৰাব নোৱাৰিলো, যেন এখন ইটাৰ বেৰাহে।

হঠাতে মুৰটো পিছলৈ হেলাই সি মোক সুধিলে, "আপুনিয়ে কবি পাবলো নেৰুডা নেকি?" চকুৰ বনৰীয়া জন্তুৰ দৰে দৃষ্টিটো নোহোৱা হল।

"হয়, মইয়ে কবি নেৰুডা।"

সি তলমূৰ কৰিলে—"মই এটা গাধ, মূৰ্খ এইয়া এতিয়া মই অন্তৰৰ পৰা শলাগা কবিজনৰ মুখামুখি হৈছো, আৰু তেওঁ মোক এটা অপদাৰ্থ আপদীয়া জঞ্জালে বুলি কৈছে! হায় হায়!" দুই হাতেৰে মুৰটো ঢাকি লৈ সি এনেকৈ বিলাপ কৰি যাবলৈ ধৰিলে। তাৰ কথাৰ পৰা বুজিলো যে কাজিয়া লগা সেই মানুহটো আচলতে কোকেন খোৰ। সি আৰু কলে, "আমি হলো পৃথিবীৰ জঞ্জাল। কিন্তু বুজিছ মোৰ জীৱনতো এটা পবিত্ৰ বস্তু আছে—সি হল মোৰ প্ৰেমিকা—মোৰ প্ৰতি তেওঁৰ প্ৰেম। ডন পাৱলিটো, চাওক—এইখন তেওঁৰ ফটো। মই তেওঁক কেতিয়াবা কব পাৰিম যে আপুনি এদিন এই ফটোখন নিজৰ হাতত লৈছিল। তেওঁ খুব সুখী হব।"

হাঁহি মুখৰ ছোৱালী এটিৰ এখন ফটো তেওঁ মোৰ হাতত দিলে। "আপোনাৰ বাবেই তেওঁ মোক ভাল পায় ডন পাৱলিটো, আপোনাৰ কবিতাৰ বাবেই। আমি দুইয়ো আপোনাৰ কবিতা একেলগে পঢ়িছো," আৰু তেতিয়াই তাতে তেওঁ আওৰাই গল।

"তোমাৰ হিয়াৰ মাজত—গভীৰত
মোৰ দৰে বিষণ্ণ এটি লৰাই আঠু লৈ আছে
তেওঁৰ দুচকুৰ দৃষ্টি আমাৰ ওপৰত ........."

ঠিক তেতিয়াই দুৱাৰখন খুলি গল। মোৰ বন্ধুবোৰে হাতত অস্ত্ৰ শস্ত্ৰলৈ সাজু হৈ আকৌ ঘূৰি আহিছে। দুৱাৰমুখত তেওঁলোকৰ অবাক হোৱা মুখবোৰ দেখি মোৰ মজা লাগিল।

লাহে লাহে মই বাহিৰলৈ আহিলো—মানুহটো তাতে অকলে ৰৈ গল, লৰচৰ নকৰি তেওঁ তাত আওৰাই গল—"

"তাইৰ দেহৰ শিৰে শিৰেজীৱনৰ জ্বলা জুই
মোক সিঁহতে খুন কৰিব লাগিব
কৰিতাই এই খুনী গুণ্ডাজনক পৰাস্ত কৰিলে।"

পাওয়াছেঁ চলোৱা আমেৰিকা যুদ্ধবাহ্নীৰ উৰা জাহাজখন ছোভিয়েত ৰাজ্যত অকল্পনীয় ওখৰ পৰা পৰিল। এওঁক চোৰাংচোৱা গিৰি কৰিবলৈ পঠোৱা হৈছিল। দুটা আচৰিত ক্ষেপণাস্ত্ৰই মেঘৰ আঁৰৰ পৰা ইয়াক গুলি কৰি খুন্দিয়াই তললৈ নমাই আনিলে। খবৰৰ কাগজৰ মানুহে খবৰ আনিবলৈ সেই নিজান পৰ্বতীয়া ঠাই দুখৰি পালেগৈ। ৰকেট ইয়াতে মাটিৰ পৰা মৰা হৈছিল।

গুলি মাৰোতা লৰা দুটি অকলশৰীয়া হৈ ইয়াতে আছিল। কাৰ গছৰ বিশাল অৰণ্য। নৈ আৰু বৰফৰ দেশত আপেল চোৰাই, দাবা খেলি, একোৰ্ডিয়ন বজাই কিতাপ পঢ়ি তেওঁলোকে পহৰা দি আছিল। এইবাৰ ৰাছিয়াৰ মাতৃভূমিৰ বহল আকাশখনক ৰক্ষা কৰিবলৈ তেওঁলোকে অস্ত্ৰ তুলিলে।

তেওঁলোক সফল হোৱাৰ পিছত মানুহে বহুত প্ৰশ্ন সুধিছিল—কি খোৱা তোমালোকে? তোমালোকৰ মা-দেউতাৰা কোন? তোমালোকে নাচিবলৈ ভাল পোৱানে? কি কি কিতাপ পঢ়া তোমালোকে?

শেহৰ প্ৰশ্নটোৰ উত্তৰত ডেকা দুজনৰ এজনে কলে যে তেওঁলোকে কবিতা পঢ়ে আৰু ৰাছিয়াৰ ক্লাছিক লেখক পুচ্কিন, আৰু চিলিৰ কবি তেওঁলোকৰ প্ৰিয়।

কথাটো শুনি বৰ সুখ পাইছিলো। ওখ আকাশলৈ মাৰি পঠিওৱা ক্ষেপণাস্ত্ৰই গৰ্বক মাটিৰ লগত মিলাই ধূলি কৰি পেলালে—কেনেবাকৈ মোৰ খণ্ডাল কবিতাৰ একণি যেন ই লগত লৈ গৈছিল।

## কবিতা

কলাৰ কিমান যে প্ৰকাশ—কিমান কীৰ্তি পৃথিৱীত তাৰ বাবে আৰু যথেষ্ট ঠাই নাই যেন লাগে। কোঠাৰ বাহিৰত যেন সিঁহতে বৈ থাকিব লাগে, কিমান যে কিতাপ—কিমান সৰু সৰু কিতাপ—গোটেইবোৰ পঢ়ি কোনে শেষ কৰিব

পাৰিব ? কিতাপবোৰ যদি খোৱা বস্তু হলহেতেন....যদি খুব ভোকৰ সময়ত আমি কিতাপৰ ছালাড বনাই, কাটিকুটি, তাৰ ওপৰত পলুৱাইছিলো .. আমাৰ আমনি লাগি গৈছিল—জগত সংসাৰ কিতাপৰ সোঁতত ডুবি গৈছে... ৰেভার্ডিয়ে মোক কৈছিল –কিতাপ আনি মোৰ তাত খালাচ নকৰিবলৈ মই পোষ্টঅফিছত কৈ থৈছিলো। মই আৰু কিতাপ খুলি চাব নোৱাৰা হৈছো মোৰ তাত আৰু ঠাই নাই, চালৰ মুধলৈকে সিহঁতে বগুৱা বাই উঠিছে, কিবা দুৰ্ঘটনা হব যেন লাগিছে যেন মোৰ মূৰৰ ওপৰতে দম লাগি থকা কিতাপবোৰ খহি পৰিব। এলিয়টক সকলোৱে চিনি পায়—চিত্ৰকৰ আৰু নাট্যকাৰ হোৱাৰ আগতে, আৰু বুদ্ধিদীপ্ত সমালোচনা লিখাৰ আগতে তেওঁ মোৰ কবিতাৰ পাঠক আছিল। মই তাত বৰ সন্তোষ পাইছিলো—কোনেও যেন মোৰ কবিতা আৰু ভালকৈ বুজি নাপাইছিল।—তাৰ পিছত এদিন তেওঁ নিজে লিখা কবিতা মোক পঢ়ি শুনাবলৈ আৰম্ভ কৰিলে, আৰু স্বাৰ্থপৰৰ দৰে মই দৌৰি পলাবলৈ গলো। তেওঁক বাধা দি কলো—“মোক তোমাৰ কবিতা পঢ়ি নুশুনাবা ” বাথৰুমত সোমাই মই দুৱাৰ মাৰিলো– তেওঁ বন্ধ দৰজাৰ বাহিৰত কবিতা পঢ়ি গল....মোৰ মনটো মৰি গল .. স্কটলেণ্ডৰ কবি ফেজাৰও তাতে আছিল—তেওঁ মোৰ ওপৰত গৰজি উঠি কলে, তুমি এলিয়টৰ লগত এনে ব্যৱহাৰ কৰিছা কিয় ? মই উত্তৰ দিলো, “মই মোৰ কবিতাৰ পাঠক হেৰুৱাব নোখোঁজো। তেওঁক মই যতনেৰে গঢ়িপিটি লৈছো.. তেওঁ মোৰ কবিতাৰ সকলো অন্ধি সন্ধি বুজি পায় এলিয়টৰ ইমানবোৰ অইন গুণ আছে .. তেওঁ ছবি আঁকিব পাৰে .. ৰচনা লিখিব পাৰে ..। কিন্তু মই এইজন পাঠকক নিজৰকৈ ৰাখিব খোঁজো—বুকুত সাৱটি লৈ ৰাখিব খোঁজো—এডাল সুন্দৰ আপুৰুগীয়া গছৰ দৰে পানী দি বঢ়াই ৰাখিব খোঁজো। ফ্ৰেজাৰ, তুমি নিশ্চয় মোৰ কথা বুজিব পাৰিছা .. কাৰণ, যদি প্ৰকৃততে এনে হয়েই তেনেহলে কবিসকলে অইন কবিৰ বাবেই কবিতা প্ৰকাশ কৰিব—প্ৰত্যেকে নিজৰ জেপৰ পৰা নিজৰ লেখা সৰু কিতাপখন উলিয়াই অইন জনৰ জেপত সুমুৱাই দিব, তেওঁৰ কবিতাক সুমুৱাই দিব। আৰু তেওঁ আকৌ সেইখন অইন এজনৰ খোৱাৰ থালত থৈ দিব • কুৱেভেডোই তেওঁৰ কিতাপখন এদিন বজাই মুখ মোছা গামোছাৰ তলত লুকুৱাই থৈছিল—তেনে কৰাৰ দৰ্কাৰও আছিল। ভৰ দুপৰীয়া টাউন স্কোৱাৰত কবিতা পঢ়া....অথবা কিতাপবোৰ মানুহৰ আঙুলিৰ মাজত জিৰিলি জিৰিলি হৈ উৰঁলি যোৱা•••এবা, এই যে এজন কবিয়ে অইন এজন কবিৰ বাবে কবিতা প্ৰকাশ কৰে

সেইটোৱে মোক প্ৰলোভিত নকৰে—উচটাই নিদিয়ে। মোক প্ৰকৃতিৰ ৰ্ৰক্ষুৰ মাজলৈ—অৰণ্য বা শিলাখণ্ড বা ঢৌৰ আগলৈ প্ৰকাশনাৰ মালিকৰ কাষৰ পৰা দূৰৈত থাকিবলৈ সঁকিয়াই দিয়ে ·· কবিতাই পাঠকৰ লগত সংযোগ, হেৰুৱাইছে তেওঁক আৰু দেখা পোৱা নাযায় ··কিন্তু তেওঁক আকৌ ঘূৰাই আনিবই লাগিব ·· অন্ধাৰত বাট বুলি কবিতাই আকৌ পুৰুষৰ হৃদয়, তিৰোতাৰ চকুৰ চাউনি, বাট-পথাৰৰ অচিনাকীজনৰ মন কাঢ়িব লাগিব। সন্ধিয়াৰ ছয়াময়াত, তৰাভৰা আকাশৰ মাজ নিশাত যাৰ অন্তৰ এফাকি কবিতাৰ বাবে ব্যাকুল হয়, তেনেজনক বিচাৰি উলিয়াবই লাগিব। আশাতীতজনৰ পৰা কবিতালৈ হেঁপাহ কৰা, বহুত দূৰলৈ বাট বোলা, সকলো পঢ়া আৰু সকলো শিকাকে ই সাৰ্থক কৰে। আমি নিচিনা নুশুনা মানুহৰ লগত মিলি অদৃশ্য হৈ যাব লাগে যাতে তেওঁলোকে হঠাৎ বাটে-পথে, বালিত, একেখন অৰণ্যতে হেজাৰ বছৰ ধৰি সৰি পৰা পাত এখিলা আমাৰ পৰা বুটলি লব পাৰে···আৰু এনেকৈ আমি গঢ়ি তুলি লোৱা মূৰ্ত্তিটো আলফুলকৈ সাৱটি লব পাৰো···মাত্ৰ তেতিয়াহে আমি প্ৰকৃততে কবি হম ·· সেই উদ্দেশ্য লৈয়ে কবিতা বাঁচি থাকিব পাৰিব।

## ভাষাৰ লগত ভাবুকি

১৯০৪ চনত মোৰ জন্ম। ১৯২১ চনৰ এখন আলোচনীত মোৰ প্ৰথম কবিতাটো ওলাইছিল। ১৯২৩ চনত মোৰ প্ৰথম কিতাপ ক্ৰেপাস্কুলাৰিও প্ৰকাশিত হৈছিল। এতিয়া ১৯৭৩ চনত মই এই সোঁৱৰণিখিনি লিখিছো। কবিৰ প্ৰথম ছপা হোৱা কবিতা কেচুৱাৰ প্ৰথম কান্দোন, বাঢ়ি উঠা, সৰু সৰু ভৰিৰে লাঠিমৰা, আৰু নিজৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰিবলৈ ন-কেচুৱাই কৰা সকলো কৌশল – কিটিপ দেখুৱা উত্তেজনাময় ক্ষণটোৰ পঞ্চাশ বছৰ পাৰ হৈ গৈছে।

গোটেই জীৱনটোত তুমি এটা ভাষা অৱলম্বন কৰি ইয়াক টানি দীঘলাই, ইয়াৰ ভিতৰে বাহিৰে জুপি চাই, চুলি টানি পেটত খোচ মাৰি জীয়াই থাকিব নোৱাৰা—ই তোমাৰ দ্বিতীয় প্ৰকৃতি হৈ তোমাৰ লগত অন্তৰঙ্গ হবই। স্পেনীয় ভাষাৰ লগত মোৰ সম্বন্ধ তেনেকুৱাই। মুখেৰে কোৱা ভাষাৰ এটা ব্যাপ্তি আছে—কিন্তু লেখা ভাষাত লেকেটালগা গুণ আছে। ভাষাক লেখকৰ সাজপাৰ বা নিজৰ গাৰ ছালৰ দৰে চাব লাগিব। চোলা এটাৰ

হাত— তাপলি মৰা, ইয়াৰ ফুটাবোৰেদি ভাৱৰ প্ৰকাশ, আৰু ইয়াৰ তেজ — ঘামৰ চেকাবোৰ—সেই বোৰেহে লেখকৰ তেজস্বীতা দেখুৱায়। এইটোকে লেখকৰ ধৰন বা দস্তুৰ বোলা হয়। ফৰাছী সাংস্কৃতিক বৈপ্লবিক সোঁতত মোৰ সময়খিনিয়ে যেন বুৰুৰ্বাণ কাটিছিল। মোক এনেবোৰ ঘটনাই সদায় আকৃষ্ট কৰিছিল, কিন্তু কেনেবাকৈ মোৰ দেহাটোৰ বাবে সেইটো উপযুক্ত পোছাক নাছিল। চিলিৰ কবি হুইডোব্ৰোই ফৰাছী লেখকসকলৰ নকৈ উলিওৱা সংস্কাৰক নিজৰ লেখিয়া কৰি লৈ, তেওঁৰ জীৱন আৰু আত্মপ্ৰকাশৰ উপায় কৰি লৈছিল। মোৰ মনেৰে কেতিয়াবা কেতিয়াবা তেওঁ আদৰ্শকো চেৰ পেলাইছিল। স্পেনীয় কবিতা-ৰাজ্যত ডাৰিঅ ই আহি এনেকুৱাই কিন্তু আৰু বেচিকৈ নিজৰ ক্ষমতা বিস্তাৰ কৰিলে। কিন্তু ডাৰিঅ আছিল প্ৰকাণ্ড এটা হাতীৰ দৰে, তেওঁৰ কালৰ স্পেনীয় ভাষাৰ সকলোবোৰ কাঁচৰ খিড়িকী ভাঙি চুৰমাৰ কৰি সেই ফুটাবোৰেদি জগতৰ অইন ঠাইৰ বতাহ বোৱালে, আৰু মিঠা সুৰ বজালে।

আমাৰ লাতিন আমেৰিকাৰ মানুহক বহুত সময়ত ভাষাই স্পেনৰ মানুহৰ পৰা নিলগ কৈ ৰাখে। ভাষাৰ আদৰ্শবাদেই বিভেদ সৃষ্টি কৰে। আমাৰ দেশৰ জলবায়ুৰ বাবে গঙ্গোৰা-ৰ কঠুৱা সৌন্দৰ্য উপযুক্ত নহয়, কিন্তু স্পেনৰ কোনো কবিতাই—এনেকি আধুনিক কালৰ কবিতাও গঙ্গোৰাৰ ৰসাল প্ৰভাৱ মুক্ত নহয়। আমাৰ-আমেৰিকাৰ দস্তুৰ হল ধূলিময় শিলাখণ্ড, মোহাৰি সাৰ্মাৰি পেটেকা কৰা লাভা, তেজৰ লগত মিহলি হৈ থকা আলতীয়া মাটি। আমি স্ফটিকৰ বস্তু সাজিব নেজানো। আমাৰ নামকৰা কবিসকলেও লেখা কবিতাবোৰ ফোপোলা যেন লাগে। মাৰ্টিন ফিয়েৰোৰ এটোপাল মদ বা গেব্ৰিয়েলা মিস্ত্ৰেলৰ ঘোলা এটোপাল মদে সিহঁতক ভালকৈ এশিকিমি দিয়ে। অইন কাবোবাৰ বাগিছাৰ পৰা বুটলি আনি ফুলদানীত সজোৱা ফুলৰ দৰে সিহঁতে মেলঘৰৰ এচুকত ঠৰঙা হৈ থিয় দি থাকে।

চাৰ্লাস্টেছৰ পিছত স্পেনীয় ভাষাটো যেন সোণচবোৱা ভাষাহে হল—ই যেন ৰাজসভাৰ ধুনমৰা ভাষাহে হল। গঞ্জালো ডে বাৰ্ছিও আৰু হিটাৰ আৰ্চ্চপিষ্টৰ বন্যশক্তিক ই হেৰুৱালে, কুৱেভেডোৰ ভাষাত তেতিয়াও জ্বলি থকা খঙাল ভমকৰ জুইকুৰা ই নুমালে। একেই ঘটনা ইংলণ্ড, ফ্ৰান্স আৰু ইটালীতো ঘটিল। চছাৰৰ বাহুল্য, ৰাবা ৰেলাইচৰ দীঘল বিবৰণ কাটি কুণ্ডুসক কৰা হল। পেট্ৰাৰ্কৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা মহামূলীয়া

তাৰাই হীৰা-পান্নাৰ দৰে চমক কৰিছিল, কিন্তু মহত্তৰ আদিম অনুভূতিবোৰ নিজেই লাহে লাহে নিজেক হৰলে ধৰিলে।

আগৰ দিনৰ ভাষাত গোটেই মানুহ জাতটোক লৈয়ে কাম কৰবাৰ আছিল। তেওঁৰ স্বাধীনতা, তেওঁৰ চিন্তাৰ উৰ্বৰতা, তেওঁৰ আভিজাত্যই আছিল তাৰ গুণ।

মোৰ বাবে সেইটোৱেই চিন্তাৰ কাৰণ হল। অৱশ্যে মই সেই চিন্তাক কেনেকৈ প্ৰকাশ কৰা নাছিলো বা নিজৰ কামতো নিজে স্বীকাৰ কৰা নাছিলো যদি মোৰ কবিতাৰ কোনো অৰ্থ থাকে সি হল মহাশূন্যত বিয়পি যাব পৰা গুণৰ বাবে কোনো বাধা-বিঘিনি নমনাকৈ যাবলৈ, এটা বন্ধ কুঠৰীত থাকি জীয়াবলৈ নহয়; সীমাবদ্ধ সংসাৰৰ চাৰিখন বেৰা মই ভাঙি পেলাবলগীয়া হৈছিলো—কোনোবা দূৰণিবটীয়া কৃষ্টিৰ ধৰাবন্ধা নিয়মত থাকি তাক পুনৰায় অনুসৰণ কৰা মোৰ স্বভাৱ নাছিল। মই নিজকেই প্ৰকাশ কৰিবলগীয়া হৈছিল—মোৰ ওপজা দেশখনৰ দৰেই চাৰিওপিনে ডাল মেলি বিস্তাৰ কৰাই মোৰ স্বভাৱ আছিল। একে গোলাৰ্ধৰ অইন এজন কবিয়ে মোৰ এই বাটত খোজ দিওঁতে সহায় কৰিছিল—তেখেত মানহাট্টানৰ কবি ওৱাল্ট হুইটমান।

## সমালোচকৰ কষ্ট হৰই

প্ৰকৃততে 'দি চংজ অৱ মালডোৰোৰ' এটা ধাৰাবাহিক গল্পৰ এটা অংশ। ইছিডোৰ ডুকাছে-ই তেওঁৰ ছদ্মনামটো খবৰৰ কাগজৰ শেষ পাতৰ প্ৰবন্ধকাৰ ইউজেন চু'ৰ এখন উপন্যাস—লাটাৰমঁট-ৰ পৰা লৈছিল। এই উপন্যাসৰ ৰচনাকাল ১৮৩৭—ঠাই চোটিনে। কিন্তু লাটাৰমঁটে লাটাৰমঁটকো চেৰ পেলাই গৈছিল বুলি আমি জানো। তেওঁ বহুত তললৈ নামিল যেন সাক্ষাত ছয়তানহে; আকৌ বহুত ওখলৈ উঠিছিল যেন সৰগৰ পৰা খহি পৰা কোনোবা দেৱদূত। তেওঁৰ দুখৰ চৰম মুহূৰ্তত মালডোৰোৰ এ সৰগ-নৰকক বিয়া দিছিল। ক্ৰোধ, মতলীয়া কৰা উলাহ আৰু যন্ত্ৰণাই ডুকাছেৰ অলংকাৰ শাস্ত্ৰক অপ্ৰতিৰোধী ঢৌত উটুৱাই নিলে · মালডোৰোৰ ঃ মালডোৰোৰ।

লাটাৰমঁটে এটা নতুন অধ্যায়ৰ আচনি কৰিছিল। তেওঁৰ গোমোঠা দিনটোক অগ্ৰাহ্য কৰি নতুন শুভবুদ্ধি কবিতাৰ সূচনা কৰিছিল—কিন্তু তেনে কবিতা লিখিবলৈ তেওঁ কেতিয়াও সুযোগ নাপালে। এই ডেকা উন্মুখৰ কবি জনক পৌৰুষত মৃত্যুৱে খাপিয়াই নিলে। কিন্তু তেওঁৰ কবিতাত ৰজনি

কথাৰ প্ৰতিশ্ৰুতি—শুভকামনা আৰু সুস্বাস্থ্যৰ পিনে ঢাল নোৱাটো—যিটো তেওঁ নিজে পুৰণ কৰি যাব নোৱাৰিলে—সি কঠোৰ সমালোচনাৰ মুখত পৰিল। তেওঁৰ বিষাদৰ বাবে তেওঁক শ্ৰদ্ধা কৰা হয় আৰু আনন্দৰ বাট লোৱা বাবে অভিযুক্ত কৰা হয়। কবিয়ে নিজকে যন্ত্ৰণা দি কষ্ট সহিব লাগিব—তেওঁ নিৰাশা লৈ জীয়াই থাকিব লাগিব—নিৰাশাৰ কবিতা লিখিয়ে গৈ থাকিব লাগিব। সমাজৰ এটা শ্ৰেণীত এটা তৰপৰ এই মত আছিল। ধৰাবন্ধা এই ফৰ্মুলাটো বহুতে অনুসৰণ কৰিছিল—আৰু অলিখিত এই ফৰ্মুলা মতে কষ্ট সহি মৃত্যুবৰণ কৰিছিল। কবিক গুপ্ত ঘৰত বাস কৰিবলৈ, উৰালি যোৱা ফটা জোতা পিন্ধিবলৈ, হাছপতাল আৰু মৰ্গলৈ পঠিয়াবলৈ এই অলিখিত আইনে যো জা কৰে - তেনেহলেই যেন সকলো সুখী হয়—সকলোৱে সুখ আৰামত দিন কটাব আৰু দুই এটোপা চকুলো টুকিব।

এতিয়া ঘটনা বেলেগ হল—কাৰণ জগতখনেই সলনি হৈছে, কাৰণ জগতখনো সলনি হৈছে; আৰু হঠাতে আমি কবিবোৰে বিদ্ৰোহক আনন্দৰ পথত আগুৰাই দিলো। অসুখী লেখক, কুছবিদ্ধ লেখক ধনতন্ত্ৰৰ ছয়ামেয়া পথুলি বেলিকাৰ সুখত এটা শাস্ত্ৰীয় বিধানৰহে অঙ্গ। কায়দা কৰি মানুহৰ ৰুচিৰ এনে ধাৰণা অনা হৈছে যে দুখ কষ্টই হে শ্ৰেষ্ঠ সৃষ্টিশীলতাৰ প্ৰেৰণা। জীয়াতু মৰণ আৰু দুখ কষ্টক কবিতা লিখাৰ বাবে বিধান দিয়া হৈছিল। হোল্ডাৰলিজ—বলিয়া হৈ অসুখী, ৰিমবাঁও—তিতাকৈ হা লগা চিৰ-অধৰী, জেৰাৰ্ড ডে নেভালে সৰু টাউন এখনত এটা ভাঙি পৰা লেম্পপোষ্টৰ পৰা চিপজৰি লৈ আত্মঘাতী হল। এখেতসকলে এই শতিকাৰ শেহ ছোৱা হঠাৎ অহা সৌন্দৰ্যৰ প্ৰবল বেগত যেনেকৈ উটুৱাই নিছিল, তেনেকৈ দুখ-কষ্ট সহিবৰ ৰাস্তাও দেখুৱাই দিছিল। গোড়া মত হল—কবিৰ বাবে কাইটীয়া ৰাস্তা আত্মাৰ সৃষ্টিশীল প্ৰেৰণাৰ বাবে একান্তই দৰ্কাৰী।

ডাইলান টমাছ এই প্ৰজন্মৰ কবিসকলৰ শেহ শহীদ।

অদ্ভুত কথা—পুৰণি গোমোৰামুৰা আভিজাত্য ভৰা এই আইডিয়াবোৰ কোনো কোনো মানুহে এতিয়াও সঁচা বুলি ভাবে। এই মানুহবোৰৰ মনে জগতৰ নাড়ীৰ গতি নুবুজে—আচলতে এনে বিষয়ত মানুহৰ নাড়ী হাতত নাচুৱাই নাকত চাব লাগে কিয়নো ভৱিষ্যতত কি ঘটিব মানুহৰ নাকেই আগতে গোন্ধ পায়।

বগুৰাই যোৱা লাও গছৰ দৰে সমালোচকো আছে—তেওঁলোকে ইয়াৰ

আগৰিল ভাল আৰু শুঙবোৰে চলিত ৰীতিৰ এধানিমান হেৰফেৰ কৰিলেও চিন্তাত পৰে - ভয় খায়। যেন তেওঁলোকে কিবা এটা ধৰিব পৰা নাই— কিন্তু আচলতে তেওঁলোকৰ শিপা পোতা আছে অতীততে।

আমি কবি সকলেও সুখী হবলৈ অধিকাৰ আছে। যৌতিয়ালৈকে আমি দেশৰ বাইজৰ লগত আছো আৰু তেওঁলোকৰ সুখৰ বাবে কৰা সংগ্ৰামৰ ভাগীদাৰ হৈ আছো তৌতিয়ালৈকে আমি এই অধিকাৰ নেহেৰুৱাওঁ।

ইলিয়া এৰেনবুৰ্গে তেওঁৰ লেখাত, কৰবাত কৈছে পাৰলো মই দেখা সুখী মানুহবোৰৰ এজন। মইয়ে সেই পাৰলো আৰু এৰেনবুৰ্গে ভুল কৰা নাই।

সেই কাৰণেই আলোচনীত মাজে মাজে সমালোচক সকলে লিখা কথাত মই অবাক হৈ যাওঁ—তেওঁলোকে এইটো মানিব লাগে যে মোৰ ব্যক্তিগত জীৱন তেওঁলোকৰ সমালোচনাৰ বিষয় নহয়—তেওঁলোকে মোৰ বৈষয়িক উন্নতি দেখি বৰ উদ্বিগ্ন। মই জানো যে মোৰ সুখ দেখি বহুতৰ গা বেজবেজায়, আৰু এইটোও ঠিক যে মই ভিতৰে ভিতৰে সুখী। মোৰ বিবেক নিৰ্মল—মোৰ বুদ্ধিমত্তা অস্থিৰ।

কবিসকলৰ জীৱন যাত্ৰাৰ মান ওখ হোৱাত যি সকল সমালোচকৰ আপত্তি—তেওঁলোকক মই কওঁ যে কবিতাৰ কিতাপ ছপা হৈ বিক্ৰী হয়, তাৰ বাবে তেওঁ লোকে গৰ্ববোধ কৰা উচিত—আৰু তেওঁলোকক এই কিতাপবোৰে নিজৰ উদ্দেশ্য পূৰ্ণ কৰিবলৈ সুবিধা দিয়ে। লেখক সকলে কিতাপ লিখাৰ বাবে পইচা পালে তেওঁলোক সুখী হোৱা উচিত, যে অন্ততঃ কেইজনমানে হলেও সৎপৰিশ্ৰমৰ টকাৰে জীৱন নিৰ্বাহ কৰিব পাৰে। সমালোচকে এইবাবে গৰ্ব-বোধ কৰি সদায় অইনৰ বাবে অসুবিধাৰ সৃষ্টি নকৰি সুখী হোৱা উচিত।

সেইবাবে, কেইদিনমানৰ আগতে এজন ডেকা বুদ্ধিমান যাজক সমালো-চকে মোৰ বিষয়ে লেখা কথাখিনি পঢ়িলো, তেওঁৰ ধৰ্মীয় পেশাই মোৰ বিষয়ে ভুল অভিমত দিয়াত কোনো বাধা দিয়া নাই বুলি মই বুজিলো।

তেওঁৰ মতে মই সুখৰ মুখ দেখিছো বাবে মোৰ কবিতা দুৰ্বল। তেওঁ মোক দুখকষ্ট সহিবলৈ বিধান দিছে, তেওঁৰ থিয়োৰী মতে এপেণ্ডিচাইটিছে শ্ৰেষ্ঠ গদ্য ৰচনা কৰাৰ, আৰু পেৰিটোনাইটিছে গভীৰ গহীন কবিতাৰ জন্ম দিব।

মই কিন্তু যিখিনি নিজৰ ক্ষমতা আছে তাৰেই লিখি গৈ আছো। অনু-ভূতিৰে, অস্তিত্বৰে, কিতাপ, ঘটনা-প্ৰবাহ আৰু সংগ্ৰাম সকলোকে সাঙুৰি লৈ

মোৰ কবিতা সৰ্বস্তুক। মই গোটেই পৃথিৱীখন গিলি খাব খোজোঁ —সাগৰৰ গোটেইখিনি পানী শুহি নিব পাৰিলে মোৰ ভাল লাগিব।

## চুটি-দীঘল লাইনবোৰ

সক্ৰিয় এজন কবি হিচাপে মই নিজৰ আত্মশোষণৰ বিৰুদ্ধে যুঁজিছিলো আৰু তেনেকৈয়ে প্ৰকৃত মই আৰু গভীৰ ভাববাদী মোৰ মাজৰ দ্বন্দৰ মীমাংসা কৰিব পাৰিছিলো। মই এতিয়া উপদেশ দিবলৈ ওলোৱা নাই ; কিন্তু মোৰ অভিজ্ঞতাই সম্ভৱতঃ আইনক সহায় কৰিব পাৰিব। ফলাফল কি হৈছে অলপ চোৱা যাওক।

মোৰ কবিতাৰ কঠোৰ সমালোচনা হোৱা খুব স্বাভাৱিক, আৰু পাপীষ্ঠ বদনাম দিয়াটোও সহজ। ই খেমালিতহে দিয়া। এই বিষয়ে মোৰ একো কবলৈ নাই কিন্তু এটা ভোট মোৰও আছে। যি সকল সমালোচকে মাত্ৰ মূল সাৰুৱা বস্তুত ঠেক খায়গৈ তেওঁলোকৰ বাবে মোৰ কিতাপত ভোট আছে— সকলোবোৰ কবিতাতে মই ৰাখিছো। শত্ৰু চৰিত্ৰ হন্তাৰ বাবেও মোৰ ভোট আছে আৰু এইটো মোৰ নিবলস সৃষ্টিশীল কামত প্ৰকাশ পাইছে।

মোৰ কথাবোৰ যদি আপুনি ওফাইদাং মৰা বুলি ভাবে, তেনেহলে আপুনি ঠিকেই ধৰিছে। মোৰ ফুটনিখিনি তেনে এজন শিল্পীৰ—যাৰ নিজৰ শিল্পৰ প্ৰতি বহুত দিনৰ অবিচল অনুৰাগ, আৰু সেইটোত কোনো ভেজাল নাই।

আৰু মোৰ সন্তোষৰ যদি কোনো কাৰণও থাকে—সেইটো যেনেকৈয়ে নহওক, সি হল মই মোৰ নিজৰ দেশত অন্ততঃ কবিতাক জীৱিকা হিছাবে কবিতাক পেশা হিছাবে সন্মান দিবলৈ মানুহক শিকাইছো।

মই কবিতা লিখিবলৈ আৰম্ভ কৰা সময়খিনিত দুই জাতৰ কবি আছিল। এটা জাত ওপৰ তলাৰ—তেওঁলোকৰ টকা পইচাৰ বাবে বৈধ বা অবৈধ সন্মানৰ অধিকাৰী—আইন জাতৰ কবিকুল আছিল কবিতাৰ সংগ্ৰামী বাটৰুৱা—সজাত ভৰা সিংহ, মনমোহাচেবাধলিয়া মানুহ, যন্ত্ৰণাত আকুল, টোপনিত বাট বুলি থকা মানুহ তেওঁলোক। আমি যেন সেই লিখক সকলকো পাহৰি নাযাওঁ— কোনোৱা অফিচত বহি বহি কাম কৰি, নিজৰ নাৰত বৈঠা জুৰি লোৱা কিমা গোলামৰ দৰে তেওঁলোকৰ সপোনবোৰ সদায় অফিচৰ শীলমোহৰ মৰা কাগজৰ দমৰ তলত হেঁচা খাই মৰিহি যায়—ওপৰৱালা বিষয়ালৈ ভয় বা আইনৰ হাঁহিৰ পাত্ৰ হোৱাৰ ভয়ও তেওঁলোকৰ আছে।

মই আদিমতকৈ নিঃসম্বল অৱস্থাত জীৱন আৰম্ভ কৰিছিলো, একেবাৰে নগঠা হৈ। কিন্তু মোৰ কবিতাৰ স্বকীয়তা ৰক্ষা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ আছিলো। এই বন্ধমূল ধাৰণাটো যে ৰৱ দৰ্কাৰী আছিল সি নহয়, কিন্তু মূৰ্খবোৰে মোক উপলব্ধা কৰাটো বন্ধ কৰিছিল। আৰু তাৰো পিছত বিবোৰ মূৰ্খৰ অন্তৰ আৰু বিবেক আছিল, সিহঁতে সংমানুহৰ দৰে মোৰ কবিতাই খুচৰি উলিওৱা কঠোৰ বাস্তৱতাক মানি লৈছিল আৰু যিবোৰ মানুহৰ নীচমনা আছিল, সিহঁতে মোক ভয় কৰিবলৈ আৰম্ভ কৰিছিল।

আৰু তেনেকৈয়ে কবিতাই—ডাঙৰ হাতেৰে লিখা কবিতাতকৈ সন্মান আদায় কৰিলে, জগতে কবিয়েও, কবিতা আৰু সকলো কবিয়ে।

জনগণৰ প্ৰতি মোৰ এই সেৱাকনৰ বিষয়ে মই সচেতন আৰু মৈজেলৰ দৰে পিন্ধা এই গৌৰৱক অইনক নিবলৈ দিব নোখোজো। মানুহে মোক নানা প্ৰশ্ন সুধিব পাৰে কিন্তু মই ইয়াত লিখা কথাবোৰ আখৰে আখৰে সঁচা।

গোড়া শত্ৰুবোৰ ইয়াৰ পিছতো যুক্তিহীন বহুত তৰ্ক আগুৱাব পাৰে। ভেকাকালত সিহঁতে মোক ভোকাতুৰ চেঙেলীয়া বুলি জোকাইছিল, এতিয়াও জোকাব পাৰে। মানুহে মোক এতিয়া যাতে বৰ মানুহ আৰু অগাধ সম্পত্তিৰ অধিকাৰী বুলি ভাবিবৰ চেষ্টা কৰে বুলি মই জানো। আৰু মইও সিহঁতক অপদস্থ কৰিবলৈকে অইন বস্তুৰ জগতে মোৰ নথকা এনে ধন দৌলতৰ অধিকাৰী হবলৈ খুব ভাল পালোহেঁতেন।

অইন কোনোবাই আকৌ মোৰ কবিতাৰ লাইনবোৰ দীঘলে পুতলে জুখি প্ৰমাণ কৰিবৰ চেষ্টা কৰে যে মই সেইবোৰক টুকুৰাটুকুৰি কৈ কাটো, অথবা সেইবোৰক টানি দীঘলাওঁ। ইয়াত লাভ-লোকচান নাই। কবিতাৰ লাইন-বোৰ চুটি নে দীঘল হব, ঠেক নে বহল হব, হালধীয়া নে বগাবৰণীয়া হব কোনেনো নিয়ম কৰি দিছে? সেই লাইনবোৰ লিখা কবিসকলেই তাক স্থিৰ কৰিব পাৰে। তেওঁৰ উশাহ আৰু তেজ মঙহেৰে জ্ঞান আৰু অজ্ঞানতাৰে স্থিৰ কৰিব কাৰণ কবিতাৰ খাদ্য তৈয়াৰ কৰিবলৈ এই সকলোবোৰ দৰকাৰ হয়।

কবি বাস্তৱবাদী নহলে তেওঁ মৃত, আৰু কবি যদি অকল বাস্তৱবাদী, তেওঁৱো মৃত। অযৌক্তিক কবিতা হলে কবিৰ কবিতা তেওঁ আৰু তেওঁৰ প্ৰিয়জনাইহে বুজিব পাৰি, আৰু এইটো খুব দুখৰ কথা। আৰু কবি যুক্তিবাদী হলে কবিতা গাধইও বুজি পাব, এইটোও খুব দুখৰ কথা। কোনো

ধৰাকথা নিয়মটো থাকিব নোৱাৰে—ঈশ্বৰৰ বাবে চয়তানে বিধান দিয়া কোনো উপাদান নাই, কিন্তু এই নামী ভদ্ৰলোকজনে কবিতা ৰাজ্যত এনে নেৰানেপেৰা যুঁজ আৰম্ভ কৰে। এই যুঁজত প্ৰথমে এজনে জিকে, আৰু তাৰ পিছত আইন জনে জিকে, কিন্তু কবিতাক কোনেও হেৰুৱাব নোৱাৰে।

এইটো ঠিক যে জীৱিকা হিচাৱে কবিতাক অলপমান হেয় কৰা হয়। মটা-ভিৰোতা ইমান কবি ওলাব ধৰে যে এসময়ত আমি সকলো কবি হৈ যাম—পাঠক আৰু নাথাকিব। তেতিয়া মৰুভূমি পাৰ হৈ বালিৰ মাজলৈ অভিযান কৰি, অথবা মহাকাশ যানত উঠি আকাশ পৰিক্ৰমা কৰি পাঠক বিচাৰি যাব লাগিব।

কবিতা মানুহৰ হিয়াৰ গভীৰতম অনুভূতি—ইয়াৰ ছন্দ লৈয়ে ধৰ্মশাস্ত্ৰৰ স্তোত্ৰ আৰু ধৰ্মৰ আইন অইন বিষয় লিখা হৈছে। কবিয়ে প্ৰকৃতিৰ গুপুত কথাৰ সন্ভেদ লৈ আদিমকালত নিছক পুৰোহিত বুলি কৈছিল, এনেকৈ তেওঁৰ নিজৰ কামটোক পকা কৰি ৰাখিব খুজিছিল। ঠিক তেনেকৈ তেওঁৰ কবিতাক ৰক্ষা কৰিবলৈ আধুনিক যুগৰ কবিয়ে বাটে-পথে ৰাইজৰ মাজত পোৱা ধন আদাৰি বুটলি লয়। আজিৰ সামাজিক কবি ও পুৰণি যুগৰ পুৰোহিত তন্ত্ৰৰে এজন সভ্য তেতিয়াৰ দিনত তেওঁ এন্ধাৰৰ লগত চুক্তি কৰিছিল, কিন্তু এতিয়া তেওঁৰ কাম হল পোহৰক আৰু উজলোৱা।

## মৌলিকতা

মৌলিকতাত আৰু মোৰ বিশ্বাস নাই। ই মাত্ৰ আমাৰ দিনত নতুনকৈ গজি উঠা, আৰু ততাতৈয়াকৈয়ে ই ধ্বংসৰ মুখত পৰিছে। কোনোবা এটা ভাষা, কোনোবা এটা মাধ্যম। শিল্পীয়ে গ্ৰহণ কৰা কোনো এটা সৃষ্টিশীল উপায়—যাৰ দ্বাৰা তেওঁৰ ব্যক্তিত্বৰ বিকাশ হয়, মই তাকেই বিশ্বাস কৰো। কিন্তু পুৰাপুৰি মৌলিকতা কথাটো একেবাৰে আধুনিক আবিষ্কাৰ, আৰু ই নিৰ্বাচনৰ এটা প্ৰবঞ্চনাৰ উপায় যেন পাওঁ। কোনো কোনোৱে নিজৰ দেশত, নিজৰ ভাষাত বা পৃথিবীৰ ভিতৰত শ্ৰেষ্ঠতম কবি নিৰ্বাচিত হব খোজে। সেইবাবে তেওঁ বাচোতা সকলৰ সন্ধানত ফুৰে, ৰাজসভাৰ বাটত তেওঁৰ লগত ৰেৰ মাৰিব পৰা জনক অপমানজনক কথাবাৰ্তা কয়। কবিতা তেতিয়া বহুবালিত পৰিণত হয়।

তথাপি, নিজৰ স্বকীয়া আভ্যন্তৰীণ আচৰণ বা ব্যক্তিত্ব অটুট ৰখাটো

দৰ্শনী। প্ৰকৃতি, কৃষ্টি আৰু সমাজৰ প্ৰতি সচেতন জীৱনে অন্তৰৰ উত্তম অভিব্যক্ত গুণখিনি, প্ৰকাশ কৰাত কৰিয়ে নিজকে সংযত কৰিব লাগিব।

অতীতত, সৰ্বশ্ৰেষ্ঠ, নিখুঁত কবিসকলে, উদাহৰণস্বৰূপে কুৱেভেজো-ই কবিতা লিখোতে শিৰোনামাত এটা সতৰ্কবাণী লিখি দিছিল, "হোৰাছৰ পৰা নকল", "ওভিডৰ পৰা নকল" "লুক্ৰেছিয়াছৰ পৰা নকল"।

মোৰ নিজৰ কথা কবলৈ গলে কওঁ--মই নিজৰ মাতত্তেই গান গাওঁ—সকলো জীয়া প্ৰাণৰ দৰে ইও সময়ৰ লগে লগে নিজেই নিজৰ শক্তি বঢ়াই লৈছে। মোৰ প্ৰথম ছোৱাৰ কিতাপবোৰত আবেগেই যে বহুত খিনি অধিকাৰ কৰি লৈছে, সেই বিষয়ে কোনো সন্দেহ নাই, কিন্তু কোনজন কবিয়ে তেওঁৰ অন্তৰৰ কোমল অথবা উন্মত্ত, খণ্ডাল অনুভূতি প্ৰকাশ নকৰাকৈ থাকিব পাৰে? তেওঁৰ কপালত সেইবাবেই দুখ আছে। তথাপি আজি চল্লিশ বছৰৰ অভিজ্ঞতাৰ পিছত মই বিশ্বাস কৰো যে কবিয়ে তেওঁৰ কবিতাত আবেগৰ বাঁহডাল টানি ৰাখিব লাগে। মই আন্তৰিক স্বতঃস্ফূৰ্তিতাত বিশ্বাস কৰো। এইবাবে অৱশ্যে কবিৰ সকলো সময়তে জৰুৰী দৰ্শনৰ বাবে জেপত অলপ অচৰপ সঞ্চয় থাকিব লাগে। প্ৰথমতে তেওঁ প্ৰতিষ্ঠিত কবিতাৰ গঠন-প্ৰণালী, শব্দ, ধ্বনি বা চিত্ৰকল্প—যিবোৰে তেওঁৰ ঠিক কাষেদি গুণগুণাই যাব – সেইবোৰ মনত সাঁচি ৰাখিব লাগে। এইবোৰ সোনকালে সংগ্ৰহ কৰি তত্তালিকে নিজৰ জেপত ভৰাব লাগে। মই নিজেও এই বিষয়ে এলেহুৱা, কিন্তু অইনলৈ ই ভাল উপদেশ বুলি মই জানো। মায়াকোভস্কিয়ে এটা সৰু নোটবুকৰ পৰা কিবা চাই লৈ লিখিছিল। অনুভূতিকো সংযত কৰি ৰাখিব লাগে। কিন্তু কেনেকৈ? অনুভূতিৰ মাত্ৰা যেতিয়া বাঢ়ি যাব তেওঁ সেই বিষয়ে সচেতন হব লাগিব। তাৰ পিছত, কাগজত লিখিবৰ সময়ত, এই সচেতনতাই আবেগক চেৰ পেলাই আমাৰ মনত ফটফটীয়া হৈ জিলিকি উঠিব।

মোৰ সাহিত্যকৰ্মৰ এটা ডাঙৰ অংশত মই প্ৰমাণ কৰিবৰ চেষ্টা কৰিছো যে কবিৰ লিখাৰ বিষয়বস্তু বহুত, আৰু যি কোনো বিষয়েই তেওঁ লিখিব পাৰে। সমগ্ৰ সমাজৰ প্ৰয়োজন বুলি তাক ধৰিব পাৰিলেই হল। প্ৰাচীন কালৰ প্ৰায় সকলো সাহিত্য সৃষ্টিকৈ অনুৰোধত পৰি লিখা হৈছিল। বোমৰ গাওঁ অঞ্চলত খেতি পথাৰ চলোৱাৰ বিষয়ে প্ৰচাৰ কৰিবৰ বাবে জৰ্জিক্‌চ লিখা হৈছে। কবিয়ে য়ুনিভাৰ্ছিটী বা শ্ৰমিক ইউনিয়ন, দক্ষ শ্ৰমিক বা ব্যৱসায়ী

মহলৰ বাবে কবিতা লিখিব পাৰে। মাত্ৰ এইবাবে স্বাধীনতা কেতিয়াও নেহেৰায়। বাদ্‌ৰুবী প্ৰেৰণা আৰু ঈশ্বৰৰ লগত কবিৰ সংযোগ থকা কথাটো আত্মস্বাৰ্থৰ বাবে আবিষ্কাৰ কৰি উলিওৱা কিটিপ। শ্ৰেষ্ঠ সৃষ্টিশীলতাৰ চৰম মুহূৰ্তবোৰত ৰচনাখিনি অলপমান অইন কাৰোবাৰ যেনও লাগিব পাৰে — অধ্যয়ন ও বাহিৰৰ চাপত ই প্ৰভাবিত হয়।

এতিয়া হঠাৎ মই এই মন্তব্যবোৰত ছেদ পেলাওঁ—এইবোৰ মাত্ৰ তাত্বিক বিষয়। আৰু মোৰ ডেকাকাল ছাত্ৰিয়াগোৰ জীৱনছোৱাক মনত পেলাওঁ। চিত্ৰশিল্পী আৰু লেখক সকলে তেতিয়া সৃষ্টিশীল উত্তাপত কাম কৰি গৈছিল —জনগণৰ পৰা তেওঁলোকে কোনো উদ্‌গণি না পাইছিল। শৰৎ ঋতুৰ গীতি-কাব্যৰ পৰশ আছিল চিত্ৰশিল্প আৰু কবিতাত। প্ৰতিজন শিল্পী কবিয়ে বেচি বেহিছাব, বেচি নীতিহীন আৰু বেচি বিশৃংখল হৈ অইনক চেৰ পেলাব খুজিছিল। চিলিৰ সামাজিক শ্ৰেণীবোৰৰ মাজত গভীৰ অশান্তিৰ আলোড়ন লাগিছিল। আকেছাণ্ড্ৰিয়ে বক্তৃতা দিছিল ধ্বংসমুখী। নাইট্ৰেটৰ পাম্পা অঞ্চলত শ্ৰমিকসকলে নিজেই গণ আন্দোলন সংগঠিত কৰিছিল। সেইবোৰ আছিল সংগ্ৰামৰ নিস্কলংক দিন।

কাৰ্লোছ জুৱান গেনডাক্সোৰ সময় সেইখিনি। মই সোনকা'ল ছাত্ৰসকলৰ নৈৰাজ্যবাদী নিৰ্বাচিত সভ্যদলত যোগ দিলো। মোৰ প্ৰিয় কিতাপ-আছিল আণ্ড্ৰিয়াভোৰ্ চাছো ইয়েগুলেভ। অইনবোৰে আৰ্টছিবোছভৰ অশ্লীল উপন্যাস পঢ়ি সেইবোৰৰ ওপৰত এটা আদৰ্শবাদৰ ৰহণ বুলাইছিল, ঠিক যেনেকৈ আজিকালিৰ মানুহে বৰ্তমানৰ অশ্লীল কিতাপ পত্ৰক কৰিছে। বুদ্ধিজীৱিসকলে মদৰ দোকানত বহি কথা চোবাইছিল। পুৰণি ভাল মদ খাই দৰিদ্ৰতাৰ মধুৰ সোণালী চালিথনৰ গুণ বৰ্ণাই পুৰালেকে তাক জক-মকীয়া কৰি ৰাখিছিল। জুৱান এগানা অসাধাৰণ গুণী কবি আছিল—মদৰ বাগীয়ে তেওঁক দিনে দিনে মৰণৰ পিনে আগুৱাই নিছিল। মানুহৰ মুখে মুখে এটা গল্প ঘূৰিছিল যে এই কবি বিৰাট সম্পত্তিৰ উত্তৰাধিকাৰী হব এৰি আহি সকলো সম্পত্তি বেচি কাগজ নোটলৈ সলাই লৈ ললে। তেওঁৰ মদৰ গিলাছৰ ইয়াৰ বন্ধুবোৰে দিনত শুই, ৰাতি হলে তেওঁৰ বাবে পিপা ভৰাই মদ আনিবলৈ ওলাই গৈছিল। কিন্তু জুৱান এগানাৰ কবিতা অকথানি যেন জোনৰ শীতল কিৰণহে। ই আমাৰ গীতিধৰ্মী কবিতাৰ অকণ্যত অজুলো চো তোলা নাই। মলিনা আৰু ও হেগোৰা কাৰ্লোছ লিখা প্ৰায় গোৱেইখন

কিতাপ—শ্রেষ্ঠ আৰু উদাৰ এই সংকলনখনত তেওঁলোকে আধুনিক কবিতাৰ এটা ৰোমাণ্টিক শিৰোনামা দিছিল। এটা প্ৰলয়ংকৰ যুগৰই শ্ৰেষ্ঠ কবিতামালা যদিও মাজে মাজে ছেদ পৰিছে, তথাপি নিখুঁত কবিতাৰে ই ভৰপূৰ। মোক সকলোতকৈ টানে এলাইবো ওৱাজুৰ্নৰ কবিতাই তেওঁ নব্যসাহিত্য ধাৰাৰ ডিক্টেটৰ। এতিয়া তেওঁক আৰু কোনেও মনত ৰখা নাই। তেওঁ অস্পষ্ট কৈ হলেও বোডলেয়াৰ-ৰ শিষ্য আৰু সৃজনীশক্তি অপচয় কৰা উল্লেখযোগ্য কবি। তেওঁক চিলিৰ বাৰ্ণা জেকৰ বুলি কোৱা হৈছিল। তেওঁ আছিল যন্ত্ৰণাক্লিষ্ট, মৰাশৰ দৰে নিষ্প্ৰাণ, দেখিবলৈ ধনীয়া চেৰাবলিয়া কবি। ৰৰ ওথ বাবে তেওঁ গহীন মাতেৰে চিঞৰি চিঞৰি কথা কৈছিল। আমাৰ সাহিত্য জগতত কোনো কোনো অংশত থকা নান্দনিক সমস্যাবোৰৰ বিষয়ে কবলৈ তেওঁ বিশেষ এটা ৰোমান চিত্ৰলিপি আবিষ্কাৰ কৰিছিল। তেওঁৰ গহীন মাতটো যেন আকাশলৈ উৰা মাৰিছিল—কপালখনত যেন বোধ বুদ্ধিৰ মন্দিৰৰ হালধীয়া মুখটো উজলি উঠিছিল। উদাহৰণস্বৰূপে তেওঁ কৈছিল—বস্তুৰ বস্তুতা, ডায়োনিছিয়াছৰ 'ডায়োনিছিয় গুণ", দুৰ্বোধ্যতাৰ দুৰ্বোধ্য, কিন্তু এলাইবো ওৱাজুৰ্ন অকৰা নাছিল, কৃষ্টিৰ স্বৰ্গ আৰু নৰগ—এই দুই তৰপৰ তেওঁ সানমিহলি আছিল। বিশ্বনাগৰিক এই কবিজনে তত্ত্ব কথাত লাহে লাহে নিজৰ আছল স্বভাৱটোকে হত্যা কৰি পেলালে। মানুহে কয় যে তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাটো তেওঁ বাজী ধৰি জিকিবলৈ লিখিছিল। এই কবিতাটো যে কিয় চিলিৰ কোনো কবিতা সংকলনত নাই, মই বুজিব নোৱাৰো।

## বটল আৰু বস্ত্ৰ সজোৱা মূৰ্ত্তি

বড়দিন আকৌ আহিছে। প্ৰতিটো বড়দিনে আমাক ২০০০ বছৰৰ পিনে আগুৱাই নিছে। আমি এতিয়াৰ কবি সকলে ভবিষ্যতৰ সুখৰ বাবে, কাইলৈৰ শান্তিৰ বাবে বিশ্বজনীন ন্যায়বোধৰ বাবে, ২০০০ বছৰৰ আগমনীৰ ঘণ্টাধ্বনিৰ বাবে সংগ্ৰাম কৰি গান গাই আছো।

ত্ৰিশৰ দশকত ছক্ৰেটিছ এগুইৰেই তেওঁৰ ঘৰৰ বড়দিনত মোক এবাৰ ছান্তাক্লজ বা বুঢ়া চেণ্ট নিক হবলৈ ২৪ ডিচেম্বৰত আহি অনুৰোধ কৰিলে। বুয়েনছ এয়াৰ্চত তেওঁ মোৰ ওপৰওৱালা কৰ্মচাৰী আছিল। তেওঁ কাজিলা আৰু চতুৰ মানুহ আছিল। মই জীৱনত বহুত কাম ভণ্ডুল কৰিছো—

কিন্তু সেইদিনা বুঢ়া চেষ্ট নিকৰ ভাওনাৰ দৰে কোনো কামকেই ইমান বেয়াকৈ কৰা নাই। মোৰ দাড়িৰ পৰা তুলা খুলি খুলি পৰিবলৈ ধৰিলে। খেলনা বোৰ বিলাবৰ সময়তো মই গোলমাল কৰি পেলালোঁ আৰু পাহৰিব নোৱাৰা মোৰ দক্ষিণ চিলিৰ শৈশবৰ নাকেৰে মতা মাতটো তুলতো সলাব নোৱাৰিম বুলি বুজি পাই লৰাছোৱালীবোৰৰ লগত ইংৰাজীত কথা কবলৈ কৌশল কৰিলো। কেইবাযুৰিও নীলা আৰু কলা চকুৰ চাৰ্উনিয়ে কিন্তু মোক বিষ্মি থকা সৰকা কৰিলে আৰু ভাল পৰিয়ালৰ ভাল আদব-কায়দা শিকি ডাঙৰ হোৱা লৰাছোৱালীৰ অনুপযুক্ত সন্দেহৰে মোক চাবলৈ ধৰিলে।

তেতিয়া কোনে ভাবিব পাৰিছিল যে এই লৰাছোৱালীবোৰৰ মাজতে মোৰ এগৰাকী প্ৰিয় বন্ধু এগৰাকী নামী লেখিকা, আৰু মোৰ জীৱনীকাৰ সকলৰ ভিতৰত শ্ৰেষ্ঠ জীৱনীখন লিখা ছোৱালী গৰাকীও আছিল। তেওঁ মাৰ্গাৰিটা আগুইৰে।

মোন ঘৰৰ সৰু আৰু ডাঙৰ খেলনা বস্তুৰ এটা সংগ্ৰহ আছে, সেইটোক· বাদ দি মই বাচিব নোৱাৰো। যি শিশুৱে উমলিব নাজানে সি শিশুৱেই নহয়। কিন্তু যি মানুহে নোমলে তেওঁ চিৰদিনৰ বাবে তেওঁৰ অন্তৰত থকা শিশুটিক হেৰুৱাই পেলাইছে আৰু তাৰ বাবে তেওঁৰ মন বেয়া লাগিবই। মই মোৰ ঘৰটো খেলাঘৰৰ দৰে সাজিছো, পুৱাৰ পৰা ৰাতিলৈকে মই ইয়াত ওমলো।

এইবোৰ মোৰ নিজৰ ওমলা বস্তু। মোৰ নিজক আমোদ দিয়াৰ বৈজ্ঞানিক উদ্দেশ্যত মই এইবোৰ গোটেই জীৱন ধৰি গোটাইছো, সৰু লৰাছোৱালী আৰু অইন বয়সৰ মানুহেও ভাল পাব বুলি মই এতিয়া সেই বস্তুবোৰৰ বৰ্ণনা কৰিম।

কাঁচৰ বটল এটাৰ ভিতৰত মোৰ এখন পালতোলা জাহাজ আছে— আচলতে এখনতকৈ বেচি আছে প্ৰায় এটা জাহাজ - বাহিনী বুলিব পাৰি। সিহঁতৰ নাম, মাস্তুল, পাল আগভাগ, আৰু নোঙৰ কৰাৰ তাৰিখ তাত লিখা আছে। এই জাহাজবোৰৰ কিছুমানক বহুত দূৰৰ পৰা অনা হৈছে— দূৰৰ কোনোবা সৰু সাগৰৰ পৰা। তাৰ ভিতৰতে বৰ সুন্দৰ জাহাজ এখন মোৰ কবিতাৰ কিতাপ এখনৰ স্বত্বৰ বিনিময়ত স্পেনৰ পৰা পঠাইছিল। ওপৰত, যাই মাস্তুলডালত পতাকাখন চিলিৰ, তাত মাত্ৰ নিঃসঙ্গ তৰাটো অঁকা আছে। আৰু বাকীবোৰ জাহাজৰ প্ৰায় সকলোবোৰ

হল চেনৰ কার্লোচ হলাণ্ডাৰৰ হাতৰ কাৰুকাজ। তেখেত হল সমুদ্ৰৰ এজন পুৰণি নাৱিক। মোৰ বাবে তেওঁ বহুত বিখ্যাত আৰু ৰাজকীয় মৰ্যাদাৰ জাহাজৰ নমুনা সাজি দিছে। এই জাহাজবোৰে হামবার্গ, ছালেম আদি ঠাইৰ পৰা আহিছিল আৰু নাইট্রেট ভৰাই নিবলৈ অহা, বা কুমেৰু সাগৰত তিমি মাছ ধৰিবলৈ অহা বুটিছৰ জাহাজ।

চিলিৰ দীর্ঘ ৰাজবাটেদি গৈ কৰোনেল বোলা ঠাইত মই এই নাৱিকজনক লগ ধৰিবলৈ যাওঁ। দক্ষিণৰ এই চহৰত সোমালেই কয়লা আৰু বৰষুণৰ গোন্ধ পাওঁ—তাৰ পিছত জগতৰ ক্ষুদ্ৰতম জাহাজ ঘাটখন পাওঁগৈ। সৰু চৰাঘৰ, খোৱাৰ ঘৰ, পাকঘৰ, বাগান সকলোবোৰ জাহাজৰ সৰু টুকুৰাবোৰত ছিঁজিল লগাই সজাই থোৱা হৈছে। আৰু এইবোৰ নি খালি আৰু পৰিষ্কাৰ বটলত ভৰাই পেলোৱা হৰ। ডন কার্লোছৰ গৃহবীটো যেন কোনোবা বাজীকৰৰ যাদুদণ্ডহে। ই জাহাজৰ সমুখৰ জোঙা ভাগ, পাল, আগপিনৰ পাল আৰু ওপৰৰ পাল সকলোতে মিঠা পৰশ যেন বুলাই দিয়ে। এনেকি তেওঁৰ হাতেদি এখানি বন্দৰৰ অকমানি ধোৱাৰ হোপাও পাৰ হৈ যায় আৰু নতুনকৈ বটলত ভৰোৱা টাটকা চকচকীয়া জাহাজখন যেন ঢৌ তোলা কোনোবা সাগৰত উটি যাবলৈ সাজু হয়।

মোৰ এণ্টোৱার্প বা মাৰ্ছাইত কিনা জাহাজবোৰৰ সংগ্ৰহতকৈ কৰোনে-লৰ নম্ৰ হাতেৰে সজা জাহাজবোৰ বেচি চকুত লগা, কাৰণ তেওঁ যে সেইবোৰক জীৱন্ত কৰি তুলিছিল সেইটো নহয়, তেওঁৰ অগাধ জ্ঞানেৰে সিহঁতক সজাই পৰাই সুন্দৰ কৰি ৰাখিছিল প্ৰতিখন জাহাজৰ নাম, আৰু ই কিমানবাৰ অহাযোৱা কৰিছে কিমান মাল ই কোন কোন ঠাইত বিলাইছে তাৰ হিচাব লিখি লেবেল মাৰি থৈছিল—প্ৰশান্ত মহাসাগৰৰ ওপৰেদি পট্‌পটাই যোৱা এই জাহাজবোৰ আমি আৰু কেতিয়াও দেখা নাপাম।

মোৰ বটলত ভৰোৱা বিখ্যাত জাহাজবোৰৰ ভিতৰত আছে শক্তিশালী পটোছী, হামবুর্গৰ বৃহৎ জাহাজ প্ৰাছিয়া। ১৯১০ খৃষ্টাব্দত ইংলিছ চ্যানেলত পিছৰ জাহাজখন ধ্বংসৰ মুখত পৰে। কেপ্টেইন হলাণ্ডাৰে মোৰ বাবে মাৰিয়া চেলেণ্টি নামৰ জাহাজৰ দুটি সৰু নমুনাও সাজি দিছিল। এই জাহাজখন ১৮৮২ খৃষ্টাব্দত ৰহস্যময় ভৱা হৈ আকাশলৈ উৰি গৈছিল বুলি কথিত আছে।

এনেকৈ বটলৰ ভিতৰত আধা স্বচ্ছ অৱস্থাত জাহাজ চলাই যোৱাৰ গোপন

ৰহস্য মই কিন্তু কাকো কওঁতে ওলোৱা নাই। মোৰ মৰমৰ এই বটলবোৰৰ ভিতৰত অকণি অকণি জাহাজবোৰ কেনেকৈ সোমাল মই তাৰ উত্তৰ কাকো নিদিওঁ মাত্ৰ এটা গীতি কবিতাত বৰ দীঘলীয়াকৈ আৰু পুংখানুপুংখ বিবৰণ দি এই ৰহস্যময় জাহাজ নিৰ্মাতাজনৰ কামত আৰু এতৰপ ৰহস্যৰ প্ৰলেপ সানিছো। মোৰ জীৱিকাই হল কোনো বিষয় লৈ মানুহক মুগ্ধ কৰি ৰখা— সাগৰৰ লেখিয়া বটলবোৰৰ পৰা কেনেকৈ এই জাহাজবোৰ ওলায় সোমায় মই তাৰ এটা কাল্পনিক বিবৰণ দিছো, কিন্তু গুপুত ৰহস্যটো এতিয়াও গুপুত হৈয়ে আছে।

মূৰ্ত্তিৰ লেখিয়াকৈ সজা এই সৰু জাহাজবোৰ হল মোৰ সকলোতকৈ সুন্দৰ খেলনা। মোৰ আৰু অইন বস্তু বাহানিৰ দৰে এই খেলনা জাহাজবোৰৰ ফটো খবৰৰ কাগজ আৰু আলোচনীত তোলা হৈছে আৰু ভালবেয়া বহুত আলোচনাও হৈছে। মোৰ এনেদৰে ওমলা বস্তুবোৰক যিসকলে ভাল চকুতে চায়, তেওঁলোকে বুজন হাঁহি মাৰি কয়, কি যে পগলা মানুহ। কি বস্তুবোৰ যে তেওঁ গোটাইছে চোৱাচোন!

ঠেকমনা মানুহবোৰে কিন্তু অইন কথা কয়। মই গোটোৱা বস্তুবোৰ দেখি, আৰু মোৰ ইছলা নেগ্ৰাৰ ঘৰত বগা মাছ অ'কা নীলা নিছানথন উৰা দেখি সিহঁতৰ গা বেজবেজাই যায়। সিহঁতৰে এজনে কৈছিল, "মই মোৰ নিজৰ নিছান নিজে নুৰাওঁ। মই মূৰ্ত্তিথকা খেলাৰ জাহাজ নোগোটাওঁ।"

বেচেৰা মানুহটোৱে এটা সৰু লৰাৰ দৰে বিননি গাইছিল, যেন অইন লৰা এটাৰ লাটিম আছিল বাবে তাৰ হিংসা হৈছিল। এনে সময়খিনিত মোৰ খেলনা জাহাজৰ মাস্তুলৰ মূৰ্ত্তিবোৰে যেন এই হিংসাকুৰীয়া স্বভাৱ দেখি লজা পাই মিচিকি হাঁহি মাৰিছিল।

খেলনা জাহাজৰ এই মূৰ্ত্তিবোৰ বুকুলেকে সজা ইহঁত যেন সমুদ্ৰৰ মূৰ্ত্তি, হেৰাই যোৱা মহাসাগৰৰ ইহঁত যেন ওমলা পুতলা—যেৰবে সজা যেন। মানুহে জাহাজ সজা আৰম্ভ কৰাৰ সময়ত জাহাজৰ আগলি ভাগত কিবা এটা গভীৰ ব্যঞ্জনা দিবলৈ থিৰাং কৰিছিল। প্ৰাচীন কালৰ জাহাজত তেওঁ চৰাইৰ নক্সা—প্ৰতীকী চৰাই কাঠেৰে সজা ৰহস্যময় চৰাইৰ মূৰ্ত্তি এটা বান্ধিবলৈ ধৰিলে। তাৰ পিছত উনৈশ শতিকাত তিমি মাছ ধৰা জাহাজবোৰে অইন প্ৰতীকী মূৰ্ত্তিও বান্ধিলে—আধা নঙঠা দেৱী মূৰত ফ্ৰিজিয়ান টুপি পিন্ধা সাধবাৰ মূৰ্ত্তি।

মটা তিৰোতা দুই ৰকমৰ মুৰ্ত্তিৰেই মোৰ আছে সকলোতকৈ অকমাণি আৰু আনন্দদায়ক জাহাজখন হল মাৰিয়া চেলেণ্টি। ছালতাডোৰ এলেণ্ডিয়ে মোৰ পৰা এইখন নিবলৈ প্ৰায়ে চেষ্টা কৰে। এখন সৰু ফৰাছী জাহাজত এই মুৰ্ত্তিটো বন্দৰা আছে, আৰু চেইন নৈৰ পানীতহে ই যেন অহাযোৱা কৰিছে এনে যেন লাগে। ওখ কাঠৰ এই মুৰ্ত্তিটোৰ ৰং গোমোঠা—বহুত বছৰ আৰু বহুত যাত্ৰাই ইয়াক সকলো সময়তে ধোঁৱা বৰণীয়া কৰি ৰাখিছে। যেন এগৰাকী সৰু ফুটীয়া তিৰোতাই উৰিহে গৈছে। তেওঁৰ ধুনীয়া পোছাকটো দ্বিতীয় কোনো এখন সাম্ৰাজ্যৰ পাটৰাণীৰহে উপযুক্ত—বতাহত ইয়াৰ আচল উৰি গৈছে—চকু দুটি চীনা মাটিৰ—যেন দিগন্তলৈ দৃষ্টি মেলি দিছে। দুয়ো গালতে টোল পৰে, আৰু আচৰিত কথা হলেও কথাটো সঁচা যে প্ৰতিবছৰ জাৰকালি এই চকু দুটাই চকুলো টোকে কাৰণটো এতিয়ালৈকে কোনেও ব্যাখ্যা কৰিব পৰা নাই। বাদামী ৰঙৰ কাঠৰ ভিতৰত কিবা ফুটা থাকিব পাৰে আৰু এই ফুটাবোৰে সেমেকা বায়ু টানি লব পাৰে। কিন্তু আচল ঘটনাটো হল সেই ফৰাছী চকুযুৰিয়ে জাৰকালি কান্দে, আৰু মই প্ৰতিবছৰ মাৰিয়া চেলেণ্টিৰ চকুৰ পৰা চকুলো বাগৰি পৰা দেখো।

মুৰ্ত্তি—সি খৃষ্টান ধৰ্মৰে হওক বা অখৃষ্টানেই হওক, মানুহৰ মনত ধৰ্মচিন্তা যোগায়। জাহাজৰ এটা মুৰ্ত্তিক মই এঠাইত বন্দৰাই থৈছিলো। অলপ আওগ্ৰাই সাগৰৰ পিনে মুখ কৰি—ঠিক যেনেকৈ জাহাজত থাওঁতে সেইটো ৰখা হৈছিল—তেনেকৈয়ে সেই ঠাইতে শুৱাই থোৱা হৈছিল। এদিন আবেলি মেটিলডে আৰু মই দুইয়ো দেখিলো—ইছলা নেগ্ৰাৰ কেইগৰাকীমান ধাৰ্মিক মহিলাই খবৰ কাগজৰ মানুহে যেনেকৈ সাক্ষাতকাৰ পাবলৈ চেষ্টা কৰে, তেনেকৈ জেওৰা পাৰ হৈ মুৰ্ত্তিটোৰ আগত আঠুকাঢ়ি সেৱা কৰি থকা দেখিলো। তেওঁলোকে ইয়াৰ আগত কেইডালমান মোমবাতি জ্বলাই লৈছিল, তাৰ পোহৰতে আমি সকলোখিনি ভালকৈ দেখিবলৈ পালো। এনেকৈ বাৰু নতুন এটা ধৰ্মৰ জন্ম হল মেকি? সি যিয়েই নহওক, যদিও এই গহীন ওখ মুৰ্ত্তিটোক দেখিবলৈ গেব্ৰিয়েলা মিষ্ট্ৰেলৰ নিচিনা লাগিছিল, আমি এই ধাৰ্মিক তিৰোতাসকলক বুজালো যে এই মুৰ্ত্তিটো আছলতে আমাৰ পাপী পৃথিৱীৰ, পাপী সাগৰৰ পানীত ভাহি ফুৰা জাহাজৰ কোনোবা এটা মুৰ্ত্তিহে, তেওঁলোকে নিষ্কলুষ মন লৈ ইয়াক পূজা কৰিব নালাগে।

আৰু তাৰ পিছত সেই মূৰ্ত্তিটোক আনি মোৰ বহাঘৰৰ জুইশালৰ ওচৰত মোৰ নিচেই কাষতে ৰাখিছো।

## কিতাপ আৰু শামুক

টকা পইচাৰ অনাটনত থকা কিতাপ প্ৰেমিকৰ কপালত প্ৰায়ে দুখভোগ হয়। কিতাপ তেওঁৰ হাতৰ মাজেদি সুলকি নপৰে, কিন্তু তেওঁৰ চকুৰ আগেদি গাৰ কাষেদি দ্ৰব্যমূল্যৰ উৰ্দ্ধগতিৰ দৰে ওপৰলৈ উৰা মাৰে।

আৰু তথাপিও, বহুতবাৰৰ চেষ্টাৰ পিছত অমূল্য ৰত্নো কেতিয়াবা হাতত পৰেহি।

১৯৩৪ চনত মই মাদ্ৰিদত থাকোতে কিতাপৰ গাৰ্ছিয়া বিকোৱে এবাৰ মোৰ কথাত হতভম্ব হৈছিল বুলি মনত পৰিছে। এশ পেছেটা দাম দি তাকে কিনিব মাহে বিশ পেছেটাকৈ দিবলৈ গাত লৈ মই গঙ্গোৰাৰ এটা পুৰণি কিতাপৰ চেট কিনিব খুজিছিলো। দামটো যদিও বৰ কম, তথাপি, সেই-খিনিয়ে মোৰ বাবে সাধ্যৰ অতীত যেন লাগিছিল। পাঁচ মাহ ধৰি ঠিক সময়ত টকা দি ধাৰ সুজিলো। কিতাপবোৰ ফপিনৰ সংস্কৰণ আছিল। সোত্তৰ শতিকাৰ এই ক্ৰেমীছ প্ৰকাশক জনে স্পেনৰ সোণালীযুগৰ শিল্পগুৰু সকলৰ লেখাবোৰ টাইপত প্ৰকাশ কৰিছিল। মই কুৱেভেডোৰ সেই সংস্কৰণ-বোৰহে পঢ়ি উপভোগ কৰো—যিবোৰত দুৰ্দান্ত যুদ্ধ জাহাজ আৰু যুদ্ধৰ বিষয়ে ছনেট লিখা হৈছে।

শেহলৈ গৈ কিতাপৰ দোকানৰ অৰণ্যত মই বাট হেৰুৱাই পেলাইছিলো—উপনগৰীৰ চুকেকোণে, এবাৰ হাত বদলোৱা কিতাপৰ দোকানত আৰু ফ্ৰান্স আৰু ইংলণ্ডৰ মনোৰম কিতাপৰ দোকানবোৰ যেন পবিত্ৰ গিৰ্জাহে। মই সেইবোৰৰ নাইকুণ্ডলীত যেন জীণ গৈছিলো। মোৰ ধূলিমাকতিৰে ভৰা হাতত কেতিয়াবা তাৰে মাজত অমূল্য সম্পদ পাইছিলো যেন লাগিছিল অথবা পাইছো বুলি ভাবি আনন্দ পাইছিলো।

সাহিত্যত নগদ টকা বঁটা পোৱা বাবে কিছুমান কিতাপৰ সংস্কৰণ মই বহুত দাম হলেও কিনিব পৰা হৈছিলো। লাহে লাহে মোৰ লাইব্ৰেৰীটো ইমান ডাঙৰ হৈ পৰিল। প্ৰাচীন কবিতাৰ কিতাপ আৰু মোৰ প্ৰাকৃতিক বিজ্ঞানৰ প্ৰতি থাপ থকা বাবে কিনা উদ্ভিদবিদ্যাৰ ৰঙীন ছবি থকা মনমোহা কিতাপ, চৰাই, কীটপতঙ্গ আৰু মাছৰ বিষয়ে কিতাপে ইয়াক ভৰাই উজলাই ৰাখিছিল।

পৃথিৱীৰ বেলেগ বেলেগ ঠাইত ভ্ৰমি মই বহুত কিতাপ পাইছিলো—আইৰেবাই ছপোৱা অবিশ্বাস্য সুন্দৰ ডনকুইক্সোট, বডনি টাইপত ছপোৱা অপৰূপ সুন্দৰ ডান্টেৰ এবাৰ ভাজ কৈ আকৌ লিখা কাগজ, এনেকৈ ফ্ৰান্সৰ ৰাজকোঁৱৰৰ বাবে “এড ইউছাম ডেলফিনি” বুলি সীমিত সংস্কৰণত ছপোৱা মলিয়েৰৰ কিতাপো গোটাইছিলো।

কিন্তু সঁচাকৈ কবলৈ গলে মই গোটোৱা সকলো বস্তুৰ ভিতৰত সুন্দৰ আছিল নানা বৰণৰ শামুকৰ খোলাবোৰ। অসাধাৰণ গঢ়ন আৰু সৌন্দৰ্য্য লৈ সিঁহতে মোৰ মন মুহিছিল। যেন ৰহস্যময় কিবা চীনামাটিতে সজা, জোনৰ কিৰণৰ পবিত্ৰতাৰ লগত স্পৰ্শসুখ মিহলোৱা গথিক স্থাপত্যৰ অসংখ্য কাৰুকাজ কৰা বস্তুহে।

সমুদ্ৰতলৰ অকণি অকণি হেজাৰ হেজাৰ দুৱাৰ যেন সেইদিনা মোৰ বাবে মুকলি হল—যিদিনা কিউবাৰ বিখ্যাত শামুক বিশেষজ্ঞ ডন কাৰ্লোছ ডে লা টৰে-ই তেওঁৰ সংগ্ৰহৰ শ্ৰেষ্ঠ নমুনাবোৰ মোক উপহাৰ দিলে। তাৰ পিছত মই সাত সমুদ্ৰ পাৰ হৈছো—যলৈকে যাব লগাত পৰিছো তাতে শামুকৰ খোলা বিচাৰি মনে মনে ঘুৰিছো আৰু দেখা পালেই চিকাৰীৰ দৰে থাপ মাৰিছো। কিন্তু এইটো স্বীকাৰ কৰিবই লাগিব যে ঢৌৰ পিছত ঢৌ আনি পেৰিছৰ সাগৰে বিশেষকৈ মোৰ বাবে যেন শামুকৰ খোলা পাৰত পেলাই থৈ গৈছিল। সমুদ্ৰৰ সকলো মুক্তা জন্মোৱা শামুক বোৰৰ পৰা আছিল মুক্তাৰ দোকানত, নীলা মুক্তাৰ বজাৰত মুক্তাৰ যোগান দিয়ে।

চহৰৰ ভঙা লেম্পৰ, আৰু পুৰণি জোতাৰ দোকান সাগৰৰ শেলুৱৈৰ তলত, অলিভা টেকীটলিনাৰ অপৰূপ সুন্দৰ গঢ়ন, বা কৌলফৰ্ণিয়াৰ অথবা ভেৰাক্ৰুজৰ শিলত হাত জুৰুৰিয়াই অনা শামুকৰ খোলা সহজ কাম যেন পাইছিলো। অথবা সমুদ্ৰ শিহৰণৰ দৰে বোস্টেলেৰিয়া ফিউছাছৰ পিনে, জোঙা হৈ যোৱা ফটিকৰ বাঠি এডালৰ দৰে স্পণ্ডাইলাছ বেজিও বোলা ডাঙৰ শামুক এবিধ তুলি পোৱা আনন্দৰ কোনেও ভাগী হব নোৱাৰে। বা আৰু বেছি দুৰলৈ গৈ যেতিয়া ৰঙা স্পণ্ডাইলাছৰ খোলাৰ ভিতৰৰ পৰা বৰফৰ দৰে বগা কাইটীয়া শুঙবোৰ উলিয়াই পেলাইছিলো মোৰ এনে লাগিছিল যেন আঃ গঙ্গোৰাৰ কাব্যৰ গভীৰ এটা গুহাৰ পৰা ওপৰলৈ উঠি যোৱা শিলৰ খটখটীহে।

মোৰ এই বৈজয়ন্তী নমুনাবোৰৰ কিবা ঐতিহাসিক অতীত গৌৰৱ থাকিব

পাবে। পিকিং য়ুনিভাৰ্ছিটীত মোৰ ঘৰে চীন সাগৰৰ পৰা গোটা সকলো-খিনি পবিত্ৰ শামুকৰ বাকচটো খোলা মনত পৰিছে—থাটেচেনিয়া শ্ৰিবাবিলিচ নেৱলা তেওঁলোকৰ দুটা মাত্ৰ নমুনাৰ মোক এটা দি দিছিল, আৰু এনেকৈ মই সেই চকুত চাট মাৰি ধৰা শিল্প-কীৰ্তিৰ গৰাকী হব পাৰিলো। সমুদ্ৰই যে মহাচীনৰ মন্দিৰ আৰু পেগোডাৰ গঠন ৰীতি শিকাইছে আৰু তাক অনুসৰণ কৰা হৈছে সেই বিষয়ে কোনো সন্দেহ নাই।

ত্ৰিশবছৰ ধৰি কিতাপ গোটাই মই এটা ডাঙৰ লাইব্ৰেৰী সজাইছিলো। কিতাপবোৰৰ ভিতৰত পোন্ধৰ শতিকাত ছপোৱা আৰু মই বহুমূলীয়া বুলি ধৰা অইন কিতাপো আছিল। কুৰেভেডোৰ চাৰ্টাৰ্ছেটেচ, গঙ্গোৰা, লাফৰ্গ, ৰিমবাউ আৰু লোটৰমণ্টৰ প্ৰথম সংস্কৰণও মোৰ আছিল। মোৰ প্ৰিয় কবি সকলৰ হাতৰ পৰশ যেন এতিয়াও এই কাগজবোৰত লাগি আছিল। ৰিমবাউ-ৰ পাণ্ডুলিপিও মোৰ তাত আছিল। ইছাবেলা ৰিমবাউয়ে তেওঁৰ মাকলৈ লিখা দুখন চিঠি পেৰিচত পল এলুৱাৰ্ডে মোক জন্মদিনৰ উপহাৰ হিচাবে দিছিল। এই চিঠি দুখন মাৰ্চাইৰ হাছপতালৰ পৰা লিখা—এই জন্ম পথিকজনৰ ভৰি এখন এই হাছপতালতে কাটি বাদ দিয়া হৈছিল। পেৰিচৰ বিব্লিওথেক নেছনেল আৰু চিকাগোৰ খকুৱা কিতাপ সংগ্ৰাহক সকলৰ এইবোৰ লোভৰ বস্তু আছিল।

জগতৰ ইমানবোৰ ঠাই মই ফুৰিছিলো যে মোৰ লাইব্ৰেৰীটো খুব ডাঙৰ হৈ পৰিল আৰু ঘৰুৱা লাইব্ৰেৰী হিছাবে ই সীমা পাৰ হৈ গল। তাৰ পিছত এদিন মই বিছ বছৰ ধৰি গোটোৱা অতুলনীয় শামুকৰ সংগ্ৰহটোক আৰু বহুত দেশত ঘূৰি বহুত মৰমচেনেহৰে বাচি লোৱা পাঁচ হেজাৰ কিতাপ বিলাই দিলো আমাৰ দেশৰ য়ুনিভাৰ্ছিটীক। বেকৰে বৰ ধুনীয়া অপূৰ্ব উপহাৰ পাইছে বুলি সুন্দৰ সুন্দৰ কথাৰে সেইবোৰ গ্ৰহণ কৰিলে।

মোৰ এই উপহাৰ যে ৰঙমনে গ্ৰহণ কৰা হল, তাক সকলো ভাল মানুহে কল্পনা কৰি লব পাৰিব। কিন্তু কুটিল মনৰ মানুহো আছে। চৰ্কাৰী সমালোচক এজনে এই উপহাৰৰ প্ৰতিবাদ কৰি কেইটামান ভয়ানক খণ্ডাল প্ৰবন্ধ লিখিলে। বিশ্বজনীন কমিউনিজম কেতিয়া বন্ধ কৰা যাব ? তেওঁ নানা কথা কৈছিল। অইন এজন মানুহে মোৰ অতুলনীয়, অ.বু আপুৰুগীয়া পোন্ধৰ শতিকাত ছপোৱা কিতাপবোৰ গ্ৰহণ কৰা বাবে য়ুনিভাৰ্ছিটীক সমালোচনা কৰি পাৰ্লামেণ্টত তেজস্বী বক্তৃতা দিলে। আৰু এই জাতীয়

প্ৰতিষ্ঠানক দিয়া আৰ্থিক সহায় বন্ধ কৰি দিব বুলি ভয় দেখুৱালে। তেওঁলোক দুজনে প্ৰবন্ধবোৰৰ লেখক আৰু পাৰ্লামেণ্টৰ সদস্য জনে চিলিৰ ক্ষুদ্ৰ জগতত এটা ঠাণ্ডা আলোড়ন তুলিলে। বিশ্ববিদ্যালয়ৰ ৰেক্টৰজনৰ গা বেয়া হোৱা যেন লাগিল—পাৰ্লামেণ্টৰ কংগ্ৰেছ হলটোত তেওঁ পায়চাৰী কৰি থকা দেখা গল।

প্ৰসঙ্গক্ৰমে জনাওঁ যে বিছ বছৰ পাৰ হৈ গৈছে আৰু মোৰ কিতাপ বা শামুকৰ খোলাবোৰ কোনেও কেতিয়াও আৰু দেখা পোৱা নাই, যেন সেইবোৰ আকৌ কিতাপৰ দোকানত, আৰু সমুদ্ৰত গৈ হেৰাল।

## ভঙা কাঁচ

বহুতদিন বাহিৰত কটোৱাৰ পিছত আজি তিনিদিন হল মই ভালপাবাইজোৰ মোৰ ঘৰলৈ ঘূৰি আহিছো। ঘৰৰ বেৰাবোৰত ডাঙৰ ডাঙৰ ফাট ধৰি যেন ঘৰেদৰে দেখিবলৈ হৈ আছিল। কোঠাবোৰৰ মজিয়াখনত কাঁচ ভাঙি ঢাকি থোৱা দেখি মোৰ মনটো বিষণ্ন হৈ পৰিল। ঘড়িবোৰো মজিয়াতে পৰি আছিল—ভূঁইকঁপ হোৱাৰ সময়খিনি ঘড়িয়ে দেখুৱাই বন্ধ হৈ আছিল। মেটিল্‌ডেৰ বাঢ়নীটাৰে কিমান যে মৰম লগা বস্তু সাৰি পেলাব লাগিছে। ভূকম্পনে কিমান যে দামী বস্তুক জঞ্জালত পৰিণত কৰিলে!

ঘৰ দুৱাৰ চাফচিকণ কৰি, বস্তুবোৰ সজাই পৰাই আমি আকৌ পোনৰ পৰা চব আৰম্ভ কৰিব লাগিব। এই খেলিমেলিৰ ভিতৰত কাগজ পাবলৈকো টান, আৰু পালেও মনৰ ভাৱনা-চিন্তাবোৰ জুকিয়াই লিখিবলৈ টান।

মোৰ শেহৰ লেখাখিনি ৰোমিও জুলিয়েটৰ তৰ্জনা আৰু এটা দীঘল অপ্ৰচলিত ছন্দত লিখা প্ৰেমৰ কবিতা—এই কবিতাটো আৰু শেষ কৰাই নহলগৈ।

অ'প্ৰেমৰ কবিতা, তুমি মোক সহায় কৰা, আকৌ সকলো পূৰ্ণ কৰিবলৈ, দুখৰ মাজতো গান গাবলৈ মোক সহায় কৰা।

এইটো সঁচা যে যুদ্ধ শেষ হৈ গৈ পৃথিবী নিৰ্মল হয়, ইয়াৰ তেজৰ চেকা ধুই পেলায়, হিংসা পৰিহাৰ কৰে, ই সঁচা।

তথাপি এইটো সমানভাৱে সঁচা যে আমি এটা উপলব্ধিৰ পিনে আগুৱাই যাব লাগিছো ; প্ৰবল অত্যাচাৰী বোৰৰ চিন্তা পৃথিবীৰ আয়নাত প্ৰতিফলিত হৈছে, সেই সুচিন্তাৰ অধিকাৰী মুখবোৰ দেখিবলৈ সুন্দৰ নহয়—সিহঁতে নিজেও নিজৰ মুখবোৰ ভাল নেদেখে।

আৰু মই প্ৰেমৰ শক্তিত দৃঢ় বিশ্বাসী—মই বিশ্বাস কৰো মানুহ জাতিৰ সকলো মানুহৰ মাজত, পাৰস্পৰিক মনৰ মিল থাকিব—সকলো কষ্ট সহ্য কৰা সত্ত্বেও ৰক্তপাত, ভঙা কাঁচ সত্ত্বেও মনৰ মিল অটুট হৈ থাকিব।

তৰা আৱিষ্কাৰ কৰোতা এজনৰ কথা

পেৰিচৰ হোটেল এটাত এজন মানুহ শুই আছিল, তেওঁ যিহেতু নিশাচৰ আছিল—তেতিয়া দুপৰীয়া ১২টা আৰু তথাপি তেওঁ তেতিয়াও লালকাল দি আছে বুলি কলে আচৰিত নহব।

তেওঁ সাৰ পাওঁ পাওঁ যেন হৈছে—হঠাৎ তেওঁৰ বাওঁপিনৰ বেৰাখন ভাঙি পৰিল—একেবাৰে চিনচাব নোহোৱাকৈ ইয়াক ভাঙি পেলোৱা হৈছে। তাৰ পিছত সন্মুখৰ বেৰাখনো ভাঙি পৰিল। বোমা পৰা নাই কিন্তু দেই। বেৰা ভাঙি নতুনকৈ সৃষ্টি হোৱা গাঁতবোৰৰ দাড়িৱালা বন্দুৱা সকলে হাতত খুৰপি লৈ ওলাল। তেওঁলোকে শুই থকা মানুহজনক ঠাট্টা কৰিলে, "এই ঠেনঠেনীয়া বুৰ্জোৱা! আমাৰ লগত এটুপি মদ খাওক, আহক।"

ছেম্পেন মদৰ বটল খোলা হল। মেয়ৰজনে বুকুত তিনি ৰঙীয়া ফেঠনি এখন মাৰি সোমাই আহিল। সঙ্গীতৰ সুৰ বাজি উঠিল—মাৰ্ছেইৰ সুৰ। এই অদ্ভূত ঘটনাবোৰ কিয় ঘটিছে? হয় দিয়ক, পেৰিছৰ মেট্ৰোৰেলৰ দুটা লাইন—যেতিয়াও সেই ৰেল সজা কাম চলিয়েই আছিল—পাতালত—সপোন দেখোতা জনৰ হোটেলৰ তলত আহি মিলিছে।

এই গল্পটো মোক কোৱাৰ মুহূৰ্তৰ পৰা মই কওঁতাজনৰ বন্ধু বা তেওঁৰ ভক্ত—তেওঁৰ শিষ্য হবলৈ মনস্থ কৰিলো। এনেবোৰ অসাধাৰণ ঘটনা মানুহজনৰ জীৱনত ঘটিছিল বাবে, আৰু মই সেইবোৰৰ এটাৰ পৰাও বাদ পৰিব নুখুজিছিলো বাবে তেওঁলোকৰ লগত মই গোটেইবোৰ মহাদেশ ঘুৰিছিলো। এই ঘটনাৰ উদ্দাম কল্পনাত মোহিত হৈ ফেডেৰিকো গাৰ্ছিয়া লোৰকাইও মোৰ পন্থাকে অনুসৰণ কৰিলে—অৰ্থাৎ তেওঁৰ শিষ্য হল।

ফেডেৰিকো আৰু মই মাদ্ৰিদত ছিবেলোছ নিজৰাৰ সন্মুখত কোৰিওছ কাফেত বহি আছিলো এনে সময়তে পেৰিছৰ সেই সপোন দেখোতা মানুহজন আহি আমাৰ গোপন কথাত ভাগ বহুৱালেহি। যদিও তেওঁ ওথপাক শকত মানুহ আছিল, তেওঁক দেখাত বেমাৰী যেন লাগিছিল। আকৌ এবাৰ তেওঁ ভাষাৰে বুজাব নোৱাৰা কিবা এটা ঘটনা ঘটিছে। মাদ্ৰিদত তেতিয়া তেওঁ

নিচেই সাধাৰণ পলাই থকা ঠাইত কিবা সঙ্গীতৰ বিষয়ে কাগজ কেইখিলামান সজাই আছিল। কিনো ঘটনা ঘটিল বাৰু ?

মোৰ হোটেলৰ দুৱাৰমুখত আহি এখন মটৰগাড়ী ৰলহি। তাৰ পিছত চিঁড়িয়েদি উঠি কোনোবা এজনক মোৰ কাষৰ কোঠালৈ যোৱা শুনিলো। আগন্তুক জনে হঠাৎ নাকেৰে ঘোৰ্ঘোৰাবলৈ ধৰিলে—বতাহত তাৰ কঁপনি ভাহি আহিল। ভিতৰুৱা কোঠাটোত আৰুৰ আছে—এনেকি বেৰা কেইখনেও সেই বিকট ঘোৰ্ঘোৰণিৰ তলে তলে লৰিবলৈ ধৰিলে।

... কিবা বনৰীয়া জন্তু বোধ হয়। নাকৰ ঘোৰ্ঘোৰণি অবিৰাম সোঁতত বৈ আহিল—আমাৰ বন্ধুৰ মনত আৰু কোনো সন্দেহ নাথাকিল, জন্তুটো শিঙাল বৰা। অইন অইন দেশত তাৰ চিঞৰে গিৰ্জাৰ ভেটি কঁপাইছে, ৰাজপথ ভেটিছে, খঙাল সাগৰ উঠাইছে নমাইছে। এই কুলক্ষণীয়া অত্যাচাৰীটোৱে কি কৰিব খুজিছে ? এই ঘিন লগা ৰাক্ষসটোৱে কি ইউৰোপৰ শান্তিত বিঘিনি ঘটাব খুজিছে !

প্ৰতিদিনে তেওঁ দুশিঙীয়া বৰাটোৰ ভয়লগা নতুন নতুন গল্প কৰলৈ ধৰিলে। ফেডোৰিকো, মই, ৰাফায়েল এলবাৰ্ট-ভাস্কৰ এলবাৰ্ট, ফুলজেন্সিও ডিয়াজ পেন্টৰ, মিগুয়েল হাৰ্ণান্ডেজ—আমি সকলোৱে তেওঁক আগ্ৰহেৰে আদৰি লৈছিলো, আৰু চিন্তাকুল মনে বিদায় দিছিলো।

তাৰ পিছত এদিন আমাৰ পুৰণি পেটুৱা বন্ধুজন হাঁহিমুখে ওলালহি। তেওঁ আমাক কলে, সেই ভয়লগা সমস্যাটোৰ সমাধান হৈছে। জাৰ্মানীৰ মানুহ গ্ৰাফ জেৰেলিনে শিঙাল বৰাটোক লৈ যাবলৈ মান্তি হৈছে—তাক নি তেওঁ ব্ৰাজিলৰ অৰণ্যত এৰি দি আহিব। প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰৰ পাত খাই সি তাত জীয়াই থাকিব। সি যে একে শোহাতে আমাজন নৈৰ পানী পি শেষ কৰিব পাৰিব। নিজানত গৈ সি নাক ঘোৰ্ঘোৰাই পৃথিৱীৰ কানত তলা লগাব।

তেওঁৰ কথা শুনি হাঁহোতে হাঁহোতে ফেডোৰিকোৰ চকুৰ পানী ওলাল। তেওঁ তাৰ পিছত আকৌ কলে যে এইমাত্ৰ তেওঁ এখন টেলিগ্ৰাম কৰিবলৈ গৈছিল —অপাৰেটৰ জনে তেওঁক আৰু কেতিয়াও টেলিগ্ৰাম নকৰিবলৈ ফুচুলালে। চৰাইৰ ডেউকাত ভৰ দি উৰি যোৱা মানুহে এই খবৰবোৰ পালে টেলিগ্ৰামখন খোলাৰ আগতে ভয়তে মৰিব। লণ্ডনত খানদানী বংশৰ ঘোৰাৰ নীলাম হোৱা চাবলৈ যোৱাৰ কথা তেওঁ কলে। ভিৰৰ ভিতৰত এজন বন্ধুক

দেখি তেওঁ তাত হাত জোকাৰিছিল। নীলামদাৰ জনে ১০,০০০ পাউণ্ডত তেওঁক এটা মাদী ঘোড়া দিলে, আগা খাঁই সেই ঘোড়াটোৰ বাবে ৯৫,০০ পাউণ্ড দিব খুজিছিল। তেওঁ ঘোড়াটোক লৈ হোটেললৈ গল আৰু পিচদিনা তাক ঘূৰাই দি আহিল।

এতিয়া আৰু এই সাধুকওঁতা জনে শিঙাল ৰৰা বা অইন কোনো মজাৰ সাধু কব নোৱাৰে—এই চিলিতে তেওঁ ঢুকাল। পাৰ্থিৱ জীৱনত তেওঁ আছিল চিলিৰ মানুহ একেবাৰে ঘৃৰণীয়া, এই মানুহজনৰ নাম আছিল আকাৰিও কোটাপছ। তেওঁ দক্ষ সুৰস্রষ্টা, আৰু অতুলনীয় সাধুৰ ভৰাল আছিল। মানুহজনক কবৰ দিবৰ সময়ত কিবা অলপ কৰলৈ দি মোক সন্মান কৰা হৈছিল —তেওঁৰ স্মৃতিক মই গাত খান্দি কবৰত ভৰাই থব নোৱাৰো। মই মাত্র কলো—আমি আজি এনে এজন সুন্দৰ মানুহক ছাঁৰ হাতত গটাই দিলো, যিজনে আমাক দিনৌ এটাকৈ তৰা উপহাৰ দিছিল।

## মনোহৰ এলুয়াৰ্ড

অলপ দিন হল মোৰ বন্ধু পল এলুয়াৰ্ড ঢুকাল। তেওঁ ইমান স্বাস্থ্যৱান, ইমান সুঠামগঢ়ী মানুহ আছিল যে তেওঁৰ মৃত্যুটো মানি লোৱাটো বৰ দুখৰ টান কাম আছিল। তেওঁ নীলা তেজৰ, গুলপীয়া ৰঙৰ নৰ্মান মানুহ আছিল, দেখাত গাঠলু হলেও অন্তঃকৰণখন বৰ কোমল আছিল। ১৯১৪ চনত যুদ্ধত তেওঁক দুবাৰ গেছ চেম্বাৰত গেছ দি শাস্তি দিয়া হৈছিল, তাৰ ফলত গোটেই জীৱন তেওঁৰ হাত দুখন কঁপি আছিল। তথাপিও এলুয়াৰ্ডে মোক সদায় আকাশী নীলা ৰং, গভীৰ শান্ত পানী, নিজৰ শক্তিৰ বিষয়ে সচেতন কোমলতাক মনত পেলাই দিছিল। তেওঁৰ কবিতা ইমান স্পষ্ট, খিড়কীৰ আয়নাত বসন্তকালৰ বৰষুণৰ টোপালৰ দৰে ইমান ফটফটীয়া যে তেওঁক ৰাজনীতি নজনা মানুহ—অৰাজনৈতিক মানুহ যেন লাগিছিল। কিন্তু সেইটো সঁচা নহয়। ফ্রান্সৰ মানুহৰ লগত, ইয়াৰ স্বাৰ্থ আৰু সংগ্ৰামৰ লগত তেওঁৰ কঠিন বান্ধোন আছিল।

পল এলুয়াৰ্ডৰ মন আছিল দৃঢ়—তীব্ৰ, আৰু স্বচ্ছ, তেওঁৰ কবিতাই যেন ফৰাছী কাব্য জগতত প্ৰকাণ্ড খুটা হৈ আছিল—সাধাৰণতে দেখা উগ্ৰ মূৰ্খামি নহয়।

মেক্সিকোলৈ আমি একেলগে গৈছিলো। তাতে প্ৰথমবাৰ মই তেওঁৰ

চৰিত্ৰৰ গভীৰতা উপলব্ধি কৰিলো। তেওঁ সদায় যেনেকৈ জ্ঞানৰ বাবে, তেনেকৈ বিষাদৰ বাবে এটুকুৰা নিজান ঠাই ৰাখিছিল।

তেওঁ তেতিয়া খুব ক্লান্ত আছিল আৰু মই কোনো মতেহে ৰুজাইবুজাই তেওঁক নিব পাৰিছিলো। আমাৰ দুৰ্ভাগ্য যে গৈ পোৱাৰ দিনাই জোছে ক্লেমেণ্ট ওৰোজকো-ক কবৰ দিব লগা হলো। তাৰ পিছতে মোৰ হঠাৎ ফ্লেবাইটিছ বোলা বেমাৰ হল। চাৰিমাহ মই বিছনাত পৰি থাকিব লগা হল। পল এলুয়াৰ্ড-ৰ অকলে বৰ বেয়া লাগিল, নিঃসঙ্গ আৰু নতুন ঠাইত অন্ধ আবিষ্কাৰকৰ দৰে তেওঁ অকলশৰীয়া হৈ পৰিল। তেওঁৰ তাত কোনো চিনাকী মানুহ নাই—কোনেও তেওঁক দূৰৰ পৰা খুলি "আঁহা" বুলি নামাতিলে। তেতিয়া পত্নী বিয়োগত তেওঁ এনেয়ে কাতৰ—কাৰো সাদৰ সহানুভূতি নাপাই তেওঁৰ আৰু অকলশৰীয়া যেন লাগিল। তেওঁ মোক কৈছিল, "আমি জীৱনটোক অইন কাৰোবাৰ লগত লগ হৈ চাব লাগে। প্ৰতিটো ঘটনা অইন কাৰোবাৰ লগত ভাগ কৰি লব লাগে। মোৰ নিঃসঙ্গতা আছল নহয়—ই মোক তিলে তিলে মাৰিব লাগিছে।

মই বন্ধুসকলক খবৰ দিলো। সকলোৱে মিলি তেতিয়া তেওঁক বাহিৰলৈ ওলাবলৈ বাধ্য কৰিলে—কিন্তু বোধ হয় তেওঁলোকে মনত কিবা আখেজ লৈহে পলক মেক্সিকোৰ বাটপথ চিনাবলৈ নিলে। সেই বাটপথৰে তেওঁ আকৌ কোনোবা এজনীৰ প্ৰেমত পৰিল—তেওঁৰ শেহ জীৱনৰ প্ৰেম ডোমিনিক।

পল এলুয়াৰ্ডৰ বিষয়ে লিখাটো মোৰ বাবে টান। তেওঁক জীৱন্ত অৱস্থাত, চকুত বিজুলীৰ ছাট মাৰি থকা গভীৰতা বহুত বেচি আৰু বহুত দূৰলৈকে প্ৰসাৰিত হোৱা জ্বলন্ত দৃষ্টিৰ মানুহজনহে যেন মই সদায় দেখা পাওঁ।

তেওঁ মাতৃভূমি ফ্ৰান্স এৰি আহিল—তাত বিজয়মাল্য আৰু শিপাক গছলতা আৰু সুগন্ধি ফুলফলত পৰিণত কৰাটোৱেই দস্তুৰ। ওখপাখ সুঠাম তেওঁৰ দেহাটো যেন পানী আৰু পাথৰেৰে সজা—যেন প্ৰাচীন দিনৰ আঙুৰ লতাই তাক মেৰিয়াইহে বগাই উঠিছে—যেন ফুল আৰু পোহৰৰ চমকে, চৰাইৰ বাঁহ আৰু সুললিত গীতিয়ে তাক ভৰাই ৰাখিছে।

স্বচ্ছ—সেইটোৱে ঠিক বিশেষণ, তেওঁৰ কবিতা শিলাখণ্ডৰ দৰে—ফটিকৰ দৰে টান, গান গাই বৈ যোৱা জুৰিৰ দৰে যেন পানীৰ ধাৰা তাত হঠাৎ নিশ্চল থিৰ হৈ আছে।

শ্রেষ্ঠতম প্রেমৰ কবিতাৰ, দ্যপৰীয়াৰ নিষ্কলঙ্ক ৰদালিৰ দৰে জ্বলন্ত কবিতাৰ তেওঁ কবি। ফ্রান্সৰ দুৰ্গতিৰ দিনবোৰত মাতৃভূমিৰ কাৰণে তেওঁ অন্তৰ উজাৰ কৰি দিছিল। তেওঁৰ প্রেৰণাই যুদ্ধ জয়ৰ সঠিক সিদ্ধান্তত উপনীত হবলৈ বাট দেখুৱাইছিল।

আৰু সেইবাবেই তেওঁ যে কমিউনিষ্ট পাৰ্টিৰ সদস্য হিছাপে যোগ দিব সেইটো জনা কথা। কমিউনিষ্ট হোৱাটো পল এলুয়াৰ্ডৰ বাবে মানবিকতা আৰু মানৱতাবাদৰ মূল্যক তেওঁৰ কবিতা আৰু জীৱনবে নতুনকৈ সন্মুখ কৰা।

কিন্তু এইটো যেন কোনোৱে নাভাবে যে এলুয়াৰ্ড ৰাজনীতিজ্ঞ হিছাপে বেচি আৰু কবি হিছাপে কম। তেওঁৰ স্বচ্ছ দৃষ্টি, স্বল্পবাচক অগাধ যুক্তি দেখি মই প্ৰায়ে আচৰিত হৈছিলো। আমি দুইয়ো বহুত বিষয়ে একেলগে আলোচনা কৰিছিলো। আমাৰ সময়বোৰাৰ মানুহ আৰু নানা সমস্যাৰ লগত নিজকে সাঙুৰি লৈছিলো—তেওঁৰ স্পষ্ট মনোভাবে মোক সদায় সহায় কৰিছিল।

অতিবাস্তৱ অযৌক্তিকতাৰ কাষত তেওঁ কেতিয়াও শেষ নহৈছিল—কাৰণ তেওঁতো কাৰো নকল নাছিল—তেওঁ আছিল সৃষ্টিকৰ্তা, আৰু সেইবাবেই অতিবাস্তৱতাৰ মৃত দেহত তেওঁৰ স্পষ্ট আৰু অনৰ্গল বুদ্ধিদীপ্ত প্ৰতিবাদে বন্দুকৰ গুলিৰ দৰে বৰষিব পাৰিছিল।

মোৰ নিত্যদিনৰ জীৱনত তেওঁ আছিল মোৰ বন্ধু—আৰু মৃত্যু আহি মোৰ প্ৰতিদিনৰ চাহ ভাতৰ দৰে মোলৈ থকা তেওঁৰ মৰমখিনি কাঢ়ি নিলে—তেওঁৰ অভাৱ মোৰ কেতিয়াও পূৰণ নহব—তেওঁৰ পৰিশ্ৰমী ভাইৰ লৈখিয়া মোক দিয়া উৎসাহ মোৰ জীৱনৰ এটি ৰতনেৰে সাঁচি ৰাখিবলগীয়া ধন।

ভাই! ফ্রান্সৰ গৌৰৱ! তোমাৰ দুটি মুদিত নয়নত মই সদায় আশ্ৰয় বিচাৰিম! সেই চকু দুটিয়ে মোক সদায় পোহৰ আৰু মহত্ব, সৰলতা আৰু সাধুতা, তুমি অকাতৰে বিলাই যোৱা সৎ আৰু অকপট গুণে বাট দেখুৱাই নিব।

## পিয়েৰ ৰেভাৰ্ডি

পিয়েৰ ৰেভাৰ্ডিৰ কবিতাক মই কেতিয়াও ভোজবাজী বুলি নকওঁ। এই কথাষাৰ হল এটা বিশেষ যুগৰ কথাৰ কথা—ভুৱা বাজীকৰে মেলাত ঘূৰোতে পিন্ধা এটা টুপিৰ দৰে—ইয়াৰ পৰা কোনো বনৰীয়া পাৰহৈ ওলাই উৰা নামাৰে।

বেভার্ডি আজিল দেহজ কবি—তেওঁৰ কবিতাত আকাশ আৰু মাটিৰ অসংখ্য বাৰ উল্লেখ আছিল। জগতসংসাৰ আৰু তাৰ সৌন্দৰ্যৰ বিষয়ে তেওঁ কবিতা লিখিছিল।

তেওঁৰ নিজৰ কবিতা আছিল ফটিকৰ ফুলধাৰাৰ দৰে—পাতালৰ কিন্তু পোহৰত জিলিকা—আৰু অশেষ তাৰ ব্যঞ্জনা। কেতিয়াবা কেতিয়াবা ইয়াৰ এটা জক্‌মকীয়া কাঠিন্য দেখা যায়—যেন মাটিৰ ভাট তৰপ এটা জোৰকৈ গুচাই পেলোৱাত কিবা এটা ক'লা ধাতুৰ জেউতি ওলাইছে। হঠাৎ যেন জুই-শলাৰ পৰা ওলোৱা চকমকনিহে—অথবা খনিত লুকাই থকা ধাতুৰ এটা জৰ, দিনৰ পোহৰৰ পৰা তাক আতৰকৈ থোৱা হৈছে—কিন্তু নিজৰ সত্যত অবিচল, বোধহয় এই সত্যই—যিটো তেওঁৰ কবিতাৰ মূল কথা— প্ৰকৃতিৰ ধৰ্মৰ লগত মিলি, এই বেভার্ডি শান্তিৰ এই অকপট সততাই লাহে লাহে তেওঁক বিস্মৃতিৰ বাটলৈ আগুৰাই নিলে। শেহত সকলোৱে তেওঁৰ অস্তিত্ব সহজভাৱে মানি ললে, যেন ই এটা প্ৰাকৃতিক ঘটনা, যেন এটা ঘৰ ; এখন নদী, অথবা নিজৰ ঠাই আৰু সময় সলাব নোৱাৰা এটা চিনাকি বাট।

আৰু এতিয়া, তেওঁ যেতিয়া আৰু নাই, এতিয়া এটা সীমাহীন নীৰৱতাই তেওঁক কাঢ়িয়াই নিলে। সময়—তেওঁৰ নিজৰ মহত্ব আৰু গৰ্বিত নীৰৱতাতকৈ সি আৰু বেচি গহীন—আমি এতিয়াহে বুজিছো যে তেওঁ আৰু নাই, আকাশ মাটিত তেওঁৰ অতুলনীয় উজ্জ্বলতা আৰু নাই।

মই কওঁ যে আকৌ এদিন দেৱদূতৰ দৰে নতুন জীৱন লৈ ঘূৰি আহি তেওঁ অন্যায় বিস্মৃতিৰ পটত খুন্দিয়াব।

তেওঁৰ বাবে কোনেও জয়ঢোল বজোৱা নাই, তথাপি মনমোহা আৰু চিৰন্তন কবিতাই তেওঁক মহিমাময় কবি ৰাখিছে। তেওঁক আমি শেষ বিচাৰৰ দিনা সময়ৰ সীমা পাৰ হৈ দূৰলৈ বিয়পি কাব্যময়তাৰে আপ্লুত কৰি ৰাখিম।

## জৰ্জি বোৰেজহা

জৰ্জ বোৰেজহাই আৰু মোৰ বাবে পোলাণ্ডত বাধি নাথাকিব। ভাগ্যই এই বয়সীয়াল উৎপ্ৰবাসীজনক দেশ পুনৰ্গঠন কৰিবলৈ হে যেন আচৰুতীয়াকৈ ৰাখিছিল। বহুতদিন দেশৰ বাহিৰত থকাৰ পিছত তেওঁ আকৌ সৈনিক হিচাপে ভালৈ ঘূৰি গৈছিল। ৰাজধানী ওৱাৰ্ছো সেই সময়ত ভাঙি চুৰমাৰ হৈ আছিল। বাট-পথ নাই। গছলতা নাই। তাত তেওঁৰ বাবে কোনেও

বৈ থকাও নাই। বোৰেজছা আছিল এজন গতিশীল আচৰিত মানুহ— তেওঁ বাইজৰ লগত মিলি কাম কৰিবলৈ ওলাইছিল। তেওঁৰ মগজ প্ৰকাণ্ড প্ৰকাণ্ড কামৰ আঁচনিৰে ভৰপূৰ হৈ আছিল, আৰু সেইবোৰক কামত পৰিণত কৰিবলৈ গৈ প্ৰায় বিভীষিকাময় অৱস্থাত পৰিছিল। ছপাখানাৰ আখৰবোৰৰ বাবে এটা ঘৰ লোৱা হল, এটাৰ পিছত এটাকৈ গল্প সজোৱা হল, পৃথিবীত সকলোতকৈ ডাঙৰ বোটাৰী ছপা মেছিন আহি ওলাল। হেজাৰে হেজাৰে কিতাপ আৰু আলোচনী তাত ছপা হৈ ওলাল। বোৰেজছা এজন অক্লান্ত কামিলা মানুহ আছিল—সপোনক বাস্তৱত পৰিণত কৰিবলৈ তেওঁৰ দেৰি নালাগিছিল। তেওঁৰ আঁচনিবোৰ যেন বৰসাহৰ কাম হৈছিল—নতুন পোলাণ্ডত অবিশ্বাস্য নতুন প্ৰাণশক্তিৰে যেন সপোনৰ কাৰেঙঘৰ সজা হৈছিল।

মই তেওঁক আগতে লগ পোৱা নাছিলো। উত্তৰ পোলাণ্ডৰ মেচুৰিয়ান হ্ৰদৰ ওচৰ্যাওচৰি ঠাইত এটা ছুটী কঠোৰা কেম্পত তেওঁ মোৰ বাবে বৈ আছিল।

মোক গাড়ীৰ পৰা এজন দেখিবলৈ আপচু মানুহে নমাবলৈ আহিল। তেওঁৰ দাড়ি কেইদিনমান খুৰোৱা হোৱা নাছিল, আৰু এটা কিবা ধৰণৰ পাটলুন তেওঁ পিন্ধি আহিছিল। বন্য মানুহৰ শক্তি আৰু কিতাপ পঢ়ি শিকা স্পেনীয় ভাষাৰে তেওঁ চিঞৰিলে—"পাৰলো, তোমাৰ ভাগৰ লাগিব পায়। তুমি নিশ্চয় জিৰণি লব লাগিব"। মই এতিয়া কথাষাৰ তৰ্জমা কৰাত এনে হৈছে—কিন্তু সঁচা কথা কবলৈ গলে তেওঁ মোক অলপো জিৰণি নিদিলে। তেওঁৰ কথাবাৰ্তা আছিল ভলভলীয়া, বহুবিষয়ক আৰু তবধ মানিবলগীয়া। বিস্ময়ত যেন কথাৰ মাজত তেওঁ বাৰে বাৰে নিজেই বৈ গৈছিল। একে উশাহতে তেওঁ তিনি ৰকমৰ ঘৰ সজাৰ নক্সাৰ বৰ্ণনা দিলে, লগতে কেইবাখনো কিতাপ ফঁহিয়াই দেখুৱালে—ৰুৰঙ্গী আৰু জীৱন বুজিবলৈ তাত যথেষ্ট নতুন উদাহৰণ আছিল। "পাৰলো ছাঙ্কো পাঁজাহে আচল নায়ক—ডন কুইক্সোট নহয়।" তেওঁৰ মতে ছাঙ্কো আছিল জনপ্ৰিয় বাস্তৱ জগতবাসীৰ মুখপাত্ৰ। তেওঁৰ যুগৰ স্থানকালৰ তেওঁ প্ৰৱক্তা আছিল। ছাঙ্কোৱে যেতিয়া কাম চলায় তেওঁ তাক ভালকৈ কৰে—কাৰণ ইয়াৰ অৰ্থ হল জনগণেই কাম চলাইছে।

তেওঁ মোক সদায় দোকমোকালিতে বিছনাৰ পৰা তুলি দিছিল। অৱশ্যে সদায় লগতে চিঞৰি মোক কৈছিল—"তুমি জিৰাবই লাগিব।" তাৰ পিছত আকৌ সবল গছৰ জঙ্গলৰ মাজেদি এটা কনভেন্ট দেখুৱাবলৈ লৈ গৈছিল। এই কনভেন্টটো এশবছৰৰ আগতে দেশ এৰি অহা এটা ধৰ্ম সম্প্ৰদায়ৰ—

তেওঁলোকে এতিয়াও সেই পুৰণি দিনৰ ধৰ্মীয় আচাৰ-আচৰণ মানি চলিছিল। যোৱেছজাই এই ধাৰ্মিক সম্প্ৰাদায়ৰ তিৰোতাসকলৰ লগত বুজিবাজি কথা কৈছিল, আৰু সন্মান দেখুৱাইছিল।

তেওঁ ধীৰ্ঘাঙ্গৰ আৰু কামিলা মানুহ আছিল। আৰু যুদ্ধৰ ভয়ঙ্কৰ দিনবোৰৰ কথা মাজে মাজে সুঁৱৰিছিল। তেওঁ এদিন মোক এটা বিভলভাৰ দেখুৱালে—যুদ্ধ অপৰাধী এজনক চমুতে বিচাৰ কৰাৰ পিছত দণ্ড দিবলৈ এইটো ব্যৱহাৰ কৰা হৈছিল। এই অপৰাধীটোৱে নিজৰ সকলো কুকৰ্মৰ কথা এটা নোটবুকত যতনেৰে লিখি থৈছিল। এজন বুঢ়া মানুহক টেটু চেপি মৰা আৰু সৰু সৰু ছোৱালীৰ ওপৰত বলাৎকাৰ কৰাৰ কথা তাত লিখা আছিল—শেহত এই কুকাম কৰা গাওঁখনতে তেওঁক ধৰা পেলালে। সাক্ষীবোৰে চিনাক্তকৰণ কৰিবলৈ তেওঁৰ কাষেদি পাৰ হৈ গল। আৰু তেওঁক জগৰীয়া কৰা কিতাপখনৰ পৰা তেওঁক পঢ়ি শুনোৱা হল, দাম্ভিক খুনী মানুহটোৱে কিন্তু কলে, "জীৱন আকৌ আৰম্ভ কৰিবলৈ হলে মই এনেকুৱাই কৰিম।" মই সেই নোটবুকটো হাতত লৈ, হৃদয়হীন কাঠবুকুৱা অপৰাধীটোক হত্যা কৰা ৰিভলভাৰটো চুই চালো।

মাচুৰীয়ান হ্ৰদত মানুহে বাঘিও মাছ মাৰিবলৈ যায়। এই হ্ৰদত বামিমাছৰ বংশ বাঢ়ি গৈ তাৰ সীমা সংখ্যা নোহোৱা হৈছে। আমি দোকমোকালিতে উঠি মাছ ধৰিবলৈ ৰাওনা হলো। পানীত তিতি থকা বাঘিও মাছবোৰে জিকাৰ মাৰি উঠিছিল—দেখিবলৈ যেন ক'লাবৰণীয়া কোমৰবন্ধ যেন লাগিছিল।

সেই খাল বিল, নৈ বোৰ, জালোৱা সকল আৰু চাৰিওপিনৰ প্ৰকৃতিৰ লগত মোৰ চিনাকী হল। পুৱাৰ পৰা ৰাতিলৈকে মোৰ বন্ধুজনে মোক ওপৰলৈ উঠাই তললৈ নমাই, দৌৰাই, নাও বোৱাই মানুহৰ লগত চিনাকী কৰাই, নাও বোৱাই, গছলতা বোৰ চিনাই মোক কত কি যে শিকালে। আৰু এইবোৰ শিকোৱাৰ লগে লগে তেওঁ চিঞৰি আছিল, "ইয়াত তুমি জিৰাবলৈ আহিছা—জিৰণি লবলৈ ইয়াতকৈ আৰু ভাল ঠাই নাই তুমি জিৰণি লবই লাগিব।" মই মাচুৰিয়ান হ্ৰদ এৰি আহিবৰ সময়ত তেওঁ মোক এটা চাওত শুকুৱা বাঘিও মাছ উপহাৰ দিলে—ইমান দীঘল বাঘিও মাছ মই আৰু কেতিয়াও দেখা নাই।

ই এডাল অদ্ভুত লাখুটিৰ দৰে আছিল আৰু মোৰ বাবে ই এটা সমস্যা হৈ পৰিল। মই মাছটো খাব খুজিছিলো, কাৰণ এনেকৈ শুকুৱা বাঘিমাছ মই খুব ভাল পাওঁ—বিশেষকৈ যেতিয়া এই মাছটো তাৰ ঘাই ঘৰৰ পৰা অনা

হৈছে। গদ্দাম বা অইন কোনো ঠাইত ইয়াক নবখাকৈ একেবাবে টাটকা বস্তু—ইয়াব সোৱাদটো সন্দেহব অতীত হবই। কিন্তু ঠিক সেই সময়ত হোটেলত আমাব দিনো খাদ্যতালিকাত বাঙিমাছ দুপবীয়া আৰু বাতি আছিলেই—সেইবাবে মই নিজা মাছটো খাবলৈ কোনো সুযোগ নাপালো। ইয়াব চিন্তাই মোব মনটোত অশান্তি লাগিল।

বাবান্দাত থৈ বাতি মই ইয়াক বতাহ খুৱাওঁ, কেতিয়াবা অইনব লগত খুব মন দি কিবা বিষয়ে আলোচনা কবি থাকোতে হঠাৎ মনত পবিল যে দুপবীয়া হল, আৰু ৰ'দত দি থোৱা বাঙি মাছটো বাহিৰতে পবি আছে। তেতিয়া আৰু আলোচনাত মোব মন নবহে, দৌবি গৈ তাক নি ঠাণ্ডা ঠাইত—যেনে পানীচুৰা কোঠাত থৈ আহোগৈ।

অবশেষত এজন বাঙিমাছ ভাল পাওঁতা মানুহক লগ পাই মই তেওঁক মাছটো দি দিলো—অবশ্যে মনত অলপ খুদুৰনি লাগিছিল—মই দেখা সকলোতকৈ দীঘল সকলোতকৈ কোমল, আৰু ভালকৈ চাওত তুলি শুকুৰা বাঙি মাছব কাহিনীব এনেকৈয়ে ওব পবিল।

আৰু এতিয়া উদাবমনব বোবেজহা, ক্ষীণ কেটেঙা, গতিশীল কুইস্নোট—অইন কুইস্নোটবোবব দবে ছাগো পাজাব শলাগ লওঁতা, অনুভূতিপ্রৱণ আৰু জ্ঞানী ; সংগঠক আৰু সপোনদেখোতা—মানুহজনে জীৱনত প্রথমবাব জিবণি লৈছে। তেওঁব প্রিয় শ্রদ্ধাবতে তেওঁ জিবণি লৈছে। তেওঁব জিবণিব ঠাইতে প্রচণ্ড শক্তি আৰু অবিবাম উদ্যম বিলোৱা ঠাইতে এখন নতুন পৃথিবী তেওঁ গঢ়িব ধৰিছে।

## জর্জি ছোমলাইও

হাঙ্গেবীত—জীৱন আৰু কবিতাই, বুবঞ্জী আৰু কবিতাই, সময় আৰু কবিয়ে মিলিজুলি এক হৈ থাকে। অইন অইন দেশত এনে ঘটনা দেখা গলেও সি কেতিয়াবা বা খুব এনতীয়াকৈহে দেখা যায়। কিন্তু হাঙ্গেবীত এজন কবি জন্মব আগব পবাই সমর্পিত প্রাণ। এটিলা জোছেফ, এণ্ড্রি আডি, গিউলা ইলিয়াছ সকলো কবি কর্তব্য আৰু সঙ্গীত, জননী জন্মভূমি আৰু অজ্ঞানতাব অন্ধকাব, প্রেম আৰু যন্ত্রণাব সুন্দব মিশ্রণব স্বাভাবিক পবিণতি।

জর্জি ছোমলাইও এজন কবি—তেওঁক মই বিশ বছৰ ধবি বিশ্বাস আৰু শক্তিত দিনে দিনে বাঢ়ি উঠা দেখিছিলো। তেওঁ এনে এজন কবি যাব

কবিতাই বীণাৰ সুৰৰ দৰে আকাশলৈ উঁবা মাৰে এনে এজন কবি যিজনে নিজৰ জীৱন আৰু অইনৰ জীৱনক নিজৰ লগত সাঙুৰিছে—একেবাৰে হাড়-মজ্জালৈকে তেওঁ হাঙ্গেৰীৰে মানুহ—এটা জাতিৰ বাস্তৱ আশা-আকাংক্ষা আৰু সপোনৰ ভাগ লবলৈ, হাঙ্গেৰীয়ান জাতিৰ উদাৰ মনলৈ তেওঁ সত্যত সাজু হৈ আছিল। বিশ্বব্যাপ্ত প্ৰেম আৰু সক্ৰিয় সমৰ্পণৰ কবি হিচাপে তেওঁৰ কবিতাই বিশ্বজনীনতা আৰু তেওঁৰ জন্মভূমিৰ মহান কবিত্ব মিলাব নোৱাৰা সাঁচ বহুৱাই যায়।

ডেকা অথচ পৰিণত এই কবিজনৰ কবিতা আমাৰ যুগৰ কবিসকলে শুনিব লগীয়া। শান্ত, ফটিকৰ দৰে, আমাৰ দেশৰ সোণোৱালী বালিত জন্মা মদৰ দৰে মানুহক মতলীয়া কৰা এই কবিতা।

## কোৱাছিমোডো

ইটালীৰ মাটিয়ে ইয়াৰ প্ৰাচীন কবিসকলৰ মাতটো যেন গভীৰলৈ শুহি নিছে—আৰু পাতালৰ গভীৰতাত যেন ই একেবাৰে নিৰ্মল হৈ আছে। ইয়াৰ বাটটো মাটিৰ, পাৰ্কৰ ভিতৰত পানীৰ চিকমিকনিত সৰু নীলা মহাসমুদ্ৰৰ বালিত খোঁজ কাঢ়োতে হীৰাৰ টান কোনোবা বস্তুৰ ওপৰত খোঁজ দিয়া যেন লাগিছিল। যেন শত শত শতাব্দীৰ জ্যোতি, আৰু গুপুত ফটিকৰ সম্ভাৰৰ সন্ধান পোৱা যেন লাগিছিল। ইটালীয়ে য়ুৰোপৰ কবিতাক আকৃতি, সুৰ লাৱণ্য আৰু উলাহ দিছে। ইয়াক আদিম যুগৰ থৈলাৰ কাপোৰ আৰু অস্ত্ৰ সজ্জাৰ অশিষ্টতাৰ পৰা টানি আনি, ইয়াৰ পুৰণি আকাৰহীন আদিমতাৰ পৰা মুকলি কৰিলে। ইটালীৰ জ্ঞানৰ পোহৰে মধ্যযুগৰ চাৰণ কবি সকলৰ ফটাছিণ্ডা পোছাক আৰু আদিম জঠৰৰ লোহৰ শিকলি ছিঙি যেন হীৰা হৈ সৌন্দৰ্যৰ সোঁত বোৱালে।

আমাৰ লেখিয়া কবি সকলৰ বাবে ১৮৮০ চনত যি কবিকুলৰ জন্ম—আচৰিত মানিবলগীয়া কথা হল ১২৩০, ১৩১০ বা ১৪৫০ চনলৈকে কবিতাৰ স্ৰষ্টা সকলৰ কবিতাৰ ক্ৰম তালিকা পোৱা যায়। এই তাৰিখবোৰৰ মাজত চকুত ছাঁট মাৰি ধৰা উজ্জ্বল উগ্ৰ শিল্পবোধ, ডান্টে, কাভালকান্টি, পেট্ৰাৰ্ক, পলিজিয়ানো-ৰ দৰে কবিসকলৰ গভীৰ সৌন্দৰ্য্যৰ বহুৰাজিৰ চিকমিকণি দেখা যায়।

ওপৰত কোৱা নামৰ মানুহসকলে তেওঁলোকৰ ফ্লোৰেন্স দেশীয় জ্ঞানৰ

পোহৰ, আমাৰ মিঠামুখীয়া পৰাক্ৰমী কবি গাৰ্ছিলাছো ডে লা ভেগা, সংস্বভাৱী কবি বোচকানক প্ৰভৃতিক বিতৰণ কৰিছিল। গঙ্গোৰাৰ কবিতাৰ ৰীতিক তেওঁলোকে আৰু সমৃদ্ধ কৰিছিল। কুৱেভেডোৰ বিষাদক নিজৰ বেদনাৰে আৰু বিষণ্ণ কৰি তুলিছিল। ইংলণ্ডৰ ছেক্সপিয়েৰৰ চনেটবোৰৰ তেওঁলোকে নতুনকৈ ৰূপ দিছিল। ফ্ৰান্সৰ সুগন্ধভৰা উজ্জ্বল জেউতি বিলোৱা কবি ৰনছাৰ্ড আৰু ডু বলে'ৰ কবিতাৰ ফুলবোৰ ভালদৰে ফুলাইছিল।

সেইবোৰ কাৰণে ইটালীত জন্ম হোৱা এজন কবিৰ বাবে কবিতা ৰাজ্যৰ বাট বৰ সুগম নহয়. সেই বাটটো তৰাৰ পোহৰত উজ্জ্বল, আৰু কবিসকলে সম্ভ্ৰান্ত উত্তৰাধিকাৰ মান ৰাখিবলগীয়া কবিতা লিখিব লাগিব।

ছালভাদোৰ কোৱাছিমোডোক মই বহুবছৰ ধৰি চিনি পাওঁ। তেওঁৰ বিষয়ে মই কব পাৰো যে আমাৰ বাবে তেওঁৰ কবিতাৰ বিবেককে অবোধ্য যেন লাগিব পাৰে, কাৰণ ই গভীৰ আৰু জ্বলন্ত প্ৰাচুৰ্য্যৰ কাব্য। বিশ্বজনীন মানৱতাৰ এটা নিৰ্ভেজাল উদাহৰণ হল এই মানুহজন—পশ্চিম আৰু পূৰ্ব, দুই ভূ-ভাগত পৃথিবীখন এনে মানুহে নভগায়, আৰু তাৰ বাবে যুদ্ধৰ শৰণ নলয়। তাৰ ঠাইত তেওঁ নিজৰ যুগৰ মানুহ হিছাপে সাংস্কৃতিক সীমাৰেখা-ডাল মচি পেলাই দেখুৱাব খোজে যে কবিতা, সত্য, স্বাধীনতা, শান্তি আৰু সুখ সকলোৰে বাবে একে সমান উপহাৰ।

কোৱাছিমোডোৰ কবিতাত বৰ্ণ আৰু শব্দময় জগতখন বিষণ্ণ, কিন্তু শৃঙ্খলা পৰায়ণ। তেওঁৰ বিষাদ লিওপাৰ্ডি'ৰ অসহায় অনিশ্চয়তা নহয় কিন্তু ই যেন সন্ধিয়া বেলাৰ পৃথিবী—যত সকলো বস্তু থিতাপি লৈ শান্তিৰ ৰাজ্য গঢ়িব পাৰে। দিনৰ সেই মধুৰ মুহূৰ্তটি যেতিয়া গন্ধ, শব্দ, বৰ্ণ আৰু শঙ্খ ঘণ্টাৰ ধ্বনিয়ে মাটিৰ ভিতৰত এটা গুটিক লাহে লাহে গজালিত পৰিণত হোৱা দেখি শ্ৰদ্ধা জনায়। মই এই কবিৰ টান ভাষা, ৰোমাণ্টিকতাবাদ, আৰু বিশেষকৈ সৌন্দৰ্যৰ সাধনাত তেওঁ ডুবি থকাত, সত্য আৰু আবেগ বিহ্বল ভাষালৈ সকলো বিষয়কে পৰিবৰ্তন কৰিব পৰা শক্তিক মই শলাগো।

আৰাউকেনিয়াৰ এটা সুগন্ধি পাতৰ মুকুট মই নিবেদন কৰিলো—সাগৰ পাৰ হৈ, বতাহত সি উৰি সেই দূৰৰ দেশলৈ যায়গৈ জীৱন আৰু বতাহে যেন তাক আলফুলকৈ নি ছালভাদোৰ কোৱাছিমোডোৰ শিৰত সেই মুকুটটো পিন্ধাই দিয়ে। ফ্ৰান্সিস্কো পেট্ৰাৰ্কাৰ ছবিত দেখা এপলোনিয়ান প্ৰদেশৰ

কাইটীয়া পাতৰ মুকুট সি নহয়। ই যেন আমাৰ দেশৰ কোনেও নাম নজনা অনাবিষ্কৃত অৰণ্যৰ, অনামী গছৰ পাত—দক্ষিণ অঞ্চলৰ দোকমোকালিৰ নিঁয়ৰত তিতা পাতৰে সজা মুকুটহে।

## ভালেজো অমৰ ৰহে!

ভালেজো মানুহজন অলপ বেলেগ ধৰণৰ। তেওঁৰ প্ৰকাণ্ড হালধীয়া চুলিৰ মূৰটো—পেৰুৰ খিড়িকীত দেখা মূৰবোৰৰ দৰে—মই কেতিয়াও নাপাহৰো। তেওঁ গহীন স্বভাৱ আৰু বিশুদ্ধ অন্তৰৰ মানুহ আছিল। তেওঁ পেৰিছত ঢুকাল—পেৰিছৰ কলুষিত বতাহে, কলুষিত নৈৰ পানীয়ে যেনেকৈ আৰু অইন বহুতকে মাৰিছে আৰু সেই মানুহসকলৰ মৃতদেহ পানীত মাছ মৰাৰ দৰে বিচাৰি আনিছে—তেনেকৈয়ে তেওঁকো মাৰিলে। ভালেজো ভোকত ঢুকাল, তেওঁ উশাহ-নিশাহ লবলৈ নাপাই ঢুকাল। আমি যদি তেওঁক তেওঁৰ দেশ পেৰুলৈ ঘূৰাই আনিব পাৰিলোহেঁতেন, পেৰুৰ বতাহত তেওঁক উশাহনিশাহ লবলৈ দিলোহেঁতেন—বোধহয় তেওঁ এতিয়ালৈকে জীয়াই থাকি এতিয়াও কবিতা লিখি গলহেঁতেন। মই দুবাৰ—দুটা বেলেগ কাৰণত মোৰ প্ৰিয় এই বন্ধু জনৰ বাবে দুটা কবিতা লিখিছো। মোৰ বিশ্বাস যে সেই কবিতাবোৰতে আমাৰ বন্ধুত্বৰ চিন ফুটি ওলাইছে, সময় আৰু দূৰত্বৰ বাবে সেই বন্ধুত্ব কেতিয়াও ম্লান হোৱা নাই। প্ৰথমটো হল অ'ডা বা ছিজাৰ ভালেজো (ছেজাৰ ভালেজোৰ প্ৰতি শোক গীতি "অডাছ এলিমেণ্টালিছ বোলা কিতাপৰ প্ৰথম পৰ্বত এই কবিতাটো আছে)।

আজি কেইবছৰমান হল—কিছুমান কমবয়সীয়া সৈনিকে দাঁত মূৰ কৰচি তুচ্ছ এখন যুদ্ধ চলাই আছে। ভালেজা—ছেজাৰ ভালেজোৰ ভূত—ছেজাৰ ভালেজোৰ অনুপস্থিতি—ছেজাৰ ভালেজোৰ কবিতাই মোক আৰু মোৰ কবিতাক আক্ৰমণ কৰিবলৈ যেন কঁকালত টঙালি বান্ধিছে। অৱশ্যে সকলোৰে ক্ষেত্ৰত এনে ঘটনা ঘটিব পাৰে। উদ্দেশ্যটো হল কঠোৰ পৰিশ্ৰম কৰা জনক মানসিক আঘাত দিয়া, যেন এনেকৈ কোৱা—"এই মানুহজন অপদাৰ্থ কিন্তু ভালেজো ভাল মানুহ আছিল" "আৰু যদি নেৰুডা মৰিলেহেঁতেন তেওঁক জীৱিত ভালেজোৰ আগত ঠিক তেনেকৈয়ে গতিয়াই পেলোৱা হলহেঁতেন।

দ্বিতীয় কবিতাটোৰ নাম মাত্ৰ এটা আখৰৰ "ভি" আখৰটোৰ—এইটো এন্ত্ৰাভাগাৰিও নামৰ কিতাপখনত আছে।

অবৰ্ণনীয় কিবা এটাৰ সন্ধান—যিটোৱে লতাৰ শুং বা সুতাৰ দৰে মানুহক তেওঁৰ কামৰ লগত বান্ধি ৰাখিছে—মই ওপৰত যি সকল মানুহৰ কথা কৈছো, তেওঁলোকৰ লগতো মোৰ কিবা অলপ বা বহুত বেচি সম্পৰ্ক আছিল। জীৱনৰ কোনোবা এছোৱা আমি একেলগে ভগাই লৈছিলো—কিন্তু তেওঁলোকতকৈ মই বেছিদিন—এতিয়াও জীয়াই আছো। কাব্যলক্ষ্মীৰ ৰহস্যময়তাক মানুহে কি নাম দিছে তাক জানিবলৈ মোৰ আৰু অইন উপায় নাই—মই ইয়াক কাব্যৰ পৰিশুদ্ধি বুলিছো। মানুহৰ কৰ্ম আৰু দুখনি হাতৰ মাজত, দুটি চকুৰ মাজত, দেহাৰ ভিতৰুৱা নাড়ীভুড়ি, তেজ আৰু কামৰ ভিতৰত নিশ্চয় কিবা সম্পৰ্ক আছে। কিন্তু মোৰ কোনো তত্ত্ববাদ নাই। মই কাবলাতিৰ তলত এবোজা মতবাদ লৈ নুঘুৰো, অইন কাবোবাৰ মুৰত সেই বোজা ঢালিবলৈ মই সাজু নহওঁ। মই প্ৰায় অইন সকলোৰে দৰেই। সোম-বাৰে মই সকলো উজ্জ্বল সুন্দৰ দেখো, আকৌ সকলোবোৰ এন্ধাৰ দেখো মঙ্গলবাৰে। মই বিশ্বাস কৰো যে অহাবছৰটোও ঠিক এনেকুৱাই উজ্জ্বল আৰু এন্ধাৰ বছৰ হ'ব। তাৰ পিছৰ বছৰ বোৰ হ'ব সুন্দৰ নীলা ৰঙৰ।

## গেব্ৰিয়েলা মিষ্ট্ৰাল

ইয়াৰ আগতে মই উল্লেখ কৰিছো যে আমাৰ ঘৰ যি টাউনত—টেমুকোত মই গেব্ৰিয়েলা মিস্ট্ৰালক লগ পাইছিলো। কিন্তু পিছলৈ তেওঁ সেই নগৰৰ লগত চব সম্পৰ্ক ছিঙিলে। গেব্ৰিয়েলাই তেতিয়া তেওঁৰ কঠিন পৰিশ্ৰমী জীৱনৰ মাজবাটত—দেখাত উদাসীন, যেন কোনোবা স্কুলৰ আশ্ৰম পালিকা হে।

এই সময়তে তেওঁ মাক আৰু কেচুৱাৰ বিষয়ে লিখা কবিতাৱলী লিখিলে—এই কবিতাবোৰ নিৰ্ভেজাল গদ্যত লিখা নিমজ, শুৱলা ভাষাৰ তেওঁৰ গদ্য চোকা চোকা কাব্যৰে ভৰা আছিল। গৰ্ভাৱস্থা, কেচুৱাৰ জন্ম আৰু তাৰ বৃদ্ধিৰ বৰ্ণনা আছিল এই কবিতাৱলীত। কিবা বুৰু-বাৰা ফচহু গল্প সেই সময়ত টেমুকোত প্ৰচাৰ হ'ল—কিবা অস্পষ্ট কথা—অনিচ্ছাকৃতভাৱে হলেও কুৎচিত, অসভ্য কথা—বিবোৰে এই চিৰকুমাৰী মহিলাৰ অনুভূতিত ৰামটাঙোন মাৰিলে, টেমুকোৰ বেলৰ ৰাস্তা সজা বনুৱা বা কাঠকটীয়া মানুহসকলে এনে বোৰ কঠুৱা কথা উলিয়ালে—এই মানুহসকলক মই হুটামাতৰ আবেগপ্ৰৱণ, আৰু মুখে পেটে এক কথাৰ মানুহ বুলি জানো।

গেব্রিয়েলাৰ খুব অভিমান হল—তেওঁৰ এই অভিমান মৰাৰ দিনলৈকে থাকি গল।

বহুত বছৰৰ পিছত তেওঁৰ শ্ৰেষ্ঠ কিতাপখনৰ প্ৰথম সংস্কৰণত তেওঁ এটা দীঘল অদৰ্কাৰী টীকা যোগ কৰিলে—পৃথিবীৰ এমূৰত সেই পৰ্বতীয়া ঠাই টেমুকোত তেওঁৰ বিষয়ে ফুচফুচাই কোৱা কথাবোৰৰ প্ৰতিবাদ কৰি এই টীকা লিখা হৈছিল।

তেওঁৰ অবিস্মৰণীয় বিজয় গৌৰব—নোবেল প্ৰাইজ পোৱাৰ পিছত এই সম্মানৰ বটাটো আনিবলৈ যোৱাৰ সময়ত তেওঁ টেমুকো নগৰী পাৰ হৈ যাব লগীয়া হৈছিল। আৰু সেই নগৰীত স্কুলৰ লৰাছোৱালীবোৰে প্ৰতিটো ষ্টেচনত তেওঁৰ বাবে বৈ আছিল। স্কুলৰ ছোৱালীবোৰে বৰষুণত তিতিবুৰি কপিহিউ ফুল হাতত লৈ কঁপি কঁপি আহিছিল। কপিহিউ দক্ষিণ অঞ্চলৰ ফুল—সুন্দৰ আৰাকাউনিয়াৰ ফুলাম অন্তৰৰ পাহি যেন এই ফুল—সিহঁতৰ প্ৰতীক্ষা ব্যৰ্থ হৈ গল। গেব্ৰিয়েলা মিষ্ট্ৰালে ৰাতিৰ এন্ধাৰত টেমুকো চহৰখন পাৰ হৈ গল, তেওঁ টেমুকোৰ কপিহিউ ফুল গ্ৰহণ নকৰো বুলিয়েই দিনত নগল।

বাৰু, ইয়াৰ বাবে গেব্ৰিয়েলাক বেয়া বুলি কব পাৰিবনে? নোৱাৰি—কাৰণ ই মাত্ৰ জনায় যে তেওঁৰ মনৰ আঘাত এতিয়াও কেঁচা—সি অন্তৰৰ গভীৰলৈ পাত খাই গৈছে, আৰু সহজে নুশুকায়। এই ঘটনাই মাত্ৰ এইটো দেখুৱায় যে ইমান মহিমাময়ী কাব্য লেখিকাৰ অন্তৰতো অইন মানুহৰ অন্তৰৰ দৰেই প্ৰেম আৰু আখেজে ওচৰাওচৰিকৈ থাকি সংগ্ৰাম কৰিছিল।

মোৰ বাবে তেওঁ সদায় এগৰাকী সাদৰী বন্ধু—মন খোলা মিচিকি হাঁহি সনা কলা বুটি এখনৰ দৰে তেওঁৰ মুখখনত যেন ময়দাৰ গুড়ি ছটিয়াই দিছে—বগা ময়দাই কলা মুখখন জিলিকাই ৰাখিছে।

কিন্তু কামৰ আখলত তেওঁৰ বাবে কি কি মৌল উপাদান লাগিছিল? তেওঁৰ কাব্যত কি কি গুণ গুপুত আছিল—যাৰ বাবে সেই কাব্য সদায় বেদনা মধুৰ?

এই বিষয়ে মই আৰু অনুসন্ধান নকৰো—আৰু মই নিশ্চয়কৈ জানো যে কাৰণটো মই নাজানিম—অথবা জানিলেও মই সেইটো কাকো নকওঁ।

এই চেপ্টেম্বৰ মাহতে বনৰীয়া সবিয়হৰ গছত ফুল ফুলে—গাওঁভুঁই যেন ঢৌৰ দৰে কঁপি উঠে—যেন এখন হালধীয়া কাৰ্পেটহে। সাগৰৰ উপকূলত

আজি চাৰিদিন ধৰি দক্ষিণৰ বতাহে প্ৰচণ্ড থণ্ডত যেন হাহাকাৰ কৰি ফুৰিছে। বাতিটো তাৰ প্ৰতিধ্বনিৰে ভৰা, মহাসাগৰথন যেন উন্মত্ত সেউজীয়া ফটিক আৰু বিশুদ্ধ শুভ্ৰ চাদৰ এথন।

গেব্ৰিয়েলা তুমি ইয়ালৈ আহা—এই বনৰীয়া সৰিয়হ ফুল, এই শিলৰ ছটা, এই দৈত্যাৰ লেখিয়া ভয়ঙ্কৰ বতাহৰ তুমি আদৰৰ জীয়ৰী। চিলিৰ বৰফৰ, হথৰ্ন গছৰ কাঁইটীয়া সঙ্গীতৰ স্তুতি কৰি লিখা তোমাৰ গানবোৰ, কোনেও নাপাহৰে। তুমি একেবাৰে চিলিৰ, নিজৰ, তুমি ইয়াৰ মানুহৰ। আমাৰ লৰাছোৱালীবোৰৰ শুদ্ধাভৰিৰ বিষয়ে লিখা তোমাৰ কবিতাৰ শাৰী-বোৰ কোনেও নাপাহৰে। কোনেও তোমাৰ সেই "অভিশপ্ত কথাবোৰ" পাহৰা নাই। তুমি শান্তিৰ এজন চিৰপথিক বন্ধু। এইবোৰ কাৰণে, আৰু অইন কাৰণেও আমি তোমাক ভাল পাওঁ।

গ্ৰেব্ৰিয়েলা, তুমি চিলিৰ সৰিয়হৰ বননি আৰু হথৰ্ন গছৰ জোপোহালৈ আঁহা। মই যে তোমাক আন্তৰিক আদৰ—অভ্যৰ্থনা কৰিছো সেইটো ঠিকেই কৰিছো—এই ফুল আৰু কাঁইটভৰা বাজ্যালৈ মাতিছো—সেইটো তোমাৰ মহত্ব আৰু আমাৰ অবিচ্ছেদ্য বন্ধুত্বৰে চিন। চেপ্টেম্বৰৰ শিলাখণ্ড আৰু বাসন্তী সম্ভাৰে ভৰপূৰ দুৱাৰথন তোমাৰ বাবে মুকলি হৈ আছে। মানুহ আৰু ফুল আৰু গান ভৰা চিলিৰ পবিত্ৰ মাটিত তোমাৰ উদাৰ মিচিকিয়া হাঁহিটি লৈ তোমাক সোমাই অঁহা দেখিলে মোৰ হৃদয় আনন্দত ভৰে—তেনে আৰু অইন একোতে নহয়।

ই মোৰ সৌভাগ্য যে মূলকথা আৰু সত্যত মই তোমাৰ ভাগীদাৰ হৈছো —আমাৰ মাত আৰু আমাৰ কথাক এদিন সম্মান দিয়া হব। তোমাৰ মহৎ অন্তৰে শান্তি পাওঁক, জীয়াই থাকক, যুদ্ধ কৰক, গান গাওঁক। আৰু সতি-সন্ততিৰ জন্ম হওক, আমাৰ দেশৰ এণ্ডিজ পৰ্বত আৰু সামুদ্ৰিক নিৰ্জনতাত এইবোৰ ফলেফুলে বিকশিত হওঁক। তোমাৰ উদাৰ কপালত মোৰ এটি চুমা, আৰু তোমাৰ বিশ্বজনীন কাব্যালৈ মোৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

## ভিচেণ্টি হুইডোব্ৰো

মহান কবি ভিচেণ্টি হুইডোব্ৰোই পৃথিবীলৈ দুষ্টামিভৰা চকুৰে চাইছিল —লৰালিৰ অজস্ৰ ভেৰাকুটিৰে তেওঁ মোক আমনি দিছিল, দুষ্ট লৰাৰ দৰে মোলৈ বেনামী চিঠি লিখি আক্ৰমণ কৰিছিল, মই অইনৰ পৰা চুৰ কৰি কিতাপ

লিখিছো' বুলি মোক অভিযুক্ত কৰিছিল। আত্মকেন্দ্ৰিকতাৰ বহুদিনীয়া দুৰাৰোগ্য মানসিকতাত ভোগা মানুহবোৰৰ তেওঁ এটা উদাহৰণ। 'প্ৰথম মহাযুদ্ধৰ ঠিক আগৰ দিনবোৰত এনেকৈ কুকুৰে কুকুৰৰ মঙহ খোৱাৰ অভ্যাসটো নিজকে শ্ৰেষ্ঠ প্ৰমাণ কৰিবলৈ লোৱা হৈছিল কিন্তু এই উপায়টোৱে লেখকৰ মহিমা অকণিও বঢ়োৱা নাছিল। আমাৰ আমেৰিকাত এনে আত্ম-প্ৰশংসা ইউৰোপৰ গন্নুপ্ৰিয়ো-ৰ গোঁৱাৰ তৰ্কৰ প্ৰতিধ্বনি মাত্ৰ আছিল। এই ইটালীয় লেখকজনে পেটি বুৰ্জোৱাক অগ্ৰাহ্য কৰি, সিঁহতৰ নিন্দা প্ৰশংসাক বুঢ়া আঙুলি দেখুৱাইছিল। আমেৰিকাত তেওঁৰ ত্ৰাণকৰ্তাৰ ভূমিকাই আগ্নেয়গিৰিৰ দৰে গাওঁভৰ্‌ইত কম্পন তুলিছিল। তেওঁৰ সকলোতকৈ কলংকিত আৰু বিপ্লৱী শিষ্যজনৰ নাম ভাৰ্গাছ ভিলা।

হুইডোব্ৰোৰ বিষয়ে বেয়া কথা কবলৈ মই টান পাম। তেওঁ গোটেই জীৱন ধৰি মোৰ লগত চিয়াঁহী দলিৱাই বুদ্ধিদীপ্ত যুদ্ধ চলাই মোক সম্মান কৰিছিল। তেওঁ নিজকে কাব্য জগতৰ দেৱতা বুলি অভিহিত কৰিছিল, আৰু মই তেওঁতকৈ বহুত সৰু হোৱা সত্বেও তেওঁৰ স্বৰ্গৰাজ্যৰ অধিবাসী হব নোৱাৰিম বুলি কৈছিল। মই তেওঁৰ কাব্যৰাজ্যৰ বিষয়ে একো নাজানিছিলো। হুইডোব্ৰোৰ দলটোৱে কাব্য সৃষ্টি কৰিছিল পৰবাস্তৱতাৰ শৰণ লৈছিল, আৰু পেৰিচৰ আধুনিকতম সাজপাৰৰ ফেছন নকল কৰিছিল। মই একেবাৰে তলখাপৰে আছিলো—পিচপৰা ঠাইৰ, হাবিবনৰ এডাল খেৰকুটাৰ দৰে গাঁৱলীয়া এটা অপদাৰ্থ চেঙেলীয়া লৰা।

হুইডোব্ৰোই তেওঁৰ অসাধাৰণ কবিত্ব শক্তিক লৈয়ে সন্তুষ্ট নাছিল, তেওঁ সঁচাকৈয়ে এজন অসাধাৰণ কবি আছিল তেওঁ শ্ৰেষ্ঠতম মানুহও হব খুজিছিল। তেওঁৰ দুষ্টামিৰ কামবোৰত লৰালিৰ কিবা এটা আকৰ্ষণ আছিল। এতিয়া-লৈকে যদি তেওঁ জীয়াই থাকিলেহেতেন, তেন্তে জোনলৈ যাবৰ বাবে নিজকে কেৱল যোগ্য ভলান্টিয়াৰ বুলি আগবাঢ়ি গলহেঁতেন। বৈজ্ঞানিক সকলক গোটেই পৃথিবীৰ ভিতৰত অকল তেওঁৰহে মগজটো থকা মূৰটো মহাকাশ-যাত্ৰাৰ উপযুক্ত বুলি বুজোৱা মই মনৰ চকুৰে দেখিবলৈ পাইছো।

আৰু বহুত কথাই তেওঁৰ আচল পৰিচয় দিব। উদাহৰণৰূপে—তেওঁ যেতিয়া যোৱা মহাযুদ্ধৰ পিছত তেওঁ যেতিয়া চিলিলৈ ঘূৰি আহিল—তেতিয়া তেওঁ বুঢ়া আৰু জীৱন প্ৰায় শেষ হৈ আহিছে—তেওঁ এটা মামৰে ধৰা টেলিফোন সকলোকে দেখুৱাই কৈছিল—"মই নিজে এই টেলিফোনটো হিটলাৰৰ পৰা

লৈছো এইটো কুৰ্হাৰৰ ৰৰ মৰমৰ বস্তু আছিল।" এবাৰ এজন মানুহে তেওঁক এটা নিকৃষ্ট মানৱ ভাস্কৰ্য দেখুৱাওঁতে তেওঁ কৈছিল—"ইমান বেয়া! এনেকি মাইকেলএঞ্জেলোৰ ভাস্কৰ্য্যতকৈও বেয়া।"

১৯১৯ চনত তেওঁ পেৰিচত থকা কালৰ এটা অদ্ভুত ঘটনাৰ গল্পও মানুহক শুনাবলগীয়া। এই কাহিনীত তেওঁৱে নেতাৰ ভাও লৈছিল। হুইডোব্ৰোই ফিনিছ ব্ৰিটানিয়া বুলি এখন পুস্তিকা প্ৰকাশ কৰিছিল—তাত তেওঁ বৃটিছ সাম্ৰাজ্য অনতিবিলম্বে ধ্বংস হব বুলি ভৱিষ্যৎবাণী কৰিছিল। তেওঁৰ এই ভৱিষ্যৎবাণীত যেতিয়া কোনেও কাণ নিদিলে কবিয়ে হঠাৎ হেৰাই যাবলৈ থিৰাং কৰিলে। খবৰৰ কাগজত ঘটনাটো এনেকৈ প্ৰকাশ হল—"চিলিৰ কূটনীতিৰ ৰহস্যময় অপহৰণ।"

কেইদিন মানৰ পিছত তেওঁক নিজৰ ঘৰৰ দুৱাৰদলিৰ কাষত পৰি থকা দেখা গল। তেওঁ পুলিচক কলে, "মোক কেইজনমান ইংৰাজ বয় স্কাউটে চুৰ কৰি লৈ গৈছিল। এটা মাটিৰ তলত কুঠৰীৰ খুঁটাত বান্ধি সিহঁতে মোক হেজাৰবাৰ কবলৈ বাধ্য কৰিছিল বৃটিছ সাম্ৰাজ্যবাদ দীৰ্ঘজীৱি হওক।" কথাখিনি কৈয়ে তেওঁ আকৌ অচেতন হৈ পৰিল। পুলিচে কিন্তু তেওঁৰ কাষলতিত তলৰ টোপোলাটো পৰীক্ষা কৰি তাত পেৰিচৰ এখন ডাঙৰ দোকানত হুইডোব্ৰোই নিজে কিনা এটা পায়জামা বান্ধি থোৱা পালে।

ঘটনাটো সকলোৱে জানিলে। ইয়াৰ পিছত কবিয়ে এজন বন্ধু হেৰুৱালে—তেখেত চিত্ৰশিল্পী জুৱান গ্ৰিছ। জুৱানে সঁচাকৈ বিশ্বাস কৰিছিল যে কবিক চুৰ কৈ নিছিল, আৰু চিলিৰ কবিজনৰ ওপৰত সাম্ৰাজ্যবাদী অত্যাচাৰত নিজেও কষ্ট পাইছিল। কবিৰ এই মিছা কথা কোৱাটো তেওঁ কেতিয়াও ক্ষমা নকৰিলে।

হুইডোব্ৰো ফটিকৰ দৰে এজন জ্বলজ্বলীয়া কবি তেওঁৰ কাব্যৰ প্ৰতিটো কবিতা মণিমুকুতাৰ দৰে উজ্জ্বল—ওচৰত থকা সকলোকে ই আনন্দ বিলায়। তেওঁৰ কাব্যত প্ৰথমৰ পৰা শেহলৈ য়ুৰোপীয় শ্ৰেষ্ঠ কবিতাৰ সোৱাদ পোৱা যায়। নিজৰ লাৱণ্যভৰা মানসেৰে তেওঁ সেই গুণেক আৰু যেন গোট খুৱাই লৈ তাৰ পৰা নানা ৰঙৰ পোহৰ ছটিয়াই কবিতাক ৰামধেনু লেখিয়া কৰিছিল। মোক সবতকৈ অবাক কৰে তেওঁৰ কাব্যৰ প্ৰাঞ্জল গুণে। এই সাহিত্যিক কবিজনে জটিল এটা যুগক ভালকৈ বিচাৰ কৰি চাই, তাৰ গাম্ভীৰ্য্যক আওহেলা কৰি তেওঁৰ কবিতাৰ কুলুকুলুকৈ বৈ যোৱা নৈৰ অবিৰাম গান,

বতাহ আৰু পাতৰ সিৰসিৰণি আৰু গহীন মানবিকতাৰে বিশেষকৈ পিছৰ আৰু শেষৰ কবিতাবোৰ সম্পূৰ্ণ ভৰাই তুলিছিল।

তেওঁৰ কবিতা আছিল ফৰাছী কবিতাৰ অনুগামী—আনন্দদায়ক। তেওঁৰ সকলো চোকা আৰু প্ৰধান লেখাবোৰত হুইডোব্ৰোই ধেমালি আৰু উত্তেজনা, পলায়নী মনোবৃত্তি আৰু উছৰ্গাৰ সহঅৱস্থান দেখা যায়। তাৰ বাবে সকলো সময়তে বেচ বমকজমক সংগ্ৰাম কৰা হৈছে—সকলোৱে দেখা পোৱাকৈ ইয়াৰ উজ্জ্বল স্পষ্টতা আৰু প্ৰায় সদায় ভালকৈ গুণাগথা কৰিয়ে কৰা হৈছে।

এটা ধাৰণা আছে হুইডোব্ৰোই তেওঁৰ কবিতাত ইমান বেচি গাম্ভীৰ্য ৰাখি আমাক ইয়াৰ ৰস লোৱাৰ পৰা আঁতৰাই ৰাখিব খুঁজিছে—কথাটো সঁচা যেনেই লাগে। আমি মানিবই লাগিব যে ভিচেণ্ট হুইডোব্ৰোই ভিচেণ্ট হুইডোব্ৰোৰ পৰম শত্ৰু। মৃত্যুৱে তেওঁৰ বিপৰীত চৰিত্ৰৰ প্ৰতিবাদী আৰু অসম্ভৱ ধেমালি প্ৰিয় জীৱনটো পুৰি ছাই কৰিলে। তেওঁৰ নশ্বৰ দেহাৰ ওপৰত মৃত্যুৱে এখন পৰ্দা তৰি দিলে, কিন্তু অইন এখন পৰ্দা দাঙি তেওঁৰ উজ্জ্বল দিশটো সকলোৰে চকুত পৰাৰ সুযোগ কৰি দিলে। বুবেন ডাৰিওৰ শিলামূৰ্তিৰ কাষতে তেওঁৰো এটা মূৰ্তি থাপনা কৰিবলৈ মই প্ৰস্তাৱ দিছো। কিন্তু আমাৰ চৰ্কাৰবোৰে নিজে অপদাৰ্থ স্মৃতিসৌধ সাঁজোতে যেনেকৈ অপব্যয় কৰে, তেনেকৈয়ে শিল্পী সকলৰ মূৰ্তি থাপনা কৰিবৰ সময়ত কৃপনালি কৰে।

বিপ্লৱৰ মনোৰাজ্য আক্ৰমণ কৰি দৌৰি গৈ তাত সোমোৱা সত্বেও আমি হুইডোব্ৰোক ৰাজনৈতিক ব্যক্তিত্ব বুলি কব নোৱাৰো। আদৰত লাই পোৱা শিশুৰ দৰে তেওঁ ভাৱধাৰাৰ বিষয়ে দায়িত্বহীন আছিল, কিন্তু সেই কথাবোৰ দলঙৰ তলেদি বৈ যোৱা নৈৰ পানীৰ দৰে। তেওঁৰ ডেউকাত পিন মাৰি তাক নষ্ট কৰাৰ বিপদ গাত লব খুজিলে আমিও দায়িত্বহীনতাৰহে চিনাকী দিম। তাতকৈ আহক, আমি স্বীকাৰ কৰি লওঁ যে অক্টোবৰ বিপ্লৱ আৰু লেনিনৰ স্মৃতিত লেখা তেওঁৰ কবিতাবোৰ মানৱজাতিৰ জাগৰণৰ প্ৰতি হুইডোব্ৰোৰ শ্ৰেষ্ঠ উপহাৰ।

১৯৪৮ চনত ইছলা নেগ্ৰাৰ ওচৰৰ কাৰ্টাজেনাত হুইডোব্ৰোৰ মৃত্যু হল। মৃত্যুৰ আগতে লিখা তেওঁৰ কবিতাবোৰৰ নিচিনা হিয়াভগা বেদনাৰ গহীন কবিতা মই জীৱনত আৰু পঢ়া নাই। তেওঁৰ মৃত্যুৰ অলপ আগতে মোৰ

প্ৰিয় বন্ধু আৰু প্ৰকাশক গঞ্জালো লোছাডাক লৈ তেওঁ মোৰ ঘৰলৈ আহিছিল। কবি হিছাবে চিলিৰ মানুহ হিছাবে, আমি বহুত কথা পাতিলো।

## সাহিত্যিক শত্রুসকল

মোৰ মনেৰে গোটেই পৃথিবীতেই লেখক সকলৰ মাজত ডাঙৰ সৰু বিবাদ সদায় আছিল আৰু ভবিষ্যতেও থাকিবই।

আমাৰ আমেৰিকা মহাদেশত সাহিত্য-জগতত লেখত লবলগীয়া আত্মহত্যাৰ সংখ্যা বেছিয়েই বুলিব লাগে। বিপ্লৱ-শহৰ ৰাছিয়াত হিংসাকুৰীয়া মানুহে মায়াকোভস্কিক এনেকুৱা মস্কিলত পেলালে যে শেষত তেওঁ বন্দুকৰ গুলিত আত্মঘাতী হব লগা হল।

লাতিন আমেৰিকাত সৰু সুৰা আখেজকে বঢ়াই লোৱা হয়। হিংসা মাজে মাজে মানুহৰ ব্যৱসায়ত পৰিণত হয়। আমাৰ এই দোষটো ঔপনিৱেশিক স্পেনৰ পৰা পোৱা মুল নৈতিক ভেটিত আঘাত কৰা এটা অৱস্থা বুলি ধৰা হয়। এইটা সঁচা যে কুৱেভেডো, লোপে ডি ভেগা আৰু গঙ্গোৰাৰ লেখাত আমি ইজনে সিজনক আক্ৰমণ কৰাৰ উদাহৰণ পাওঁ। বৌদ্ধিক ক্ষেত্ৰত জকমকীয়া উজ্জ্বলতা সত্বেও স্পেনৰ সোণালী যুগটো অসুখী যুগ আছিল ৰাজকাৰেঙৰ বাহিৰত ভোকাতুৰ মানুহ চুচৰি ফুৰিছিল।

এতিয়া শেষৰ কেইবছৰমান আমাৰ দেশত উপন্যাসে এটা নতুন বিস্তৃতি লাভ কৰিছে। গাৰ্ছিয়া মাৰকোৱেজ, জুৱান ৰালফো, ভাৰ্গাছ লোছা, ছাৱাটো, কোৰ্টাজাৰ, কাৰ্লোছ ফুৱেন্টেছ আৰু চিলিৰ মানুহ ডোনোছৰ নাম খুব শুনা গৈছে আৰু তেওঁলোকৰ লেখা সকলোৱে খুব পঢ়িব ধৰিছে, আৰু তেওঁলোকৰ ৰমৰমা অৱস্থা হৈছে। সৰ্বসাধাৰণে এই কথাও কয় যে তেওঁলোকে ইজনে সিজনৰ বিষয়ে শলাগি প্ৰচাৰ চলায়।

মই তেওঁলোকৰ সৰহভাগকে লগ পাইছো আৰু মোৰ মনেৰে তেওঁলোকৰ স্বভাৱ চকুত লগাকৈ শুভবুদ্ধি আৰু উদাৰ গুণেৰে ভৰা। দিনে দিনে মই আৰু ভালকৈ বুজিব পাৰিছো যে তেওঁলোকৰ কেইজনমানে নিজৰ দেশ এৰি ৰাজনৈতিক শত্ৰুতা আৰু ক্ৰমবৰ্ধমান হিংসাৰ পথে বহুত দূৰলৈ গৈ কাম কৰিবৰ উপযুক্ত পৰিৱেশ বিচাৰি যাব লগা হৈছিল। এই বিষয়ে তেওঁলোকৰ যুক্তি খণ্ডাব নোৱাৰি। আমাৰ আমেৰিকাৰ সত্য আৰু সপোনৰ বাবে দিনে দিনে তেওঁলোকে লিখা কিতাপবোৰ বেচি লাগতিয়াল হৈ পৰিছে।

অতি বেচি হিংসুক লগত মোৰ নিজৰ ব্যক্তিগত পৰিচয়ৰ এই অভিজ্ঞতাবোৰ বৰ্ণনা কৰিবলৈ মই বিবেকৰ দংশন অনুভৱ কৰিছো। আত্মম্ভৰী হব মই খোঁজা নাই—নিজৰ বিষয়ে গেলাগপো মোৰ নাই। মোৰ এইটো সৌভাগ্য যে এনেসকল আকোৰ-গজালি আৰু বিচিত্ৰ চৰিত্ৰৰ মানুহৰ লগত এনেবোৰ হিংসাৰ ঘটনা ঘটিছিল যে মই সেইবোৰ নজনোৱাকৈ থাকিব নোৱাৰিলো।

এই বিৰক্তিকৰ খেচকেচীয়া চৰিত্ৰৰ মানুহসকলৰ ওপৰত মোৰ মাজে মাজে বৰ খং উঠিছিল। কিন্তু তথাপি তেওঁলোকে নিজৰ অনিচ্ছাতো এটা আচৰিত কাম কৰিলে—সেইটো হল মোৰ যশস্যা গঢ়ি তোলা—যেন দেশবিদেশে মোৰ নাম প্ৰচাৰৰ অভিযানত তেওঁলোকে ভাগ ললে। ছয়ামন্ন চৰিত্ৰৰ বিৰোধী পক্ষৰ এনে এজনৰ কৰুণ মৃত্যুৱে মোৰ জীৱনত এটা শূন্যতা ৰাখি গৈছে। আজি একে লেঠাৰিয়ে ইমান বছৰ ধৰি তেওঁ মোৰ বিৰোধিতা কৰি আহিছে যে এতিয়া তেওঁৰ অবিহনে মোৰ বেয়া লাগিছে।

চল্লিছ বছৰ ধৰি সাহিত্যকৰ্ম বিষয়ক অত্যাচাৰ খুব বেচি দেখা নাযায়। এই মানুহজনে কৰলৈ গলে নিজৰ ছাঁৰ লগতে অকলসৰে যুদ্ধ কৰাৰ কথা ভাবি মই এটা বিশেষ আনন্দ পাওঁ—কাৰণ দ্বিতীয় পক্ষ হিচাপে মই কেতিয়াও তেওঁৰ আক্ৰমণৰ উত্তৰ দিয়া নাছিলো।

সেই এজন সম্পাদকৰে ( সদায় তেওঁৰে আছিল ) ২৫ খন আলোচনী প্ৰকাশ হৈছিল। উদ্দেশ্য আছিল একেটাই—মোক লেখক হিচাপে ধ্বংস কৰা। মোৰ সকলো ৰকমৰ পাপকামত অভিযুক্ত কৰি বিশ্বাসঘাতকতাৰ, কাৰণ অন্তঃসাৰশূন্যতাৰ, ৰাজহুৱা আৰু নিজা গুপুত পাপ কামৰ, অইনত লিখা কবিতা চুৰ কৰাৰ, নাগ্ৰুত নাভূত যৌন বিকৃতিৰ—সকলো বিষয়েই মোক অভিযুক্ত কৰা হৈছিল। বহুত পুস্তিকা ছপাই ডাক বিলোৱা হৈছিল। খবৰৰ কাগজত ওলোৱা প্ৰবন্ধবোৰ মাজে মাজে খুহুতীয়া আছিল—আৰু একেবাৰে শেষত 'নেৰুডা আৰু মই' বোলা মোটা কিতাপ এখন আক্ৰমণ আৰু অপমানৰে ভৰাই লিখিছিল।

মোৰ বিপক্ষজন বয়সত মোতকৈ বহুত ডাঙৰ এজন চিলিৰ কবি আছিল। গোড়া সংস্কাৰপন্থী আৰু গণ্ডপী এই মানুহজন আচলতে বেচি ভজভজীয়া আৰু অহংকাৰী। আমেৰিকাত এওঁৰ লেখিয়া গোড়া মইমতীয়া লেখকৰ সংখ্যা সৰহ। তেওঁলোকৰ আত্মতুষ্টি আৰু খং বহুতে ৰকমে প্ৰকাশ হৈ পৰে, কিন্তু এনে মানুহৰ চৰিত্ৰ বৰ দুখলগাকৈ সকলোৱে কাৰত স্পষ্ট।

গোলাৰ্ধৰ দুখীয়া অংশত, বেয়া বতৰত আট্টিক কবিবোৰে ফটাছিটা কাপোৰ পিন্ধি লঘোণত থাকি প্ৰেছত ওলোৱা কিবা চৰ্কাৰী সহায়ৰ খবৰ বিচাৰি ফুৰোতে মদাহী মানুহৰ বমি দেওঁদি পাৰ হবলগীয়াত পৰিছিলো। সেই নিচলা পৰিবেশত ই অদ্ভুত কথা যে সাহিত্যই গুণ্ডাবদমাছৰ জীৱনৰ পৰস্তজীৱিবোৰৰ পৰা জন্ম দিছিল কাজিয়াখোৰ মানুহক। ঘোৰ নাস্তিকতা, এটা কপট নীতিসীয় বিশ্ব নিন্দুক বিষণ্নতাই আমাৰ বহুত কবিক অপৰাধীৰ মুখা পিন্ধাই লুকাই থাকিব লগা কৰিছিল। বেচ কেইজনমানে জীৱনৰ এই চুটি বাটেদি গৈ অপৰাধ আৰু আত্মহননত জীৱন শেষ কৰিছিল।

কিম্বদন্তীৰ লেখিয়া মোৰ বিপক্ষজনে সেই অৱস্থা পাইছিলগৈ। প্ৰথমে তেওঁ মোক ফুচুলাই ধৰ্মচ্যুত কৰিব খুজিছিল, কৌশল কৰি মোক তেওঁৰ ফান্দত পেলাব খুজিছিল কিন্তু মোৰ পেটি-বুৰ্জোৱা গাঁৱলীয়া জীৱনৰ বিশ্বাসে এই বোৰ কটাই উঠিব পাৰিছিল। এনেবোৰ অন্যায় কৰিবলৈ মোৰ সাহ নাছিল, তাৰ উপৰি সুবিধাবাদীক মই ঘিণ কৰিছিলো। অইনহাতে আমাৰ নায়কজনে যিকোনো অৱস্থাৰ সুযোগ লোৱাত দক্ষ আছিল। লেঠৈৰি নিচিঙা প্ৰহসনত তেওঁ দিন নিয়াইছিল, আৰু তেনেকৈ নিজক ঠগাইছিল। ব্যৱসায় আৰু আত্মৰক্ষাত তেওঁৰ ভূমিকা আছিল দগাবাজ গুণ্ডাৰ দৰে।

এইবাৰ মানুহজনৰ চিনাকি দিয়াৰ সময় হৈছে তেওঁৰ নাম জো ৱো। বল আৰু লোমশ দেহাৰ এই মানুহজনে তেওঁৰ বাকপটুতাৰে সকলোকে মুগ্ধ কৰিব খুজিছিল। এসময়ত মই তেতিয়া মাত্ৰ ১৮-১৯ বছৰ বয়সীয়া। তেওঁ প্ৰস্তাৱ কৰিছিল যে আমি দুইয়ো মিলি এখন সাহিত্য-বিষয়ক পৰ্য্যালোচনা প্ৰকাশ কৰো—এই কিতাপখনত দুটা ভাগ থাকিব—এভাগত তেওঁ গদ্য আৰু পদ্যত নানাভাৱে ঘোষণা কৰিব যে মই এজন শক্তিশালী চোকা কবি, আৰু অইন ভাগত মইও তেনেকৈ তেওঁৰ বুদ্ধি আৰু অশেষ প্ৰতিভাৰ বিষয়ে দশোদিশে প্ৰচাৰ কৰিম। তেনে কৰিলে সকলো ভালদৰে চলিব।

মই তেতিয়া বয়সত সৰু আছিলো, কিন্তু এই কামটো কিবা এটা জটলগা হব বুলি গম ধৰিব পাৰিছিলো, তথাপি তেওঁক নিৰস্ত কৰিবলৈ মোৰ বহুত সময় আৰু পৰিশ্ৰম লাগিছিল। এনে পৰ্য্যালোচনা প্ৰকাশ কৰাত তেওঁৰ অসাধাৰণ দক্ষতা আছিল, আৰু পুস্তিকা ছপাবলৈ পইচা যোগাৰ কৰাত তেওঁক অসামান্য পাৰ্গতালি দেখি মই আচৰিত জানিছিলো।

নিজান, এদতিয়া ঠাইবোৰত কেনেকৈ কামত আগবাঢ়িব তেওঁ আগতেই

পাণ্ডি লৈছিল। আগতে এখন দীঘল ফৰ্দ কৰি তাত ডাক্তৰ, উকীল, ডেণ্টিষ্ট, কৃষি বিজ্ঞানী, অধ্যাপক, ইঞ্জিনীয়াৰ আদি সাধাৰণে চিনাজনা কিছুমান মুখিয়াল মানুহৰ নাম সুমুৱাই লৈছিল। প্ৰকাণ্ড কিতাপ-সমগ্ৰ পৰ্য্যালোচনা, সাহিত্য সমগ্ৰ, পৌৰাণিক আৰু গীতিধৰ্মী পুস্তিকাৰ সমাৰোহ সজ্জিত হৈ আমাৰ নায়কে বিশ্বজনীন সংস্কৃতিৰ বাহক হৈ দৃশ্যপটত প্ৰবেশ কৰিছিল। তেওঁ লগ ধৰিবলৈ যোৱা নিমাখিত মানুহ গৰাকীৰ এই সকলো-বোৰ দেখুৱাই তেওঁ যেন সৈমান হৈ মানুহ গৰাকীৰ পৰা নিচেই অকমান বৰঙণি খুজিব। তেওঁৰ কথাৰ সোঁতত পৰি গৈ খোৱাবোৱা মানুহজনে নিজকে এটি নিকৃষ্ট জীৱ বুলি ভাবি লব। সাধাৰণতে জোৰে টকাখিনি জেপত ভৰাইয়ে গুচি যায়, আৰু এৰি থৈ যোৱা এই নগণ্য কীটটোৱে বিশ্ব-জনীন সংস্কৃতিৰ হেচাঁত হতভম্ব হৈ মুখ মেলি থাকে।

আকৌ কেতিয়াবা জো ৰো-ই নিজকে খেতি পথাৰৰ প্ৰচাৰ মাধ্যমৰ ওস্তাদ বুলি নিজে চিনাকি দিয়ে, আৰু আমাৰ দেশৰ দক্ষিণ অঞ্চলৰ খেতিয়ক সকলকে তেওঁলোকৰ নিজৰ আৰু লগতে গৰু মহৰ ফটো তুলি, তেওঁলোকৰ মাটিবাৰীৰ বিষয়ে মনমোহা সুন্দৰ কিতাপ লিখি দিবলৈ গাত লয়। মানুহবোৰক দেখুৱাই তেওঁ কিতাপ লিখাৰ যো-জা কৰিছিল। অশ্বাৰোহীয়ে পিন্ধা দুঠেঙীয়া, আৰু দমকল সৈনিকৰ বুটজোতা পিন্ধি, সুন্দৰ বিদেশী মাফলাৰ ডিঙিত মেৰিয়াই লৈ তেওঁ আহি ওলাইছিল। মানুহবোৰক প্ৰথমতে তোষামোদ কৰি আৰু পিছত তেওঁলোকৰ বিষয়ে বেয়া কথা কিতাপত লিখি দিব বুলি ভয় দেখুৱাই পামখন এৰিবৰ সময়ত তেওঁ বহু টকাৰ মালিক হৈছিল। মাটিৰ গৰাকীসকল কৃপণ আৰু বাস্তৱ অৱস্থা বুজি পোৱা মানুহ আছিল বাবে তেওঁৰ হাত সাৰিবলৈ টকা দিওঁতে বহুত দৰ দাম কৰিছিল।

নীট্‌সীয় দাৰ্শনিক আৰু বাধ্যত পৰি হোৱা লৈকে জো ৰো-ৰ অসাধাৰণ গুণবোৰৰ ভিতৰত লেখত লবলগীয়া আছিল তেওঁৰ বৌদ্ধিক আৰু দৈহিক গুণ্ডামি। চিলিৰ সাহিত্য জীৱনত তেওঁ ওস্তাদ গুণ্ডা আছিল। বহু বছৰ ধৰি কেইজন বেচেৰা মানুহে তেওঁক ৰাজসভাত বজাৰ দৰে বেৰি ধৰি আছিল। কিন্তু জীৱনৰ ধৰ্মই এনে যে এইবোৰ সুবিধাবাদী মানুহৰ ওফোন্দা পেটৰ পৰা বতাহখিনি উলিয়াই পেলাবই।

মোৰ হিংসাকুৰীয়া শত্ৰুজনৰ কৰুণ পৰিণতি হৈছিল—বুঢ়াবয়সত তেওঁ আত্মঘাতী হৈছিল। মই এই স্মৃতিকথাবোৰ কাগজত লিখিবলৈ লোৱাৰ

আগতে বহুত সময় ধৰি গুণাগথা কৰিছো। আৰু অৱশেষত কথাবোৰ লিখিবলৈ ললো কাৰণ এতিয়া ইয়াতে এইবোৰ লিখাৰ ঠিক সময় আৰু ঠাই বুলি ধৰিলো। স্পেনভাষী দেশবোৰৰ পৰ্বত প্ৰমাণ ঘৃণা গোট খাই আছে। ই লেখকৰ সকল কামৰ ক্ষতি কৰে—হিংসাৰ উদ্ৰেক কৰে। এনেকুৱা ক্ষতি-কাৰক পাপক শেষ কৰাৰ একমাত্ৰ ৰাস্তা হল সকলোকে দেখুৱাকৈ বাইজৰ মাজত ইয়াৰ প্ৰচাৰ কৰা।

উৰুগুয়েৰ এজন সন্দেহজনক চৰিত্ৰৰ মানুহে মোক আৰু মোৰ ৰাজনৈতিক সাহিত্যিক জীৱন অস্থিৰ কৰি তুলিছিল। তেওঁৰ উপাধিটো ফৰাছী দেশীয় কিবা বিবেইৰো নে কি। তেওঁৰ কামবোৰো বলিয়ালি আৰু নিষ্ঠুৰতা-ভৰা। এওঁ স্পেনীয় ভাষাত মোক কাটিকুটি পুস্তিকা ছপাইছে। আচৰিত কথা এইটোৱে যে তেওঁৰ নেৰুডা-বিৰোধী কাম কাজবোৰ যে অকল কাগজৰ পৃষ্ঠাত ছপা হৈ হেঁচি ঠেলি ওলায় সি নহয়—কাগজৰ দাম অৱশ্যে তেওঁ নিজৰ জেপৰ পৰাই দিয়ে—তেওঁ মোক ধ্বংস কৰিবৰ উদ্দেশ্য লৈ বহুত পইচা খৰচ কৰি দূৰৰ দেশলৈকো যায়।

অক্সফোৰ্ড ইউনিভাৰ্ছিটীয়ে মোক ডক্তৰেট ডিগ্ৰী দিব বুলি ঘোষণা কৰাত এই অদ্ভুত চৰিত্ৰৰ মানুহজন গৈ অক্সফোৰ্ড পালেগৈ। উৰুগুয়েৰ পদ্যলেখক জনে মোৰ সাহিত্য-বিষয়ক খ্যাতি ফালি টুকৰাটুকুৰি কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হৈ মোৰ বিষয়ে অদ্ভুত অদ্ভুত দোষত মোক অভিযুক্ত কৰিলে। সাম্মানিক উপাধিটো পোৱাৰ পিছত মই তেতিয়াও তেজৰঙা গাউনটো খোলাই নাছিলো—তেতিয়াই নীতি অনুসৰি খোৱা পোৰ্ট মদৰ গিলাছৰ লগতে অক্সফোৰ্ডৰ পণ্ডিতসকলে যেন আনন্দত উত্‍ফুল হৈ মোক তেওঁৰ অভিযোগবোৰ শুনালে।

ইয়াতকৈ অপতিয়ন আৰু মৰ সাহসী ঘটনাটো ঘটিছিল যেতিয়া এই মানুহজনে ১৯৬৩ চনত ষ্টকহোমলৈ গৈছিল। মই নোবেল প্ৰাইজ পাব পাৰো বুলি এটা গুজৱ ৰটনা হৈছিল। হয়, এই মানুহজনে গৈ অকাডেমীৰ সভ্যসকলৰ লগত দেখা কৰিলে, প্ৰেছক সাক্ষাতকাৰ দিলে এনেকি ৰেডিঅ বিবৃতি দিলে যে ট্ৰটস্কিৰ হত্যাকাৰীবোৰৰ মই এজন। মোক প্ৰাইজটোৰ অযোগ্য বুলি প্ৰমাণ কৰিবলৈ যেওঁ এনেকৈ ককালত টঙালি বান্ধিলে।

সময়ে প্ৰমাণ কৰিছে যে মানুহজনৰ সদায় মন্দ ভাগ্য আছিল—অক্সফোৰ্ড আৰু ষ্টকহোম দুইয়ো ঠাইতে তেওঁ পইচাও হেৰুৱালে, যুদ্ধতো হাৰিল।

## সমালোচনা আৰু আত্ম-সমালোচনা

মোৰ যে কেইজনমান ভাল সমালোচক আছিল সেই বিষয়ে কোনো সন্দেহ নাই। সাহিত্যিক মহলৰ ভোজত মোৰ বিষয়ে ভাল কথা কোৱা শুভাকাংক্ষী সকলৰ কথা মই কোৱা নাই—আৰু অনিচ্ছাকৃতভাৱে মোক অপমান কৰি কথা-কোৱা সকলৰ বিষয়েও কোৱা নাই।

মই অইন মানুহসকলৰ কথা কৈছো। মোৰ কাব্যৰ বিষয়ে লিখা কিতাপ-বোৰৰ ভিতৰত—উৎসাহী যুৱক সমালোচক সকলৰ লিখা কিতাপৰ বাহিৰে—বাছিয়ান লেখক লেভ অস্পোভাটকৰ কিতাপখনক শ্ৰেষ্ঠ বুলি ভাবো। এই ডেকা লেখক জনে ইমান কষ্ট কৰিছিল যে এইবাৰেই তেওঁ স্পেনীয় ভাষা শিকি লৈছিল। তেওঁ মোৰ কাব্যক ভাব আৰু ভাষাৰ অতীত আৰু অৰ্থবহ কৰি তুলিব খুজিছিল। ভবিষ্যতৰ পথভূমিক বিচাৰ কৰি উত্তৰ গোলাৰ্ধৰ তেওঁৰ দেশক জ্ঞানৰ পোহৰত উজলাইছিল।

এমিৰ ৰোডৰিগেজ মোনিগাল এজন প্ৰথম শাৰীৰ সমালোচক—মোৰ কবিতাৰ বিষয়ে তেওঁ 'গতিহীন বাটৰুৱা' নামে এখন কিতাপ প্ৰকাশ কৰিছিল। চকুৰ পচাৰতে মানুহে বুজি পায় যে এই মানুহজন কাৰো ধামাধৰা মানুহ নহয়। তেওঁ তৎক্ষণাত বুজিছিল যে মই মোৰ ঘৰৰ পৰা এখোজও নোলোৱাকৈ বা নিজৰ দেশ নেৰাকৈ, বা এনেকৈ নিজৰ ব্যক্তিত্ব বিসৰ্জন নিদিয়াকৈ ঘূৰি ফুৰিব খোজো। মোৰ প্ৰিয় এখন অপৰূপ ৰহস্য উপন্যাস মুনষ্টোনত এখন ছবি আছে। এজন বয়সীয়া ইংৰাজ ভদ্ৰলোকে গাত কম্বল মেৰিয়াই, গধুৰ ফ্ৰককোট বা তেনে কিবা এটা পিন্ধি, এখন হাতত কিতাপ এখন লৈ, অইনখন হাতত পাইপ লৈ তেওঁৰ জুইশালৰ সমুখত বহি আছে। দুটা কুকুৰে তেওঁৰ ভৰিৰ কাষত উম লৈ কলমতিয়াই আছে। মইও তেনেকৈয়ে সাগৰৰ পাৰত মোৰ ঘৰত জুইশালৰ কাষত উম লৈ, পাৰলৈ টান কিতাপ পঢ়ি, পাইপ হুপি চিৰকাল কটাব খোজো।

আমাডো আলান্সোৰ কিতাপ পাবলো নেৰুডাৰ কবিতা আৰু ষ্টাইল-ক বহুতে খুব মূল্যবান কিতাপ বুলি ভাবে। তেওঁৰ উগ্ৰ মতবাদৰ, তাঁৰ ভিতৰত শব্দ আৰু অথবা বাস্তৱতাৰ মাজত বিভিন্ন স্তৰপৰ অনুসন্ধানৰ পৰা বহুত মনোগ্ৰাহী কথা জনায়। তাৰ উপৰি কবলৈ গলে আলান্সোৰ কিতাপখনেই

আমাৰ সাহিত্যত সম-সাময়িক কবিৰ কাম লৈ প্ৰথম গভীৰ চিন্তাভাৱনাক সন্নিপাত কৰিছে। সেইবাবে মই নিজকে খুব সন্মানিত বুলি ভাবো।

মোৰ কবিতাৰ অধ্যয়ন আৰু ব্যাখ্যা বুজিবলৈ বহুত সমালোচকে—তেওঁলোকৰ ভিতৰত আমাডো আলেন্সো নিজেও একজন—মোৰ কাষলৈ আহিছিল। প্ৰশ্ন সুধি মোক ঠেকত পেলাই মোৰ কবিতাৰ এটা স্পষ্ট ব্যাখ্যা কৰিছিল—কিন্তু সেই সময়ত মই তেওঁৰ বহুত কথা বুজি পোৱা নাছিলো।

কোনো কোনোৱে মোক পৰাবাস্তৱ কবি বুলি ভাবে—অইন কোনোবাই আকৌ বাস্তৱবাদী কবি বুলি কয়, কোনোবাই আকৌ মোক কবি বুলিয়েই নাভাবে। তেওঁলোক সকলোৱে অলপ অলপ সঁচা—আৰু অলপ ভুল। "ৰেছিডেঞ্চিয়া এন লা টিয়েৰা" আৰু "টেণ্টেটিভা ডেল হুম্বাৰ ইনফিনিটো" পৰাবাস্তৱ যুগৰ ৰমৰমা দিনত লিখা বা লিখিবলৈ আৰম্ভ কৰা হৈছিল। কিন্তু আমি সকলো সময়তে তাৰিখক বিশ্বাস কৰিব নোৱাৰো। জগতৰ আকাশে বতাহে কবিতাৰ ৰেণু, পৰাগৰেণুৰ দৰে পাতল, আৰু সীহৰ দৰে কঠিন, উৰি ফুৰিছে। আৰু তাৰ ফলত গুটিবোৰ, ধানৰ পথাৰৰ আলিত, নহলে মানুহৰ মগজত সিঁচৰিত হৈ পৰে—সকলোতে হয় নব বসন্ত, নহলে যুদ্ধৰ পৰিবেশ সৃষ্টি হয়—হয় ফুলফল নহলে কিবা ক্ষেপণাস্ত্ৰ সজা হয়।

বাস্তৱবাদীতাৰ বিষয়ে মোৰ নিজৰ স্বাৰ্থতে মই কব লাগিব যে বাস্তৱবাদীতাক মই ঘিণ কৰো। তাৰ উপৰি কাব্য পৰাবাস্তৱ বা বাস্তৱ হব নালাগে, যদিও ই বাস্তৱতা-বিৰোধী হব পাৰে। ই যৌক্তিক বা অযৌক্তিক ভাৱেই বাস্তৱ-বিৰোধী—তাৰ মানে কাব্যৰ সকলো গুণ লৈয়ে।

মই কবিতা ভাল পাওঁ—কাব্যৰ সাৰবস্তুৰ ৰস, সাহিত্যকৰ্মৰ আৱশ্যক প্ৰাচুৰ্য, মই এইবোৰ সকলো ভাল পাওঁ, এনেকৈ কিতাপৰ পিছফালও মোৰ প্ৰিয়—কিন্তু কোনো মাৰ্কামাৰা তত্ত্ববাদীৰ অভিমত যে মই এইবোৰ ভাল নাপাওঁ, জীৱনৰ সবল ধাৰাৰ দৰে কোনো বিশেষ মতবাদ নথকা আৰু শ্ৰেণী বিভেদত বিভক্ত নোহোৱা কিতাপহে মই বিচাৰো।

ওৱাল্ট হুইটমেন আৰু মায়াকোভস্কিৰনণ্ট নায়ক ক নিঃসন্দেহে মই পছন্দ কৰো—অৰ্থাৎ এনেসকলে লেখকৰ কিতাপত বিবোৰ নায়কক কোনো ধৰা বন্ধা ফৰ্মুলাৰ ভিতৰত বন্দী কৰি ৰখা নাই—দুখকষ্টৰ ভিতৰেদি আমাৰ দৈহিক জীৱনৰ লগত তেওঁক সাঙুৰি লৈ তাক ভাতপানী আৰু জীৱনৰ সপোনবোৰক লগতীয়া কৰি লৈছে—তেওঁলোকৰ কিতাপেই মোৰ প্ৰিয়।

সমাজবাদী সমাজে গতিব যুগব কাল্পনিক ভাবনাক সংৰত কৰিব লাগিব। এই সমাজত বিজ্ঞাপনৰ প্ৰচাবপত্ৰক বস্তু খিনিতকৈ বেচি দাম দিয়া হয়, সাৰ বস্তুক আওকান কৰা হয়। কিন্তু এজন লেখকৰ গভীৰ বাসনা হল ভাল কিতাপ লিখা। উত্তৰ আমেৰিকাৰ মানুহ ওৱাল্ট হুইটমেন আৰু ছোভিয়েতৰ মায়াকোভস্কিৰ গৃহযুদ্ধৰ অশান্ত ৰণক্ষেত্ৰত দেখা নিশ্চিন্ত নায়কৰ বাবে মোৰ অন্তৰৰ দুৱাৰ খোলা, কিন্তু বিষন্ন সাজত সজা লোটাৰমটৰ নায়ক, লা বগুৰ্ব হুমুনিয়াহ পেলোৱা নাইট, আৰু বোৰ্ডলেয়াৰৰ অস্থিৰ নায়কৰ বাবে মোৰ অন্তৰত ঠাই আছে। সৃষ্টিৰ এই পুণ্যফল বেলেগাই ৰখাত সাৱধান হবা — কাৰণ আমি তেনেকৈ আমাৰ অন্তৰ উদগাৰি পাৰো। আমাৰ জীৱনৰ ওৰ তেনেকৈয়ে পৰিব পাৰে। সাৱধান! আমি কবিৰ কাৰত দাবী জনাব পাৰো যে তেওঁ আহি ৰাস্তাত ৰাইজৰ লগত যুদ্ধত ভাগীদাৰ হওক, পোহৰ আৰু এন্ধাৰৰ দিনবোৰত লগৰীয়া হওক।

সম্ভৱতঃ গোটেই পৃথিবীৰ বুৰঞ্জীতে কবিৰ সদায় সেইটোৱে নিৰ্দিষ্ট বাধ্যবাধকতা। ৰাজবাটলৈ ওলাই গৈ ইটো সিটো সংগ্ৰামৰ ভাগ লবলৈ যোৱাটোতেই কাব্যৰ সম্মান বাঢ়িছিল। মানুহে বিদ্ৰোহী আখ্যা দিলেও কবিয়ে ভয় খাই পলাই নাহিছিল। কাব্য মানেই বিদ্ৰোহ, ধ্বংসকাৰী বুলি কলেও কবিৰ ঠেহ নালাগে। সকলো মতবাদ চেৰ পেলাই জীৱনে আত্মাক নিতৌ নতুন গুণত বিভূষিত কৰে। বীজে যতে ততে শাহ মেলে। মনৰ সকলো ভাৱনাই ফলে ফুলে বিকশিত হৈ সুন্দৰ শোভাময়। নিতৌ নতুন দিনকালৰ বিৰাট পৰিবৰ্তনৰ বাবে ৰখি থাকো। নিয়ম শৃঙ্খলাৰ সলনি আমি থকুৱাৰ দৰে সোপাসোপে গিলি খাব খোঁজো। বসন্ত সদায় বিদ্ৰোহী।

মোৰ যিখিনি আছিল মই চব দি দিলো। মোৰ কবিতাক মই মানুহৰ মাজলৈ পঠিয়াই দিলো কেতিয়াবা সেইবাবে আঘাত পাই মোৰ তেজ ওলাইছে, আৰু যাতনা ভোগ কৰিছো, কেতিয়াবা আকৌ যশস্যাৰ মুখ দেখি জীৱন যাপন কৰি শলাগ লৈছো। কেতিয়াবা ইটো সিটো বিষয় লৈ মানুহে মোক ভুল বুজিছে আৰু তাকো একেবাৰে বেয়া লগা নাই।

একোৱেডৰৰ এজন সমালোচকে কৈছে যে মোৰ কিতাপ "লা উভাছ ই এল ভিয়েশ্টো-ত ছপৃষ্ঠাৰ বেচি আচল কবিতা নাই। এই মানুহজনে মোক কিতাপখন ৰাজনৈতিক বিষয়ৰ কিতাপ বুলি ভালমনেৰে পঢ়া নাছিল। কোনো

কোনোবা অতি ৰাজনৈতিক সমালোচকে মোৰ "ৰেছিডেন্সিয়া এন লা টিয়েৰা" কিতাপখন পঢ়িবলৈ ভাল নাপাইছিল কাৰণ তেওঁলোকৰ মতে এই কিতাপখন বেচি অন্তৰ্মুখী আৰু বিষাদপূৰ্ণ। এনেকৈ জুৱান মেৰিনেল্লোৰ দৰে প্ৰখ্যাত লেখকেও নৈতিক কাৰণে ইয়াক দোষী বুলি আগতে কৈছিল। মোৰ মনেৰে দুইয়ো দলেই একে ভুল কৰিছে আৰু তাৰ গুৰিত একেই কাৰণ।

মইও মাজে সময়ে 'ৰেছিডেন্সিয়া এন লা টিয়েৰাৰ' বিষয়ে কটু কথা কৈছো —কিন্তু তাকে কৰোতে মই ইয়াৰ কাব্যধৰ্মীতাৰ কথা ভবা নাছিলো ইয়াৰ কঠোৰ নৈৰাশ্যবাদী সুৰটোৰ কথাহে কৈছো। কেইবছৰ মান আগতে হোৱা ছান্তিয়াগোৰ এটা ঘটনাৰ কথায় মই পাহৰিব পৰা নাই। এটি লৰাই এজোপা গছৰ গুৰিত আত্মঘাতী হৈছিল - তেওঁৰ কাষতে মোৰ এই কিতাপখনৰ এটা কবিতা "ইয়াৰ মানে ছাঁ" লেখা পাতখিলা খোলা হৈ আছিল।

"ৰেছিডেন্সিয়া এন লা টিয়েৰা" কিতাপখন এন্ধাৰ আৰু বেজাৰত ভৰা হলেও মোৰ কিতাপবোৰৰ ভিতৰত ইয়াক এখন লেখত লবলগীয়া কিতাপ বুলি মোৰ ধাৰণা। আৰু "লাছ উভাছ ই এল ভিয়েন্টো" হল বহল ঠাই আৰু অসীম অনন্ত পোহৰেৰে ভৰা কিতাপ—মোৰ কাব্য জগতত ইয়াকো অকমাণি ঠাই দিয়া উচিত। এইবোৰ কওঁতে মই জানো পৰস্পৰ-বিৰোধী কথা কোৱা নাইনে?

সঁচাকৈয়ে "লাছ উভাছ ই এল ভিয়েটো" খনৰ প্ৰতি মোৰ মনত এডুখৰি কোমল ঠাই আছে কাৰণ বোধহয় মোৰ সকলো কিতাপৰ ভিতৰত এইখনেই বুজিবলৈ টান কিতাপ, অথবা ইয়াৰ পৃষ্ঠাবোৰতে মই প্ৰথমতে পৃথিবীত মোৰ ভ্ৰমণ আৰম্ভ কৰিছিলো। ই বাটপথৰ ধূলি বোকাসনা আৰু নৈৰ পানীত তিওৱা। ই প্ৰাণীকুল, চিৰ প্ৰবাহমান কাল, সমুদ্ৰৰ সিপাৰৰ মই নিচিনা নজনা দেশ বিদেশৰ কথাৰে ভৰা, পিছতহে বহুত ভ্ৰমণৰ পিছত মই এইবোৰ ঠাই আবিষ্কাৰ কৰিলো। মই আকৌ এবাৰ কওঁ যে মোৰ সকলোতকৈ ভাল-পোৱা কিতাপ এইখন।

মোৰ কিতাপবোৰৰ ভিতৰত "এষ্ট্ৰাভাগাৰিও" খনেই যে সকলোতকৈ বেচি গীতিধৰ্মী সি নহয়, ইয়াৰ ভাবনাৰ কথাও বেচি ওখলৈ বিয়পা। ইয়াৰ ওখমানৰ কবিতাবোৰে ভেদাভেদ, সন্মান, পাৰম্পৰিক আত্মতুষ্টি, প্ৰচলিত ৰীতিনীতি আৰু বাধ্যবাধকতাক চেৰ পেলাই শ্ৰদ্ধেয় অশ্ৰদ্ধাক আহ্বান কৰে। ইয়াৰ মূলকথা অসন্মানৰ বাবে ই মোৰ সকলোতকৈ নিজা কিতাপ। ইয়াৰ বিস্তাৰও

বেচি বাবে ই সকলোতকৈ প্ৰধান মোৰ নিজৰ ৰুচি অনুসৰি ই এখন ভয়ানক কিতাপ, সত্যৰ নিমখীয়া সোৱাদৰে ভৰা।

"অ'ডাছ এলিমেণ্টালিছ বোলা" কিতাপখনত মই একেবাৰে পোনৰ পৰা কবিতাক আদিম অৱস্থাৰ পৰা, জন্মৰ পৰা আৰম্ভ কৰিম বুলি থিৰাং কৰিছিলো। বহুত কথা—যিবোৰ বাবে বাবে কোৱা হৈছে, আৰু যি গান বাবে বাবে গোৱা হৈছে সেইবোৰ বৰ্ণনা কৰিবৰ ইচ্ছা কৰিছিলো। সৰু লৰা এটিয়ে কাঠ পেঞ্চিল চোবাই যেনেকৈ লিখিবলৈ আৰম্ভ কৰে, সূৰ্য, ব্ৰেকবোৰ্ড, ঘড়ি বা পৰিয়ালৰ বিষয়ে ৰচনা লিখি আৰম্ভ কৰাৰ দৰে। একোকেই মই বাদ দিব খোজা নাছিলো। খোঁজ কাঢ়ি ফুৰা, উৰা মৰা সকলোকে চুই চাব খুজিছিলো, যিমানে পাৰো স্পষ্টকৈ আৰু নতুনকৈ এইবোৰ প্ৰকাশ কৰিব খুঁজিছিলো।

উৰুগুয়েৰ এজন সমালোচকে এবাৰ চক খাই উঠিছিল কাৰণ মই শিলৰ টুকুৰা কেটামানক হাঁহৰ লগত তুলনা কৰিছিলো। তেওঁৰ মতে সৰু সৰু হাঁহ বা তেনে কোনো সৰুজাতৰ প্ৰাণী কবিতাৰ বিষয় হব নোৱাৰে। সাহিত্যৰ ৰুচিশীলতাৰ ইমানেই কটুৰা অৱস্থা হৈছে। সৃষ্টিশীল কলাকাৰক গহীন গম্ভীৰ বিষয়ে লিখিবলৈহে জোৰ কৰা হৈছে। কিন্তু তেওঁলোকে ভুল কৰিছে। সুৰুচিৰ ধ্বজা ধৰা সকলে নেওচা বিষয়বোৰ লৈও আমি কবিতা ৰচনা কৰিব পাৰো।

বুৰ্জোৱাৰ দাবী হল বাস্তৱৰ পৰা আচুতীয়া হৈ থকা বিষয়ে কাব্য— পুঁজিবাদৰ শেষৰ যুগত স্পষ্ট কথা কোৱা কবি সকলো বিপজ্জনক। কবিয়ে যদি নিজকে এজন সৰুসুৰা গোঁসাই বুলি ভাবে তেনেহলেই সুবিধা, যেনেকৈ ভাবিছিল ভিচেণ্ট হুইডোব্ৰোই। এই বিশ্বাস, এই থিতাপিলগা ভাৱনাই শাসককুলক বিচলিত নকৰে। কবিয়ে তেওঁৰ স্বৰ্গীয় নিজা ৰাজ্যত উম লয়, তেওঁক ভেটি দিয়াৰ, বা ধ্বংস কৰাৰ চেষ্টা দৰ্কাৰ নহয়। নিজৰ সৰগত বন্দী হৈ থাকিবলৈ মান্তি হৈয়েই তেওঁ নিজকে ভেটি খুৱায়। ইতিমধ্যে মাটিৰ পৃথিবীখনে তেওঁৰ বাটত, তেওঁৰ জকমকীয়া পোহৰত কঁপে।

আমাৰ লাটিন আমেৰিকাৰ দেশবোৰত লাখ লাখ নিৰক্ষৰ মানুহ বাস কৰে —সামন্তবাদৰ ফল বা উত্তৰাধিকাৰ হিছাপে এই সাংস্কৃতিক পিছপৰা এতিয়াও আছে। সত্তৰ লাখ নিৰক্ষৰ অধিবাসীৰ গথুৰ বোজা মূৰত লৈ আমি এই কথা

কব পাৰো যে এতিয়াও আমাৰ পাঠকগোষ্ঠীৰ জন্মই হোৱা নাই। আমাৰ উচিত এই গোষ্ঠীক ততাতৈয়াকৈ জন্ম দিয়া, যাতে আমাৰ দেশীয়, আৰু অইন দেশৰ কবিসকলৰ কবিতা পঢ়া হয়। আমেৰিকাৰ খোলা ভাণ্ড, অন্তৰৰ শাহৰ উজ্জ্বল পোহৰক বাহিৰলৈ টানি উলিয়াবই লাগিব।

সাহিত্যৰ সমালোচক সকলে মাজে মাজে সামন্তবাদী প্ৰচাৰকবোৰৰ মতবাদ প্ৰচাৰ কৰি সুখী হয়। উদাহৰণ ৰূপে কওঁ—১৯৬১ চনত মোৰ তিনিখন কিতাপ প্ৰকাশিত হয়—কেন্সিয়ন ডে জেস্তা, লাছ পিয়েদ্ৰাছ ডে চাইল, আৰু কান্টোছ ছেৰিমনিয়ালছ। মোৰ নিজৰ দেশৰ সমালোচক সকলে গোটেই বছৰটোতে সেই কিতাপবোৰৰ নামকে উল্লেখ নকৰিলে।

মোৰ কবিতা "আলটুৰাছ ডে মাচ্চু পিচ্ছু" যেতিয়া প্ৰথম প্ৰকাশিত হল, চিলিত কোনেও ইয়াৰ নাম লবলৈ সাহ কৰা নাছিল। ইয়াৰ প্ৰকাশকজনে চিলিৰ সকল্যোতকৈ মোটা পৃষ্ঠাৰ খবৰ কাগজ "এল মাৰকুৰিও" ৰ অফিছলৈ গল—এই কাগজখন প্ৰায় ১৫০ বছৰীয়া পুৰণা। তেওঁ গৈছিল কিতাপখন ছপা হোৱাৰ পিছত এখন জাননী দিবলৈ। খবৰৰ কাগজৰ মালিকে এই সৰ্ত্তত জাননী দিবলৈ মান্তি হল যে মোৰ নাম ইয়াৰ লগত নোলাব। নেইৰাই প্ৰতিবাদ জনালে—"কিন্তু নেৰুডাই তো লেখক।" তেওঁক কোৱা হল—"তাত একো নহয়।"

খবৰৰ কাগজত "আলটুৰাচ ডে মাচ্চু পিচ্চু" অনামী কবিতা হিচাবে জাননীত ওলাল। তেনেহলে এই কাগজখনৰ ১৫০ বছৰীয়া স্থায়ীত্বৰ দাম কি? ইমান বছৰেও ই সত্য বা প্ৰকৃত ঘটনা, বা কবিতাক সন্মান কৰিবলৈ শিকা নাই।

কেতিয়াবা কেতিয়াবা মোলৈ পোনোৱা অসাৰ উগ্ৰ কোপনতা শ্ৰেণী সংগ্ৰামৰ তিতা ভুৰুকি মাত্ৰ নহয়, ইয়াৰ অইন কাৰণো আছে। চল্লিছ বছৰতকৈ বেচি দিন মই কবিতা লিখিছো, আৰু মোৰ কামৰ বটা হিছাবে কেইবাটাও সাহিত্যিক পুৰস্কাৰ পাইছো, মোৰ কিতাপ বহুত আচহুৰা ভাষাত অনুদিত হৈ প্ৰকাশিত হৈছে। তথাপি হিংসাকুৰীয়া মানুহৰ পৰা খোচ নোখোৱাকৈ বা তৰোৱালৰ আগেদি খোচ নোখোৱাকৈ মোৰ এটা দিনও নাযায়। মোৰ ঘৰটোৰ কথাই ধৰক। ইছলা নেগ্ৰাত মই এই ঘৰটো কিনিলো—যেতিয়া ইয়াত বিজুলী শক্তি বা খোৱা পানীৰ দিহা নাছিল, কিতাপ লিখি ধন ঘটি এই নিজান ঠাই-ডোখৰ মই মেৰামত কৰাই, সজাই পৰাই ললো। মোৰ বহুত মৰমৰ কাঠৰ মূৰ্তি

কিনিলো। পুৰণা জাহাজৰ আগত বহুৰাই থোৱা এই মূৰ্তিবোৰে যেন দীৰ্ঘ ভ্ৰমণৰ পিছত মোৰ ঘৰলৈ আহি আশ্ৰয় আৰু জিৰণি পালেহি।

কিন্তু কিছুমান মানুহ আছে লেখক, সঙ্গীতজ্ঞ আৰু চিত্ৰশিল্পীয়ে পাব-লগীয়া, দেশে-বিদেশে জনাজাত তেওঁলোকৰ কামৰ ফল হিছাপে বৈষয়িক আৰাম পোৱাটো সহিব নোৱাৰে। প্ৰতিক্ৰিয়াশীল পুৰণি দিনকে আকোৱালি থকা ভাড়াটিয়া লেখকবোৰে গোটেক সম্মান জনাব লাগে বুলি আটাহ পাৰি আজিৰ কবিক বাঁচিবৰ অধিকাৰ দিবলৈ অস্বীকাৰ কৰে। উদাহৰণস্বৰূপে, মোৰ মটৰ গাড়ী থকা বাবে সিহঁত খঙত পগলা। সিহঁতৰ মতে গাড়ীৰ মালিক হব পাৰে মাত্ৰ কাৰবাৰী, দালাল, বেশ্যালয়ৰ মেনেজাৰ, সুদখোৰ দগাবাজবোৰহে।

সিহঁতৰ হিংসাত বেচি ইন্ধন জোগাবলৈ মই ইছলা নেগ্ৰাৰ ঘৰটো ৰাইজক দি যাম। কোনোবা দিনা ইয়াত ইউনিয়নৰ মিটিং বহিব, আৰু খনিৰ বনুৱা আৰু চহা-হজুৰাই অলপ জিৰণি লবলৈ আহিব পাৰিব। সেইটোৱে হব মোৰ কবিতাৰ প্ৰতিশোধ।

## এটা বছৰৰ আৰম্ভ

খবৰ কাগজৰ এজন মানুহে মোক সুধিলে, "এই বছৰৰ আৰম্ভণিত আপুনি জগতখন কেনে যেন দেখিছে?" মই উত্তৰ দিলো, "ঠিক এই মুহূৰ্তত জানুৱাৰী মাহৰ ৫ তাৰিখে পুৱা ৯-২০ মিনিটত গোটেই জগতখন মোৰ বাবে একেবাৰে গুলপীয়া আৰু নীলা যেন লাগিছে।"

ইয়াৰ কোনো সাহিত্যিক, ৰাজনৈতিক বা ব্যক্তিগত অৰ্থ নাই। ইয়াৰ মানে হল মোৰ খিড়িকীয়েদি প্ৰকাণ্ড এডবা গুলপীয়া ফুল—আৰু তাতোকৈ দূৰত নীলা প্ৰশান্ত মহাসাগৰ আৰু নীলা আকাশে যেন দুইয়ো দুইকো সাবটি ধৰা দেখিছো।

কিন্তু মই উপলব্ধি কৰো আৰু আমি জানো যে জগতৰ নিঃসৰ্গ দৃশ্যত অইন আৰু ৰং-ও আছে। ভিয়েতনামত অনাহকত ঢালি পেলোৱা তেজৰ ৰঙৰ কথা কোনে পাহৰিব পাৰে? নাপাম বোমাত ধূলিত পৰিণত হোৱা গাওঁবোৰৰ ৰং কোনে পাহৰিব?

সাংবাদিক জনৰ অইন এটা প্ৰশ্নৰ মই উত্তৰ দিলো—অইন বছৰবোৰৰ দৰে এই বছৰবোৰৰ ৩৬৫ দিনতো মই এখন নতুন কিতাপ প্ৰকাশ কৰিম। এই বিষয়ে মই নিশ্চিত। এই কিতাপখনক মই মনে মনে মৰম কৰো—আদৰ

সাদৰেৰে জীৱিক বিদাৰি চুওঁ, ইয়াৰ বিষয়টো মই মনে মনে ভাবি থৈছো, মই প্ৰতিদিনে ইয়াক লিখিছো।

"কিতাপখন কি বিষয়ে লিখা হব ?"

কিনো উত্তৰ দিম বাৰু ? মোৰ কিতাপবোৰতো সদায় একে বিষয়েই লিখা হয়। মই সদায় একেখনে কিতাপকে লিখো। আশাকৰো মোৰ বন্ধু-সকলে মোক ক্ষমা কৰিব ; কাৰণ এই নতুন দিনৰ নতুন বছৰতো তেওঁলোকক মোৰ কবিতা নতুনকৈ লিখা একেই নতুন কবিতাৰ বাহিৰে দিবলৈ একো নাই।

এতিয়াই মাত্ৰ শেষ হোৱা বছৰটোৱে আমাৰ পৃথিবীৰ সকলোৰে বাবে বিজয় বাতৰি আনিছে—মহাকাশ আৰু তাৰ যাত্ৰাপথত আমি বিজয়ী হৈছো। এই বছৰত সকলো মানুহেই উৰিব খুজিছিল। আমি সকলোৱে সপোনত মহাকাশচাৰীৰ দৰে উৰি ফুৰিছো। মহাকাশ বিজয়ৰ গৌৰব আমাৰ সকলোৰে উত্তৰ আমেৰিকা বা ছোভিয়েতৰ মানুহে প্ৰথমতে গৈ জোনৰ বুকুত ভৰি দিলে নে জোনত বহি প্ৰথমতে নতুন বছৰৰ আঙুৰৰ থোপা এটা খালে সেইটো ডাঙৰ কথা নহয়।

আমি কবি সকলেই এই আবিষ্কাৰৰ গৌৰৱ সৰহ খিনি পাব লাগে। জুল ভাৰ্ণে—যিজনে প্ৰথমতে মহাকাশত উড়ন্ত চকৰীৰ সপোনৰ কথা কিতাপত লিখিছিল তেওঁৰ পৰা আৰম্ভ কৰি জুল লাফৰ্গ, হাইনৰিষ হাইনে আৰু জোছ এছানছিয়ন ছিলভা লৈ—( বোডলেয়াৰ—যিজনে ইয়াৰ মোহিনী মায়াৰ কুফল আবিষ্কাৰ কৰিছিল—তেওঁকো নাপাহৰিব দেই ) এই শেতা গ্ৰহটোক তন্নতন্নকৈ বিচাৰি, গান গাই আৰু কিতাপত প্ৰকাশ কৰা হৈছিল—অইন সকলোৰে আগতে—আমি কবিসকলেই সেইটো কৰিছিলো।

বছৰবোৰ পাৰ হৈ যায়—ভাগৰত তোমালোকে লালকাল হোৱা, বাঢ়া, কষ্ট পোৱা আৰু জীৱনক উপভোগ কৰা। বছৰবোৰে তোমাৰ পৰা জীৱন কাঢ়ি লয়, অথবা তোমাৰ জীৱন ঘূৰাই দিয়ে। বিদায় আৰু ঘনে ঘনে হয়, বন্ধুবোৰে জেলত সোমায় আৰু ওলায়। তেওঁলোকে য়ুৰোপলৈ যায় বা তাৰ পৰা উভটি আহে, অহা বছৰতে তেওঁলোক শুকায়।

তোমালোকে থকা ঠাইৰ পৰা বহুত দূৰৰ দেশ। যি সকলে ঢুকায়—

তেওঁলোকৰ মৃত্যুটো সিমান বুলিব নোৱাৰি, তোমালোকৰ মনত তেওঁলোক জীয়াই থকা যেনেই লাগে। বন্ধুবোৰতকৈ বেচি দিন জীয়াই থকা কবিয়ে তেওঁৰ কাব্যত শোকৰ কবিতাৰ মালা গাথে। মই কিন্তু মোৰ বন্ধুসকলৰ বাবে শোকৰ কবিতা লিখা নাছিলো—কাৰণ মোৰ মনেৰে মৃত্যুৰ বাবে এনেকৈ শোক প্ৰকাশ কৰাটো যেন এটা নিয়মৰ দৰে হৈ পৰিছে। মৃত মানুহজন তোমাৰ খুব প্ৰিয় হলেও তেওঁলোকৰ নামৰ ফৰ্দ লিখোতাঁতো তুমি হব খোজা নাই। ১৯২৮ খৃষ্টাব্দত সিংহলত থাকোতে মই যেতিয়া ওছেণ্ডিয়া ডে জোৱাকুইন (জোৱাকুইনৰ অনুপস্থিতি) লিখিছিলো, মোৰ বন্ধু কবি জোৱাকুইন ছিফুৱেণ্টিছ ছেগাল ভেদা, আৰু তাৰ পিছত ১৯৩১ চনত বাৰ্ছিলোনাত যেতিয়া আলবাৰ্টো ৰোজছি গিমেনেজ ভিয়েন ভলাণ্ডো লিখিছিলো তেতিয়া মই ভাবিছিলো আৰু কোনো বন্ধুৱেই মোৰ আগতে নুঢ়ুকায়। কিন্তু বহুতেই ঢুকাল। ওচৰৰে আৰ্জেণ্টিনাৰ কৰডোটা পৰ্বতত মোৰ প্ৰিয়তম বন্ধু ৰোডল্‌ফ্‌ আৰাভোজ আলফাৰোই তেওঁৰ চিলিয়ান পত্নী মাৰ্গাৰিটা আগুইৰোক বিধৱা কৰি চিৰনিদ্ৰাত নিদ্ৰিত হৈ আছে।

এই মাত্ৰ যি বছৰটো শেষ হল, সেইটোত মোৰ অতি প্ৰিয় বন্ধু, সত্যৰ ৰক্ষক, অসত্যৰ যম, লেহুকা দেহীয়া ইলিয়া এৰেনবুৰ্গৰ মৃত্যুৰ বাতৰি বজ্ৰাহত ভাহি আহিছে। আৰু একেটা বছৰতে মস্কোত কবি ওভাডি চেভিছক কবৰ দিয়া হৈছে। এওঁ গেব্ৰিয়েলা মিষ্ট্ৰাল আৰু মোৰ কবিতা ৰাছিয়ান ভাষালৈ অনুবাদ কৰিছে। সেই অনুবাদ যে অকল যথাৰ্থ আৰু সৰ্বাঙ্গ সুন্দৰ হৈছে সেয়া নহয়, তেওঁৰ উজ্জ্বল প্ৰেমৰ চিন তাৰ প্ৰতি শাৰীত ফুটি ওলাইছে। সেই একে পথৰে পথিক হৈছে মোৰ ভাই কবি নাজিম হিকমত আৰু চেমিয়ন কিছোনেভ। আৰু বহুতো।

এন্ধাৰ বলিভিয়াত চে গুয়েভাৰাক কৰা চৰ্কাৰী হত্যাইও মোৰ মুৰত ৰাম টাঙোন মাৰিছে যেন লাগিছে। তেওঁৰ মৃত্যু ঘোষণা কৰা টেলিগ্ৰামখনে গোটেই জগততে শ্ৰদ্ধাৰ শীতল শিহৰণৰ কঁপনি তুলিছিল। তেওঁৰ সাহসী কৰুণ জীৱনৰ প্ৰতি শ্ৰদ্ধা জনাই লাখে লাখে শোক গীতি ৰচনা কৰা হল। গোটেই পৃথিবীত কবিতা নৈ সোঁতৰ দৰে বৈ আহিল। সেইবোৰৰ বহুতৰ নাম অৱশ্যে যথাৰ্থ ওখ নাছিল। কিউবাৰ এজন সাহিত্যিক সেনাপতিয়ে মোক এটা শোকগীত ৰচি দিবলৈ অনুৰোধ কৰিলে। মোৰ এই কবিতাটো এতিয়াও লেখা হৈ উঠা নাই। মোৰ বিশ্বাস যে এনে কবিতাই তাৎক্ষণিক প্ৰতিবাদৰ

বাহিৰেও দুঃখজনক ঘটনাৰ গভীৰ মৰ্মাৰ্থ প্ৰতিধ্বনিত কৰিব লাগে। কবিতাৰ-টিয়ে মোৰ মনত আৰু মোৰ তেজত পক নধৰালৈকে মই ইয়াক লালন কৰি যাম।

এই মহান গৰিলা নেতাজনে তেওঁৰ ডায়েৰীত মাত্ৰ এজন কবিৰ কবিতা উদ্ধৃত কৰিছে—সেই কবিজন মই এইবাবে অভিভূত। ছাৰ্জেন্ট বিটামাৰৰ আগতেই এবাৰ কোৱা মোৰ মনত পৰিছে যে চিয়েৰা মেষ্টাত তেওঁ প্ৰায়ে আগৰণুৱা সাহসী 'দাড়িৱালা গৰিলা বোলা জনক কবিতাটো পঢ়ি শুনাইছিল। মোৰ কবিতাক কালৰ কবিতা (বলিভিয়াৰ গান) বা এলাইন তেওঁৰ ডায়েৰীত তেওঁ লিখিও সাবধানবাণীৰ দৰে এই লাইনটোত লিখা আছিল 'সৰু মৃতদেহাটো সাহসী এজন কেপ্টেইনৰ দৰে'।

## নোবেল প্ৰাইজ

মোৰ নোবেল প্ৰাইজ পোৱাৰ অন্তৰালত দীঘল গল্প আছে। বহু বছৰ ধৰি মোৰ নাম এই প্ৰাইজৰ বাবে ৰখা হৈছিল—কিন্তু তাক কামত পৰিণত কৰা হোৱা নাছিল।

১৯৬৩ চনত কথাটো আকৌ গহীনকৈ গমিপিতি চোৱা হল। ৰেডিঅ'ত ঘোষণা শুনা গল যে ষ্টকহোমত মোৰ নামতেই বেচি ভোট পৰিছে আৰু বোধ হয় নোবেল প্ৰাইজ মইয়ে পাম। তেতিয়া মেটিলডে মই দুইয়ো আমাৰ গৃহস্থালিৰ তিনি নম্বৰ আঁচনিখন কামত লগালো। খোৱাবোৱাৰ দিহা আৰু লাল পানীৰ জোগাৰ কৰিলৈ ইছলা নেগ্ৰাৰ পুৰণি গেটটোত এটা প্ৰকাণ্ড তলা লগালো। লগতে মই চাইমেননৰ কেইখনমান ৰহস্য উপন্যাসও ললো—এই স্বেচ্ছাত অবৰোধ বেচিদিনীয়া হব বুলি মই সন্দেহ কৰিছিলো।

খবৰৰ কাগজৰ মানুহ আহি ততালিকে সেইখিনি পালেহি, কিন্তু আমাৰ পৰা তেওঁলোকে বাধা পালে। গেটত মৰা প্ৰকাণ্ড পিতলৰ তলাটো যেনেকুৱা দেখিবলৈ ধুনীয়া, তেনেকুৱাকৈ মজবুত—এই তলাৰ বাধা তেওঁলোকে পাৰ হৈ আহিব নোৱাৰিলে। বাহিৰৰ বেৰাখনৰ সিপিনে তেওঁলোকক বাঘৰ দৰে পায়চাৰি কৰা দেখা গল। তেওঁলোকে বাৰু কি কৰিব খুজিছিল? পৃথিবীৰ সিটো মূৰৰ চুইডিছ অকাডেমীৰ সভ্যসকলে কৰা আলোচনাৰ বিষয়ে বাৰু

মই কি কম ? তথাপিও সাংবাদিক সকলে শালগোম চেপি তেজ উলিয়াবৰ উদ্দেশ্যটো নুলুকালে।

দক্ষিণ প্ৰশান্ত মহাসাগৰৰ পাৰলৈ বসন্ত দেখিবকৈ আহিল। সেই নিজান দিনবোৰত দেখিবকৈ হলেও অহা সমুদ্ৰৰ কাষৰ নিজান উছৰৰ মাজত সজ্জিত বসন্তকালৰ লগত মোৰ চিনাকী হল। জহকালি এটোপাও বৰষুণ নপৰে। মাটিখিনি পলসুৱা, খহটা, শিলাময় এখিলাও সেউজীয়া পাত চকুত নপৰে। সমুদ্ৰৰ বতাহে জাৰকালি প্ৰকাণ্ড ঢৌত নিজৰ প্ৰতাপ, নিমখ আৰু ফেনফুটুকাৰ চিন থৈ যায়। প্ৰকৃতি যেন তেতিয়া কোনোবা অত্যাচাৰিতা কুঁৱৰীৰ দৰে লাগে —সেই প্ৰচণ্ড শক্তিবোৰৰ তেওঁ অত্যাচাৰৰ বলি।

বসন্ত হালধীয়া বৰণৰ সাজ-পাৰ পিন্ধি ওলায়হি। চাৰিওপিনে অসংখ্য অকণি অকণি হালধীয়া ফুলৰ সমাবোহ এই সৰু ফুলবোৰ বেচ টনকিয়াল পাহাৰৰ ওপৰত, শিলাখণ্ডক আৱৰি একেবাৰে সাগৰৰ পানীৰ কাষলৈ আগুৱাই যোৱা ফুলবোৰ সুন্দৰ। আমি দিনৌ অহাযোৱা কৰা বাটত সিহঁতক দেখি থমকি ৰব লাগে, যেন আমাক ফেৰ পাতি ধৰি কৈছে—এইয়া আমি ইয়াতে আছো। ফুলবোৰে ইমানদিন মানুহৰ চকুৰ আঁৰত কোনেও নেদেখাকৈ অদৃশ্য জীৱন-যাপন কৰিলে। ইমান দিনে শুকান মাটিত অলপ যত্ন নোপো-ৱাকৈ সিহঁতে আওহেলা সহিলে, আৰু এতিয়া প্ৰাচুৰ্যক ঠাই দিবলৈকে টান হৈ পৰিছে।

তাৰ পিছত লাহে লাহে অকণি অকণি শেতাফুলবোৰ ৰদৰ তাপত মৰহি যায়, ঘোৰ বেঙুনীয়া ৰঙৰ ফুলে তেতিয়া চাৰিওদিশ ঢাকি পেলায়। বসন্তই ক্ষণে ক্ষণে অন্তৰৰ ৰং বদলায়। প্ৰথমে হালধীয়াৰ পৰা নীলা আকৌ তাৰ পিছত ৰঙা। এই এখানি নামহীন ফুলবোৰে কেনেকৈ এটাৰ পিছত এটাকৈ ৰহণ সলায় বতাহে যেন দিনৌ এটাকৈ ৰং জাৰি জোকাৰি পেলাই দিয়ে আৰু তাৰ পিছদিনাই অইন এটা ৰং ছটিয়ায়। যেন বসন্তৰ পতাকাৰ ৰং সেই নিজান পাহাৰবোৰত সলনি হৈ গৈ থাকে যেন পৃথিবীৰ সকলো সাধাৰণতন্ত্ৰী দেশে পতাকা লৈ আহি সেই ঠাইত যোগ দিছেহি।

বছৰৰ এই সময়ত উপকূল ভাগত কেকটাছ গছত ফুল হয়। এই এলেকাৰ পৰা বহুত দূৰত, এণ্ডিজ পৰ্বতৰ কেকটাছ গছবোৰ দৈত্যৰ দৰে, গাৰি দিয়া কাইটিয়া গছবোৰে শাৰি শাৰি শত্ৰুপক্ষৰ সেনাৰ দৰে। কিন্তু উপকূলত এনেকুৱা কেকটাছ গছ সৰু সৰু, ঘুৰণীয়া। মই কোনো কোনো গছৰ মূৰত

কুৰিটাকৈ তেজৰঙা কলি ফুলি থকা দেখিছো—যেন কোনোবাই আহি সেই খিনিত তেজৰ টোপালহে থৈ গৈছে, কোনোবা খঙাল গোসানীৰ প্ৰতি নৈবেদ্য হে সজাই থৈছে। এই কলিবোৰ ফুলি উঠে। মহাসাগৰৰ বগা ফেন ফুটুকাৰ ওপৰত হেজাৰ হেজাৰ কেকটাছে ফুলাম শোভা লৈ বিৰাজ কৰে।

আমাৰ দেশৰ পুৰণি চেঞ্চুৰি গছৰ ফুল ফুলিলেই ই আত্মঘাতী হয় যেন লাগে। এই গছডাল নীলা আৰু হালধীয়া বৰণৰ। প্ৰকাণ্ড আৰু মঙহীয়া। মোৰ দুবাৰদলিত এনে এডাল গছ আজি দহ বছৰতকৈ বেশি দিন জীয়াই আছে। ওখ হৈ সি মোক চেৰ পেলাই গৈছে। আৰু এতিয়া ইয়াত ফুল ফুলিছে এডাল বলী সেউজীয়া যাঠি গছডালৰ পৰা ওলাই এতিয়া প্ৰায় ৭ মিটাৰ মান ওখ হৈছে, এই যাঠিডালৰ মাজে মাজে শুকান ফুলৰ থোপা, পাতলকৈ সোণোৱালী মিহি ৰেণুৰে ফুলবোৰ ঢকা। লাহে লাহে আমেৰিকাৰ এই গছবোৰৰ প্ৰকাণ্ড পাতবোৰে তলমুৰ হৈ মৰহি যায়—এনেকৈ গছডাল মৰি যোৱা অকণি অকণি ফুলবোৰৰ কাষত আৰু এবিধ প্ৰকাণ্ড ফুল ফুলে। আমাৰ দেশৰ বাহিৰে অইন কোনো ঠাইৰ মানুহে ইয়াক চিনি নাপাব। ই মাত্ৰ কুমেৰু দেশৰ সাগৰৰ পাৰতহে গজে। এই গছৰ নাম চাহুৰাল ( পুৰা চিলেণ্ডিচ ) বোপাককাৰ দিনৰ এই গছজোপাক আৰা কাউনিয়ান সকলে পুজা কৰিছিল। প্ৰাচীন আৰাকাউনিয়ান আৰু নাই। তেজ, মৃত্যু, সময় আৰু পিছলৈ আলেণ্ড ডি এৰছিলাৰ পৌৰাণিক গানবোৰে এটা জাতিৰ প্ৰাচীন বুৰঞ্জীৰ ওৰ পেলালে। এই জাতিটোৰ দেহাটো বোকা পানীৰে গঢ়া, ভৌগোলিক কাৰণেই এওঁলোক নিৰীহ আছিল। চক খাই সাৰ পাই উঠি শত্ৰুৰে আক্ৰমণ কৰা নিজৰ দেশখন ৰক্ষা কৰিবলৈ তেওঁ-লোকে বহুত চেষ্টা কৰিছিল। চাহুৱাল গছত আকৌ ফুল হোৱা দেখিলে — বহু শতাব্দীৰ বিস্মৃতিৰ গৰ্ভৰ পৰা ৰক্তাক্ত মৃত্যুৰে তৰপে তৰপে মাটিৰে পুতি থোৱা সময় ভেদি ইয়াক ফুলা দেখিলে মই বিশ্বাস কৰো যে আমাৰ আমিত্ব সত্বেও, আমি কি হৈছো সেইটো জনা সত্বেও পৃথিবীৰ অতীতে মাটি ভেদি ওলাবই। মাত্ৰ পৃথিবীখনেই নিজৰ স্বভাৱ নসলোৱাকৈ আগবাঢ়ি গৈ আছে।

কিন্তু মই এই ফুলৰ বৰ্ণনা দিবলৈ পাহৰি গৈছো।

ই এবিধ বেলেগ ধৰণৰ গছ, পাতবোৰত চোকা কৰতৰ দৰে দাঁত আছে। সেউজীয়া জুইৰ দৰে ই বাটেপথে শোভা পায়। ৰহস্যময় সেউজীয়া

চুনীভৰা তৰোৱালৰ দৰে পাতবোৰ—তাৰ মাজে মাজে হঠাৎ এপাহ প্ৰকাণ্ড ফুল—এথোপাহে মাত্ৰ উপজিছে গছডালৰ কংকালৰ পৰা। মানুহৰ সমান ওখ যেন এপাহ প্ৰকাণ্ড সেউজী গোলাপ। মাত্ৰ এই ফুল। অকণি অকণি বহুত ফুল মিলি এই এটা সেউজীয়া দোলৰ আকৃতিৰ ফুল—মুধত সোণোৱালী ৰেণু সনা। সাগৰৰ পোহৰে এই ফুল পাহি জিলিকাই ৰাখিছে। এনে প্ৰকাণ্ড ডাঙৰ সেউজীয়া ফুল মই মাত্ৰ ইয়াতহে দেখিছো। যেন সাগৰৰ ঢৌৰ ওপৰত নিঃসঙ্গ এটা স্মৃতি সৌধ।

আমাৰ দেশৰ হজুৰা জালোৱা বন্ধু সকলে সৰু ফুলৰ এবিধ গছৰ নাম পাহৰি গল—এতিয়া ইয়াৰ আৰু কোনো নাম নাই, তেওঁলোকে তিলতিলকৈ ইয়াক পাহৰিলে, ফুলটোৰেও ইয়াৰ গৌৰৱ হেৰুৱালে, সকলোবোৰ মিলি বিস্মৃতিৰ গৰ্ভত লীন হল, যেনেকৈ এণ্ডিজ পৰ্বতত বৰফে ঢকা শিলগুটি-বোৰক নৈৰ সোঁতে উটুৱাই আনি মানুহে আহযাহ নকৰা সাগৰৰ নিজান উপকূলত এৰি থৈ যায়। হালোৱা আৰু জালোৱা, খনিমজুৰ আৰু চোৰাং কাৰবাৰীবোৰে নিজৰ থহটা জীৱন, সদায় মৃত্যুভয়ত শঙ্কিত, কৰ্তব্যত অবিচল; পৰাজয়ত মোলান মুখ লৈ দিন নিয়ায়। অনাবিষ্কৃত অঞ্চলত বীৰত্ব দেখুৱালেও খিয়াতি বিয়পি নপৰে। এই অঞ্চলবোৰ আৰু ইয়াৰ পানবোৰ একেবাৰে নামহীন মানুহৰ শোণিতৰে ৰাঙলী, নামহীন ফুলেৰে শোভিত।

এনে এবিধ ফুলেই মোৰ গোটেই ঘৰটো আগুৰি আছে। ফুলটোৰ ৰঙ নীলা। দীঘল, পোন, জলমলীয়া আৰু লিকটা ঠাৰি। আগত এখানি এখানি অতি নীলা, কম নীলা ফুল থোপা লাগি ফুলি আছে। সকলো মানুহ নামৰ প্ৰাণীৰ শ্ৰেষ্ঠতম নীলা ৰং দেখাৰ ক্ষমতা আছেনে নাই মই নাজানো, মাত্ৰ বছা বছা কেইজনমানৰ চকুতহে ই পৰে নেকি? অইনবোৰৰ কাষত ই লুকাই অদেখাহৈ থাকে নেকি? কোনোবা নীলা দেৱতাই তেওঁলোকক ইয়াক দেখাৰ কল্পনাশক্তিৰ পৰা বঞ্চিত কৰি ৰাখিছে নেকি? অথবা ই মাত্ৰ মোৰ নিজৰ দৃষ্টিৰ গুণ। এই নিৰ্জনতাত লালিত-পালিত হৈ, এই বিদ্ৰোহী বসন্তত নীলা তৰাফুল নীলা ফুলনি এডৰাত ঢৌ তুলি আছে—আৰু এই নীলিমাৰ নীলা দেখি মই গৰ্বিত হৈছো, আনন্দত উদ্ভাৱল হৈ পৰিছো।

একেবাৰে শেষত মই এবিধ ফুলৰ নাম লওঁ, এই ফুলগছ অইন কোনো দেশত আছেনে নাই মই নাজানো। কিন্তু ইয়াত সিহঁত আছে লাখে লাখে—

তিনিচুকীয়া আঙুলিবে যেন সিহঁতে আমাক টানি লৈ যায়। বসন্তই এই সেউজীয়া আঙুলিবোৰক যেন আপুৰুগীয়া মণি মুকুতাৰে সজাই পৰাই দিয়ে। এই গছৰ এটা গ্ৰীক নাম আছে—আইজোওচাঁয়—ই যেন সাগৰৰ পিনৰ পৰা আহি মাটিক আক্ৰমণ কৰিছেহি—সমুদ্ৰৰ সেউজীয়া গছৰ পৰা ওলোৱা জেউতি—বহুত দূৰত বৰুণ দেৱতাই তেওঁৰ মদৰ ভৰালত থোবা কমলা বৰণীয়া আঙুৰৰ থোপা চেপি উলিওৱা ৰসৰ দৰে।

ৰেডিঅ'ত এইমাত্ৰ ঘোষণা কৰা হল যে এজন ভাল গ্ৰীক কবিয়ে বিখ্যাত পুৰস্কাৰটো পালে। সাংবাদিক সকলে গলগৈ। অৱশেষত মেটিলডে আৰু মই শান্তি পালো। আমি গহীন হৈ পুৰণি গেটথনৰ পৰা প্ৰকাণ্ড তলাটো খুলি থলো, যাতে আগৰ দৰে আমাৰ ওচৰলৈ মানুহে বিনা বাধাত আহযাহ কৰিব পাৰে, বসন্তৰ দৰে।

আবেলি চুইডেনৰ ৰাষ্ট্ৰদূতজনে তেওঁৰ ঘৈণীয়েকৰ সৈতে মোৰ লগত দেখা কৰিবলৈ আহিল। সুন্দৰ এটা খৰাহীত ভৰাই তেওঁলোকে আমাৰ বাবে মিঠাই আৰু মদৰ বটল লৈ আহিছিল। মই যে পুৰস্কাৰটো পামেই সেই বিষয়ে তেওঁলোক নিশ্চিত আছিল, আৰু পোৱাৰ পিছত ঘটনাটোৰ বাবে উৎসৱ পালন কৰিবলৈ এইখিনি তেওঁলোকে আগতে সাজু কৈ ৰাখিছিল। আমি কিন্তু সচাকৈয়ে মন বেয়া কৰা নাছিলো। প্ৰাইজটো পোৱা গ্ৰীক কবি স্বাস্থ্য পান কৰি যোৱাৰ আগতে ৰাষ্ট্ৰদূতজনে মোক এফলীয়াকৈ মাতি নি কলে খবৰৰ কাগজৰ মানুহে মোক লগ ধৰিবলৈ আহিব বুলি মই জানো। এই কবিজনৰ বিষয়ে মই কিন্তু একো নাজানো। ছেফেৰিছ কোন আপুনি জানেনে?

মই সৎভাৱে উত্তৰ দিলো—"তেওঁ কোন মইও নাজানো।"

মুখেৰে স্বীকাৰ কৰক বা নকৰক, পৃথিবীৰ সকলো লেখকে কোনো এসময়ত নোবেল প্ৰাইজ পাবলৈ হাবিয়াস কৰে।

প্ৰাইজৰ বাবে লাতিন আমেৰিকাতো বেলেগ বেলেগ দেশে নিজা নিজা প্ৰাৰ্থী ঠিক কৰে। তেওঁলোকৰ প্ৰচাৰ কৰাৰ কিটিপ কৌশলও ঠিক কৰে। মোৰ মনেৰে তেওঁলোকৰ ভিতৰতো কেইজনমান উপযুক্ত প্ৰাৰ্থীয়ে এই প্ৰাইজ পোৱা নাই। উদাহৰণ স্বৰূপে ৰোমুলো গালেগছৰ কথাই কও'। তেওঁক

লেখা প্ৰচুৰ আৰু তাৰ মান ওখ। কিন্তু ভেনেজুৱেলা হল তেলৰ দেশ—তাৰ মানে ধনী দেশ। তেওঁক প্ৰাইজ পোৱাবলৈ এই বিষয়টো কামত লগাবলৈ থিৰাং কৰা হল। চুইডেনত তেওঁলোকে এজন ৰাষ্ট্ৰদূত নিযুক্ত কৰিলে, যাৰ একমাত্ৰ লক্ষ্য হল গালেগচক প্ৰাইজটো দিয়া। তেওঁ দুই হাতে টকা খৰচ কৰি খানা-পিনাৰ বন্দবস্ত কৰিলে, আৰু চুইডিছ অকাডেমীৰ সভ্যসকলৰ লেখাবোৰ ষ্টকহোমৰ মুদ্ৰণ সংস্থাৰ দ্বাৰা স্পেনীয় ভাষাত প্ৰকাশ কৰালে। কিন্তু ফল হল হিতে বিপৰীত। অকাডেমীৰ সভ্যসকল গহীন অনুভূতি প্ৰৱন মানুহ। তেওঁলোকে এই কামবোৰ ভাল চকুৰে নাচালে। বোমুলো গালেগচে কেতিয়াও নাজানিলে যে এজন ৰাষ্ট্ৰদূতে বেচি দক্ষতা দেখুৱা বাবে তেওঁৰ প্ৰাপ্য এটা সন্মান তেওঁ হেৰুৱালে।

পেৰিচত মই এটা নিষ্ঠুৰ অথচ খুহুটীয়া দুখৰ গল্প শুনিছিলো। পল ভেলেৰি এই গল্পৰ নায়ক। ফ্ৰান্সত এনেকি খবৰৰ কাগজতো তেওঁ সেই-বছৰৰ নোবেল প্ৰাইজ পাবই বুলি উল্লেখ কৰা হৈছিল। ষ্টকহোমত পিছদিনা পুৱা এই বিষয়ে খুব আলোচনা হৈ থকা বুলি তেওঁ শুনিছিল। খবৰবোৰে তেওঁৰ মনত প্ৰচণ্ড স্নায়ৱিক চাপ সৃষ্টি কৰিলে। সেইবাবে তেওঁ পুৱাই লাখুটিডাল হাতত লৈ কুকুৰটোৰ সৈতে ওলাই গ'ল।

দুপৰীয়াৰ সাজ খাবৰ সময়ত তেওঁ ঘৰলৈ উভটিল। আহি পাই দুৱাৰ মুখতে তেওঁ চেক্ৰেটাৰীক সুধিলে, "কোনোবাই ফোন কৰিছিল নেকি?"

"হয়, ছাৰ। ষ্টকহোমৰ পৰা কেইমিনিটমানৰ আগতে এটা ফোন আহিছিল।"

খুব বিচলিত হৈ তেওঁ সুধিলে, "ফোনত কি কলে?"

এগৰাকী ৰাছিয়ান মহিলাই খবৰৰ কাগজৰ অফিছৰ পৰা ফোন কৰি নাৰীৰ ভোটাধিকাৰ আন্দোলনৰ বিষয়ে তেখেতে আপোনাৰ মতামত জানিব খুজিছিল।

অলপ বিদ্ৰূপ মিহলাই ভেলেৰিয়ে নিজেই মোক এই গল্পটো কৈছিল। সঁচাকৈ দুখৰ কথা হল যে এই প্ৰকৃত মহান শ্ৰেষ্ঠ কবিজনে প্ৰাইজটো কেতিয়াও নাপালে।

মোৰ নিজৰ বিষয়ে কবলৈ গলে—মই নিজে জানো যে মই প্ৰাইজটো পাওঁলৈ কেতিয়াও তদবিৰ কৰা নাছিলো। চিলিৰ এজন পণ্ডিত মানুহে গেব্ৰিয়েলা

মিস্ট্রালক শলাগি লিখা এখন কিতাপত মই পঢ়িছিলো যে আমাৰ দেশৰ এই দৃঢ় চৰিত্ৰৰ মহিলা গৰাকীয়ে তেওঁক প্ৰাইজ দিবলৈ বহুতলৈ চিঠি লিখিছিল— তেওঁৰ সৎ চৰিত্ৰৰ লগত অৱশ্যে ইয়াক খাপ খুৱাব নোৱাৰি, কিন্তু নিজৰ প্ৰাইজ পোৱাৰ বিষয়ে বোধহয় তেওঁ এনেকৈ অলপ আগুৱাব খুজিছিল। মই এই কথা সুঁৱৰি নিজৰ বাবে অলপো তদাৰক নকৰিম বুলি থিৰ কৰিলো। মোৰ নামটোও নোবেল প্ৰাইজৰ বাবে উঠিছে বুলি জনাৰ পৰা ( আৰু কিমানবাৰ যে উঠিছে মোৰ মনত নাই )—মই চুইডেনলৈ নাযাওঁ বুলি থিৰ কৰিলো, যদিও সৰু কালৰ পৰা এই দেশখনৰ প্ৰতি মোৰ অন্তৰৰ টান আছে। গোষ্টা বাৰ্লিং বোলা এগৰাকী মদাহী প্ৰোটেষ্টাণ্ট যাজকক আমাৰ সৰুকালত সেই দেশত সমাজে এঘৰীয়া কৰিছে বুলি জানি আচৰিত লাগে। আৰু মই গৈ তেওঁৰ শিষ্য হম বুলি থিৰ কৰিছিলো।

তথা উপৰি প্ৰতি বছৰতে মোৰ নাম উঠাত আৰু তেতিয়াও সেই কাম ফলৱতী নোহোৱাত মোৰ বিৰক্তি লাগিছিল। মই যেন ঘোঁৰাদৌৰত বছৰেকীয়া প্ৰতিযোগীতাত যোগ দিয়া ঘোঁৰাহে—মোৰ মেজাজ বেয়া হৈছিল। অইন হাতে কোনো কোনো সাহিত্যিক আৰু জনপ্ৰিয় চিলিয়ান লেখকে চুইডিছ অকাদেমীৰ উদাসীনতাৰ অপমান বোধ কৰিছিল। মানুহ এনেকৈ প্ৰায় হাঁহি হাতত পাত্ৰ হব লগা হৈছিল।

যি হওঁক অৱশেষত মোক নোবেল প্ৰাইজ দিয়া হৈছিল বুলি সকলোৱে জানে। ১৯৭১ খৃষ্টাব্দত, মই যেতিয়া পেৰিছত আছিলো তাত চিলিৰ ৰাষ্ট্ৰদূতৰ পদ লবলৈ মই মাত্ৰ আহি পাইছিলো—মোৰ নামটো আকৌ ওলাল। মেটিলডে আৰু মোৰ কপালত খোপোনা বান্ধিল। প্ৰতি বছৰ নিৰাশ হোৱাৰ পিছত এই বিষয়ে আমাৰ গাত কথা নলগা যেন হৈছিল। সেই বছৰ অক্টোবৰ মাহৰ এৰাতি, আমাৰ দেশৰ পৰামৰ্শদাতা বিষয়া, লেখক জৰ্জ এডওৱাৰ্ডছ আহি আমাৰ ঘৰত সোমালহি। তেওঁ কৃপণ স্বভাৱৰ মানুহ বুলি আমি জানো, মোৰ লগত তেওঁ এটা সহজ বাজী ধৰিব খুজিলে। মোক যদি সেই বছৰৰ নোবেল প্ৰাইজ দিয়া হয় তেন্তে তেওঁ আৰু তেওঁৰ ঘৈনীয়েকক আমি পেৰিছৰ সকলোতকৈ দামী ৰেষ্টোৰাত খুৱাব লাগিব। আৰু যদি প্ৰাইজটো মই নাপাওঁ তেন্তে তেওঁ মোক আৰু মেটিলডেক তেনেকৈ খুৱাব।

মই ৰাজী হলো। মাত্ৰ কলো, "তোমাৰ বাবে আমি ভালকৈ এসাজ খাই লম।"

জৰ্জ এডওৱাৰ্ডছৰ বাজী ধৰাৰ কাৰণ পিছদিনা অলপ অচৰপে বুজিব পাৰিলো। ষ্টকহোমৰ পৰা এজন বন্ধুৱে তেওঁক এই বিষয়ে ফোন কৰি জনাইছিল—নিজে লেখিকা আৰু খবৰৰ কাগজৰ বাতৰি লিখোঁতা এই মহিলা গৰাকীয়ে এই বাতৰিটোত খুব জোৰ দিছিল—দুৰ্বাণিবটীয়া ঠাইৰ পৰাও মোৰ তালৈ ফোন আহিবলৈ ধৰিলে। বুৱেনছ এয়াৰ্ছ মেক্সিকো, এনেকি স্পেনেও এই বিষয়ে নিঃসন্দেহ হৈছিল। মই নিজে কোনো মন্তব্য কৰিব খোজা নাছিলো—কিন্তু মোৰ মনৰ খোকোজা কমা নাছিল।

সেইদিনা গধূলি মোৰ একমাত্ৰ চুইডিছ বন্ধু আৰু লেখক আৰ্টুৰ লুণ্ডভিষ্ট মোৰ ঘৰলৈ আহিল। তেওঁ চাৰি বছৰ হল চুইডিছ অকাডেমীৰ সভ্য হৈছে, সেই সময়ত দক্ষিণ ফ্ৰান্সত ছুটি কটাবলৈ আহিছিল। ৰাতি খোৱাবোৱাৰ পিছত মই তেওঁক এই গুজবৰ বাবে মোৰ কি অসুবিধা হৈছে—ফোনৰ উত্তৰ দিওঁতে দিওঁতে কেনেকৈ আমনি লগা হৈছে তাক কলো।

"আৰ্টুৰ, মই তোমাক মাত্ৰ এটা কথা কওঁ, গুজবটো যদি সঁচা হয়, তেন্তে খবৰৰ কাগজত ওলোৱাৰ আগতে যেন মই জানিব পাৰো, ছালভেডোৰ আলেন্দিকেই প্ৰথমে মই খবৰটো দিব লাগিব। তেওঁৰ সৈতে মই বহুত বিষয়ে যুঁজিছো—খবৰটো শুনিলে তেওঁ খুব সুখী হব।

লুণ্ডভিষ্ট, অকাডেমীৰ সভ্য আৰু নিজে কবি। খুব গহীন হৈ তেওঁ চুইডিছ চকু দুটা মেলি মোলৈ চালে। মই এতিয়াও ঠিক কৈ একো কব নোৱাৰো। কথাটো সঁচা হলে ছুইডেনৰ ৰজাই তোমাক কথাটো টেলিগ্ৰাম কৰি জনাব বা চুইডেনৰ ৰাষ্ট্ৰদূতে তোমাক পোৰিছত জনাব।

সেইদিনা অক্টোবৰৰ ১৯ নে ২০ তাৰিখ আছিল ২১ তাৰিখ পুৱা দুতাবাসত মোৰ বাহিৰা কোঠাত খবৰৰ কাগজৰ মানুহবে উপচি পৰিল। চুইডেন, জাৰ্মানী, ফ্ৰান্স আৰু লাতিন আমেৰিকাৰ টেলিভিছনৰ কৰ্মীসকলে মোৰ নীৰবতাত ধৈৰ্য্য হেৰুৱাই গোলমাল কৰিবলৈ ধৰিলে। মই কিন্তু কোনো খবৰ পোৱা নাছিলো বাবেই নীৰব আছিলো। ১১-৩০ বজাত চুইডিছ ৰাষ্ট্ৰদূতজনে মোৰ লগত দেখা কৰিবলৈ আহিব বুলি সুধি পঠিয়ালে। কি কাৰণে আহিব, তাক তেওঁ জনোৱা নাছিল। ঘৰাণাৰ গুৰুত্ব সেইবাবে কিন্তু নকমিল—তেওঁ আহিবলৈ তেতিয়াও দুঘণ্টা দেৰি আছিল। টেলিফোনৰ চেঁচেৰা শব্দ তেতিয়াও বন্ধ নহল।

আৰু তাৰ পিছতে পোৰিছত ৰেডিঅ ষ্টেছনত এটা খবৰ ওলাল—ষ্টেহৰ

খবৰৰ বুলেটিনত সেই বছৰৰ ১৯৭১ চনৰ সাহিত্যৰ নোবেল পুৰস্কাৰ চিলিৰ কবিক দিয়া হল বুলি ঘোষণা কৰা হৈছে। খবৰ মাধ্যমৰ মানুহ সকলক খবৰটো দিবলৈ মই খৰধৰকৈ তেওঁলোকৰ কাষলৈ গলো। সৌভাগ্যক্ৰমে সেই মুহূৰ্তত্তে মোৰ পুৰণি বন্ধু জাঁ মাৰ্চিনাক আৰু আৰাগঁ আহি উপস্থিত হলহি। মাৰ্চিনাক সুকবি আৰু ফ্ৰান্সত তেওঁ মোৰ ভাই—তেওঁ আনন্দত কিৰিলি পাৰি উঠিল। আৰাগঁ আৰু তেওঁ এই খবৰত মোতকৈ বেচি আনন্দ পোৱা যেন পালো। সাংবাদিক সকলৰ প্ৰশ্নবান তেওঁলোক দুজনৰ সহায়ত কোনোমতে ফালৰি কাটি আহিব পাৰিলো।

মোৰ সেই সময়ত অসুখ আছিল। এটা অপাৰেছন কৰাৰ পিছত গাত তেজ নাছিল আৰু থৰকবৰক কৈহে খোঁজ কাঢ়িব পাৰিছিলো। বেচি লৰচৰ কৰিবৰ মোৰ অলপো ইচ্ছা নাছিল। সেইদিনা ৰাতি বন্ধুবান্ধৱ সকলে মোৰ তাত খাঁবলৈ আহিল। ইটালীৰ মাট্ৰা, বাৰ্ছিলোনাৰ গাছিৰা মাকুৰ্ৰেজ, মেক্সিকোৰ চিকোইৰছ, কাৰাকাছৰ মিগুয়েল অটাৱো ছিলভা, পেৰুৰ আতুৰো কামাটো ৰামিৰেজ—সকলোৱে এই ভোজত যোগ দিলেহি, চিলিৰ মানুহ কালৈছ ভাছানো বোমৰ পৰা মোৰ লগত ষ্টকহোমলৈ যাবলৈ আহিল।

পাহাৰৰ সমান ওখ হৈ উঠা টেলিগ্ৰামবোৰৰ গোটেইবোৰ মই আজিও পঢ়ি শেষ কৰি উঠিব পৰা নাই, চিঠিবোৰৰ ভিতৰত এখন চিঠি মোৰ কেনেবা কেনেবা লাগিল। তাত মোক ভয় দেখুৱা হৈছিল। দুটা জাতৰ এজন মানুহে হলাণ্ডৰ পৰা এই চিঠিখন লিখিছিল। খবৰৰ কাগজৰ পৰা তেওঁ কেইটামান টুকুৰা কাটি চিঠিৰ লগত পঠিয়াই দিছিল আৰু এই কথা লিখা আছিল— "বৃটিছ গায়ানাৰ জৰ্জ টাউনৰ উপনিবেশ-বিৰোধী আন্দোলনৰ মই প্ৰতিনিধি।" ষ্টকহোমত নোবেল প্ৰাইজ দিয়া উৎসৱত উপস্থিত থাকিবলৈ মই এখন অনুমতি পত্ৰ খুজি পঠিয়াইছিলো। চুইডিছ দূতাবাসে মোক খবৰ দিছে যে, এই উৎসৱত উপস্থিত হবলৈ হ'লে সান্ধ্য পোছাক দৰ্কাৰ। কিন্তু দীঘল পিঠিৰ এনে পোছাক মোৰ নাই। ভাড়া কৰি অনা কোটও মই নিপিন্ধো কাৰণ আমেৰিকাৰ এজন স্বাধীন মানুহৈহে এনে ভাড়া কৰা কোট পিন্ধা অপমানজনক। সেইবাবে মই আপোনাক খবৰটো দিলো যে সাঁচনীয়া বি কেইটা পইচা মোৰ আছে তাৰে মই ষ্টকহোম লৈ যাম আৰু তালৈ গৈ এখন সাংবাদিক সন্মিলন মাতি সাম্ৰাজ্যবাদী আৰু জন-বিৰোধী এই উৎসৱৰ ধুমধামক খিক্কাৰ দিম। মই অৱশ্যে জানো যে পৃথিবীৰ কবি সকলৰ

ভিতৰত সকলোতকৈ বিজ্ঞন কবি সাম্ৰাজ্যবাদ-বিৰোধী আৰু জনপ্ৰিয় ভেওঁক সম্মান জনাবলৈকে এই উৎসৱ পতা হৈছে।"

নবেম্বৰ মাহত মেটিলড়ে আৰু ষ্টকহোমলৈ মই যাত্ৰা কৰিলো। লগত কেইজনমান পুৰণি বন্ধু গল। বিলাসবহুল গ্ৰাণ্ড হোটেলত আমাক থাকিবলৈ দিয়া হল। হোটেলৰ খিড়িকীৰ পৰা ধুনীয়া ঠাণ্ডা চহৰখন আৰু ৰাজকাৰেঙটো আমাৰ চকুত পৰিছিল। সেই বছৰৰ অইন অইন বিষয়ে পুৰস্কাৰ পাওঁতা সকলো সেই হোটেলত আছিল—পদাৰ্থবিদ্যা, ৰসায়ন, চিকিৎসা ইত্যাদি বিষয়ক, আৰু অইন বহুতো গুণীজ্ঞানী মানুহো আছিল। তেওঁলোকৰ ভিতৰত কেইজনমান সুন্দৰ বক্তা আৰু ভদ্ৰ আচাৰ-আচৰণ আৰু কেইজনমান আছিল একেবাৰে সহজসৰল—যেন মেচিনত কামকৰা গাঁৱলীয়া শ্ৰমিকৰ দৰে—ভাগ্যই যেন হঠাৎ তেওঁলোকক কাৰখানাৰ পৰা বাহিৰলৈ টানি আনিছে। জাৰ্মানীৰ উইলি ব্ৰাণ্ট হোটেলত নাছিল—তেওঁ নৰওৱেৰ পৰা গৈ শান্তিৰ পুৰস্কাৰটো আনিব। মোৰ বাবে এইটো দুখৰ, কাৰণ পুৰস্কাৰ পাওঁতা সকলৰ ভিতৰত অকল তেওঁৰ লগতে দেখা কৰি কথা পাতিবৰ মোৰ মন আছিল। পিছত অভ্যৰ্থনাৰ সময়তহে তেওঁক মই লগ পালো—তেতিয়া তেওঁৰ লগত তিনি চাৰিজন মানুহ আছিল।

আচল উৎসৱটোত যোগ দিবলৈ আমি আগতে মহড়া দিব লগীয়া হৈছিল। চুইডিছ কায়দাকানুনে আমাক আচল উৎসৱ হবলগীয়া ঠাইতে এইবোৰ শিকাইছিল। হোটেলত থকা এই গণ্যমান্য গহীন গম্ভীৰ মানুহ সকলে পুৱাতে গৈ উৎসৱ হবলগীয়া খালি ঘৰটোলৈ, একেবাৰে ঠিক সময়ত গৈ এটাও খটখটী বাদ নিদিয়াকৈ চিড়িত উঠি গৈ কঠোৰ ৰীতিনীতি মানি সোঁ বা বাওঁফালে মাৰ্চ কৰি গৈ, উৎসৱৰ দিনা বহিব লগা চকীখনত বহি চোৱাটো মোৰ খুব হাঁহি উঠা কথা যেন লাগিছিল। দুৰদৰ্শনৰ কেমেৰাৰ আগত এইবোৰ কৰা হৈছিল। ৰজা আৰু ৰাজপৰিয়ালৰ বাবে এই হল-ঘৰটোত বেলেগ আসন ৰখা হৈছিল। চুইডিছ টেলিভিছনৰ ফিল্মবিভাগে এনে অপটু অভিনেতাৰ কিয় যে এই ৰিহাৰ্ছালবোৰ তুলি লৈছিল মই কেতিয়াও বুজি নাপালো।

প্ৰাইজৰ দিনটো চেণ্ট লুছিয়াৰ বাবে উৎসৱ পালন কৰি আৰম্ভ কৰা হল। পুৱা হোটেলৰ শোৱনি কোঠাৰ কাষত সুৰলা সঙ্গীতত মোৰ টোপনি ভাঙিল। তাৰ পিছত স্কাণ্ডি নেভিয়ান গাভৰু সকলে মূৰত ফুলৰ মুকুট পিন্ধি, হাতত

মোম জ্বলাই লৈ তাৰ পোহৰত জিলিকা মুখেৰে মোৰ কোঠালৈ সোমাই আহিল। বাতিপুৱা জলপানৰ লগত তেওঁলোকে মোৰ বাবে এখন ধুনীয়া পেণ্টিং কৰা সাগৰৰ ছবি লৈ আহিছিল।

তাৰ অলপ পিছতে এটা ঘটনাই ষ্টকহোমৰ পুলিচ বাহিনীক কঁপাই তুলিলে। হোটেলৰ অভ্যৰ্থনা কোঠাত কোনোবাই আহি মোৰ নামত এখন চিঠি দি গলহি। বৃটিছ গায়ানাৰ জৰ্জ টাউনৰ চেৰাবলিয়া উপনিবেশ-বিৰোধী সেই মানুহজনৰ নাম তাত চহী কৰা আছিল। ইয়াত লিখা আছিল—"মই এইমাত্ৰ ষ্টকহোমত আহি উপস্থিত হৈছো।" সাংবাদিক সম্মেলন মাতিবলৈ কৰা তেওঁৰ চেষ্টা বিফল হৈছে। কিন্তু সক্ৰিয় বিপ্লৱবাদৰ কৰ্মী হিছাৱে তেওঁ কিবা এটা কৰিবই। পাৰলো নেৰুডা হল অত্যাচাৰিত শোষিত জনগণৰ কবি—তেওঁ কিয় দীঘল কোট চোলা পিন্ধি নোবেল প্ৰাইজ লবলৈ যাব সেইবোৰ ভাবি এই মানুহজন এখন সেউজীয়া কেচি কিনিছে—পিঠিৰ পিনে দীঘলীহ কৈ পৰা কোটৰ কাপোৰ টুকুৰা বা অইন কিবা লেজ-তেজ থাকিলে তেওঁ সেইবোৰ কুচি কুচিকৈ কাটিব। তেইবাবে তেওঁ মোক হুচিয়াৰ কৰি দি তেওঁৰ কৰ্তব্য পালন কৰিছে। হলঘৰৰ পিছৰ শাৰীত ক'লাবৰণীয়া মানুহ এজন থিয় হোৱা দেখিলে—তেওঁৰ হাতত এখন প্ৰকাণ্ড সেউজীয়া কেচি দেখিলে, ঘটনাটো কি আমি গম ধৰিব পাৰিম।

চুইডিছ ৰাজসভাৰ কূটনৈতিক শিষ্টাচাৰ অনুসৰি আমাক এজনকৈ ডেকা কটকী নিৰ্দিষ্ট কৈ দিয়া হৈছিল। তেওঁক মই চিঠিখন দি দিলো। মই তেওঁক কলো যে এই আধাবলিয়া মানুহজনৰ পৰাই পৰিচত থাকোতে মই আৰু এখন চিঠি পাইছিলো; গতিকে আমি বেচি চিন্তা কৰিব নালাগে। কটকীজনে কিন্তু মোৰ কথা নেমানিলে সকলো ঠাইতে বিচ্ছিন্নতাবাদীবোৰে ঘূৰি ফুৰিছে—ক'ত কি হয় কোনেও কব নোৱাৰে। ষ্টকহোমৰ পুলিচক সাৱধান কৰি দিয়াটো মোৰ কৰ্তব্য বুলি তেওঁ কৰ্তব্যকাম কৰিবলৈ বেগেৰে ওলাই গল।

ষ্টকহোমত মোৰ লগত অহা মানুহসকলৰ ভিতৰত মিগুৱেল অটাৱো ছিলভাও আছিল। এজন প্ৰখ্যাত উপন্যাসিক আৰু চোকা কবি এই মানুহ-জন যে কেৱল আমেৰিকাৰ বিবেকৰ সঠিক প্ৰতিনিধি আছিল সি নহয়, তেওঁ এজন বন্ধুবৎসল মানুহ আছিল। উৎসৱৰ ধুমধামলৈ মাত্ৰ আৰু কেইদিন-মানহে বাকী। দুপৰীয়া খোৱাৰ সময়ত মই কলো যে চুইডিছ পুলিচে

ৰুটিছ গায়ানাৰ মানুহজনৰ প্ৰতিবাদ জনোৱা চিঠিখন খুব গহীনকৈ লৈছে।

অটাৰো ছিলভাইও আমাৰ লগত একেলগে খাইছিল। তেওঁ কপাল খুন্দিয়াবলৈ ধৰিলে। "শুনা, সেই চিঠিখন মোৰ নিজৰ হাতেৰে লিখা। পাৰলো, মই তোমাৰ লগত ঠাট্টাহে কৰিছিলো। এতিয়া তেন্তে আমি কি কৰো? সেই নামৰ কোনো লেখক নাই—পুলিচে মিছাকৈ তেওঁক বিচাৰি হাবাথুৰি খাব।"

মই তেওঁক কলো "কাৰিবীয়ান অঞ্চলৰ এই চেৰাবলিয়া মানুহজনৰ হে এনেকৈ ঠাট্টা কৰাৰ বাবে তোমাৰ মজা ওলাব। পুলিচে তোমাক জেলত ভৰাব। তেওঁৰ হে তুমিয়েই শাস্তি পাবা।

ঠিক সেই সময়তে মোৰ ডেকা দেহৰখীয়া জনে পুলিচক সাৱধান কৰি দি আহি আমাৰ লগত বহিলহি। মই ঘটনাটোৰ বিষয়ে তেওঁক সবিশেষ বুজাই কলো। "এইটো তামাচাহে—চিঠিৰ লেখকজনে এতিয়া আমাৰ লগতে বহি খাই আছে।"

তেওঁ তৎক্ষণাত ওলাই গল। পুলিচে ইতিমধ্যেই ষ্টকহোমৰ সকলো হোটেললৈ গৈ জৰ্জটাউন বা অইন তেনে ঠাইৰ পৰা অহা ক'লা মানুহ এজনক বিচাৰিছে। পুলিচে যিখিনি সাৱধানতা লৈছিল তাক কমাবলৈ মাস্তি নহল। আমি প্ৰাইজ দিয়া উছৱলৈ যাওঁতে বা নাচঘৰৰ পৰা ওলাই আহিবৰ সময়ত চাৰিপাঁচজন বলী-ডেকা মানুহে আমাক পহৰা দি ৰাখিছিল। তেওঁলোকে হালধীয়া চুলিৰ মজবুত গঢ়নৰ মানুহ আছিল আৰু কেচিৰে কাটিব নোৱাৰা পোছাক পিন্ধিছিল।

নোবেল পুৰস্কাৰ দিবলৈ হোৱা উছৱৰ ৰীতিনীতি চাবলৈ বহুত দৰ্শক আহিছিল, তেওঁলোকে খুব শৃংখলাবদ্ধ আৰু ভদ্ৰ মানুহ আছিল। ঠিক সময়ত হাত চাপৰি বজাই তেওঁলোকে উছৱৰ নিয়মবোৰ শলাগিছিল। বয়সীয়াল ৰজাজনে আমাৰ প্ৰতিজনৰে সৈতে কৰমৰ্দন কৰিলে, ডিপ্লোমা, মেডেল আৰু চেকখন দিলে। আমি মঞ্চৰ নিজা নিজা আসনলৈ উভটি আহিলো। ফুল আৰু মানুহৰে ভৰি থকা বাবে ঘৰটো যেন আগৰ দৰে বিবৰ্ণ যেন লগা নাছিল। মানুহে কৈছিল (বা মেটিলডেক মন ৰাখিবলৈ কৈছিল) যে ৰজাই অইনতকৈ মোৰ লগত বেচি সময় কটালে, তেওঁ মোৰ হাতখন কৰমৰ্দনৰ সময়ত বেচি সময় ধৰি ৰাখিলে, যেন মোক বেচি আদৰসাদৰ কৰিলে। পুৰণিকলীয়া

·বজা ঘৰৰ আদৰ-কায়দাৰ কথা মই সংৰিৰাছিলো। কিন্তু অইন কোনো ৰজাই কেতিয়াও অলপ সময় বা বেচি সময়ৰ বাবে মোৰ হাত ধৰা নাই।

ৰাজকীয় কঠোৰ দয়দস্তুৰ মানি চলা হলেও এই ধুমধামৰ গাম্ভীৰ্য আছিল। বোধহয় এনে উল্লেখযোগ্য কাৰণত হোৱা ধুমধাম পৃথিবীত সদায় থাকিব। মানুহৰ এনে ধুমধামৰ দৰ্কাৰ আছে যেন লাগে। সেইদিনা পৃথিবীৰ বিখ্যাত গুণীজ্ঞানী মানুহসকলে প্ৰাইজ লোৱা ধুমধামৰ লগত সৰুসুৰা টাউনত স্কুলৰ ছাত্ৰই প্ৰাইজ লোৱাৰ বিজনি মোৰ মনত উদয় হয়।

## চিলি চিকো

মই পুয়েৰ্টো ইবানেজৰ পৰা উভটি আহিছিলো। জেনাৰেল কাৰেৰা এটা প্ৰকাণ্ড ডাঙৰ হ্ৰদ - ইমান ডাঙৰ যে তাৰ বিশালতাই মোক ভয় খুৱাই-ছিল। কিউবাৰ ভাৰাডেৰো সাগৰৰ নীলকান্ত মণিৰ দৰে, বা আমাৰ দেশৰ পেট্ৰোহিউয়ে-ৰ পানীৰ দৰে প্ৰকৃতিৰ এই উথলমাথল লগোৱা ধাতৱ নীলিমাই মোক ভয় খুৱাইছিল। ইবানেজ'নৈৰ জলৰাশিৰ উদ্দাম জলপ্ৰপাতে মোৰ সমুখত ভয়ংকৰ মহিমালৈ দেখা দিলে। ওচৰে-পাজৰে থকা নগৰবোৰ এঘৰীয়া যেন লাগিছিল—এইবোৰৰ দাৰিদ্ৰ্যইও মোক বিচলিত কৰি তুলিছিল। বিৰাট প্ৰকাণ্ড উৎসব ওচৰতে থকা সত্বেও তেওঁলোকৰ বিজুলী শক্তিৰ সুবিধা নাছিল। অগণন ভেড়া তেওঁলোকে পুহিছিল—অথচ ইমান ফটাছিটা কাপোৰ পিন্ধি আছিল যে দেখি মোৰ বেয়া লাগিছিল।—অৱশেষত মই চিলি চিকো পালোহি।

তাত, দিনৰ শেহত, গধূলিয়ে দুইখন হাত বঢ়াই মোক আগুৱাই নিবলৈ আহিল। বা মাৰলি বতাহে, মেঘক কাটি ফটিকৰ লেখিয়াকৈ টুকুৰাটুকুৰি কৰিছে। পোহৰৰ এটা চমকে যেন নৈ এখনৰ দৰে বতাহৰ এডোখৰক বেলেগাই লৈ পৃথিবী আৰু আকাশৰ মাজত ওলোমাই থৈছে।

গৰু-ছাগলীৰ চৰণীয়া পথাৰ—আৰু শইচৰে ভৰা পথাৰে যেন বতাহৰ মৈৰু চাপত সংগ্ৰাম কৰি কোনোমতে বাচি আছে। মাটিখিনি চাৰিওপিনে ওথ—ৰোকা কাষ্টিলো লৈ আহি ই টান শিলৰ স্তম্ভ হৈছে, মুধটো জোঙা। যেন গথিক ভাস্কৰ্য্যৰ চূড়া—গ্ৰানাইট পাথৰত মাজে মাজে ফুটা থকা

প্ৰাকৃতিক এখন বেৰাৰ দৰে। ওখোৰা-মোখোৰা আয়চেন পৰ্বতমালা গোলকৰ নিচিনা ঘূৰণীয়া, টেবুলৰ নিচিনা ওখ আৰু চেপেটা যেন আছিল।

গধূলিৰ ছয়ামৰা পোহৰত আকাশে যেন থমথমীয়া পাটৰ কাপোৰ এখন আৰু কোনোবা ধাতৰ খনিয়া এখনহে মেলি থৈছিল। হালধীয়া ৰঙৰ আকাশখন জিলিকি জিলিকি উঠিছিল যেন প্ৰকাণ্ড এটা চৰাই মহাশূন্যত ওলমিহে আছে, চৰাইৰ আকৃতিটো আকৌ খণ্ডেকতে ভাঙি গৈ কোনোটো তিমি মাছৰ মুখ, কোনোটা, তেজী নাহৰফুটুকী বাঘ, কোনোটোই আকৌ উজ্জ্বল বিমূৰ্ত ছবিৰ আকৃতি লৈছিল।

মূৰৰ ওপৰত বিশাল আকাশৰ বিৰাট মহিমাই মোক অভিভূত কৰিছিল। চকুত ছাঁট মাৰি ধৰা আয়চেন পৰ্বতমালা আৰু ইয়াৰ সৰু পাহাৰৰ থোপাবোৰ, জলপ্ৰপাতবোৰ, মৰা আৰু ধূনীয়া লাখ লাখ বিশাল গছৰ শোভা.দেখুৱাবলৈ যেন প্ৰকৃতিয়ে মোকহে বাচি লৈছিল। এই গছবোৰৰ হত্যাকাৰীক যেন প্ৰকৃতিয়ে নীৰবে দুষিছিল, আকাশ আৰু পৃথিবীয়ে একেলগ হৈ মানুহক নেওচা দিছিল। মানুহখিনিৰ বাবেও মই কিবা এটাৰ অভাব অনুভব কৰিলো, আশ্ৰয়, উমৈহতীয়া সংগঠন, ঘৰবাৰী, এইবোৰ তাত নাছিল। এনে কঠিন নিঃসঙ্গ জীৱনত উমৈহতীয়া বন্ধন থাকিব লাগে—তেওঁলোকক আগুৰি থকা প্ৰকাণ্ড পৰিৱেশৰ দৰে ইও বিশাল হোৱা দৰ্কাৰ।

গধূলিৰ পোহৰ কমাৰ লগে লগে নীলা ৰাতিয়ে চাৰি দিশ ঢাকি পেলালে। আমি সেই ঠাই এৰি আহিলো।

## চেপ্টেম্বৰৰ পতাকা

লাতিন আমেৰিকা মহাদেশৰ দক্ষিণ ভাগটোত চেপ্টেম্বৰ মাহটো খোলা-মেলা —ই ফুলৰ মাহ। এই মাহটোক পতাকা দিও সজোৱা হৈছে।

যোৱা শতিকাত ১৮১০ চনত চেপ্টেম্বৰ মাহত দক্ষিণ আমেৰিকাৰ বহুত ঠাইত স্পেনৰ আধিপত্যৰ বিৰুদ্ধে বিদ্ৰোহ দেখা দিয়ে, অথবা তেনে বিদ্ৰোহ সংগঠিত হয়। চেপ্টেম্বৰ মাহত আমি দক্ষিণ আমেৰিকাৰ মানুহবোৰে বন্ধন মুক্তিৰ দিনটো সোঁৱৰো। আমাৰ বীৰ ভাই সকলক সম্মান জনাওঁ আৰু নৱবসন্তক আবাহন কৰো। মাগেলান প্ৰণালী পাৰ হৈ কেপ হৰ্ন আৰু দক্ষিণ পাটাগনিয়া লৈকে ফুলাম বসন্তৰ এই উছৱ চকুত পৰে।

মেক্সিকোত আৰম্ভ হোৱা, আৰ্জেণ্টিনা আৰু চিলিলৈ বিয়পি পৰা বিদ্ৰোহৰ নিয়মিত খবৰবোৰে জগতৰ সকলো ঠাইতে প্ৰাধান্য পালে।

নেতাসকল কিন্তু সকলো বেলেগ প্ৰকৃতিৰ আছিল। বলিভাৰ আছিল যুঁজাৰু অৰু সভাসদ, ভৱিষ্যতবাণীৰ চোকা বক্তা ; ছান মাৰ্টিন-এ এটা সৈন্যদল সংগঠিত কৰিছিল। এই বাহিনীয়ে চিলিক স্বাধীন কৰিবলৈ পৃথিবীৰ সকলোতকৈ ওখ আৰু দুৰ্গম পৰ্বতমালা পাৰ হৈ গৈ গুৰুত্বপূৰ্ণ যুদ্ধ কৰিছিল ; জোছে মিগুৱেল কাৰেৰা আৰু বাৰ্ণাডো ও' হিগিণ্‌চ—চিলিৰ সৈন্য বাহিনীৰ এওঁলোক প্ৰতিষ্ঠাতা। প্ৰথম ছাপাখানা আৰু দাসত্ব বিলোপৰ প্ৰথম আইনও হিগিণ্ঁচে ৰচনা কৰে। আমেৰিকাৰ যুক্তৰাষ্ট্ৰত দাসত্ব বিলোপ হোৱাৰ বহুত আগতে চিলিত এই প্ৰথা বিলোপ হৈছিল।

বলিভাৰ আৰু অইন কেইজনমান মুক্তিকামী নেতাৰ দৰে জোছে মিগুয়েল কাৰেৰাও অভিজাত ক্ৰেয়ল শ্ৰেণীৰ সন্তান আছিল। এই শ্ৰেণীৰ মানুহৰ লগত আমেৰিকাত থকা স্পেনীয় মানুহৰ স্বাৰ্থৰ প্ৰায়েই সংঘাত হৈছিল। জনগণৰ সংগঠিত একতা আছিল, কিন্তু স্পেনীয় শাসনৰ তলত বন্দী ই এটা বিশাল জনশক্তি হৈ আছিল। বলিভাৰ আৰু কাৰেৰাৰ দৰে মানুহসকল আছিল বিশ্বকোষ পঢ়োতা, স্পেনৰ সামৰিক স্কুলৰ ছাত্ৰ। জনগণৰ অজ্ঞানতা আৰু বিভেদৰ দেৱাল ভাঙি জাতীয় চেতনাৰ জন্ম দিয়া হৈছিল।

কাৰেৰাৰ জীৱন চুটি, আৰু বিজুলীৰ দৰে জকমকীয়া। কেইবছৰ মানৰ আগতে প্ৰকাশিত হোৱা, আৰু তেওঁৰ বিষয়ে জুকিয়াই লিখা কিতাপখনৰ মই নাম দিছো দুৰ্ভগীয়া অশ্বাৰোহী ( এল হাছাৰ ডেচ্‌চডিকাডো )। তেওঁৰ গহীন ব্যক্তিত্বই ধুমুহা বতাহত বিজুলী মাৰিলে জ্বলি উঠা জুইৰ দৰে শত্ৰুতাৰ জন্ম দিছিল। অৱশেষত, নতুনকৈ ওপজা আৰ্জেণ্টিনা সাধাৰণতন্ত্ৰৰ শাসকবোৰে তেওঁক মেণ্ডোজাত গুলি কৰি মাৰিলে। স্পেনীয় শাসনৰ ওৰ পেলাবলৈ কৰা মৰ সাহসী চেষ্টাই তেওঁক আৰ্জেণ্টিনাৰ পাম্পা এলেকাৰ বনৰীয়া অধিবাসী সকলৰ নেতা কৰিলে। বুৱেনচ এয়াৰ্চ অৱৰোধ কৰি তেওঁ ইয়াক প্ৰায় দখল কৰি ললে। কিন্তু প্ৰকৃততে তেওঁ চিলিক স্বাধীন কৰিবহে খুঁজিছিল—আৰু এই কামত ইমান আকোৰ গজালিহে লাগিছিল যে অসময়ত তেওঁ গৃহযুদ্ধ আৰু গৰিলা যুদ্ধ আৰম্ভ কৰিলে—আৰু ফলত অকালত মৃত্যুমুখত পৰিল। সেই বিপ্লৱৰ ধুমধুপালৰ দিনবোৰত বলি হল দেশৰ সৰ্বশ্ৰেষ্ঠ প্ৰতিভা আৰু সাহসী যুঁজাৰু জন। ইতিহাসে তেওঁৰ এই

আওমকাৰ বাবে দায়ী কৰিছে ও' হিগিন্স আৰু হান মার্টিনক। কিন্তু চেণ্টেম্বৰ মাহৰ বুৰঞ্জীয়ে, বসন্ত আৰু পতাকাৰ মাহটোৱে ইয়াৰ তেউকাৰ তলত এই তিনিজন বীৰৰ স্মৃতিকে ঢাকি থৈছে—বহল পাম্পা এলেকাত চিৰ-বৰফৰ দেশত আৰম্ভ কৰা যুদ্ধবোৰৰ এই তিনি জনেই নায়ক আছিল।

চিলিৰ মুক্তিদাতা সকলৰ ভিতৰত আৰু এজন হল ও' হিগিন্স সাধাৰণ পৰিয়ালৰ এই মানুহজনে সাধাৰণৰ দৰে নিৰুপদ্ৰৱ আৰু শান্তিত জীৱন কটালেহেঁতেন যদি এটা ঘটনাত তেওঁৰ জীৱনৰ সোঁত অইনপিনে নুবি নগলেহেঁতেন। মাত্ৰ ১৭ বছৰ বয়সত লণ্ডনত থাকোতে এজন বুঢ়া বিপ্লৱীৰ লগত তেওঁৰ চিনাকী হল। এই বুঢ়া মানুহজন লাতিন আমেৰিকাৰ মুক্তিৰ বাবে ইউৰোপৰ সকলো ৰাজসভালৈ গৈ সহায় বিচাৰি ফুৰিছিল। ডন ফ্ৰান্সিস্কো ডে মিৰাণ্ডা নামৰ এই মানুহ গৰাকী ৰাছিয়াৰ সম্ৰাজ্ঞী কেথেৰিণৰও প্ৰিয়পাত্ৰ আছিল। তেওঁক এখন ৰাছিয়ান দিয়াৰ পিছত তেওঁ পেৰিচ পালেহি, আৰু তেনেকৈয়ে ইউৰোপৰ সকলো দেশৰ দুৱাৰ তেওঁৰ বাবে মুকলি হৈ গল।

ই এটা ৰোমাঞ্চকৰ গল্প, সেই যুগৰ ইমান ঘটনাৰে ভৰা যে ইয়াক এখন অপেৰাৰ লগত বিজাব পাৰি। ও' হিগিন্স আছিল এজন স্পেনীয় ৰাজ বিষয়াৰ জহৰা লৰা—এই মানুহজন চিলিৰ শাসনকৰ্তা আৰু চিলিত ধন-ঘটিবলৈ অহা আইৰিছ বংশৰ মানুহ আছিল। মিৰাণ্ডাই ও' হিগিন্সৰ বংশ-পৰিচয়ৰ ভু-ভা ললে, কাৰণ তেওঁ বুজি পাইছিল যে এই ডেকাজনক স্পেনৰ আমেৰিকান উপনিবেশবোৰ মুক্ত কৰাৰ কামত লগাব পৰা যাব। মিৰাণ্ডাই ডেকা ও' হিগিন্সক তেওঁৰ জন্মৰ গুপুত বৃত্তান্ত কোৱাৰ মুহূৰ্তটোৰ কথা, আৰু তেওঁক কেনেকৈ দেশৰ কামত লগালে—সেই বিষয়ে কোনোৱা এজনে কৈছে। ও' হিগিন্সে কথাটো শুনি উচুপি উচুপি মিৰাণ্ডাৰ ভৰিত পৰিল। মিৰাণ্ডাই তেওঁক দুই হাতেৰে সাৱটি ললে। ও' হিগিন্সে প্ৰতিজ্ঞা কৰিলে যে তেওঁ তেতিয়াই চিলিলৈ উভটি যাব আৰু তালৈ গৈ স্পেনৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিব। ঔপনিবেশিক শাসনৰ বিৰুদ্ধে চূড়ান্ত যুদ্ধত জয় লাভ কৰা মানুহজনৰ নাম ও' হিগিন্স, আৰু তেওঁক আমাৰ দেশৰ সাধাৰণ-তন্ত্ৰৰ প্ৰতিষ্ঠাতা বুলি ধৰা হয়।

স্পেনীয় মানুহে মিৰাণ্ডাক বন্দী কৰিলে, আৰু কাডিজ'ত জঘন্য লা কাৰাকা বন্দীশালাত তেওঁ ঢুকাল। ফৰাছী বিপ্লৱৰ এজন প্ৰাক্তন সেনাপতি

আৰু বিপ্লবীসকলৰ গুৰুৰ মৃতদেহাটো এটা থৈলাত ভৰাই বন্দীশালৰ দেৱালৰ পৰা সাগৰত দলিয়াই পেলোৱা হল।

ছান মাৰ্টিনকো তেওঁৰ দেশবাসীয়ে নিৰ্বাসন দিলে। বুঢ়া বয়সত নিঃসঙ্গ জীৱন কটাই ফ্ৰান্সৰ বলোঁ-ছাৰ-মেৰত তেওঁৰ মৃত্যু হল।

চিলিৰ মুক্তিদাতা ও' হিগিন্স গৈ পেৰুত ঢুকাল। তেওঁৰ প্ৰিয় সকলোৰে পৰা দূৰত—ক্ৰেয়ল জমিদাৰ শ্ৰেণীয়ে সোনকালে বিপ্লৱৰ নেতৃত্ব লৈ তেওঁক নিৰ্বাসন দিলে।

আজি মাত্ৰ কেইদিনমানৰ আগতে লিমাৰ মাজেদি যাওঁতে পেৰুৰ বুৰঞ্জী —মিউজিয়ামত জেনাৰেল ও' হিগিন্সে তেওঁৰ শেষৰ বছৰবোৰত অঁকা কেই-খনমান ছবি দেখিলো। ৰং-তুলিৰে অঁকা এই সকলোবোৰে ছবিৰ বিষয়বস্তু আছিল চিলি। তেওঁ চিলিৰ বসন্তকাল —চেপ্টেম্বৰৰ পাত-ফুল আঁকি থৈছিল।

এই চেপ্টেম্বৰত মই সেই মহাবিদ্ৰোহৰ যুগৰ নামবোৰ ঘটনাবোৰ, প্ৰেম আৰু শোক সঁৱৰিবলৈ বহিছো। এটা গোটা শতাব্দীৰ পিছত জনগণে আকৌ লৰচৰ কৰি উঠি বহিছে। বতাহ আৰু ক্ৰোধৰ এটা অস্থিৰ ভয়ানক সোঁতে পতাকাবোৰক নচুৱাইছে। সেই আগৰ বছৰবোৰৰ পৰা আজি সকলো সলনি হৈছে—কিন্তু বুৰঞ্জীয়ে নিজৰ বাট নিজেই উলিয়াই লয়। আমাৰ আমেৰিকাৰ অসীম মহাশূন্যত নৱ-বসন্তৰ উদয় হৈছে।

## প্ৰেষ্টেছ লুই কাৰ্লোচ

প্ৰেষ্টেছৰ দৰে আমেৰিকাৰ কোনো কমিউনিষ্ট নেতাৰ জীৱন ইমান বিপদ ভৰা আৰু অসাধাৰণ নহয়। তেওঁ ব্ৰাজিলৰ এজন ৰাজনৈতিক নেতা আৰু সামৰিক নায়ক। তেওঁৰ সঁচাসচি জীৱন কাহিনী আৰু সাধুকথাৰ লেখিয়া জীৱনে সকলো বাধা-বিপত্তি অতিক্ৰম কৰিছে। আগৰ দিনীয়া বীৰপুৰুষ-সকলৰ তেওঁ যেন জীৱন্ত প্ৰতিমা। সেইবাবে তেওঁ যেতিয়া বুৱেনছ এয়াৰ্ছলৈ মোক লগ ধৰিবলৈ চিঠি লিখি নিমন্ত্ৰণ কৰিলে, ইছলা নেগ্ৰাৰ পৰা মই ততালিকে সেই নিমন্ত্ৰণ গ্ৰহণ কৰিলো। তাৰ উপৰি মই শুনিছিলো যে এনেকৈ তেওঁ আৰু কোনো বিদেশীক মতা নাই—মই অলপ গৰ্ব অনুভৱ কৰিলো—মৃতকৰ পুনৰ্জন্মৰ কিবা সকামত মই উপস্থিত হম যেন লাগিছিল।

দহ বছৰতকৈ বেচি দিন ফাটেকত থকাৰ পিছত প্ৰেষ্টেছক মুক্তি দিয়া হৈছিল। "মুক্ত জগতত" এনে দীঘলীয়া দিনৰ ফাটেক কোনো অসাধাৰণ ঘটনা নহয়। মোৰ কবি বন্ধু নাজিম হিকমত-এ এটা তুৰ্কী বন্দীশালত ১৩ নে ১৪ বছৰ কটাইছিল। মই এই কিতাপখন লিখি থাকোতেই খবৰ পাইছো যে পাৰাগুৱেত ৬।৭ জন কমিউনিষ্টক ১৩।১৪ বছৰৰ বাবে—বাহিৰা জগতৰ লগত কোনো সম্পৰ্ক ৰাখিবলৈ নিদিয়াকৈ জীৱন্ত কবৰ দিয়া হৈছে। ব্ৰাজিলৰ ডিক্টেটৰী শাসনে প্ৰেষ্টেছৰ জাৰ্মান ঘৈনীয়েকক গেষ্টাপোৰ হাতত তুলি দিছিল। তিৰোতা গৰাকীক বন্দী কৰি নিয়া জাহাজখনত সিহঁতে তেওঁক শিকলিৰে বান্ধি থৈছিল। তাতে তেওঁৰ এটি ছোৱালী উপজিল। প্ৰেষ্টেছৰ অদম্য উৎসাহী মাক ডোনা লিওকাডিয়া প্ৰেষ্টেছৰ চেষ্টাত গেষ্টাপোৰ মৰণ কামোৰৰ পৰা মোকলাই অনা ছোৱালীটি এতিয়া বাপেকৰ লগত থাকে। বন্দীশালৰ চোতালত ছোৱালীটিক জন্ম দিয়াৰ পিছত, প্ৰেষ্টেছৰ ঘৈনীয়েকক নাজীসেনাই শিৰচ্ছেদ কৰিলে। এই সকলো ঘটনাই সাক্ষী দিয়ে যে ফাটেকত দীৰ্ঘকাল থকা প্ৰেষ্টেছক কোনেও পাহৰা নাছিল।

তেওঁৰ মাক ঢুকাবৰ সময়ত মই মেক্সিকোত আছিলো। এই মহিলা গৰাকীয়ে গোটেই পৃথিবী ঘূৰি পুতেকৰ মুক্তিৰ দাবী কৰিছিল। মেক্সিকো সাধাৰণতন্ত্ৰৰ ভূতপূৰ্ব প্ৰেছিডেণ্ট জেনেৰেল লাজাৰো কাৰ্বতিনাছ-এ ব্ৰাজিলৰ ডিক্টেটৰলৈ টেলিগ্ৰাম কৰি অনুৰোধ জনাইছিল যেন মাকৰ সকামৰ বাবে যেন প্ৰেষ্টেছক কেইদিনমান মুকলি কৰি দিয়া হয়। প্ৰেছিডেণ্ট কাৰ্বতিনাছ-এ তেওঁৰ বাতৰিত প্ৰেষ্টেছ আকৌ জেললৈ ঘূৰি আহিব বুলি ব্যক্তিগত জামিন হৈছিল। গেষ্টুলিও ভাৰ্গাছ-এ অনুমতি কিন্তু নিদিলে।

গোটেই পৃথিবীয়ে খণ্ডত হতবাক হৈ ৰল। ডোনা লিওকাডিয়া বোলা এটা শোকগীতত মোৰো খং প্ৰকাশ পালে। তেওঁৰ অনুপস্থিত পুতেকৰ প্ৰতি সহানুভূতি জনাই অত্যাচাৰীক মই ধিক্কাৰ জনাইছিলো। মহীয়সী তিৰোতা গৰাকীক কবৰ দিয়াৰ সময়ত মই কবিতাটো পঢ়িলো। মোৰ কবিতা গহীন সুৰেত আৰম্ভ হৈছিল—

"আইদেউ, আপুনি আমাৰ আমেৰিকাক আৰু মহান কৰিলে
ইয়াক আপুনি এখন পবিত্ৰ নৈ দিলে
যাৰ পানীৰ সোঁত অবিৰাম বৈ গৈছে।

প্ৰকাণ্ড এডাল গছ দিলে—যাৰ শিয়াবোৰ সীমাহীন,

এটি পত্ৰ দিলে—তেওঁৰ জন্মভূমিৰ দৰে তেওঁৰো মহান-ঐশ্বৰ্য্যময়।”

কবিতাৰ শেষৰ পিনে অৱশ্যে ই ব্ৰাজিলৰ মইমতীয়া শাসকক আৰু তীব্ৰভাৱে আক্ৰমণ কৰিবলৈ ধৰিছিল।

মই বহুত ঠাইত এই কবিতাটো পঢ়িলো, আৰু ইয়াক সৰু পুস্তিকাত, আৰু পোষ্টকাৰ্ডত ছপাই মহাদেশৰ সকলো ঠাইতে বিলোৱা হল।

পানামাত এবাৰ কেইদিনমান থাকোতে মই তাত কবিতা আবৃত্তি কৰিব লগীয়াত পৰিছিলো। প্ৰথমতে প্ৰেমৰ কবিতা পঢ়ি শেহ কৰি, পিছত মই এই কবিতাটি পঢ়ি শুনালো। হলঘৰটো একেবাৰে স্ফূৰ্তি হৈ আছিল আৰু গৰমত ঘামত সকলোৰে গা তিতি আছিল। ভাৰ্গাছৰ বিৰুদ্ধে মোৰ অভিযোগবোৰ শুনাবলৈ আৰম্ভ কৰা মাত্ৰকে মোৰ ডিঙি শুকাই কৰ্কৰীয়া হোৱা যেন পালো। খন্তেক বৈ মই ওচৰতে থকা পানীৰ গিলাছৰ পিনে হাত বঢ়ালো। সেই মুহূৰ্ততে বগা পোছাক পিন্ধা কোনোৱা এজনক মই ৰভাৰ তলৈ অহা দেখিলো। হলৰ কোনোবা সাধাৰণ লগুৱা আহিছে বুলি ভাবি মই তেওঁক গিলাছটো আকৌ ভৰাই দিবলৈ আগবঢ়াই দিলো। কিন্তু বগা সাজ পিন্ধা মানুহজনে খঙেৰে মোৰ হাতখন একাষৰীয়াকৈ থৈ উত্তেজনাত চিঞৰি গোটখোৱা মানুহসকলক কলে, “মই ব্ৰাজিলৰ ৰাষ্ট্ৰদূত—মই প্ৰতিবাদ জনাইছো। প্ৰেণ্টেছ এজন সাধাৰণ অপৰাধী হে,……

শ্ৰোতাসকলে কাণ তাল মৰা শুহুৰীৰে গিৰ্জনি মাৰি তেওঁক কথাৰ মাজতে বহুৱাই দিলে। কৃষ্ণকায় বহল কান্ধৰ এজন ছাত্ৰই হলঘৰটোৰ মাজ-ভাগত থিয় দিলে—হাত দুখনৰে তেওঁ ৰাষ্ট্ৰদূতৰ টেটু চেপিবলৈ ভয় দেখুৱাই তেওঁ মঞ্চৰ পিনে আগুৱাই আহিল। কূটনৈতিক বিষয়াজনক ৰক্ষা কৰিবলৈ মই দৌৰি আহিলো, আৰু ভাগ্যক্ৰমে তেওঁৰ মাননীয় ওখ পদৰ বেচি ক্ষতি হোৱাৰ আগতে তেওঁক তাৰ পৰা আঁতৰাই আনিব পাৰিলো।

এনেকুৱা ঘটনাবোৰৰ সৈতে ৰাজহুৱা উৎসৱত মই ইছলা নেগ্ৰাৰ পৰা ব্ৰাজিললৈ যোৱাটো ব্ৰাজিলৰ মানুহৰ বাবে খুব স্বাভাৱিক কথা যেন হৈ পৰিছিল। চাও পাওলোত পাকায়েম্বু ষ্টেডিয়ামত মই জনতাৰ ভিড় দেখি অবাক হৈ গলো। তাত ১00,000-তকৈ বেচি মানুহ আছে বুলি মোক কোৱা হল। ষ্টেডিয়ামৰ বিশাল বৃত্তত মানুহৰ মূৰবোৰ অকণি অকণি যেন দেখা গৈছিল। প্ৰেণ্টেছ চুটিচাপৰ মানুহ আছিল। তেওঁ

মোৰ কাষতে আছিল। আৰু লাজাৰাছ আছিল যেন কবৰৰ পৰা আহি এই উৎসৱত যোগ দিছেহি। তেওঁৰ সাজপোছাক পৰিপাটি আছিল। অতি ক্ষীণ আৰু বগা—গাৰ ছালখন কাগজৰ দৰে পাতল আৰু স্বচ্ছ আছিল—এনে ছাল কয়েদীৰ গাৰ যেন। তেওঁৰ দুটি চোকা, চকুৰ তলত সেউজীয়া ঘুৰণীয়া বস্তু, অতি সুন্দৰ গঢ়-পিত, গহীন গাম্ভীৰ্য্য—সকলোবোৰে তেওঁৰ জীৱনৰ সুদীৰ্ঘ ত্যাগৰ সাক্ষী আছিল। কথাবোৰ কৈছিল যেন যুদ্ধজয়ৰ পিছত কোনো জেনেৰেলেহে বিবৃতি দিছে।

কেৰণ্টামানৰ আগতে তেওঁৰ সন্মানত লিখা এটা কবিতা পঢ়ি মই শুনালো। জৰ্জ আমাডোই অনুবাদ কৰোতে মাত্ৰ স্পেনীয় শব্দ "আল বানাইলাছ" ( ইটা গাঁথোতা ) শব্দটো পৰ্তুগীজ "পেড্ৰেৰিচ" শব্দলৈ সলালে। মোৰ ভয় লাগিছিল, কিন্তু স্পেনীয় ভাষাত লিখা কবিতাটো। মানুহসকলে বুজি পালে। মই লাহে লাহে পঢ়িছিলো—প্ৰতিশাৰি পঢ়াৰ পিছত ব্ৰাজিলৰ মানুহে শলাগি দেখুৱালে। মোৰ কবিতাতো এই শলাগৰ যেন গভীৰ প্ৰতিধ্বনি শুনিবলৈ পালো। ১৩০,০৩০ জন মানুহক কবিতা পঢ়ি শুনোৱা কবিজন আৰু আগৰ কবি নাথাকে, আৰু এনে অভিজ্ঞতাৰ পিছত আৰু আগৰ দৰে একে কবিতা লিখি যাব নোৱাৰে।

অৱশেষত পৌৰাণিক চৰিত্ৰৰ মানুহ লুই কাৰ্লোছৰ লগত মই মুখামুখি হলো। মোৰ লগত দেখা কৰিবলৈ তেওঁ কোনোবা বন্ধুৰ ঘৰত বৰ্খি আছে। তেওঁৰ চেহেৰাই—বিশেষকৈ পিৰাজৰ দৰে পাতল বগা ছালখিনিয়ে তেওঁৰ কষ্টৰ চিনাকী দিয়ে।

গহীন মানুহজনৰ লগত মোৰ কিন্তু বেচ বন্ধুত্ব হল। মোৰ বিশ্বাস, বয়সীয়াল মানুহে সৰু লৰাছোৱালীক দেখুৱা—অলপ কোমল, অলপ পৰহিতৈষী ব্যৱহাৰ যেন তেওঁ মোৰ লগত কৰিছিল—অৱশ্যে আমি কবিসকলে মানুহৰ পৰা এনে ব্যৱহাৰ প্ৰায়ে পাওঁ।

পিছৰ সপ্তাহত তেওঁ মোক এদিন এসাজ খাবলৈ মাতিলে। কিন্তু এটা পৰমাল ঘটিল—এনে ঘটনাবোৰৰ বাবে মোৰ ভাগ্য বা দাৰিদ্ৰহীনতাক হে জগৰীয়া কৰিব লাগে। ঘটনাটো হল -পৰ্তুগীজ ভাষাত শনিবাৰ আৰু ৰবিবাৰ যদিও আছে, সপ্তাহৰ আইন দিনবোৰক ই সোম, মঙ্গল, বুধ ইত্যাদি বুলি নকয়—দ্বিতীয় দিন, তৃতীয় দিন, চতুৰ্থ দিন বোলে, আৰু কি কাৰণে

জানো প্ৰথম দিনটো বাদ দি থয়। মোৰ সেই নামবোৰত আউল লাগি যায় আৰু সেইবাবে কোন দিনটো যে কি কব নোৱাৰো।

ব্ৰাজিলৰ এগৰাকী সুন্দৰী বন্ধুৰ লগত আমি সমুদ্ৰৰ উপকূলত কেঘণ্টামান কটাবলৈ গলো—কিন্তু বাৰে বাৰে নিজক সোঁৱৰাই গলো যে পিছদিনা দুপৰীয়া প্ৰেণ্টেছৰ লগত খাবলৈ যাব লাগিব। সপ্তাহৰ চতুৰ্থ দিনা মই ঘুৰি গৈ জানিলো যে তেখেতৰ লগত মোৰ তৃতীয় দিনাহে খোৱাৰ কথা আছিল। টেবুলত খোৱা বস্তু সজাই লৈ তেওঁ বহুপাই মোৰ বাবে বৈ আছিল—মই তেতিয়া ইপানেমাত সমুদ্ৰৰ পাৰত সময়খিনি এলাহত কটাই আছিলো। মোক সকলো ঠাইতে বিচাৰি তেওঁলোকে হাবাথুৰি খালে, কিন্তু মই ক'ত আছিলো কাকো কোৱা নাছিলো। এনেকৈ মোৰ জিভাৰ সোৱাদৰ গম লৈ এই কঠোৰ নীতিবাগীশ মানুহজনে সহজে নোপোৱা ব্ৰাজিলৰ উৎকৃষ্ট মদ মোৰ বাবে আনিবলৈ আদেশ দিছিল। আৰু মোৰ বাহিৰে তেওঁ কাকো খাবলৈ মতা নাছিল।

এই কথাটো মনত পৰিলে মই লাজত মৰি যোৱা যেন পাওঁ। জীৱনত মই বহুত বিষয়ে বহুত কথা শিকিব পাৰিছো, কিন্তু পৰ্তুগীজ ভাষাত সপ্তাহৰ দিনকেইটাৰ নামহে শিকিব পৰা নাই।

## কোডোভিলা

মই ছান্তিয়াগো এৰি আহিবৰ সময়ত শুনিলো যে ভিক্টোৰিও কোডোভিলাই মোৰ লগত কথা হব খোজে। মই তেওঁৰ লগত দেখা কৰিলো, আমাৰ বন্ধুত্বৰ তেওঁৰ মৃত্যুতহে ছেদ পৰিল।

কোডোভিলা তৃতীয় ইণ্টাৰ নেছনেলৰ এজন সভ্য আছিল—সেই যুগৰ সকলো বৈশিষ্ট্যৰ অধিকাৰী আছিল। তেওঁ প্ৰভুত্ব-পৰায়ণ, ব্যক্তিত্ববাদী আৰু মইমতীয়া মানুহ আছিল, সহজেই নিজৰ মতামত আইনৰ ওপৰত খটুৱাব পাৰিছিল—যেন মাখনৰ ভিতৰত ছুৰিহে সোমাল। সভাসমিতিলৈ খৰধৰ কৰি আহি, আগতে সাজু কৰি থোৱা সকলোবোৰ উত্তৰ অধৈৰ্য্যৈ হৈ উত্তৰ দিছিল। ভদ্ৰতাৰ খাতিৰতহে তেওঁ আনৰ কথাবাৰ্তা শুনিছিল, তাৰ পিছত তেওঁৰ চূড়ান্ত আদেশ জাৰী কৰিছিল। অসীম কৰ্মদক্ষতা, অনলস পৰিশ্ৰম আৰু কোনো বিষয়ে আলোচনাৰ সংক্ষিপ্ত সাৰ উলিয়াই লোৱাত তেওঁ

অতুলনীয় আছিল। অইনকো কাম কৰাই লোৱাত তেওঁ দক্ষ আছিল। মোৰ মনেৰে তেওঁ সেই যুগৰ সৰ্বশ্ৰেষ্ঠ চিন্তাশীল ৰাজনৈতিক যন্ত্ৰ আছিল।

মোৰ বাবে তেওঁ সদায় সমঝোতা আৰু মান্যৰ ভাব দেখুৱাই ছিল। ইটালীয়ান বংশৰ এই মানুহজনে জীৱনধাৰণত জাগতিক সুখভোগৰ কথা সমূলে বাদ দি কেৱল উপযোগবাদীত পৰিণত হৈছিল। আকৌ তেওঁৰে কিন্তু ইমান মানৱিক গুণত গুণী আছিল যে সেইটো তেওঁৰ চৰিত্ৰৰ দুৰ্বলতা বুলিব পাৰি। কৃষ্টি সম্পন্ন মানুহৰ ভুলভ্ৰান্তি আৰু দুৰ্বলতা বুজি পোৱাকৈ তেওঁৰ শিল্পী সুলভ গভীৰ অনুভূতি আছিল। কিন্তু ৰাজনৈতিক জীৱনত এই গুণটোৱেও তেওঁক আঁকোৰগজালি হোৱাত বা সময়ে সময়ে মাৰাত্মক হৈ উঠাত বাধা দিব পৰা নাছিল।

পেৰণৰ একনায়কতন্ত্ৰক প্ৰেষ্টেছে ভুল বুজিছে বুলি তেওঁৰ চিন্তা হৈছে—কথাটো তেওঁ মোক জনালে। কোডোভিলাই পেৰণ আৰু তেওঁৰ আন্দোলনক ফেচীবাদৰ এটা শাখা বুলি বিশ্বাস কৰিছিল। ফেচীবিৰোধী কোনোৱেই মনে মনে থাকি দিনে দিনে পেৰণৰ বাঢ়ি যোৱা শক্তিক—বা তেওঁৰ একাদিক্ৰমে দমনমূলক কাম-বন সহিব নোৱাৰে। এই সময়ত কোডোভিলা আৰু আৰ্জেণ্টিনাৰ কমিউনিষ্ট পাৰ্টিয়ে বিশ্বাস কৰিছিল যে বিদ্ৰোহেই পেৰণৰ কামৰ সঠিক জবাব। এই বিষয়ে প্ৰেষ্টেছৰ লগত কথা হবলৈ তেওঁ মোক অনুৰোধ কৰিছিল। অৱশ্যে তেওঁ আৰু কৈছিল যে মোক তেওঁ কটকীৰ কামৰ ভাৰ দিয়া নাই। তথাপিও মই কিন্তু সাধাৰণতে দেখা তেওঁৰ দৃঢ়তাৰ পিছত চিন্তাৰ উমান পালো।

পাকায়েম্বু সমাৱেশৰ পিছত প্ৰেষ্টেছৰ লগত মোৰ দীঘলীয়া আলোচনা হল। এই দুজন ইমান বেলেগ চৰিত্ৰৰ মানুহ—এওঁলোক তেনেকৈয়ে একেবাৰে কোণাকুণিকৈ বিৰোধী মতবাদৰ। উজ্জ্বল স্বাস্থ্যৰ তজবজীয়া বলী ইটালীয়ান বংশৰ আৰ্জেণ্টিনাৰ মানুহজন আছিল সঁচাকৈ এজন গোটা মানুহ—যেন এটা গোটা কোঠালী, এখন গোটা টেবুল—নিজৰ চাৰিওপিনে যি আছিল তাকে তেওঁ পুৰা দখল কৰি লৈছিল। ক্ষীণ আৰু তপস্বীৰ দৰে প্ৰেষ্টেছক ইমান লেহুকা যেন লাগিছিল যেন বতাহৰ এছাটিয়েই তেওঁক খিড়িকীৰে বাহিৰলৈ উৰুৱাই নিব। কিন্তু তেওঁলোকৰ বাহিৰা চেহেৰাৰ আঁৰত দুয়ো যে সমান কঠিন মই সেইটো ধৰিব পাৰিছিলো।

প্ৰেষ্টেছে মোৰ প্ৰশ্নৰ উত্তৰত কলে, "আৰ্জেণ্টিনাত কোনো ফেচীবাদ

নাই। পেবল এজন কিন্তু ফেচীবাদী নহয়"। তেওঁ সুধিলে, বাদামী কামিজ কত? ফেচীবাদী সেনা কত?

তাৰ বাহিৰেও কোডোভিলাই ভুল কৰিছে। লেনিন কৈছে যে সশস্ত্ৰ বিদ্ৰোহ খেলাৰ বিষয় নহয়। সেনাদল নাথাকিলে যুদ্ধ ঘোষণা কৰিব পাৰিনে। মাত্ৰ স্বেচ্ছাসেৱক যথেষ্ট নে?

ভিতৰে ভিতৰে এই মানুহ দুজনৰ মাজত বহুত পাৰ্থক্য আছিল কিন্তু দুয়োজনেই আছিল নিজৰ মতামতত অটল। তেওঁলোকৰ এজন সম্ভৱতঃ প্ৰেষ্টেছ—এইবোৰ বিষয়ে ঠিক আছিল। কিন্তু এই দুজন প্ৰশংসনীয় বিপ্লৱীৰ আঁকোৱগজালি মতে এনে এটা পৰিবেশ সৃষ্টি কৰিছিল যে মোৰ উৎসাহ নিশাহ লোৱাই টান হৈ পৰিছিল।

মই এইটোও কব লাগিব যে কোডোভিলা জীৱনীশক্তিত ভৰপূৰ আছিল। কমিউনিষ্ট যুগৰ ভণ্ডামি আৰু নিষ্ঠা নৈতিকতাৰ বিৰুদ্ধে তেওঁৰ সংগ্ৰামত মোৰ পূৰ্ণ সমৰ্থন আছিল। আমাৰ চিলিত পুৰণিদিনীয়া নেতা মহৎ লাফাৰ্তে অতিপাত গোড়া মাদক বিৰোধী আছিল। বুঢ়া লাফাৰ্তে-ই তেওঁৰ পাৰ্টিৰ মতা-তিৰোতাৰ ভিতৰত চিভিল ৰেজেষ্ট্ৰিৰ বাহিৰা প্ৰেম প্ৰণয়বোৰকো ঘোপাচকুৰেহে চাইছিল। কোডোভিলাই তেওঁৰ সীমাহীন অদম্য জীৱনী-শক্তিৰে আমাৰ এই এচকুৰা গুৰুক পৰাজিত কৰিছিল।

## ষ্টালিন

বহুতে ভাবে যে এতিয়া মই এজন জনাজাত ৰাজনীতিবিদ অথবা, আগতেও আছিলো। এই প্ৰখ্যাত ধাৰণাটো যে কেনেকৈ গঢ়ি উঠিল মই নাজানো। ডাকটিকটৰ নিচিনা সৰু এখন মোৰ ফটো এদিন "লাইফ" বোলা আলোচনীত দেখি মই সঁচাকৈ আচৰিত হলো। ইয়াৰ দুটা পৃষ্ঠা জুৰি বিশ্ব-কমিউনিজমৰ নেতা সকলক দেখুৱা হৈছিল। মোৰ ফটোখন প্ৰেষ্টেছ আৰু মাও-চে-তুঙ-ৰ মাজত কেনেবাকৈ ছপা হৈছিল—মই গোটেই ঘটনাটোকে এটা তামাছা বুলি ধৰি লৈছিলো। কিন্তু মই কাকো একো নকলো—কিয়নো এনেবোৰ ভুল শুধৰাবলৈ লিখা চিঠি মই সদায় অপছন্দ কৰি আহিছো। ইয়াৰ বাহিৰেও ছি আই. এ.-ই কামত পৰি এনে ভুল কৰা বাবে মই বেচ মজা পাইছিলো—

গোটেই পৃথিৱী জুৰি ইয়াৰ পাঁচলাখ দালাল থকা সত্ত্বেও ইহঁতৰ কেনেকৈ ইমান ভুল হল !

আমি পিকিং চাৰলৈ যোৱাৰ সময়খিনিযে বিশ্ব সমাজবাদী মুখিয়াল নেতা সকলৰ লগত থকা মোৰ সকলোতকৈ দীঘলীয়া। এটা বিশেষ উৎসৱত মাও ছে তুঙ-ৰ লগত মই মদ পান কৰিছিলো। আমাৰ গিলাছ দুটাই ইটোৱে সিটোক চুওঁতে তেওঁ মোলৈ মিচিকি হাঁহিৰে চালে, আৰু আধা বন্ধুত্ব-আধাব্যঙ্গৰ হাঁহি এটা মাৰিলে। মোৰ হাতখন দুহাতত লৈ তেওঁ ধৰি ৰাখিলে—আৰু তাৰ পিছত নিজৰ টেবুললৈ ঘূৰি গল।

ছোভিয়েত বাহিৰালৈ বহুবাৰ যোৱা সত্ত্বেও মই মলোটভ, ভিছিনস্কি বা বেৰিয়াক কেতিয়াও দেখা নাই। এনেকৈ. এওঁলোকতকৈ কম গুৰুত্বপূর্ণ পদৰ অধিকাৰী ! আৰু বেচি সামাজিক মিকোয়ানক দেখা নাই।

ষ্টালিনকো মই দুৰৰ পৰাহে দেখিছো - সদায় একে ভুথৰি ঠাইতে—এবাৰতকৈ বেচি দেখিছো। ৰেড স্কোয়াৰৰ ওখ ঠাই ভুথৰি—য'ত প্ৰতি বছৰ ১ মে আৰু ৭ নবেম্বৰত ওখ থাপৰ নেতাসকলে ভিড় কৰি থাকে তাতে দেখিছো ষ্টালিনৰ নামত দিয়া পুৰস্কাৰৰ এজন জুৰি হিছাপে ক্ৰেমলিনত মই দীৰ্ঘ সময় কটাইছো - কিন্তু কোনোদিন কোনো ঘৰৰ বাৰান্দাতো মই তেওঁক খন্তেকৰ বাবেও লগ পোৱা নাই। আমি জুৰী সকলে ভোটাভুটিৰ সময়ত বা দুপৰীয়া একেলগে খোৱাৰ সময়ত তেওঁ কেতিয়াও আমাৰ লগত যোগ দিয়া নাছিল, বা কেতিয়াও আমাক মাতি নি এবাৰ ওলগনিৰ কথা কোৱা নাছিল। পুৰস্কাৰ দিয়া হৈছিল সৰ্বসম্মতিক্ৰমে, কিন্তু মাজে মাজে পাওঁতাজনক লৈ তৰ্ক-বিতৰ্কৰ সৃষ্টি হৈছিল। মোৰ সদায় এই অনুভূতি হৈছিল যে চূড়ান্ত সিদ্ধান্ত লোৱাৰ আগতে জুৰী মণ্ডলীৰ ভিতৰত কোনো এজন গৈ এই নেতাজনক সম্ভাব্য ফলাফল জনাই তেওঁৰ সম্মতি আছে নে নাই তাক জানি আহিছিল। কিন্তু তেওঁ কেতিয়াও আপত্তি জনাইছিল বুলি মই মনত পেলাব নোৱাৰো। যদিও তেওঁ ওচৰতে কৰবাত আছিল যেন অনুমান পাইছিলো আমাৰ উপস্থিতিক তেওঁ স্বীকাৰ কৰাও মোৰ মনত নপৰে। এই বিষয়ে কোনো সন্দেহ নাই যে ষ্টালিনে নিজৰ এই ৰহস্যময় গতিবিধি নিয়মিত অভ্যাসৰ ফলতহে লভিছিল ; অথবা তেওঁ অতি ভয়াতুৰ মানুহ আছিল—নিজেই নিজৰ বন্দীশালত বন্দী হৈ আছিল। এইটোও হব পাৰে যে অৱশ্যেই তেওঁৰ ওপৰত যি ক্ষমতা বিস্তাৰ কৰিছিল ই তাৰেই ফল।

বেৰিয়াই আছিল একমাত্র মানুহ যাৰ গতি-বিধি ষ্টালিনৰ কোঠালৈ অবাধ' আছিল।

সি যিয়েই নহওক, এবাৰ কিন্তু ক্রেমলিনৰ এই ৰহস্যময় মানুহজনৰ লগত সৌভাগ্যক্রমে মোৰ দেখা হল। ঘটনাটো মোৰ এতিয়াও ভালকৈ মনত আছে। এদিন আৰাগ' দম্পত্তি, লুই আৰু এলচা আৰু মই—আমি তিনিও সেই বছৰৰ ষ্টালিন পুৰষ্কাৰ কাক দিয়া হব তাৰ সিদ্ধান্ত লোৱা সভালৈ গৈ থকা সময়ত বাটত ওৱাৰ্শ'ত তুমুল বতাহ বৰষুণে আমাক ৰখালে। আমি সময়ত গৈ সভাত যোগ দিব নোৱাৰিলো। আমাৰ লগত অহা ৰাছিয়ান মানুহসকলৰ এজনে আমি অনুমোদন কৰা প্ৰাৰ্থীসকলৰ নাম আগতে বেডিঅ' বাৰ্তাত পঠিয়াই দিলে—পিছত অৱশ্যে চূড়ান্ত সিদ্ধান্ততো সেই নামবোৰ অনুমোদন কৰা হল। কিন্তু আচৰিত কথা এইটোৱে যে ৰাছিয়ান জনে টেলিফোনত কিবা শুনি মোক অবাক কৰি এফলীয়াকৈ মাতি নি কলে, "মই আপোনাক ওলগনি জনাইছো কমৰেড নেৰুডা'। কমৰেড ষ্টালিনৰ আগত ৰ'টা পাবলগীয়া নামবোৰৰ ফৰ্দখন মেলি ধৰোতে তেওঁ চিঞৰি উঠিল—"ইয়াত নেৰুডাৰ নাম কিয় ?"

পিছৰ বছৰত মই শান্তি আৰু মানৱ জাতিৰ মাজত বন্ধুত্বৰ প্ৰতিনিধি হিছাবে ষ্টালিন পুৰষ্কাৰ লাভ কৰিলো। মোৰ সেইটো প্ৰাপ্য হব পাৰে, কিন্তু মই এতিয়াও নিজকে সোধো সেই পৰ্দাৰ আঁৰত থকা মানুহজনে মোৰ অস্তিত্বৰ কথা কেনেকৈ জানিলে ?

সেই সময়তে ষ্টালিনে হস্তক্ষেপ কৰা আৰু কেইটামান ঘটনাৰ কথা মই শুনিলো। বিশ্ব নাগৰিকতাবাদৰ বিৰুদ্ধে তীব্ৰ অভিযান বাঢ়িল, আৰু উগ্ৰপন্থী সাম্প্ৰদায়িক মতবাদীবোৰে এৰেনবুৰ্গৰ শিৰচ্ছেদ দাবী কৰিলে। জুলিও জুৰেনিটো-ৰ লেখকৰ ঘৰত এদিন টেলিফোন বাজি উঠিল। লিউবাই ফোন ধৰিলে। অলপ চিনাকী মাতৰ মানুহ এজনে সুধিলে, "ইলিয়া গ্ৰিগৰিয়েভিছ ঘৰত আছেনে ?"

লিউবাই উত্তৰ দিলে, "আছে নাই দুইটাই হব পাৰে। আপুনি কোনে' কথা কৈছে ?"

উত্তৰ আছিল—"মই ষ্টালিন।"

লিউবাই এৰেনবুৰ্গক কলে, "ইলিয়া, কোনোবাই তোমাৰ লগত ঠাট্টা কৰিছে।" কিন্তু টেলিফোন ধৰি ইলিয়াই ষ্টালিনৰ মাতটো চিনি পালে।

"আপোনাৰ 'দি ফল অৱ পেৰিছ' কিতাপখন পঢ়ি মই নিশাটো কটালো।
প্ৰিয় ইলিয়া গ্ৰিগৰিয়েভিছ, এই কিতাপখনৰ নিচিনা ভাল কিতাপ লিখি থাকক
আপোনাক কওঁ বুলি মই টেলিফোন কৰিলো।"

বোধহয় সেই অপ্ৰত্যাশিত টেলিফোন বাৰ্তাই মহান এৰেনবুৰ্গক দীৰ্ঘ-জীৱি হবলৈ সহায় কৰিলে।

আৰু এবাৰৰ ঘটনা—ইতিমধ্যে মায়াকোভস্কি ঢুকাল। তেওঁৰ গৌৰৱ প্ৰতিক্ৰিয়াশীল শত্ৰুবোৰে কবিৰ স্মৃতি বিলোপ কৰিবলৈ মৰোজীওঁকৈ লাগিল। ছোভিয়েত সাহিত্যজগতৰ পৰা চিনচাব নোহোৱাকৈ তেওঁৰ স্মৃতি মচি পেলোৱাই সিহঁতৰ উদ্দেশ্য আছিল। এটা ঘটনাই ইয়াৰ পিছত ইহঁতক এশিকাণি দিলে—আৰু এই অভিসন্ধিৰ ওৰ পেলালে। মায়াকোভস্কিৰ প্ৰিয়তমা লিলি ব্ৰিক এ ষ্টালিনলৈ এখন চিঠি লিখি এই ঘৃণনীয় আক্ৰমণ-বোৰৰ প্ৰতিবাদ জনাই, মায়াকোভস্কিৰ কবিতাক খণ্ডৰে সমৰ্থন কৰা হল। তেওঁৰ আক্ৰমণকাৰী বোৰে নিজকে অপৰাজেয় বুলি ভাবিছিল—কিন্তু সিহঁতৰ মজলীয়া মনোবৃত্তিত আঘাত পোৱা যেন লাগিল। লিলি ব্ৰিক-ৰ চিঠিৰ একাষত ষ্টালিনে লিখি দিছিল—"ছোভিয়েত যুগত মায়াকোভস্কিই সৰ্বশ্ৰেষ্ট কবি।" ইয়াৰ পিছতে ছোভিয়েত ৰাছিয়াত তেওঁৰ নামত বহুত মিউজিয়াম আৰু স্মৃতিসৌধ গজি উঠিল। তেওঁৰ অসাধাৰণ কাব্যৰ বহুত সংস্কৰণ প্ৰকাশ কৰা হল। বিৰোধীবোৰে ভয়ত পেপুৱা লাগি বল—জেহোভাৰ শঙ্খ-ধ্বনিয়ে সিহঁতৰ মুখৰ মাত হৰিলে।

মই এইটোও পিছত জানিছিলো যে ষ্টালিনৰ মৃত্যুৰ পিছত তেওঁৰ কাগজবোৰৰ ভিতৰত এখন নামৰ তালিকা পোৱা গৈছিল। তাৰ ওপৰত তেওঁৰ নিজ হাতেৰে লিখা আছিল—"এওঁলোকক নুচুব।" এই তালিকাৰ একেবাৰে ওপৰত নাম আছিল সঙ্গীতৰ সুৰবান্ধোতা শবস্তাকোভিছ, তাৰ পিছত আৰু বহুত বিখ্যাতৰ নামৰ ভিতৰত আছিল আইজেনষ্টাইন, পেণ্টাৰনেক, এৰেনবুৰ্গ ইত্যাদি।

মোক বহুতে ষ্টালিনৰ একনিষ্ঠ সমৰ্থক বুলি ভাবে। ফেচীবাদী আৰু প্ৰতিক্ৰিয়াশীলবোৰেতো ষ্টালিনৰ গানৰ দোঁহাৰ গাওঁতা বুলি কয়। মোক অৱশ্যে এইবোৰে বিচলিত কৰিব নোৱাৰে। পৈশাচিক বেমেজালিৰ যুগত মানুহে যিহকে খুচী বায় দিলেই হল।

আমি কমিউনিষ্ট সকলৰ বাবে দুখজনক ঘটনা হল ষ্টালিন সমস্যাত

বুকেইবাটাও বিষয়ে শত্ৰুপক্ষৰ সঠিক বিচাৰ—আৰু তাক স্পষ্টভাৱে জনোৱা। এনেকৈ ফল প্ৰকাশ হোৱাৰ পিছত আমাৰ মনবোৰক যেন থাহিমুহি কোনোবাই মাটিত বগৰাই পেলালে। বহুতে নিজক ঠগখোৱা বুলি ভাবিলে, আৰু মৰোজীওঁকৈ শত্ৰুৰ যুক্তিক অখণ্ড বুলি মানি লৈ সেই পক্ষ ললে। বাকী সকলে বিংশ কমিউনিষ্ট কংগ্ৰেছত নিষ্ঠুৰভাৱে পোহৰলৈ অনা এই যন্ত্ৰণাদায়ক তথ্যবোৰক আওহেলা কৰিও, কমিউনিষ্ট পাৰ্টিৰ অখণ্ডতা ৰক্ষা কৰি—এই পাৰ্টি আছে থাকিব—এই ঐতিহাসিক সত্যটো জগতক দেখুৱাই নিজে ইয়াৰ দায়ীত্ব ললে।

আমি সকলোৱে এই দায়ীত্বৰ ভাগীদাৰ কথাটো যদি সঁচা হয়—ষ্টালিন যুগৰ অপৰাধবোৰক নেওচা দি আমাক আত্ম সমালোচনা আৰু আত্ম-বিশ্লেষণ কৰিবলৈ শিকায়। আমাৰ মতবাদৰ এই মৌলবাদ বৰ দৰ্কাৰী। আৰু আকৌ যাতে এনে সাংঘাতিক ঘটনাবোৰ ঘটিব নোৱাৰে তাৰ বাবে আমাক পুৰাপুৰি সাজু কৈ ৰাখে।

মই ভাবি চাওঁ আৰু এই মতত উপস্থিত হওঁ যে ষ্টালিন যুগৰ এন্ধাৰ ভেদ কৰি মোৰ অচিনাকী ষ্টালিন মোৰ চকুৰ আগত ভাহি উঠিল। তেওঁ নীতিবাগীশ সৎ স্বভাৱৰ মানুহ, তপস্বীৰ দৰে মিতাচাৰী, বাছিয়াৰ বিপ্লৱৰ দুৰ্জয় যুজাৰু, প্ৰকাণ্ড গোঁফওৱালা এই চুটিচাপৰ মানুহজন যুদ্ধক্ষেত্ৰত বিৰাট দৈত্যৰ লেখিয়া হৈ উঠে। তেওঁৰ নাম ওঁঠত লৈ ৰেড আৰ্মিয়ে হিটলাৰৰ ৰাক্ষসী শক্তিক আক্ৰমণ কৰি ছেদেলি ভেদেলি কৰি পেলায়।

তথাপি, মই মোৰ কবিতাবোৰৰ ভিতৰত মাত্ৰ এটাহে এই শক্তিশালী ব্যক্তিত্বলৈ নিবেদন কৰিছো। কবিতাটো তেওঁৰ মৃত্যুৰ সময়ত ৰচিত। মোৰ সেই কবিতাত পৃথিবীত ক্ৰেমলিনৰ দৈত্য আৰু মৃত্যুভয়ত লগোৱা তোলপাৰ ভালকৈ ফুটি উঠিছিল।

## সৰলতাৰ শিক্ষা

গেব্ৰিয়েল গাৰ্ছিয়া মাৰ্কুৱেজ-এ খুব বিচলিত হৈ আহি মোক কলেহি যে তেওঁৰ সুন্দৰ কবিতা 'এশবছৰৰ নিঃসঙ্গতা'ৰ কিছুমান প্ৰেমপূৰ্ণ লাইন মস্কোত কাটি বাদ দিয়া হৈছে। মই প্ৰকাশক সকলক কলো—"কামটো ঠিক হোৱা নাই।" তেওঁলোকে উত্তৰ দিলে, "কিতাপৰ কোনো ক্ষতি এইবাৰে

হোৱা নাই।" মইও দেখিলো যে তেওঁলোকে আখেজত কামটো কৰা নাই।" তথাপি চাওকচোন তেওঁলোকে কবিতাটো কাটি পেলালে।

এনেবোৰ ঘটনাৰ কি প্ৰতিকাৰ কৰা যায়? দিন যোৱাৰ লগে লগে মই, আৰু কম সমাজবাদী হৈ পৰিছো। সাধাৰণ মাৰ্ক্সীয় নীতিৰ বাহিৰে, পুঁজিবাদক অপছন্দ কৰাৰ বাহিৰে, আৰু সমাজবাদত মোৰ বিশ্বাসৰ বাহিৰে মানৱতাৰ অবিৰত বৈপৰীত্যক মই দিনে দিনে কম বুজা হৈছো।

আমি এই যুগৰ কবি সকলে এটা মত ঠিক কৈ লব লাগিব। মতটো বাচি লোৱা সহজ কাম নহয়। ভয়ংকৰ, অন্যায় যুদ্ধবোৰ, শক্তিশালী পক্ষৰ নেৰানেপেৰা চাপ, পইচাৰ আক্ৰমণাত্মক ভূমিকা—সকলো অন্যায় দিনে দিনে আৰু চোকা ফলাফলৰ সৈতে প্ৰকাশিত হৈছে। ঘুণেধৰা পুৰণি ব্যৱস্থাই ইয়াৰ সৰ্তসাপেক্ষ স্বাধীনতা দিয়াৰ টোপ পেলাইছে। যৌনতা, হিংস্ৰতা আৰু আমোদ সহজেই মাহেকীয়া দাম দি কিনি লোৱা হৈছে।

আজিৰ কবিয়ে তেওঁৰ যন্ত্ৰণাৰ পৰা ৰক্ষা পাবলৈ বাট বিচাৰি হাবাথুৰি খাই ফুৰিছে। কোনো কোনো জনে আশ্ৰয় লৈছে অতীন্দ্ৰিয়বাদ বা যুক্তিবাদৰ সপোনত। অইন কোনোবাই যুৱ মানসৰ স্বতঃস্ফুৰ্ত ধ্বংসশীল হিংস্ৰতাত মোহ গৈছে। তেওঁলোকে তাৎক্ষণিকৰ পথ বাচি লৈছে—বুজা নাই যে আজিৰ বৰ্ণলিপ্ত জগতত এই অভিজ্ঞতাই সদায় দমন আৰু নিষ্ফল যাতনাৰ জন্ম দিয়ে।

মোৰ পাৰ্টিত, চিলিৰ কমিউনিষ্ট পাৰ্টিত মই সবল অন্তৰৰ ডাঙৰ মানুহৰ দল এটা দেখিছিলো, তেওঁলোকে নিজৰ ভেম, স্বেচ্ছাচাৰীতা আৰু বৈষয়িক লাভ লোকচান বহুত দূৰত পেলাই থৈ আহিছে। সৎমানুহে উমৈহতীয়া ভদ্ৰতা, সুবিচাৰ আৰু ন্যায়ৰ বাবে যুজিছে বুলি জানি মই সুখী হৈছিলো।

মোৰ পাৰ্টিৰ লগত মোৰ কেতিয়াও কোনো অসন্তাৱ হোৱা নাই। এই পাৰ্টি সৰু হলেও চিলিৰ মানুহৰ বাবে, আমাৰ দেশৰ বাবে অসাধাৰণ বিজয় গৌৰৱৰ চিন বহন কৰিছে—ইয়াতকৈ বেচি মই আৰু কি কব পাৰো? মোৰ একমাত্ৰ আশা হৈছে এই পাৰ্টিৰ কমৰেডসকলৰ দৰে সহজ হোৱা, তেওঁলোকৰ দৰে অবিচল নীতিৰ আৰু মতবাদত অজেয় হোৱা। নম্ৰতাৰ বিষয়ে মানুহে কৈ শেষ কৰিব নোৱাৰে। ব্যক্তিগত ভেমৰ পৰা আমি একো শিকিব নোৱাৰো। ই মানুহক মাত্ৰ সন্দেহবাদী কৰি তোলে—মানৱজাতিৰ দুখ-দুৰ্দশা কমাবলৈ কেতিয়াও যুজিব নোৱাৰে।

ফিডেল কাষ্ট্ৰো

হাভানাত বিজয় গৌৰৱেৰে প্ৰৱেশৰ দুসপ্তাহৰ পিছত ফিডেল কাষ্ট্ৰোই দুদিনমানৰ বাবে কাৰাকাচলৈ আহিল। ভেনেজুৱেলাৰ চৰ্কাৰ আৰু ৰাইজে তেওঁক বিপ্লৱৰ সময়ত সহায় কৰা বাবে তেওঁ খোলাখুলিকৈ ধন্যবাদ জনাবলৈ আহিল। এই সহায় আছিল তেওঁৰ সৈন্যদলৰ বাবে অস্ত্ৰশস্ত্ৰ পঠিওৱা। সকলোৰে জানে যে এই সহায় নতুনকৈ নিৰ্বাচিত প্ৰেছিডেণ্ট বেটানকোৰ্টে পঠিওৱা নাছিল—তেওঁৰ আগৰ প্ৰেছিডেণ্ট এডমিৰাল ওৱল্ফ গাঙ্গ লাৰ্জাৱালেহে পঠিৱাইছিল। লাৰ্জাৱাল আছিল ভেনেজুৱেলাৰ বামপন্থী আৰু কমিউনিষ্টবোৰৰ বন্ধু। তেওঁৱেই কিউবাৰ লগত একতাৰ মেলবন্ধনত ভেনেজুৱেলাক সাঙুৰি লৈছিল।

কিউবা বিপ্লৱৰ বিজয়ী ডেকাজনক দিয়া ৰাজনৈতিক স্বাগতমৰ দৰে উৎসাহী অভিনন্দন মই খুব কমহে দেখিছো। কাৰাকাচৰ মাজভাগত এল ছাইলেন্সিও বোলা প্ৰকাণ্ড ঠাই এডোখৰত কাষ্ট্ৰোই একেৰাহে চাৰি ঘণ্টা বক্তৃতা দি গল। তাত গোটখুৱা ২ লাখ মানুহে এই দীঘলীয়া সময়খিনিত এবাৰিও মাত নমতাকৈ তেওঁৰ বক্তৃতা শুনি গল। শ্ৰোতা সকলৰ ভিতৰত মইও আছিলো। মোৰ বাবে, আৰু অইন বহুতৰ বাবে লাতিন আমেৰিকাত নবযুগৰ সূচনা হোৱা এই বক্তৃতাটো আছিল যেন সত্যপ্ৰকাশৰ বিৰাট এটা ঘটনাৰ দৰে। তেওঁৰ ভাষা আছিল সজীৱ—শ্ৰমিক বনুৱাৰ মুখিয়াল নেতাসকলে আৰু ৰাজনীতিজ্ঞ সকলেও বহুতদিনীয়া পুৰণি কথাকে চোবাই থাকে। এনে কথাত সাৰবস্তু বহুত থাকিলেও বাৰে বাৰে একে কথাকে শুনা বাবে কথাৰ ধাৰ আৰু নাথাকে। ফিডেল-এ তেনেবোৰ কথাৰ স'তে আওহেলা কৰিছিল আৰু উপদেশপূৰ্ণ অথচ স্বাভাৱিক মাতেৰে এনেকৈ কথাবোৰ শিকাইছিল যেন তেওঁ নিজেহে অইনক শিকাওঁতে শিকিছিল।

প্ৰেছিডেণ্ট বেটানকোৰ্ট সভাত উপস্থিত নাছিল। কাৰাকাচত তেওঁ প্ৰিয়পাত্ৰ নাছিল, আৰু এই চহৰত মুখ দেখুৱাবলৈ তেওঁ ভয় কৰিছিল। ফিডেল-এ বক্তৃতাত তেওঁৰ নাম উল্লেখ কৰা মাত্ৰকে শুহুৰী আৰু মেকুৰীৰ মাতৰে সভা ভৰি পৰিল। ফিডেলে হাত জোকাৰি এইবোৰ বন্ধ কৰিবলৈ চেষ্টা কৰিলে। মোৰ বিশ্বাস সেইদিনাই বেটানকোৰ্ট আৰু কিউবাৰ বিপ্লৱী

নেতাজনৰ মাজত এটা স্পষ্ট শত্ৰুতাৰ সূত্ৰপাত হল। এই সময়ত ফিডেল মাৰ্ক্সিষ্ট বা কমিউনিষ্ট একো নাছিল—এই দুটা মতবাদৰ লগত তেওঁৰ বক্তৃতাৰ কোনো সম্বন্ধ নাছিল। মোৰ নিজা মত হল যে ফিডেলে দিয়া বক্তৃতাত তেওঁৰ জ্বলন্ত আৰু উজ্জ্বল ব্যক্তিত্ব, ভিড়ৰ ভিতৰত উদগনি দি পৰা তেওঁৰ উৎসাহ, কাষাকাচৰ মানুহৰ অখণ্ড মনোযোগ—সকলো মিলি বেটানকোৰ্টত আহুকাল দিছিল। বেটানকোৰ্ট পুৰণিকলীয়া ৰাজনীতিক, অলংকাৰপূৰ্ণ ভাষাৰ বক্তৃতা, কমিটি, গোপন সভাৰ ৰাজনীতিত তেওঁ অভ্যস্ত আছিল। তেতিয়াৰ পৰা ফিডেল কাষ্ট্ৰো বা কিউবা বিপ্লৱৰ গোন্ধ পোৱা সকলো ঘটনাকে বেটানকোৰ্টে নিষ্ঠুৰভাৱে শাস্তি দিছিল।

সমাৱেশৰ পিছদিনা আছিল দেওবাৰ। মই সেইদিনা গাঁৱৰ এঠাইত বনভোজন কৰি আছিলো। মটৰ চাইকেলত উঠি কেইজনমান মানুহে আহি তাতে আমাক কিউবাৰ দূতাবাসলৈ নিমন্ত্ৰণ কৰি গল। গোটেই দিনটো তেওঁলোকে মোক বিচাৰি শেহত ইয়াত পালেহি বুলি কলে। সেইদিনা আবেলিয়েই নিমন্ত্ৰণ আছিল বাবে মেটিলডে আৰু মই চিধাই দূতাবাসলৈ গলো। আলহীৰ সংখ্যা ইমান বেচি আছিল যে হলঘৰ আৰু বাগান উপচি পৰিছিল। বাহিৰতো মানুহৰ ভিড়ত ঠেলাঠেলি লাগি ভিতৰলৈ যোৱা প্ৰায় অসম্ভৱ হৈ পৰিছিল।

আমি পাৰ হৈ যোৱা কোঠাবোৰত মানুহ ভৰি আছিল। ককটেল মদৰ গিলাছবোৰ সাজু হৈ আছিল। আমাক বাৰান্দা আৰু চিড়ি পাৰ কৰাই কোনোবাই ওপৰৰ তলালৈ নিলে। ফিডেল কাষ্ট্ৰোৰ অন্তৰঙ্গ বন্ধু আৰু চেক্ৰেটাৰী চেলিয়া আমাৰ বাবে একাষত ৰৈ আছিল। মেটিলডেক তেওঁৰ লগত ৰখাই মোক কাষৰ কোঠালৈ নিয়া হল—কোঠাটো কোনোবা চাকৰ-বাকৰ বা মালী—ড্ৰাইভাৰৰ ঘৰ যেন লাগিছিল। ঘৰটোত মাত্ৰ এখন বিছনা আছিল—সেইখনো সোতমোচ খাই আছিল যেন কোনোবাই এইমাত্ৰহে তাৰ পৰা উঠি গল। গাৰুটো মজিয়াত পৰি আছে। এটা চকুত পৰা টেবুল-খনৰ অৱস্থাও তেনে। মই ভাবিছিলো যে সেনাপতিৰ লগত দেখা কৰিবলৈ মোক কোনোবা আৰাম লগা বহা ঘৰলৈ মাতি নিব, কিন্তু তেনে একো চিন নেদেখিলো। হঠাৎ ঘৰৰ দুৱাৰখন খুলিল আৰু ফিডেল কাষ্ট্ৰোই বিৰাট দেহাটো লৈ দুৱাৰদলিত আহি থিয় দিলেহি।

তেওঁ মোস্তকৈ এমন্ৰছকৈ বেচি ওখ আছিল। বেগেৰে খোজ লৈ তেওঁ মোৰ পিনে আগবাঢ়ি আহিল।

"হেৰা পাৰলো"। কথাষাৰ কৈ তেওঁ ভালুকৰ দৰে মোক আকোৱালি ধৰিলে।

তেওঁৰ মাতটো বাঁহীৰ সুৰৰ দৰে—শিশুৰ মাতৰ দৰে। মই অবাক হৈ গলো। তেওঁৰ চেহেৰাৰ লগত মাতটোৰ যেন মিল আছিল। দেখাত ডাঙৰ দীঘল হলেও তেওঁক ডাঙৰ মানুহ যেন লগা নাছিল—যেন ওখপাখ দেহাৰ এটি লৰাহে—হঠাৎ যেন ভাঁৰ দুখন দীঘল হৈ গল, কিন্তু মুখখন আৰু চেঙেলীয়াৰ তাকৰ দাড়িখিনি এতিয়াও বৈ গৈছে। হঠাতে মোক আকোৱালি ধৰা হাত দুখন সুলকি পৰিল—তেপ' আধা ঘূৰি কোঠাটোৰ এচুকলৈ চোচা মাৰিলে, সেই চুকৰ পৰা এজন খবৰৰ কাগজৰ ফটোগ্ৰাফাৰে মনে মনে সোমাই আহি আমাৰ পিনে কেমেৰা টোওঁৱা মোৰ কিন্তু আগতে চকুত পৰা নাছিল। ফিডেল-এ একেকোবেই তেওঁক ধৰিলেগৈ। মানুহজনক টেটুত ধৰি জোকাৰিবলৈ ধৰিলো। কেমেৰাটো সৰ্বাক মাটিত পৰিল। মই ফিডেলৰ কাষলৈ গৈ তেওঁৰ পৰা মানুহজনক ৰক্ষা কৰিবলৈ চেষ্টা কৰিলো, মানুহজনেও বৃথাই নিজকে মোকলাবলৈ চেষ্টা কৰিছিল। ফিডেলে তেওঁক দুৱাৰৰ পিনে খুচিয়াই খুচিয়াই লৈ গৈ দুৱাৰেৰে বাহিৰলৈ উলিয়াই দিলে। তাৰ পিছত তেওঁ মোৰ পিনে ঘূৰি চাই এটা মিচিকিয়া হাঁহি মাৰিলে। মজিয়াৰ পৰা কেমেৰাটো তুলি লৈ বিছনাৰ ওপৰলৈ দলি মাৰি পঠিয়ালে।

এই ঘটনাটোৰ বিষয়ে আৰু একো উনুকিউৱা নহল। আমি গোটেই লাতিন আমেৰিকাৰ বাবে এটা প্ৰেছ এজেন্সী স্থাপনৰ সম্ভাৱনাৰ কথা পাতিলো। সেই কথাবাৰ্তাৰ ফল "প্ৰেন্সা লাতিনা" বুলি মোৰ বিশ্বাস। তাৰ পিছত আমি অভ্যাৰ্থনা কক্ষলৈ ঘূৰি গলো—প্ৰত্যেকে নিজৰ নিজৰ দুৱাৰেদি বাহিৰলৈ ওলালো।

এঘণ্টাৰ পিছত মেটিলডেৰ দূতাবাসৰ পৰা ঘূৰি আহোঁতে ফটোগ্ৰাফাৰ জনৰ ভয়াতুৰ মুখ আৰু গৰিলা নেতাজনৰ প্ৰকৃতিদত্ত বুদ্ধিৰে বেগেৰে তেওঁক ধৰিবলৈ যোৱাৰ ঘটনাটোৰ কথা মনত পৰিল। গোপনে প্ৰৱেশকাৰীৰ মনে মনে ঘৰ সোমাৱাটো আহি তেওঁ গম পাইছিল।

ফিডেল কাষ্ট্ৰোৰ লগত সেইটোৱে মোৰ প্ৰথম সাক্ষাত। বাৰু, ফটো তোলাত তেওঁ ইমান অসভ্যৰ-নিচিনা কৈ বাধা দিলে কিয়? কোনো ক্ষুদ্ৰ

ৰাজনৈতিক ৰহস্য লুকুৱাই ৰাখিব খোজা নাছিলতো ?. আজিলৈকে—আমাৰ সেই সাক্ষাতকাৰ ইমান গোপন কৈ ৰখাৰ কোনো কাৰণ বিচাৰি পোৱা নাই।

চে গুৱেভাৰাৰ লগত মোৰ প্ৰথম সাক্ষাত একেবাৰে বেলেগ ধৰণৰ আছিল। এই সাক্ষাত হৈছিল হাভানাত, ৰাতি প্ৰায় ১টা বজাত। তেওঁৰ অফিছত মই দেখা কৰিবলৈ গলো, অফিছটো বাজ্যৰ নে অৰ্থদপ্তৰৰ আছিল মোৰ এতিয়া মনত নাই, মোক তেওঁ সেই ঘৰলৈকে মাতি পঠিয়াইছিল। মাজনিশা বাৰ বজাত মাতিলেও মই ১টা বজাতহে যাব পাৰিলো। অফিছত অসংখ্য কাম-কাজ মই প্ৰেছিডেণ্টৰ লগত বহি চাবলগীয়া হলো

চে-ই বুট জোতা আৰু সৈনিকৰ সাজ-পাৰ পদক আদি পিন্ধি ক'কালত পিস্তল ওলোমাই লৈছিল। অফিছত বেঙ্কৰ বিষয়ে তেওঁৰ কাম কাজৰ লগত পোছাকটো একেবাৰে বেমানান লাগিছিল। চে'ৰ শাঁও বৰণীয়া বং, লাহে-ধীৰে কথাবাৰ্তা কোৱা অভ্যাস আছিল। আৰু কথাত এটা আৰ্জেণ্টিনাৰ ভাষাৰ টান আছিল। তেওঁৰ নিচিনা মানুহৰ লগত দুষাৰ ৰাজনৈতিক কথাৰ পিছত পাম্পা অঞ্চলৰ কথা আলোচনা কৰিব পৰা যায়। চুটি চুটি বাক্যৰ কথাবোৰ তেওঁ এটা মিচিকিয়া হাঁহিৰে আধা কোৱাকৈ বতাহত ভাহি শেষ হবলৈ এৰি দিছিল।

তেওঁ মোৰ কিতাপ 'কাণ্টো জেনাৰেল'ৰ বিষয়ে কোৱা কথা এষাৰত মই গৌৰৱ অনুভৱ কৰিলো। চিয়েৰা মেষ্ট্ৰাত ৰাতি তেওঁ গৰিলা সেনা-সকলক এই কিতাপৰ কবিতা পঢ়ি শুনাইছিল। আজি এতিয়া, বহু বছৰৰ পিছত, মোৰ কবিতা তেওঁৰ মৃত্যুলৈকে সঙ্গী হল বুলি জানি মোৰ গা সিৰাসিৰাই যায়। ৰেজিছ ডে ব্ৰে-ৰ পৰা মই জানিব পাৰিছিলো যে বলিভিয়ান পৰ্বতত একেবাৰে শেষ মুহূৰ্তলৈকে যি দুখন কিতাপ, তেওঁ লগৰ মোনাত ৰাখিছিল—তাৰ এখন হল অংকৰ—বাকীখন মোৰ 'কাণ্টো জেনাৰেল'।

সেই ৰাতি চে-ই মোক কোৱা কথাবোৰত মই খুব বিচলিত হলেও বোধহয় তেওঁৰ শেষ পৰিণতিৰ অলপঅচৰপ আভাস তেতিয়াই পোৱা গৈছিল। তেওঁৰ দৃষ্টিয়ে মোৰ পৰা আতৰি অফিছৰ এন্ধাৰ খিড়িকীয়েদি বাহিৰলৈ

উবা মাৰিলে। উত্তৰ আমেৰিকাই কিউবা আক্ৰমণ কৰিব পাৰেনে আমি সেই বিষয়ে কথা হৈছিলো। হাভানাৰ বাটত কোনোবা কোনোবা ঠাইত বালিৰ মোনা সিঁচৰতি হৈ থকা মই দেখা পাইছো বুলি তেওঁক কলো। তেওঁ হঠাৎ কলে, "যুদ্ধ যুদ্ধ ··আমি সদায় যুদ্ধৰ বিপক্ষে ; কিন্তু এবাৰ যুদ্ধত ধুঁজিলে, যুদ্ধ নহলে আমি জীয়াই থাকিব নোৱাৰো। সকলো সময়তে আমি যুদ্ধ হোৱাকে বিচাৰো।"

তেওঁৰ কথাবোৰ যাতে মই বুজি পাওঁ তাৰ বাবে তেওঁ ডাঙৰকৈ চিন্তা কৰিছিল, আৰু কথাখিনি শুনি মই উচপ খাই উঠিছিলো। মোৰ বাবে যুদ্ধ এটা উৎপাত-ই লক্ষ্য বস্তু হব নোৱাৰে।

আমি বিদায় ললো—তেওঁৰ লগত মোৰ আৰু কেতিয়াও দেখা নহল। বলিভিয়াৰ জঙ্গলত যুদ্ধ কৰোতে তেওঁৰ করুণ মৃত্যু হল। মোৰ চকুৰ আগতে এতিয়াও চে গুৱাভাৰাৰ মূৰ্তিটো ভাহি উঠে—সেই চিন্তাকুল মানুহজনে যুদ্ধক্ষেত্ৰত বীৰঘৰে যুজাৰ সময়তো, তেওঁৰ অস্ত্ৰ-শস্ত্ৰৰ লগতে সদায় কবিতাকো ঠাই দিছিল।

লাতিন আমেৰিকাত 'আশা' কথাটো সকলোৰে অতি প্ৰিয়। আমাক মানুহে 'আশাৰ মহাদেশ'ৰ পৰা অহা বুলিলে আমি খুব ভাল পাওঁ। ডেপুটী, চিনেটৰ, প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী সকলোৱে নিজৰ 'আশাৰ প্ৰাৰ্থী' বুলি কয়। এই আশা যেন সঁচাকৈ স্বৰ্গৰ এটা আশীৰ্বাদ—এটা "মই তোমাৰ পৰা ধাৰ লৈছো—শুজিব লাগিব'—যেন ধাৰ শুজা কামটো দিনে দিনে পিছুৱাই ৰাখিছো, ইয়াৰ পিছৰ বিধানসভা প্ৰচাৰৰ অভিযান এনেকি পিছৰ বছৰ—এনেকি পিছৰ শতিকালৈকে পিছুৱাই থোৱা হয় কাৰণ এই নিৰ্বাচনত তেওঁ বাৰেবাৰে জিকিব বুলি আশা ৰাখে।

কিউবাৰ বিপ্লৱ আৰম্ভ হোৱাৰ পিছত দক্ষিণ আমেৰিকাৰ লাখে লাখে অধিবাসীয়ে কেঁচা টোপনিৰ পৰা সাৰ পালে। নিজৰ কাণকে মানুহে বিশ্বাস কৰিব পৰা নাছিল। আশাৰ কুহকত ভোল গৈ থকা মহাদেশখনে, এনে বিজয় আগতে কল্পনাও কৰিব পৰা নাছিল। হঠাৎ এদিন—আগতে কোনেও নামধাম নুশুনা, কিউবাৰ ফিডেল কাষ্ট্ৰো বুলি এজন মানুহে কুহকিনী আশাৰ চুলিৰ মুঠিত ধৰি টানি, নহলে ভৱিত খপিয়াই ভৰিত ধৰি

উবা মাৰিবলৈ নিদি, নিজৰ সন্মুখত টেবুলত বহুৱাই ৰাখিলে—অৰ্থাৎ আমেৰিকাৰ মানুহৰ ঘৰত—কাষতে টেবুলত বহুৱাই ৰাখিলে।

তেতিয়াৰ পৰা আমি আশাৰ পথত দীঘল খোজ লৰ ধৰিছো—আশা এতিয়া বাস্তৱত পৰিণত হৈছে, আৰু আমাৰ জীউটো যেন আমাৰ চকুৰ আগতে আহি থমকি ৰৈছে। ওচৰতে এখন দেশে বৰ পৰাক্ৰমী আৰু অতিশয় ৰাজতন্ত্ৰী দেশ এখনে কিউবাক ধ্বংস কৰিবলৈ বিচাৰিছে। দুই আমেৰিকাৰ বাইজে সদায় খবৰৰ কাগজ পঢ়ে, নিয়ম কৈ ৰেডিঅ'ৰ বাতৰি শুনে। তেওঁলোকৰ সন্তোষৰ হুমুনিয়াহৰ লগত, এতিয়াও কিউবাৰ অস্তিত্ব অটুট হৈ আছে। আৰু এটা দিন গৈছে—আৰু এটা বছৰ—আৰু পাঁচটা বছৰ। আমাৰ আশাৰ মূলত কুঠাৰাঘাত হোৱা নাই—কুঠাৰাঘাত হবও নোৱাৰিব।

## 'কিউবাৰ অধিবাসীসকলে লিখা চিঠিখন

পেৰুৰ লেখকসকলে মোক এটা চৰ্কাৰী সম্মান দিব লাগে বুলি বহুত-দিনৰ পৰা খটিয়াই আছিল। এই মানুহসকলৰ ভিতৰত মোৰ বহুত বন্ধু মানুহো আছিল। মই স্বীকাৰ কৰো যে এনে মেডেল-টেডেলবোৰক মই সদায় ভেৰা মানুহৰ বাবেহে বুলি কওঁ। তথাপি মোৰ যে কেইটা আছে সেইবোৰক মোৰ অন্তৰৰ ভালপোৱা নোহোৱাকৈ, কৰ্তব্য হিচাপেহে কনছালৰ কাম কৰা সময়ত কোটত পিন মাৰি আৰি লওঁ। অৰ্থাৎ বাধ্য হৈ বা নিয়ম অনুযায়ীহে যেন মেডেলটো পিন্ধো। এবাৰ কিবা কাৰণত লিমা পাৰ হৈ যাবৰ সময়ত 'ন্টাৰ্ভিং ডগছ' উপন্যাসৰ বিশিষ্ট লেখক চিৰো আলেগ্ৰিয়াই মোক তেওঁৰ দেশৰ পৰা সম্মানজনক এটা পুৰস্কাৰ লবলৈ জোৰ কৰিলে। তেতিয়া তেখেত পেৰুৰ লেখক সঙ্ঘৰ প্ৰেছিডেণ্ট। মোৰ "আলটুৰাচ ডে মাচ্চু পিচ্চু" নামৰ কবিতাটি পেৰুৰ মানুহৰ মাজত খুব জনপ্ৰিয় হৈ তেওঁলোকৰ জীৱনৰ লগত যেন মিলি গৈছিল। বোধহয় সেই কবিতাটিত মই এনে আবেগ প্ৰকাশ কৰিছিলো—মাচ্চু পিচ্চুৰ বিখ্যাত গঢ়নৰ শিলাৰাজিৰ দৰে হিয়াৰ সুপ্ত বীণাৰ তাৰত সি গৈ আঘাত কৰিছিল। তাৰ উপৰি সেই সময়ৰ পেৰুৰ প্ৰেছিডেণ্ট, পেৰুক গঢ়ি দিওঁতা মানুহজন—তেওঁৰ নাম বেলোৱেণ্ডি আছিল মোৰ বন্ধু আৰু পাঠক। যদিও তাৰ পিছতে বিপ্লৱ হৈ তেওঁক নিষ্ঠুৰভাৱে আক্ৰমণ কৰি প্ৰেছিডেণ্ট পদৰ পৰা খেদালে, আৰু নতুন চৰ্কাৰ গঠন কৰিলে। পেৰুৰ বুৰঞ্জীত নতুন দলাদিক মুকলি হল। তথাপি মই

কিন্তু এতিয়াও বিশ্বাস কৰো যে বেলোৰেশ্চি অত্যন্ত সংমানুহ আছিল—তেওঁৰ লক্ষ্যতহে কিবা এটা আশাৰ ভৱিষ্যতত স্থিৰ হৈছিল—আৰু অৱশেষত নিষ্ঠুৰ বাস্তৱতাৰ খেদাই তেওঁক প্ৰিয় জনগণৰ পৰা আঁতৰাই নিবলৈ বাধ্য কৰিলে।

মই সাম্মানিক মেডেলটো গ্ৰহণ কৰিলো—এইবাৰ কনছালৰ কামৰ বাবে নহয়, কিন্তু এটা কবিতাৰ বাবে চিলি আৰু পেৰুৰ মাজত সবসুৰা কিবা কাৰণে, দুইখন দেশৰ মাজত ভাল সম্পৰ্ক নাই, এতিয়াই এই ঘা শুকাবলৈ আছে। অকল মালবজোতা, কূটনীতিক আৰু ৰাজনীতিক সকলে অতীতৰ সেই তেজৰ চেকা মুচি পেলাবৰ বাবে পৰিশ্ৰম কৰিলে নহব, কবিসকলেও তাত যোগ দিব লাগিব—আৰু বহুত বেচিকৈ যোগ দিব লাগিব, কাৰণ কবিৰ আত্মাৰ সীমান্ত-ৰেখা, অইনবোৰ মানুহৰ আত্মাতকৈ সহজে পাৰ হৈ যাব পাৰে।

সেই সময়ৰ পিছতে মই আমেৰিকাৰ যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰিবলৈ গলো। তাত তেতিয়া পি ই এন ক্লাবৰ এখন আন্তৰ্জাতিক কংগ্ৰেছ বহাৰ কথা হৈছিল। মোৰ বন্ধুসকল যেনে আৰ্থাৰ মিলাৰ, আৰ্জেণ্টিনাৰ আৰ্নেষ্টো ছোবাতো আৰু ভিক্টোৰিয়া ওকাম্পো, উৰুগুয়েৰ সমালোচক এমিৰ ৰোডৰিগেজ মোনিগাল, মেক্সিকোৰ ঔপন্যাসিক কাৰ্লোছ ফুৱেণ্টেছ নিমন্ত্ৰিত সকলৰ ভিতৰত আছিল। য়ুৰোপৰ প্ৰায় সমাজতান্ত্ৰিক দেশৰ লেখক সকলো তাত উপস্থিত হৈছিল।

তালৈ গৈ মই জানিব পাৰিলো যে কিউবাৰ লেখক সকলকো মতা হৈছে। পি. ই. এন ক্লাবৰ সকলো আচৰিত হৈছিল যে তেতিয়াও কাৰ্পেণ্টিয়াৰ আহি পোৱা নাই। মই তাৰ কিবা কাৰণ জানো নেকি তেওঁলোকে মোক সুধিছিল। মই নিউইয়ৰ্কৰ প্ৰেন্সা লাতিনাৰ প্ৰতিনিধিজনৰ লগত দেখা কৰিবলৈ গলো। তেওঁ কাৰ্পেণ্টিয়াৰলৈ টেলিগ্ৰাম কৰি খবৰ লব বুলি কলে। উত্তৰত জনোৱা হল কাৰ্পেণ্টিয়াৰ আহিব নোৱাৰে কাৰণ তেওঁ নিমন্ত্ৰণৰ চিঠিখন বহুত দেৰিকৈ পাইছে—আৰু সেইবাবে ভিছা পাওঁতে বহুত দেৰি হল। মই ধৰিব পাৰিলো যে কোনোবাই কৰবাত মিছা কথা কৈছে, কিয়নো মই জানিছিলো যে ভিছা তিনি মাহৰ আগতে মঞ্জুৰ হৈছে, আৰু তিনি মাহৰ আগতে পোৱা নিমন্ত্ৰণৰ চিঠিখন কিউবাৰ মানুহে গ্ৰহণও কৰিছে। তেনে হলে এইটো স্পষ্টকৈ বুজা যায় যে কংগ্ৰেছত উপস্থিত হোৱাটো ওপৰ মহলৰ কোনোবাই বিচৰা নাই।

মই পি. ই. এন কংগ্ৰেছত যোগ দি তাত কৰ্তব্যখিনি কৰিলো, প্ৰথমবাৰ নিউ ইয়ৰ্কত মোৰ কবিতা পাঠ হল। ইমান বেচি ভিড় হৈছিল যে বাহিৰত টি. ভি. যন্ত্ৰাই সভাগৃহৰ বাহিৰত ৰৈ থকা মানুহসকলৰ বাবে দেখাৰ আৰু শুনাৰ দিহা কৰিব লগা হৈছিল। মোৰ কবিতাটো আছিল কট্টৰ সাম্ৰাজ্যবাদ বিৰোধী। ইয়াৰ প্ৰতিধ্বনিয়ে উত্তৰ আমেৰিকাবাসী সকলকো ইমান বিচলিত কৰা দেখি মোৰ অন্তৰ আবেগত থৌকিবাথৌকি লাগিল। মই নতুনকৈ বহুত কথা বুজি পালো, আৰু ওৱাছিংটন আৰু কেলিফোৰ্নিয়াত ছাত্ৰ আৰু সাধাৰণ ৰাইজে মোৰ কথা সমৰ্থন কৰাত বুজিলো যে উত্তৰ আমেৰিকাত থকা আমাৰ মানুহৰ শত্ৰুবোৰ উত্তৰ আমেৰিকাৰ মানুহৰো শত্ৰু।

মই কেইবাটাও সাক্ষাতকাৰ দিলো। 'লাইফ' মেগাজিনৰ স্পেনীয় সংস্কৰণখন লাতিন আমেৰিকাৰ মানুহে সম্পাদনা কৰিছিল। তেওঁলোকে মোৰ মতামত বিকৃত বা চুটি কৰাত মই সেইবোৰ শুধৰাবলৈ তেওঁলোকক কলো। তেওঁলোকে কিন্তু শুদ্ধ নকৰিলে—অৱশ্যে মই সেইবোৰত সিমান গুৰুত্ব দিয়া নাছিলো। ভিয়েতনামৰ যুদ্ধক গৰিহণা দিয়া মোৰ এটা পাৰাগ্ৰাফ তেওঁলোকে বাদ দি গৈছিল। সদ্যহতে খুন হোৱা এজন কৃষ্ণকায় নেতাৰ বিষয়ে কি কৈছিলো তাকো ছপা কৰা নাছিল। কাগজখনৰ সাক্ষাতকাৰ সম্পাদনা কৰা মহিলাগৰাকীয়ে বহুত বছৰৰ মূৰত মাত্ৰ স্বীকাৰ কৰিছিল যে খবৰ চেন্সৰ কৰা হৈছিল।

মই সেইবাৰেই আবিষ্কাৰ কৰিলো যে উত্তৰ আমেৰিকাৰ মোৰ লেখক কমৰেড সকলে মোৰ যুক্তৰাষ্ট্ৰত প্ৰৱেশ-ভিছা দিবলৈ অনবৰত চাপ দি আছিল। এই কামৰ বাবে তেওঁলোকক সাধুবাদ দিব লাগে। মই এই কথাটো শুনিছিলো মোক আমেৰিকা যুক্তৰাষ্ট্ৰত প্ৰৱেশৰ অনুমতি পত্ৰ নিদিলে ষ্টেট্ বিভাগক খোলাখুলিকৈ গৰিহণা দি চিঠি দিব বুলি পি. ই. এন ক্লাবে ভয় দেখুৱাইছিল। উত্তৰ আমেৰিকাৰ কাব্যজগতৰ সৰ্বশ্ৰেষ্ঠ কবি মাৰিয়ান মুৰ-এ এখন ৰাজহুৱা সভাত জনাইছিল যে তেওঁলোকৰ দেশলৈ যাবৰ বাবে মোক আইনসম্মত অধিকাৰ দিয়াত তেওঁ খুব বং পাইছে। এই সভাখন পতা হৈছিল তেওঁক পুৰস্কাৰ দিবলৈ - তেওঁৰ আবেগ ভৰা এই কথাষাৰি শুনি সভাত মানুহে তুমুল জয়ধ্বনি দিছিল।

সেইবাৰৰ দেশভ্ৰমণৰ সময়ত ৰাজনৈতিক আৰু কাব্যবিষয়ক কামবনত মই বহুত বুজিবলগীয়াত পৰিছিলো, এই কামবোৰৰ বেছিৰভাগ আছিল কিউবা

বিষয়ক—হয় ইয়াৰ বিপ্লৱক সমৰ্থন কৰা বা ইয়াৰ অধিকাৰ ৰক্ষা কৰা। মই গৈ পোৱা মাত্ৰকে কিউবাৰ লেখক সকলৰ সেই বিখ্যাত চিঠিখন মই পালো— তেওঁলোকে মোক সৈমান হোৱাৰ আৰু বিশ্বাসঘাতক হোৱাৰ জগৰত দায়ী কৰিছিল। পাৰ্টিৰ প্ৰাইজিকউটৰ জনে ঠিক কি ভাষা ব্যৱহাৰ কৰিছিল, এতিয়া মোৰ মনত নাই, তথাপি কব পাৰো যে নিজকে শিক্ষাদাতা ওফাইদাং মৰা গৰুৰ দৰে মোক শিকাবলৈ আহিছিল—বামপন্থী লেখক সকলৰ ৰীতিনীতি কেনে হব লাগিব। গৌৰাৱ, উদ্ধত আৰু অপমানজনক কথাৰে মোৰ কবিতাৰ আৰু মোৰ সামাজিক বৈপ্লৱিক কামৰ সিঁহতে সংস্কাৰ সাধন কৰিব খুজিছিল। মাচ্চু পিচ্চু কবিতাত বঁটা পোৱাৰ বাবে, পি. ই. এন ক্লাবৰ কংগ্ৰেছত যোগ দিয়াৰ বাবে, মোৰ বিবৃতি আৰু কবিতা পাঠৰ বাবে, উত্তৰ আমেৰিকাৰ কায়েমী নীতিক গৰিহণা দি ( যদিও এইবোৰ একেবাৰে সিংহৰ মুখৰ ভিতৰত থাকোতেই কোৱা হৈছিল ) কোৱা মোৰ কথা আৰু কামক সিঁহতে প্ৰশ্ন কৰিছিল—এই কথাবোৰৰ লগত মিছা কথা জুৰি, বিষাক্ত কৰি কোৱা হৈছিল—ইয়াৰ লেখকবোৰৰ বহুতে নতুনকৈ বিপ্লৱী পক্ষত যোগ দিয়া, আৰু বহুতে ন্যায় বা অন্যায় কৈ কিউবা চৰ্কাৰৰ দৰ্মহাভোগী আছিল।

অবিচাৰ ভৰা এই চিঠিখনত মানুহৰ চহীয়ে উপচি পৰিছিল। শিল্পী-সকলৰ এছোছিয়েচন কমিটিৰ পৰা চিঠিখন আহিছিল। এওঁলোকৰ প্ৰতিনিধিয়ে হাভানাৰ চাৰিওপিনে প্ৰতিনিধিয়ে গোটেই দেশৰ সঙ্গীতজ্ঞ, নট, আৰু শিল্পী মণ্ডলীৰ পৰা চহী গোটাবলৈ পিয়াপি দি ফুৰিছিল। কিউবালৈ চালাও নিমন্ত্ৰণ কৰি আনি তাৰ বিলাস-বহুল হোটেলত ৰাখি শিল্পী আৰু লেখক সকলে তাত থাকোতেই তেওঁলোকক চহী কৰিবলৈ কোৱা হৈছিল। এই অন্যায় দলিলখনৰ তলত ছপা হোৱা নামৰ কেইজনমান লেখকে পিছত মোলৈ মনে মনে বাতৰি জনাইছিল যে—তেওঁলোকে ইয়াত কেতিয়াও চহী কৰা নাই। তেওঁলোকৰ নামবোৰ কাগজত দেখিহে তেওঁলোকে কথাটো গম পাইছে —তেওঁলোকে কেতিয়াও চহী কৰা নাই। জুৱান মাৰিনেলোৰ বন্ধু একজনেও মোক একে কথাকে কৈছিল, যদিও মই তেওঁৰ বিষয়ে এতিয়াও খবৰটো লবলৈ পৰাই নাই, কিন্তু অইন সকলোৰে বিষয়ে লৈছো।

"ঘটনাক উল বা ৰৰফৰ বল,—বা আদৰ্শবাদী বুলি বঢ়াই তুলিব পাৰি। মাদ্ৰিদ, পেৰিচ আৰু অইন অইন ৰাজধানীত বিশেষ দালালৰ পাতি এই চিঠি নকল কৰি—হেজাৰ হেজাৰ কপি পৃথিৱীৰ সকলো ঠাই লৈ পঠিওৱা হল।

বিশেষকৈ মাদ্রিদৰ পৰা প্ৰতিজন চিঠিপাওঁতাই গড়ে ২০-৩০ খনকৈ কাগজ পাইছিল। এই চিঠিৰ খামৰ বাহিৰত ডাকটিকেটত ফ্ৰাঙ্কোৰ ছবি, আৰু ভিতৰত পাবলো নেৰুডাক প্ৰতিবিপ্লৱী বুলি জগৰীয়া কৰা চিঠি আছিল।

সেই চিঠিৰ মূলত কাৰ খঙৰ প্ৰকোপ আছিল, সেইটো বিচাৰি উলিওৱা মোৰ কাম নহয়; ৰাজনৈতিক ফন্দী ফিকিৰ, আদৰ্শগত দুৰ্বলতা, সাহিত্যিক ঘিণ আৰু হিংসা আৰু কি কি কাৰণ হব পাৰে বাৰু মই মাত্ৰ এজনৰ বিৰুদ্ধে অইন সকলৰ যুদ্ধৰ? মোক অৱশ্যে পিছত বহুতে কৈছিল যে উৎসাহী সম্পাদক সকল, লগনীয়াৰ ভগনীয়াৰ বোৰ—আৰু চিঠিখনত চহী গোটাওটা সকলৰ ভিতৰত প্ৰধান মানুহ আছিল লেখক ৰবাৰ্টো ফাৰ্ণেণ্ডেজ ৰেটামাৰ, এডমাণ্ডো ডেচনেচ আৰু লিচাণ্ডো ওটাৰো। মই ডেচনেচ বা ওটাৰোৰ কিতাপ কেতিয়াও পঢ়া নাই, তেওঁলোকক ব্যক্তিগতভাৱে লগ পোৱা বুলিও মনত নপৰে। কিন্তু হয়—ৰেটামাৰক লগ মই পাইছো। হাভানা আৰু পেৰিচত তেওঁ সদায় মোৰ গুণ গাই মোৰ পিছে পিছে লগৰীয়া হৈছিল। মোৰ কামৰ প্ৰশংসা কৰি তেওঁ বহুত ৰচনা আৰু প্ৰবন্ধ প্ৰকাশ কৰিছে। মই তেওঁক কেতিয়াও তেনে লেখত লবলগীয়া মানুহ বুলি ভবা নাই—আমাৰ সম-সাময়িক ৰাজনৈতিক আৰু সাহিত্যিক আগন্তুক সকলৰ এজনহে বুলি ধৰিছিলো।

তেওঁলোকৰ বোধহয় কল্পনা আছিল মোক সক্ৰিয় বিপ্লৱী হিছাপে কিবা অনিষ্ট কৰিব বা ধ্বংস কৰিব পাৰিব। কিন্তু যেতিয়া ছান্তিয়াগোৰ টিটিনচ ষ্ট্ৰীটত আমাৰ পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ লগত ঘটনাটোৰ বিষয়ে আলোচনা কৰিবলৈ গলো—তেওঁলোকে ইতিমধ্যেই অন্ততঃ ৰাজনৈতিক মতামত ঠিক কৰিয়েই লৈছিল। মোক কোৱা হল যে চিলিৰ পাৰ্টিৰ বিৰুদ্ধে ই প্ৰথম আক্ৰমণ।

সেই সময়ত আমি গুৰুত্বপূৰ্ণ সংঘাতৰ মাজেদি দিন নিয়াইছিলো। ভেনেজুৱালা, মেক্সিকো আৰু অইন দেশৰ কমিউনিষ্ট সকলৰ লগত কিউবাৰ আদৰ্শগত বিৰোধ দেখা দিছিল। পিছত, দুখৰ কথা, বলিভিয়াৰ কমিউনিষ্ট সকলেও বিৰোধী পক্ষত যোগ দিছিল।

চিলিৰ কমিউনিষ্ট পাৰ্টিয়ে এখন ৰাজহুৱা সভা পাতি মোক 'ৰেকেবাৰেন মেডেল' দিবলৈ থিৰাং কৰিলে। এই মেডেলটো নতুনকৈ সৃষ্টি কৰা হৈছিল, আৰু পাৰ্টিৰ শ্ৰেষ্ঠ কৰ্মীজনক দিয়াৰ কথা আছিল। মোক মেডেলটো দিয়াত

সকলোৰে সম্মতি পোৱা গৈছিল। এই সময়ত চিলিৰ কমিউনিষ্ট পাৰ্টিয়ে মতবিৰোধ চতুৰভাৱে সহ্য কৰিছিল, ভিতৰে ভিতৰে এই বিৰোধ ফঁহিয়াই চাই তাৰ সমাধানৰ অভিপ্ৰায় জনাইছিল। সময়ত বিৰোধৰ চিনচাব সকলো মুছিল। ফটফটীয়া সমঝোতা আৰু ভাইৰ লেখিয়া সম্বন্ধ এতিয়া লাতিন আমেৰিকাৰ দুটি গুৰুত্বপূৰ্ণ কমিউনিষ্ট পাৰ্টিৰ ভিতৰত বিৰাজ কৰিছে।

মোৰ বাবে মই "কেম্পিয়ন ডে ক্ৰেন্টা" লিখা সেই একে মানুহজনেই হৈ গলো। মোৰ এই কিতাপখন মই এতিয়াও ভাল পাও'। এইখন লিখিয়েই মই কিউবা বিপ্লৱক প্ৰশংসা কৰি সম্পূৰ্ণ কিতাপ লিখা প্ৰথম কবি হলো।

মই অৱশ্যে বুজো যে বিপ্লৱ আৰু বিশেষকৈ তেনেবোৰ বিপ্লৱৰ ভাগীদাৰ সকলৰ মাজে মাজে ভুল হয়, তেওঁলোকে অন্যায়ও কৰে। মানৱ-জাতিৰ অলিখিত নীতি-নিয়মবোৰে বিপ্লৱী আৰু প্ৰতিবিপ্লৱীক সমানে হানি-বিঘিনি কৰে। কোনেও ভুলৰ হাত সাৰিব নোৱাৰে। বৃহৎ স্বাৰ্থৰ বৃহত্তৰ পটভূমিকাত এটা ক'লা বিন্দু—এটা সামান্য ক'লা বিন্দু সিমান মনকৰিবলগীয়া কথা নহয়। মই কিউবাৰ বিপ্লৱৰ বিষয়ে গান গোৱা ; তাক ভাল পোৱা আৰু তাক শ্ৰদ্ধা কৰি যাবই লাগিছো। লগে লগে এই বিপ্লৱৰ ভাগীদাৰ সকলৰ ইয়াৰ মহৎ সমৰ্থকসকলৰ প্ৰতিও।

কিন্তু প্ৰত্যেকৰে দুৰ্বলতা · বিচ্যুতি আছে ; মোৰ বহুত আছে—উদাহৰণ স্বৰূপে, সংগ্ৰামী বিপ্লৱী হিচাবে মই যি পথ লৈছো, তাৰ বাবে মোৰ গৰ্বক মই এৰি দিব নোখোজো। সেইটো হব পাৰে—অথবা মোৰ সামান্য 'মই' ত অইন কিবা ছিদ্ৰ থাকিব পাৰে যাৰ বাবে মই স্বীকাৰ কৰিছো—বা স্বীকাৰ কৰিও যাম—যিবোৰ মানুহে জনাকৈ বা অজানিতে লিখা সেই নীচ চিঠিখনত চহী কৰিছিল—মই সিঁহতৰ লগত হাত জোকাৰি ভদ্ৰতা কৰিব নোৱাৰো।

# নিষ্ঠুৰ, প্ৰিয়তম জন্মভূমি

## উগ্ৰপন্থী আৰু চোৰাংচোৱা

আগৰদিনীয়া নৈৰাজ্যবাদীসকল, আৰু আজিৰ নৈৰাজ্যবাদীসকলো কাইলৈ তেনেই হব – প্ৰায়েই বৰ আৰামত থাকে। নৈৰাজ্যবাদী পুঁজিবাদ ৰাজনৈতিক দৰ্জী, হব খোজা বামপন্থী আৰু ভণ্ড উদাৰপন্থী বোৰৰ বাবে আশ্ৰয়ৰ স্থল। দমনমূলক পুঁজিবাদে কমিউনিষ্ট বোৰক ইয়াৰ ঘোৰ শত্ৰু বুলি ভাবে আৰু আক্ৰমণত ই খুব কমহে লক্ষ্য ভ্ৰষ্ট হয়। এই ব্যক্তিবাদী বিপ্লৱী-বোৰে প্ৰতিক্ৰিয়াশীল জ্ঞান-বুদ্ধি সন্তোষমনেৰে গ্ৰহণ কৰে। ইয়াৰ অলংঘ্যণীয় নীতিৰ বীৰ ৰক্ষক হিছাপে ইঁহতক ব্যৱহাৰ কৰা হয়। প্ৰতিক্ৰিয়াশীলবোৰে জানে যে সামাজিক পৰিবৰ্তনৰ বিপদ কোনো এজনাৰ ব্যক্তিবাদী বিপ্লৱক্ত নহয়, কিন্তু জনগণৰ সংগঠিত বিপ্লৱ আৰু ব্যাপক শ্ৰেণী সচেতনতাতহে।

যুদ্ধৰ সময়ত স্পেনত মই এই সকলোবোৰ ভালকৈ বুজিছিলো। ফেছী-বিৰোধী কেটামান দলে মাদ্ৰিদৰ পিনে আগুৱাই অহা হিটলাৰ আৰু ফ্ৰাঙ্কোৰ সেনাদলৰ আগত মুখাপিন্ধা ভাওনা দেখুৱাইছিল। এইটো ঠিক যে মই তেনে নৈৰাজ্যবাদী সকলৰ—যেনে ডুৰুটি আৰু তেওঁৰ অনুগামী বেটামান সকলৰ কথা কোৱা নাই—বাৰ্ছিলোনাত তেওঁলোকে সিংহৰ দৰে যুঁজিছিল।

আৰু চোৰাংচোৱা – সিঁহত উগ্ৰপন্থীবোৰতকৈ হেজাৰবাৰ অধম। মাজে মাজে পুলিচে, প্ৰতিক্ৰিয়াশীল দলে বা বিদেশী চৰ্কাৰে শত্ৰুৰ দালাল ভাড়া কৰে। এই দালালবোৰে বিপ্লৱী দলৰ সক্ৰিয় কৰ্মীসকলৰ লগত একেলগে হৈ মিলি যায়। সিহঁতৰ কোনোবা কোনোবাই উত্তেজনা জগোৱা বিশেষ বিশেষ কাম কৰি পেলায়, অইন কিছুমানে আকৌ চকুকাণ খুলি ধৈৰ্য্য ধৰি থাকে। আজেভৰ বিশেষ ঘটনাটোৰ কথাকেই ধৰা যাওক। জাৰতন্ত্ৰৰ পতনৰ আগতে তেওঁ অসংখ্য সন্ত্ৰাসজনক কামত ভাগ লৈছিল, আৰু সেইবাবে বহুতবাৰ জেল খাটিছিল। বিপ্লৱৰ পিছত প্ৰকাশিত হোৱা জাৰৰ গুপ্ত পুলিচৰ মুখিয়াল জনে সৌৰৱণিত বৰ্ণাইছে—কেনেকৈ আজেভ সদায় ওখ্ৰানাৰ দালাল আছিল। এই অদ্ভুত মানুহজনৰ চৰিত্ৰত সন্ত্ৰাসবাদী আৰু গুপ্তচৰ চৰিত্ৰই একেলগে বাহ লৈছিল—এজন গ্ৰাণ্ড ডিউকৰ মৃত্যুৰ বাবে তেওঁ দায়ী আছিল।

অইন এটা কৌতুকজনক ঘটনা লজ এঞ্জেলচ, চান ফ্রান্সিসকো নে কেলি-ফোর্ণিয়াৰ কোনোবা এথন চহৰত ঘটিছিল। মেককাৰ্থীবাদৰ বলিয়ালি ভৰা দিনবোৰত চহৰখনৰ সকলো সক্রিয় কমিউনিষ্ট কৰ্মীক পুলিচে ধৰিলে। ৭৫ জন মানুহৰ বিষয়ে সকলো খবৰ লোৱা হল—তেওঁলোকৰ জীৱন আৰু প্রতি-দিনৰ গতিবিধি, খুটিনাটি বিষয়বোৰ লিখি ফাইলত থোৱা হল। বাৰু শুনক —এই ৭৫ জনেই পুলিচৰ দালাল বুলি প্রমাণিত হল। এফ. বি. আই-এ নিজৰ ক্ষুদ্ৰ কমিউনিষ্ট পাৰ্টি গঢ়াৰ আত্মপ্ৰসাদ অনুভৱ কৰিব পাৰিলে। এই দলটোৰ মানুহবোৰে ইটোৱে সিটোক চিনি নাপাইছিল। ইহঁতক পিছত মোকৰ্দমাৰ ফান্দত পেলাই অস্তিত্বহীন শত্রুৰ বিৰুদ্ধে উত্তেজনাময় বিজয় গৌৰৱৰ অধিকাৰী হব খুজি এফ বি আই-এ মাজে মাজে হাঁহিয়াতৰ পাত্র হৈছিল। চেম্বাৰ্ছ নামৰ এজন ভূতপূৰ্ব কমিউনিষ্টক পুলিচে ঘুচ খুৱাই নিজৰ ফন্দীয়া কৰি লৈছিল। তেওঁ বহুত তপ্ত, গুপুত খবৰ এটা জাতিলাওৰ ভিতৰত লুকুৱাই থৈছিল। এফ বি আইয়ে আৰু বহুত নাৰকীয় ঘটনাত অংশ লৈছিল—তাৰ ভিতৰত ৰোজেনবাৰ্গ দম্পতিক হত্যা বা খুন প্রধান।

চিলিৰ কমিউনিষ্ট পাৰ্টি বহুতদিনীয়া, আৰু কঠোৰভাৱে সৰ্বহাৰাৰ দ্বাৰা গঠিত। ওপৰত উনুকিউৱা দালালবোৰে এই পাৰ্টিত অনুপ্ৰৱেশ কৰা টান আছিল। অইন হাতে লাতিন আমেৰিকাৰ গৰিলা নীতিয়ে সকলো ৰকমৰ গুপ্তচৰৰ বাবে বাট মুকলি কৰি ৰাখিছিল। এই সংগঠনবোৰৰ স্বতঃস্ফূৰ্ত্ত চৰিত্ৰ আৰু কম সময়ৰ বাবে গুপ্তচৰৰ মুখা খুলি সিঁহতক চিনাটো টান কৰিছিল। এই কাৰণে গৰিলা নেতাসকল সদায় সন্দেহবাদী আছিল আৰু এনেকৈ তেওঁলোকে নিজৰ ছাঁটোকো বিশ্বাস নকৰিছিল। এনে অবিশ্বাসক ভেতিয়াৰ লাতিন আমেৰিকাৰ বন্য গৰিলাতত্বই উৎসাহ দিছিল। আৰ্নেষ্টো গুৱেভাৰাৰ বীৰত্বব্যঞ্জক মৃত্যুৰ লগে লগে এই যুগৰ অৱসান হব পাৰিলে-হেঁতেন, কিন্তু এই নীতিৰ সমৰ্থক সকলে বহুতদিন ধৰি থিচিছ আৰু দলিলবে গোটেইখন মহাদেশ ভৰাই পেলাইছিল। সেইবাবে ভৱিষ্যতে জনপ্ৰিয় বিপ্লৱী চৰ্কাৰ অকল যে পুঁজিবাদ শোষিত সমাজকহে দিব বুলিছিল সেইটো নহয়, সশস্ত্র সকলো দলৰ বাবে এই চৰ্কাৰ হব লাগে বুলিছিল। এই লেখিয়া যুক্তিৰ দোষ হল ইয়াৰ ৰাজনৈতিক দুৰ্বলতা। মাজে মাজে এনে হব পাৰে যে এজন মহান গৰিলা আৰু শক্তিশালী ৰাজনৈতিক মননৰ মানুহৰ সকলো গুণ এজন মানুহৰে থাকিব—চে গুৱেভাৰা ইয়াৰ উদাহৰণ, কিন্তু ই ব্যতিক্রম

আৰু কদাচিতহে এনে হ'ব পাৰে। গৰিলা যুদ্ধৰ পৰা ৰক্ষা পাই যোৱা সকলে এখন সৰ্বহাৰা ৰাজ্যক নেতৃত্ব দিব নোৱাৰে যদিও তেওঁলোক সাহসী আৰু মৃত্যুৰ মুখৰ পৰা বাচি অহাৰ ভাগ্যলৈ অহা—অথবা জীৱিত মানুহৰ ভিতৰতে তেওঁলোক ভাল ধাতুৰ।

এতিয়া মই মোৰ এটা ব্যক্তিগত অভিজ্ঞতাৰ কথা কওঁ। মেক্সিকোৰ পৰা চিলিলৈ ঘূৰি অহা মোৰ তেতিয়া বেচিদিন হোৱা নাই। এখন ৰাজনৈতিক সমাবেশত যাওঁতে এজন মাজবয়সীয়া মানুহে মোৰ লগত দুই এষাৰ কথা পাতিবলৈ আহিল। সাজপাৰত পৰিপাটী আৰু ৰিমলেছ চশমা পিন্ধা মানুহ গৰাকী আজিকালিৰ সফল পুৰুষৰ আৰ্হিস্বৰূপ। চশমাবোৰে নাকত কিলিপ মাৰি ধৰি চেহেৰাত এটা আভিজাত্যৰ ছাব বহুৱাইছিল। তেওঁক খুব মৰমীয়া মানুহ যেন লাগিল। 'ভন পাবলো, মই কেতিয়াও আপোনাক লগ ধৰিবলৈ সাহ কৰা নাছিলো—যদিও মই মোৰ জীৱনৰ বাবে আপোনাৰ ওচৰত ধৰুৱা। উইনিপেগ বোলা জাহাজত, কনচেনট্ৰেচন কেম্প আৰু গেছ চেম্বাৰৰ পৰা আপুনি ৰক্ষা পেলোৱা শৰণাৰ্থী মানুহবোৰৰ ভিতৰত মইও আছিলো। মই এজন কেটালান—এজন ভ্ৰাতৃসংঘৰ সভ্য। ইয়াত মই নিজকে থিতাপি কৰি লৈছো। অমুক অমুক কোম্পানীৰ ছেনিটেৰী বস্তুৰ মই এজন ওথ-থাপৰ বিক্ৰেতা। চিলিত এনে বস্তুৰ কোম্পানীবোৰৰ ভিতৰত এইটোৱেই সকলোতকৈ ডাঙৰ'।

ছান্তিয়াগো চহৰৰ মাজভাগত এটা সুন্দৰ অট্টালিকাৰ তেওঁৰ থকা কোঠা। তেওঁৰ চুবুৰীয়া মানুহজনৰ নাম ইগলেচিয়াছ—তেখেত নামী টেনিচ খেলোৱাড় আৰু এ সময়ত মোৰ লগতে একেলগে স্কুলত পঢ়িছিল। তেওঁলোকে প্ৰায়ে মোৰ কথা কয়, আৰু অৱশেষত দুইয়ো থিৰাং কৰিছে যে তেওঁলোকে এবাৰ মোক ঘৰলৈ মাতি নি খুৱাব-বুৱাব। সেইবাবে তেওঁ মোৰ লগত দেখা কৰিবলৈ আহিছে।

কেটালনৰ ঘৰত আমাৰ আৰামী বুৰ্জোৱা জীৱনৰ সকলো চিনচাব আছিল নিখুঁত, সোণালী কাঠৰ, প্ৰচুৰ আছবাব—আমি দুপৰীয়া খাবৰ সময়ত ইগলেচিয়াছ আমাৰ লগত আছিল। টেমুকোৰ পুৰণি স্কুলঘৰৰ কথা সুঁৱৰি আমি হাঁহিলো। আমাৰ মুখতে বাদুলিবোৰে ডেউকাৰে তাত ধাপলি মেলিছিল। খোৱাবোৱাৰ শেষত আতিথি বৎসল মানুহজনে এটা সৰু বক্তৃতা দিলে আৰু মোক দুখন বৰ সুন্দৰ ছপা কটো দিলে—এখন বোডলেয়াৰ আৰু

অইনথন এডগাৰ এলেন পোৰ। দুজন বিখ্যাত মানুহৰ অনুপম শিৰ গোত্তাৰ কটো দুখন এতিয়াও মোৰ লাইব্ৰেৰীত আছে।

এই মানুহজন এদিন সন্ন্যাস বেমাৰ হৈ বিছনাত পৰিল। তেওঁৰ লৰাচৰা শক্তি, বাক শক্তি আৰু মুখৰ ভাব প্ৰকাশ কৰিবৰ শক্তি নোহোৱা হল। মাত্ৰ চকুদুটাহে ইপিনে সিপিনে ঘূৰিব পাৰিছিল। চকুদুটাত বৰ কষ্ট পোৱাৰ চিন. আৰু তেওঁ যেন চকুৰে ঘৈণীয়েকক বা চুবুৰীয়া টেনিচ চেম্পিয়ন ইগলে-চিয়াছক কিবা বুজাবলৈ চেষ্টা কৰিছিল। তেওঁৰ ঘৈণীয়েক আছিল স্পেন দেশীয়—এই তিৰোতাগৰাকী ৰিপাব্লিকান আৰু তেওঁৰ অতীত জীৱনো নিষ্কলঙ্ক আছিল। মানুহজন তেনে অৱস্থাতে ঢুকাল।

ঘৰত তেতিয়াও কন্দাকটাৰ শেষ হোৱা নাই, বন্ধুবান্ধৱে ফুলৰ মালা আনি তেতিয়াও ঘৰ ভৰাইছে। তেনে সময়তে তেওঁ বন্ধু সেই টেনিচ খেলুৱৈজনে এটা অদ্ভূত বস্তু পালে. "ঢুকুৱা মানুহগৰাকীৰ লগত আপোনাৰ ঘনিষ্ঠ বন্ধুত্বৰ কথা আমি জানো। তেওঁ সদায় আপোনাৰ প্ৰশংসা কৰিছিল। আপোনাৰ বন্ধুৰ স্মৃতিত যদি আজি তেওঁৰ কিবা উপকাৰ কৰিব খোজে, তেন্তে তেওঁৰ সিন্দুকটো খুলি তাত থকা এটা সৰু লোহৰ বাকচ উলিয়াই আনক। এই বাকচটো তাত নিৰাপদে থাকিব বুলি কথা হৈছিল। মই আকৌ তিনিদিনৰ পিছত আপোনালৈ ফোন কৰিম।"

বিধৱা পত্নীয়ে এই কথাটো কাণতেই তুলিব নুখুজিলে। তেওঁৰ শোকৰ সীমা নাই—অইন একো কথা তেওঁ জানিব নোখোজে। সেই ঘৰ এৰি তেওঁ চাণ্টো, ডোমিংগো ষ্ট্ৰীটৰ এটা ভাড়াঘৰলৈ গলগৈ। তেওঁৰ ঘৰৰ গিৰিহঁত যুগোশ্লাভিয়াৰ মানুহ, ৰাজনীতিত লিপ্ত থকা বাবে তেওঁ কঠোৰ আৰু প্ৰতিবাদী। বিধৱাগৰাকীয়ে তেওঁক মৃত স্বামীৰ কাগজপত্ৰবোৰ পৰীক্ষা কৰি চাবলৈ অনুৰোধ কৰিলে। তেওঁ সিন্দুকৰ ভিতৰত লোহৰ বাকচটো পালে আৰু অতি কষ্টকৈ তাক খুলিলে। তেতিয়াহে আচল কথাটো ওলাল। বাকচত সযতনে লুকুৱাই থোৱা দলিলবোৰে প্ৰকাশ কৰিলে যে মৃত মানুহজন ফেছীবাদী দালাল আছিল। তেওঁৰ চিঠিৰ ফলত স্পেনৰ শৰণাৰ্থী সকলৰ ভিতৰত যি সকলে আকৌ মনে মনে নিজৰ দেশলৈ ঘূৰি গৈছিল তেওঁলোকৰ ভজনে ভজনে বন্দীশালত জীৱন কটাইছিল, বা মৃত্যুদণ্ডত দণ্ডিত হৈছিল। এনেকৈ সেইবোৰৰ লগত ফ্ৰাঙ্কোৱে তেওঁক ধন্যবাদ দি নিজহাতে লিখা এখন চিঠিও আছিল। চোৰাং বাৰ্তাৰ পঠিয়াই চিলিৰ উপকূলেদি গৈ থকা যুদ্ধৰ

সমল নিয়া জাহাজবোৰক নাজী নৌসেনাই ডুবোৱাত সহায় কৰিছিল। লোটাবো বোলা চিলিৰ গৰ্ব আৰু ধনীয়া এখন জাহাজ এনেকৈ ডুবোৱা হৈছিল। যুদ্ধৰ সময়ত, সোৰা·ভৰাই লৈ যাওঁতে ই টকোপিল্লা বোলা ঠাইত ডুবিল। লগতে নৌবাহিনীৰ ১৭জন শিকাৰু পুৰি গৈ বা ডুবি মৰিল।

মিৰ্চিক হাঁহিৰ মানুহটোৰ অপৰাধী কামবোৰৰ ভিতৰত এনেবোৰ কাম আছিল—মোক দুপৰীয়া এসাজ খাবলৈ নিমন্ত্ৰণো তাৰ ভিতৰতে আছিল।

## কমিউনিষ্ট সকল

মই পাৰ্টিৰ সভ্য-হোৱা কেইছবমানহে হৈছে · মই সুখী·· কমিউনিষ্ট দলটো ভালেই। বিপদৰ থেকেচাত সভ্যবোৰৰ চামড়া টান আৰু অন্তৰ উমলগা হৈছে। অতিকায় প্ৰাণীবোৰকো তেওঁলোকে নিজৰ মন্তলৈ আনিব পাৰে। বিশেষকৈ এইবোৰ কাৰণেই আত্মবাদী, ৰাজভক্ত, বিপথগামী, অপৰাধীবোৰ দীৰ্ঘজীৱি হওক। ধোঁৱাৰ পৰ্দাই ঢাকি ৰখা, জকা নোহোৱা দৰ্শন দীৰ্ঘজীৱি হওক···যি কুকুৰে কামোৰে, আৰু ভুকভুক কৰে, সেই কুকুৰ দীৰ্ঘজীৱি হওক··· লম্পট জ্যোতিষী, অশ্লীল সাহিত্য, বিশ্ব নিন্দুকতা, সকলো দীৰ্ঘজীৱি হওক বেশ্যাৰ দালাল সকলো দীৰ্ঘজীৱি হওক কেৱল কমিউনিষ্টবোৰ বাদ·· সতীত্ব দীৰ্ঘজীৱি হওক। গোড়া মতাৱলম্বী মানুহবোৰ—যিবোৰে পাঁচশ বছৰ ধৰি আদৰ্শবাদৰ সংস্কাৰ কৰা নাই সিঁহতবো জয় জয়কাৰ হওঁক দৰিদ্ৰৰ তেজ পিওঁতা কুমাৰৰ চাকত অনায়াসে আকৃতি পোৱা নৈৰাজ্যবাদী পুঁজিবাদৰ, ৰিলকে, আন্দ্ৰে জিদ আৰু তেওঁৰ মিঠা সৰু ··সকলো দীৰ্ঘজীৱি হওক · সকলো ৰকমৰ মায়াবাদ দীৰ্ঘজীৱি হওক · যিখিনি বায় তেওঁলোক সকলো বীৰ সকলো খবৰৰ কাগজ প্ৰকাশিত হওক—মাত্ৰ কমিউনিষ্ট খবৰৰ কাগজ বাদ ···সকলো ৰাজনৈতিক বন্দীক চৰাইৰ দৰে মুকলি হৈ চাপ্টো প্ৰমিঙলৈ যাবলৈ দিয়ক·· সিঁহত সকলোকে তেজ-শোহা টুব জিলোৰ মৃত্যুৰ উৎসৱ পালন কৰিবলৈ দিয়ক—মাত্ৰ তেওঁৰ বিপক্ষ বন্ধুজাৰু সকলক নিদিব। ······ কাৰ্নিভাল দীৰ্ঘজীৱি হওক·· আনন্দমেলাৰ শেহৰ দিনবোৰ সকলোৰে মুখা আছে—খৃষ্টান আদৰ্শবাদী মুখা, অতিৰাম মুখা, উদাৰ বয়সীয়াল মহিলাৰ মুখা, দয়াৱতী আইৰ মুখা · কিন্তু চাবা যেন কমিউনিষ্টবোৰ তাত সোমাব নোৱাৰে, দুৱাৰত ভালকৈ তলা মাৰি থোৱা ভুল নকৰিবা।

সিহঁতৰ কোনো বস্তুত কোনো অধিকাৰ নাই—আমি ভাবমূলক বিষয়ত,

মানুহৰ সাৰবস্তু, সাৰবস্তুৰ সাৰবস্তুত চিন্তাক নিয়োগ কৰো আহক···তেনেকৈ আমি সকলোৱে সম্মুখত থাকিম ··(শেহৰ কেইবছৰমান আজি তেনেকৈয়ে পাৰ হৈ গৈছে···জাজ নাচ শেষ হৈ গল, আত্মাৰ আবিৰ্ভাৱ হল, আমি বিমূৰ্ত্ত চিত্ৰকলাৰ স্বীকাৰ্য বিষয় লৈ বকবক কৰিলো, মহাযুদ্ধই আমাৰ মূৰত বামটাঙোন মাৰিলে সকলো আগৰ দৰেই বল—নে নবল বাৰু ? ) আমি স্বাধীন হলো স্বাধীনতা মহান ····সিঁহতে ইয়াৰ মোল নবুজে—ইয়াক সন্মান নকৰে···সাৰমৰ্মৰ বিষয়ে চিন্তা কৰিবলৈ স্বাধীনতা আত্মাৰ বিষয়ে ইমানবোৰ বক্তৃতাৰ পিছতো. আৰু মূৰত ইমানবোৰ সুচিন্তাৰ বোজা সত্ত্বেও দিনকাল কিবা বেয়াৰ পিনে ঢাল খাইছিল। বৰ বেয়াকৈ ভুল ভৰা হৈছিল জনগণ সংগঠিত হৈছে ··গৰিলা যুদ্ধ আৰু ধৰ্মঘট চলিব লাগিছে—কিউবা আৰু চিলি স্বাধীন হল। অগণন মানুহে আন্তৰ্জাতিকৰ গান গালে কি অদ্ভুত ····কি নিৰাশাৰ কথা ···মানুহে এতিয়া চীন, বুলগেৰিয়া, লাতিন আমেৰিকাত স্পেনীয় ভাষাত এই গানটো গাইছে ···আমি সোনকালে ইয়াক বন্ধ কৰিবলৈ কিবা এটা কৰিব লাগিব নিষিদ্ধ কৰিব লাগিব ·· আমি আত্মাৰ বিষয়ে আৰু বেচিকৈ আলোচনা কৰিব লাগিব আমি পৃথিবীক আৰু বেচি শলাগিব লাগিব। আৰু বেচি বটা আৰু টকা বিলাব লাগিব এনেকৈ চলিবলৈ দিব নোৱাৰি—এনেকৈ। ভয়ৰ মাজত · আৰু এতিয়া কিউবা আমাৰ গোলাৰ্দ্ধৰ মাজতে আমাৰ আপেলৰ বাগানতে দীঘলদাড়ীয়াবোৰে সেই গান গাব লাগিছে ··· বাৰু যীশুখ্ৰীষ্টই বা আমাৰ কি উপকাৰত আহিছে ? পাদুৰীবোৰে আমাৰ কি কামত লাগিছে। আমি আৰু কাকো বিশ্বাস কৰিব নোৱাৰো—পাদুৰী-বোৰকো নোৱাৰো ? তেওঁলোক আমাৰ লগত একেমত নহয় · তেওঁলোকে দেখা নাই আমাৰ স্টকবোৰ বজাৰত কেনেকৈ ভুবিব লাগিছে ? ইতিমধ্যে মানুহে সোৰজগতলৈ ডেউকা মেলিছে জোতা পিন্ধা ভৰিয়ে জোনৰ মাটিত চিন থৈ আহিছে সকলোৱে পৰিৱৰ্তনৰ বাবে বুজিছে ·· কেৱল গলিপচি যোৱা নীতিনিয়মবোৰহে বাদ – এই গেলাপচা নিয়মৰ বান্ধোন মধ্যযুগৰ বিশাল মকৰাজালত সৃষ্টি হৈছিল। · মকৰাৰ জাল তাঁথাৰ মেচিনতকৈ বেচি মজবুত—তথাপি পৰিৱৰ্তনত বিশ্বাস কৰা মানুহো আছে, পৰিৱৰ্তন কৰা মানুহো আছে, পৰিৱৰ্তন যাতে কামত লাগে তাক দেখা মানুহো আছে— পৰিৱৰ্তনক ৰূপায়িত কৰি ফলেফুলে ভৰোৱা মানুহো আছে · কাৰাম্বা ! ····বসন্তক কোনেও বাট ভেদি আহিব নোৱাৰাকৈ বাখিব নোৱাৰে।

## ৰাজনীতি আৰু কাব্য

১৯৬৯ চনটো গোটেইখিনি সময় মই ইছলা নেগ্ৰাত কটালো। একেবাৰে নিয়মকৈ পুৱা দোকমোকালিৰ পৰা সমুদ্ৰ ওখ হৈ প্ৰকাণ্ড হৈ ফুলি উঠে, যেন অতিকায় ডাঙৰ এটা পাওৰুটীৰ বাবে ময়দা মৰা হৈছে। উপচি পৰা ফেন-ফুটুকাখিনি পানীৰ বহুত তলত থকা বৰফৰ দৰে ইফ্টে সানমিহলি কৈ ময়দাৰ দৰে বগা কৰি পেলাইছে।

আৰকালিটোক খালৈত বন্দীকৈ ধুৰলিকুৱলিৰে ভৰাই ৰাখিছো। আমি দিনো জুইশালত জুই একুৰা জ্বলাই লৈ ইয়াৰ থলুৱা ৰূপত আৰু ৰহণ লগাওঁ। সাগৰৰ পাৰত বালিৰ শুভ্ৰতাই আমাৰ বাবে চিৰ নিঃসঙ্গতাৰ জগত মুকলি কৰি ৰাখে—জহকালিৰ কোনো বাটৰুৱা বা কোনো মানুহৰ জন্মৰ আগতে যেনে আছিল। কিন্তু এইটো নাভাবিব যে মই জহকালিৰ ভ্ৰমণকাৰী মানুহৰ ভিড় বেয়া পাওঁ। জহকালি আৰম্ভ হোৱাৰ লগে লগে ছোৱালীবোৰে সমুদ্ৰ চাবলৈ আহে, মানুহ আৰু শিশুৱে সাৱধানে ঢৌবোৰৰ কাষ চাপি আহে, বিপদ দেখিলে জাঁপিয়াই তো পাৰ হয়। এইটো যেন তেওঁলোকে নচা মানুহৰ দৰে হেজাৰ বছৰীয়া নাচ নাচে···গৰমকালৰ সকলো নাচৰ ভিতৰত এইটোৱেই বোধহয় আদিম নৃত্য।

ইছলা নেগ্ৰাৰ ঘৰবোৰ ৰাতি হলে এন্ধাৰত ডুবি থাকে মাত্ৰ। মোৰ ঘৰটোহে পোহৰ হয়। ৰাস্তাৰ সিপাৰত, মোৰ ঘৰৰ বিপৰীতে থকা ঘৰটোত মাজে মাজে কোনোবা মানুহ থকা যেন লাগে। মই যেন খিড়িকীত চাকিৰ পোহৰ দেখো। কিন্তু ই মাত্ৰ মোৰ চকুৰ ভ্ৰম, কেপ্টেইনৰ ঘৰটোত কোনো নাই, মোৰ ঘৰৰ পৰা পোহৰ গৈ সেই ঘৰটোৰ খিড়িকীৰ আয়নাত পৰি প্ৰতিফলিত হোৱাত এনে লাগে।

বছৰৰ প্ৰতিদিন মই যত কাম কৰো লুকাভাকুৰ সেই ঠাইখিনিত মই লিখিবলৈ যাওঁ। ঠাইখিনিলৈ যোৱা বা তাত থকা ইমান সহজ নহয়। মোৰ দুটা কুকুৰ পাণ্ডা আৰু চৌ টু সিংহতে উমলিবলৈ এটা বস্তু পাইছে—বস্তুটো হল ৰয়েল বেঙ্গল টাইগাৰৰ এখন ছাল। মোৰ সৰু কুঠৰীটিত মই ইয়াক কম্বল হিচাপে ব্যৱহাৰ কৰো। বহুত বছৰৰ আগতে চীনৰ পৰা অনা

এই ছালখনৰ নখ আৰু লোমবোৰ সৰি পৰিছে। পোকও লাগিছে—কিন্তু মোটিলডে আৰু মই দুইয়ো পোকবোৰ মাৰো।

মোৰ কুকুৰ দুটাই সিঁহতৰ পুৰণি শত্ৰুৰ ছালত হাত ভাৰি খেলি-ব্যগবিৰলৈ ভাল পায়। যুদ্ধ জয়ৰ পিছত বিজয়ীৰ দৰে ভাগৰ লাগি খন্তেকতে টোপনিত লালকাল দিয়ে। দুৱাৰ মুখতে দীঘল দি পৰি সিঁহতে মোৰ বাট ভেটি ধৰি থাকে যেন ভিতৰত বহি কাম কৰি যাবলৈ মোক বাধ্য কৰে।

এই ঘৰত সদায়ে কিবা নহয় কিবা ঘটিবই লাগিছে। মোৰ বাবে বহুত দুৰ্বাণিবটীয়া এটা টেলিফোন আহিছে। কি উত্তৰ দিব? মই ঘৰত নাই। কোনোবাই অইন কিবা এটা বাতৰি পঠিয়াইছে। কি উত্তৰ দিব? মই ঘৰত আছো।

মই ঘৰত নাই—ঘৰত আছো। মই ঘৰত আছো—ঘৰত নাই ইছলা নেগ্ৰাড দুৰত লুকুৱা ঠাইৰ কবিৰ জীৱন এনেকুৱাই—এই ঠাইখন আৰু দুৰ্বাণিবটীয়া নহয়।

মোক সদায় সোধা হয়, বিশেষকৈ সাংবাদিকসকলে সোধে মই কি লিখিছো—কি কাম কৰি আছো। এই প্ৰশ্নবোৰ বৰ উপৰুৱা বুলি মোক আমনি দিয়ে। কাৰণ কবলৈ গলে, মইতো একেটা কামকে কৰি আছো—সেই কামটো কৰিবলৈ কেতিয়াও এৰা নাই। কাব্য?

মই কবিতা লিখিছো বুলি নিজে জনাৰ বহুত আগৰ পৰাই মই এই কামটোকে কৰি আছো। সুত্ৰ বা কবি নামৰ ছাপ পাম বুলি কৰা নাই, মুৰ ঘুৰোৱা নাই। নন্দনতত্ত্বৰ আলোচনাই মোক আমনি লগায়। সেইবুলি যাৰ নান্দনিক বোধ আছে তেওঁলোকক মই হেয় চকুৰে চোৱা নাই। কিন্তু কোনো সাহিত্যকৰ্মৰ জন্ম—ছাৰ্টিফিকেট কি হব সেই বিষয়ে মই যেনেকৈ উদাসীন, তেনেকৈ ইয়াৰ মৃত্যুৰ পিছৰ ৰিপোৰ্টতো মোৰ আগ্ৰহ নাই। ওৱাল্ট হুইটমেনে কৈছিল—আৰু বাহিৰা কোনো বস্তুৱেই মোক শাসন কৰিব নোৱাৰিব। বহুত ভাল কাম হলেও সাহিত্যৰ আনুষঙ্গিক ৰীতিনীতিয়ে সৃষ্টি-কাৰ্যৰ ঠাই লব নালাগে।

মই বছৰটোত কেইবাবাৰো নোট বহি সলালো। এই নোট বহিবোৰ সেউজীয়া আখৰৰ সুতাৰে বন্ধা হৈ ওচৰতে কৰবাত পৰি আছে। মই এনে বহুত নোটবুক লিখি ভৰালো—এইবোৰেই গৈ পিছত কিতাপ হয় গৈ এটাৰ পৰা অইন এটা বস্তুলৈ নিজকে সিঁহতে ৰূপান্তৰ কৰে। ল্হাৱৰৰ পৰা লবচুৰ

হোৱা বস্তুলৈ, জোনাকী পৰুৱাৰ পৰা জোনাকী পোকলৈ পৰিণত হোৱাৰ দৰে।

বিজুলীৰ খেৰেকনিয়ে যেন মোক মোৰ কামৰ পৰা বাহিৰলৈ উলিয়াই নিবলৈ আহিল—ৰাজনীতি আহি মোক আকৌ জনগণৰ মাজলৈ ঘূৰাই আনিলে।

মানুহৰ ভিড়তেই মই জীৱনৰ পাঠ পঢ়িছো। কবিৰ আজন্মৰ ভীৰুতা—ভয়াতুৰ ভীৰুতা লৈ মই তেওঁলোকৰ মাজলৈ ঘূৰি আহোঁ, কিন্তু এবাৰ আহি তেওঁলোকৰ মাজত সোমালে মই একেবাৰে সলনি হৈ যাওঁ। বাইজৰ লগত এজন হৈ যাওঁ যেন বিৰাট ডাঙৰ মানৱবৃক্ষৰ মই আৰু এখিলা পাতহে।

নিঃসঙ্গতা আৰু ভিড় আজিৰ যুগৰ কবিৰ জীৱনত প্ৰথম বাধ্যবাধকতা। নিঃসঙ্গতাত চিলিৰ সমুদ্ৰবোৰ উপকূলত ঢোলোকনিৰ সংগ্ৰাম চাই চাই মোৰ জীৱন আৰু চহকী হৈ পৰিছে। যুজাৰু পানী আৰু শিল চাই চাই মোৰ মনটো উৰুঙা লাগে, তথাপি মই চাই ভাল পাওঁ—সামুদ্ৰিক জীৱ অগণন, "ভ্ৰাম্যমান চৰাইৰ নিখুত গঢ়ন—ই হল সাগৰৰ ফেনফুটুকাৰ আপুৰুগীয়া ধন।

কিন্তু জীৱন-সোঁতৰ বৃহৎ জোৱাৰত মই বহুত বৌচ শিকিলো—হেজাৰ হেজাৰ চকুৱে চেনেহৰে মোলৈ চোৱাত মই লাভৱান হলো। এই বাতৰিটো সকলো কবিয়ে নাপাবও পাৰে, কিন্তু যি কবিয়ে ইয়াক এবাৰ অনুভৱ কৰিছে তেওঁৰ কবিতাত ইয়াৰ পৰশ থাকিবই।

বহুতৰ বাবে, এটা মিনিটৰ বাবে হলেও—আশাক মূৰ্তিমতী কৰি তোলা কামটো কবিৰ পাহৰিব নোৱাৰা কাম—তেনে কামত কবি অতিশয় বিগলিত হৈ পৰে।

## প্ৰেছিডেণ্টৰ পদ প্ৰাৰ্থী

১৯৬৯ খৃষ্টাব্দৰ এদিন ৰাতিপুৱাই আমাৰ পাৰ্টিৰ চেক্ৰেটাৰী জেনাৰেল আৰু কেইজনমান কমৰেড মোৰ সাগৰৰ পাৰৰ গোপন গৃহ ইছলা নেগ্ৰালৈ আহিল। সৰ্ব্বাধীন প্ৰেছিডেণ্ট পদৰ বাবে প্ৰাৰ্থী হবলৈ মোক তেওঁলোকে অনুৰোধ কৰিবলৈ আহিছিল পপুলাৰ ইউনিট ফ্ৰণ্টৰ দুটা নে সাতটা পাৰ্টিক তেওঁলোকে একে পদকে যাচিব বুলি কৈছিল। সকলো বিষয় তেওঁলোকে প্ৰস্তুত কৰি থৈছিল—প্ৰোগ্ৰাম, গৱৰ্ণমেণ্টৰ ৰূপ, ভৱিষ্যতৰ বাবে জৰুৰী ব্যৱস্থা ইত্যাদি। সেই মুহূৰ্তলৈকে পাৰ্টিবোৰৰ প্ৰত্যেকৰে এজনকৈ প্ৰাৰ্থী

আছিল, আৰু প্ৰত্যেকে নিজৰ পাৰ্টিৰ প্ৰাৰ্থী বাখিব খুজিছিল। মাত্ৰ আমি কমিউনিষ্টবোৰহে কোনো প্ৰাৰ্থী নাছিল। বামপন্থী দলবোৰে পঠিওৱা প্ৰাৰ্থীজনকে আমি সমৰ্থন কৰাৰ কথা হৈছিল। তেওঁ পপুলাৰ ইউনিটি ফ্ৰণ্টৰো প্ৰাৰ্থী হব। কিন্তু এনে কথাবোৰ পাঙোতেই গৈছে—আৰু বেচিদিন আলচি থাকিলে নহব। দক্ষিণপন্থী দলবোৰে প্ৰচাৰ অভিযানত মৰোজঙ্কৈকে লাগিছে আৰু তেওঁলোকৰ প্ৰচাৰ ভাল হৈছে। সাধাৰণ পতাকাৰ তলত থাকি নুযুজিলে আমি বেয়াকৈ হাৰিম।

কিবা সমঝোতাত উপনীত হবলৈ হলে কমিউনিষ্টবোৰে সোনকালে দলীয় প্ৰাৰ্থীৰ নাম জনাব লাগিব। মই প্ৰাৰ্থীৰ নাম গ্ৰহণ কৰিবলৈ মান্তি হলে আমাৰ দলৰ অৱস্থা খোলোচা হব। আমি সেই প্ৰাৰ্থীৰ নাম সমৰ্থন কৰিম বাৰ প্ৰতি অইনৰ শুভেচ্ছা আছে। যদি তেনে প্ৰাৰ্থীৰ নাম পোৱা নাযায় তেন্তে মই শেহলৈকে প্ৰাৰ্থী থাকি যাম।

আমাৰ ফ্ৰণ্টৰ অইন সকলো পাৰ্টিকে বুজাবলৈ ই এটা টেঙৰ প্ৰস্তাৱ। কমৰেড কোৰ্ভালানক মই কলো যে মই ইস্তফাপত্ৰ দিয়াৰ লগে লগে ইয়াক গ্ৰহণ কৰা হব—তেনে সৰ্তহে মই প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী হম। মই এইটো উমান কৰিছিলো যে মই ইস্তফা দিবই লাগিব। অইন পাৰ্টিবোৰে কমিউনিষ্টক সমৰ্থন কৰিব বুলি ভবাটো অসম্ভৱ কথা। ঘুৰাই কবলৈ গলে অইন সকলো পাৰ্টিয়ে, এনেকি খ্ৰীষ্টান ডেমোক্ৰেটিক প্ৰাৰ্থীয়েও আমাৰ সমৰ্থন বিচাৰিছিল, কিন্তু আমাকহে কোনেও সমৰ্থন কৰিব খোজা নাছিল।

যি হওক, মই ইছলা নেগ্ৰাৰ ঘৰত বহি প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী হবলৈ নামটো দিম বুলি মান্তি হোৱাত হুলস্থুল লাগিল। মোক ধৰি সকলোৱে টনা আজোৰা লগালে। শয়ে শয়ে হেজাৰে হেজাৰে সাধাৰণ মানুহে মোক আঁকোৱালি লৈ চুমা খাই কান্দিছে দেখি মই বিচলিত হৈ পৰিলো। ছান্তিয়াগোৰ ওচৰে পাজৰে থকা বস্তিবাসীয়ে, কোকুইম্বুৰ খনি মজুৰ, মৰু-ভূমিৰ তামৰ খনিত কাম কৰা মানুহে, কোলাত কেচুৱা লৈ মোৰ বাবে ঘণ্টাৰ পিছত ঘণ্টা বৈ থকা চহাঘৰৰ তিৰোতা সকলে, বাইও বাইও নৈৰ পাৰত থকা অৱহেলিত দুখীয়া মানুহবোৰ সকলোৱে মোৰ বক্তৃতা শুনিলে—বা কবিতা আবৃত্তি শুনিলে। ধাৰাসাৰ বৰষুণত তিতি, বাটেঘাটে বোকাত ডুবি বোৱা ভাবি আৰু দক্ষিণৰ হাড় কপোৱা চেঁচা বতাহত আমি মিলিত হলো।

মোৰ উৎসাহ বাঢ়িল। বেচি বেচিকৈ মানুহে দিনে দিনে মোৰ সমাবেশত

যোগ দিলোঁহি। তাৰ ভিতৰত বেচি তিৰোতাও আছিল। মুখ্য, ভীত হৈ মই ভাবিবলৈ ধৰিলো আমাৰ দেশখন চেতনাহীন, নিজৰ সমস্যা সমাধানত অপটু, ধাৰত পোত গৈ আছে, আৰু বোধহয় সকলোতকৈ অকৃতজ্ঞ বিপাব্লিকৰ প্ৰেছিডেণ্ট নিৰ্বাচিত হলে মই কি কৰিম? ইয়াৰ প্ৰেছিডেণ্টবোৰক প্ৰথম মাহত বৰ ভাল বুলি শলাগা হয়। আৰু ঠিক বা ভুলকৈ তেওঁৰ পদকালৰ বাকী ৫ বছৰ ১১ মাহত শ্বহীদ কৰা হয়।

## আলেন্দেৰ প্ৰচাৰ অভিযান

খবৰটো পাই দিনটো ভালেৰে যাব যেন লাগিল। সমগ্ৰ পপুলাৰ ইউনিটিৰ পৰা আলেন্দেক জিকিব পৰা প্ৰাৰ্থী হিছাপে বাচি লোৱা হৈছে। মোৰ দলৰ সম্মতি লৈ মই ততালিকে ইস্তফা দিলো। মই প্ৰেছিডেণ্ট পদৰ পৰা আতৰি আহিলো আৰু আলেন্দেই তেওঁৰ মনোনয়ন গ্ৰহণ কৰিলে। এখন পাৰ্কত মানুহৰ বিৰাট সমাবেশত এই কামটো হেজাৰ হেজাৰ মানুহৰ চকুৰ আগতে কৰা হল। মানুহে গছৰ ডালৰ পৰাও ওলমি আছিল।

মই আলেন্দেক আগৰ পৰাই চিনি পাইছিলো। তেওঁৰ লগত আগৰ তিনিটা অভিযানত মই কাম কৰিছিলো—কবিতা পঢ়ি, বক্তৃতা দি, চিলিৰ ওখোৰামোখোৰা সীমাহীন পথ আমি একেলগে পাৰ হৈ গৈছো। এবছৰ এবছৰকৈ তিনিবছৰ দুটা বছৰৰ মূৰে মূৰে মোৰ ধৈৰ্য্যশীল কমৰেডজন প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী হৈছিল। এইবাৰ চতুৰ্থবাৰ—এইবাৰ জিকিব বুলি তেওঁ নিজেও জানিছিল।

আৰ্নল্ড বেনেট নে চমাৰছেট ম'মে (দুজনৰ ভিতৰত কোনজন মই পাহৰি গলো) এসময়ত উইনষ্টন চাৰ্চিলৰ লগত একেটা কোঠাতে থাকোতে হোৱা এটা অভিজ্ঞতাৰ কথা কৈছিল—সেই বিখ্যাত ৰাজনীতিজ্ঞ জনে ৰাতিপুৱা সাৰ পাই উঠিয়েই প্ৰথম কামটো কৰিছিল—ওচৰৰ টেবুলত থকা এটা প্ৰকাণ্ড হাভানা চুৰট হাত বঢ়াই লোৱা চকু মেলি চোৱা মাত্ৰকে তেওঁ ভেতিয়াই তাতে চুৰটটো হুপিবলৈ লাগিছিল—গুহাবাসী কোনোবা খুব স্বাস্থ্যবান মানুহেহে—প্ৰস্তৰ যুগৰ লোহৰ গঢ়ন-পিতনৰ মানুহেহে এনেকৈ চুৰট খাব পাৰে।

আলেন্দেৰ লগত ফুৰা কোনো মানুহেই তেওঁৰ দৰে শাৰীৰিক বলশক্তিৰ অধিকাৰী নাছিল। চাৰ্চিলৰ লগত বিজাৰপৰা তেওঁৰো এটা বিশেষ দক্ষতা

আছিল —টোপনি যাবলৈ ইচ্ছা কৰিলেই তেওঁ টোপনি যাব পাৰিছিল। তেওঁৰ লগত মই কেতিয়াবা উত্তৰ চিলিৰ সীমাহীন, শুকান অঞ্চল ভ্ৰমণ কৰিব লগীয়া হৈছিলো। গাড়ীৰ চুকত আলেন্দেই টোপনিত লালকাল দি শুই আছিল। হঠাৎ দূৰত ৰাস্তাত এটা ৰঙা বিন্দু দেখা দিলে—আৰু অলপ আগবাঢ়ি গৈ আমি ১৫।২০ জন মানুহে তেওঁলোকৰ পৰিয়াল লগত লৈ নিছান উৰুৱাই তাতে দলবান্ধি বৈ থকা দেখিলো। আমি গাড়ীখন ৰখালো—ৰদৰ চোকা পোহৰত আলেন্দেই চকুমুখ মোহাৰি তেওঁলোকৰ লগত দেখা কৰিবলৈ নামি গল। মানুহসকলে তেতিয়া জাতীয় সঙ্গীত গাই আছিল তেওঁৰো সেই গানত যোগ দিলে। তেওঁ বক্তৃতাও দিলে, তেজস্বী, চমু আৰু সহজে বুজিব পৰা বক্তৃতাৰ পিছত তেওঁ গাড়ীলৈ উভটি আহিল আৰু আমি আকৌ ৰওনা হলো। কোনো চেষ্টা নকৰাকৈয়ে আলেন্দেই আকৌ টোপনি গল। প্ৰতি ২৫।৩০ মিনিটৰ মূৰে মূৰে একেই দৃশ্যৰ পুনৰাবৃত্তি হল : মানুহৰ দল, পতাকা, গান, বক্তৃতা আৰু আকৌ টোপনি যোৱা।

হেজাৰে হেজাৰে মানুহৰ বিৰাট জনতাৰ মুখামুখি হৈ ট্ৰেনৰ পৰা এৰোপ্লেনলৈ, এৰোপ্লেনৰ পৰা ট্ৰেনলৈ, জাহাজৰ পৰা ঘোৰাত উঠি, আলেন্দেই সেই ব্যস্ত, ভাগৰ লগা দিনবোৰত নিজৰ কামৰ ৰুটিনৰ পৰা অলপো হেৰফেৰ কৰা নাছিল। তেওঁৰ দলৰ প্ৰায় সকলোৱে ভাগৰি পৰিছিল। পিছত তেওঁ যেতিয়া চিলিৰ প্ৰেছিডেণ্ট হলগৈ তেওঁৰ অসীম কৰ্মদক্ষতাই সহকৰ্মী সকলৰ ভিতৰত অন্ততঃ ৪।৫ জনৰ হৃদৰোগৰ কাৰণ হৈ পৰিছিল।

## পেৰিচত ৰাষ্ট্ৰদূত

পেৰিচৰ দূতাবাসৰ ভাৰ লবলৈ আহি মই বুজিলো যে ৰাষ্ট্ৰদূতৰ কামৰ বাবে হোৱা মোৰ ভেমৰ দাম বেচিয়েই। কামটো লবৰ সময়ত ইমান ভাবিচিন্তি নাচাই আকৌ এবাৰ জীৱনৰ সোঁতত নিজকে উটি যাবলৈ দিছিলো। বহুত মধ্যপন্থী আৰু মিথ্যাচাৰী চৰ্কাৰৰ পিছত বিজয়ী জনপ্ৰিয় চৰ্কাৰৰ প্ৰতিনিধি হম বুলি ভাবি মোৰ ভাল লাগিছিল। হিয়াৰ গভীৰত মোৰ বোধহয় এইটো ভাবিও ভাল লাগিছিল যে স্পেনৰ যুদ্ধত ঘৰ এৰি অহা মানুহসকলক আমাৰ দেশলৈ অনাৰ বন্দবস্ত কৰিবৰ সময়ত পেৰিচত থকা চিলিৰ দূতাবাসৰ যি অট্টালিকাত মই ইমান অপমান সহিব লগাত পৰিছিলো এতিয়া মই তাতে সসম্মানে সোমাম। মোৰ আগৰ সকলো ৰাষ্ট্ৰদূতেই কিবা নহয় কিবা উপায়ে

মোৰ ওপৰত অত্যাচাৰ কৰিছিল, মোক অপমান কৰি আঘাত দিছিল, এঁতিয়া নিৰ্য্যাতিত জনে নিৰ্য্যাতকৰ ঠাইত বহিব, সেই টেবুলত খাব, তেওঁৰ বিছনাত শুব, আৰু খিড়িকী খুলি পুৰণিকলীয়া দুতাবাসত নতুন জগতৰ বতাহ সোমাবলৈ দিব।

নতুন জগতৰ বতাহ সোমাবলৈ দিয়াটো আছিল সকলোতকৈ ডাঙৰ কাম। উশাহ নিশাহ ৰোধ কৰা ঠাইখনৰ সাজ-সজ্জাই মোৰ নাক আৰু চকুত বিন্ধিলে। মেটিলুডে আৰু মই ১৯৭১ চনৰ মাৰ্চ মাহত আগৰ ৰাষ্ট্ৰদূত আৰু তেওঁলোকৰ ঘৈণীয়েক সকলে শুৱা মহামূলীয়া খাটবোৰত—বিবোৰত শুই তেওঁলোকে শান্তিৰে -নহয়তো মহাকষ্ট ভোগ কৰি মৰিল—শুবলৈ আহিলো।

শোৱনি কোঠাটো ইমান ডাঙৰ যে এজন যোদ্ধা আৰু তেওঁৰ ঘোৰাই তাত অনায়াসে বিচৰণ কৰিব পাৰে। ঘোৰাই খাব বৰ পৰাকৈ, আৰু অশ্বাৰোহীয়ে শুব পৰাকৈ সি আহল বহল। চিলিংবোৰ ওখ আৰু মিহি কাৰুকাজ কৰা। আছবাববোৰত শুকান পাতৰ বৰণৰ মখমলৰ ঢাকনিৰে ঢকা, তাৰ চাৰিওকাষে কুচিৰ প্ৰাচুৰ্য—এনে গৃহসজ্জাই একেলগে ঐশ্বৰ্য্য আৰু অধঃপতনৰ চিন বহন কৰে। কম্বলবোৰ বোধহয় ষাঠি বছৰৰ আগতে ধুনীয়া আছিল, কিন্তু এতিয়া মানুহৰ ভৰিৰ খোজ আৰু পোকে খোৱা গোন্ধৰে ভৰা, নিৰৰ্থক আলাপ আলোচনাৰ সাক্ষী আছিল।

আমাক আল-পৈচান ধৰিবলৈ ৰখা ভয়াতুৰ মানুহজনে ঘৰত সব আৰামৰ বন্দবস্ত কৰি থৈছিল—কেৱল প্ৰকাণ্ড শোৱনি কোঠাটো গৰম ৰাখিবৰ দিহা কৰিবলৈ তেওঁ পাহৰিলে, মেটিলডে আৰু মই পেৰিচত আমাৰ কূটনৈতিক প্ৰধানৰ পদৰ প্ৰথম নিশাটো জাৰত ঠৰঙা হৈ কটালো। দ্বিতীয় নিশা ঘৰটো গৰম কৰা হল। জুইশালৰ চিমনিটো যোৱা ষাঠিবছৰ ধৰি ব্যৱহাৰ হোৱা নাছিল বাবে তাৰ ফুটাবোৰ বন্ধ হৈ আছিল, জুইশালৰ চিমনিটো পুৰণি-দিনীয়া, কেৱল কাৰ্বন ডাই অক্সাইড বাষ্পক হে বাহিৰলৈ উলিয়াব পাৰিছিল, ফুটাবোৰ বন্ধ হৈ থকাত, আমি আগৰাতিৰ দৰে জাৰত কষ্ট নাপালেও বিষাক্ত বাষ্পৰ ফলত বুকুৰ ধপধপানিত কষ্ট পালো। ৰাতি উঠি খিড়িকী খুলি দিয়াত ঠাণ্ডা বতাহ ঘৰত সোমাল। মই ভাবিলো ভূতপূৰ্ব ৰাষ্ট্ৰদূত সকলে ক্ষমতা পাই অহা বংশ গৌৰবহীন, আমোলাতন্ত্ৰৰ কোনো গুণ নথকা মানুহ এটাই তেওঁলোকৰ পদত অধিষ্ঠিত হোৱা বোধহয় সহিব নোৱাৰি আমাক এনে কষ্ট দিছিল।

আমি দুইয়ো থিবাং কৰিলো যে এনে এটা ঘৰলৈ আমি উঠি যাব লাগিব য'ত গৃহপাত্ত, পানী, চৰাই আৰু বতাহ আমাৰ লগৰীয়া হব। এই চিন্তাটোৱে আমাক খালে। কয়েদীয়ে মুক্তি বিচাৰি নিদ্ৰাহীন ৰাতি কটোৱাৰ দৰে আমি পোৰিচৰ বাহিৰত মুক্ত বায়ু বিচাৰি হাবাথুৰি খালো।

ৰাষ্ট্ৰদূতৰ চাকৰিটো মোৰ বাবে নতুন আৰু অসুবিধাজনক আছিল। কিন্তু ই যেন মোক ফেপেৰি পাতিহে ধৰিলে। চিলিত এটা বিপ্লৱ হৈ গৈছে —এই বিপ্লৱটো চিলিৰ লেখিয়া—ইয়াৰ নিজা—বহুতৰাৰ ইয়াক ফঁহিয়াই আলোচনা কৰা হৈছে। বাহিৰৰ আৰু ভিতৰত শত্ৰুৱে ইয়াক ধ্বংস কৰিবলৈ মুখ মেলি আছে, ১৪০ বছৰ ধৰি একেৰকমৰ শাসকবৰ্গই বেলেগ বেলেগ নামত এজনৰ পিছত এজনকৈ আমাৰ দেশ শাসন কৰিলে তেওঁলোকে সকলোৰে শাসন-ৰীতি একে ধৰণৰ আছিল। মানুহৰ ফটা কাপোৰ, ঘৰবাৰীৰ দুৰৱস্থা, পঢ়াশুনাৰ মুখ নেদেখা, শুদা ভৰিৰে লৰা ছোৱালীবোৰ, ফাটেকবোৰ, ৰাইজক ৰামটাঙোন মাৰি কণ্ট দিয়া চলিবলৈ ধৰিলে।

আমি এতিয়া, বিপ্লৱৰ পিছত মুকলি মনেৰে উশাহনিশা লব পাৰো, গান গাব পাৰো। নতুন কামত মোৰ এই কথাটোকে বৰ ভাল লাগিছিল।

চিলিত কূটনৈতিক কামত নিয়োগৰ বাবে চিনেটৰ সম্মতি লাগে। চিলিৰ দক্ষিণপন্থী দলবোৰে মোক কবি হিছাপে প্ৰশংসা কৰে। মোক এনেকি বক্তৃতা দিও তেওঁলোকে সম্মান দেখুৱাইছে অৱশ্যে মোৰ মৃত্যুৰ পিছতহে এই বক্তৃতাবোৰ দিবলৈ তেওঁলোকে ভাল পালেহেঁতেন যেন লাগে। মোক কামটো দিয়াৰ আগতে হোৱা ভোটাভুটিত মই মাত্ৰ তিনিটা ভোটত জিকিছিলো, দক্ষিণপন্থী আৰু খ্ৰীষ্টান ডেমোক্ৰেটিক দলৰ কিছুমান ভণ্ডই গোপনে মোৰ বিপক্ষে ভোট দিলে বুলি জানিব পাৰিছিলো।

মোৰ আগৰ ৰাষ্ট্ৰদূতজনে গোটেই ঘৰটোৰ দেৱালবোৰত আগৰ প্ৰতিজন ৰাষ্ট্ৰদূতৰ ফটো আৰি, লগতে নিজৰো এখন আৰি ভৰাই পেলাইছিল। এইবোৰ অপদাৰ্থ মানুহৰ জীৱনৰ ফটো—দুই তিনিজনহে ব্যতিক্ৰম। এওঁলোকৰ ভিতৰত আমাৰ চিলিৰ বালজাক বুলি জনাজাত ব্লেষ্ট গানাৰ নাম লবলগীয়া। ফটোবোৰ নমাবলৈ মই আদেশ দিলো, সেইবোৰৰ ঠাইত চিলিৰ প্ৰকৃত সন্তান সকলৰ ফটো ৰাখিবলৈ কলো ; পাঁচজন বীৰ যিকেইজনে চিলিক এখন পতাকা, এটা অখণ্ড জাতীয়তাবোধ আৰু স্বাধীনতা আনি দিছিল— এওঁলোকৰ ফটোৰ লগত সমসাময়িক মানুহৰ ফটোও ৰখা হল—এগৰাইৰে

চাৰ্ণা—তেওঁ চিলিৰ বিপাৰিকৰ প্ৰগতিবাদী প্ৰেছিডেণ্ট; দুই এম্বিয়ে বিকাবাবেন—চিলিৰ কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠাতা, আৰু ছালভাডোৰ আলেন্দে। এতিয়া দেৱালবোৰ দেখিবলৈ আগতকৈ বহুত ভাল হৈছে।

দূতাবাসৰ চেক্ৰেটাৰী সকলে কি ভাবিছিল মই নাজানো। তেওঁলোকৰ প্ৰায় সকলো দক্ষিণপন্থী আছিল। প্ৰতিক্ৰিয়াশীল দেশবোৰে প্ৰায় এশবছৰ দেশখন শাসন কৰিছিল। ৰক্ষণশীল বা ৰাজভক্ত নহলে এনেকি এজন দুৱৰীকো নিয়োগ কৰা নহৈছিল। খ্ৰীষ্টান ডেমোক্ৰেটিক দলে নিজকে মুক্তিৰ বিপ্লৱী বুলি আখ্যা দিলেও প্ৰাচীন প্ৰতিক্ৰিয়াশীল বোৰতকৈও বেচি সাংঘাতিক আছিল। পিছলৈ এই দুই সমপন্থী মিলি গৈ প্ৰায় একে লাইনত লগ খালেগৈ।

আমোলাতন্ত্ৰৰ চিন—ৰাজহুৱা অট্টালিকাৰ দ্বীপবোৰ আৰু অইন ঠাইতো দক্ষিণপন্থী কৰ্মী, পৰিদৰ্শক আৰু পৰামৰ্শদাতাই ভৰি আছিল, যেন আলেন্দে আৰু পপুলাৰ ইউনিটিৰ চৰ্কাৰ চিলিত বিজয়ী হোৱাই নাছিল, এতিয়াও যেন সেই চৰ্কাৰৰ মন্ত্ৰীসকল সাম্যবাদী আৰু কমিউনিষ্ট নহয়।

এনে অৱস্থাত পেৰিছৰ দূতাবাসত পৰামৰ্শদাতাৰ পদটো মোৰ এজন বন্ধুক দিবলৈ মই অনুৰোধ কৰি পঠিয়ালো। তেওঁৰ নাম কূটনৈতিক জীৱনত সকলোৱে জানে—প্ৰখ্যাত লেখক জৰ্জ এডওৱাৰ্ডছ, যদিও তেওঁ চিলিৰ সকলোতকৈ ক্ষমতাপন্ন আৰু প্ৰতিক্ৰিয়াশীল বংশৰ সন্তান আছিল, পাৰ্টিত নোসোমোৱাকৈও তেওঁ বাম মতবাদী মানুহ আছিল। মই আচলতে এনে এজন মানুহ বিচাৰিছিলো যিজনে নিজৰ কামখিনি বুজি কৰিব, আৰু মই যাক বিশ্বাস কৰিব পাৰিম। এডওৱাৰ্ডছে তেতিয়ালৈকে হাভানাত ভাৰপ্ৰাপ্ত বিষয়া হৈ আছিল। আৰু তাত তেওঁ কিবা অসুবিধাত পৰা বুলি মোলৈ এটা উৰা বাতৰি আহিছিল। মই তেওঁক বহুত দিনৰ পৰা চিনি পাওঁ বাবে এইবোৰ কথাত মই গুৰুত্ব নিদিলো।

তেওঁ মোৰ পৰামৰ্শদাতা হৈ আহিল—কিন্তু স্নায়ৱিক দুৰ্বলতাত সেই-সময়ত তেওঁ কষ্ট পাইছিল, আচল ঘটনাটো কি হৈছিল তেওঁ মোক কলে—মোৰ মত হ'ল যে দুইপক্ষই ঠিক অথবা দুইপক্ষৰে ভুল—জীৱনত কেতিয়াবা কেতিয়াবা এনেকুৱা হয়। তেওঁ লাহে লাহে ছিন্নভিন্ন স্নায়ুবোৰক সুস্থ কৈ তুলিলে, নথ কামুৰিবলৈ এৰিলে আৰু কামত দক্ষতা বুদ্ধি আৰু বিশ্বস্ততা লৈ মোক সহায় কৰিবলৈ ধৰিলে। দূতাবাসত তেওঁ দুবছৰ কাম কৰিছিল।

মোৰ সেই কালৰ তেওঁ শ্ৰেষ্ঠ কমৰেড আৰু কৰ্মচাৰী আছিল—বোধহয় সেই বিশাল অফিছটোত তেওঁৱে ৰাজনৈতিক বিষয়ত নিষ্কলঙ্ক আছিল।

উত্তৰ আমেৰিকাৰ এটা কোম্পানীয়ে চিলিৰ তামৰ উপৰত নিষেধাজ্ঞা জাৰি কৰিবলৈ চেষ্টা কৰিলে। গোটেই ইউৰোপ জুৰি ইয়াৰ বিৰুদ্ধে প্ৰতিবাদৰ ঢৌ উঠিল অকল খবৰৰ কাগজবোৰে নহয়, টেলিভিছন আৰু ৰেডিঅ-ই। বিশেষভাৱে ঘটনাটোৰ প্ৰচাৰ কৰিলে, আৰো এবাৰ ৰাইজৰ বিবেকে আমাক সমৰ্থন কৰিলে।

ফ্ৰান্স আৰু হলাণ্ডৰ ষ্টিভেডোৰ সকলে নিজৰ নিজৰ বন্দৰত এই আক্ৰমণৰ প্ৰতিবাদৰ চিন হিছাপে মাল খালাছ কৰিবলৈ অস্বীকাৰ কৰিলে। ঘটনাটোৱে গোটেই পৃথিবীতে হুলস্থুল লগালে। মানুহৰ একতাশক্তিৰ এনে উদাহৰণে বিশ্ববিদ্যালয়ৰ ক্লাছৰুমৰ লেকচাৰতকৈ সমকালৰ বুৰঞ্জী আৰু ভালকৈ শিকায়।

আৰু সৰুসুৰা কিন্তু মৰ্মস্পৰ্শী অইন ঘটনাও মনত পৰিছে। নিষিদ্ধ কৰণৰ দ্বিতীয় দিনা, সৰু এখন টাউনৰ সৰু অৱস্থাৰ এগৰাকী ফৰাছী মহিলাই তেওঁৰ সঁচা ধনৰ পৰা আমালৈ এখন এশ ফ্ৰাঁৰ নোট পঠিয়াই দিছিল— আমাৰ দেশৰ তামক ৰক্ষা কৰিবলৈ ইয়াক কামত লগাবলৈ কৈছিল। লগতে সেই টাউনখনৰ অধিবাসী সকলে, টাউনৰ মেয়ৰজনে, গিৰ্জাৰ পাদুৰীজনে, শ্ৰমিক, ক্ৰীড়াবিদ, আৰু ছাত্ৰসকলে চহী কৰা আমাক সমৰ্থন কৰি লিখা এখন চিঠিও আছিল।

চিনাকী অচিনাকী শ শ বন্ধুৱে চিলিৰ পৰা মোলৈ চিঠি লিখিলে। তেওঁ- লোকে আমাক ওলগনি জনাই আন্তৰ্জাতিক ডকাইতবোৰক বাধা দিয়াত আনন্দ প্ৰকাশ কৰিছিল। বনুৱা শ্ৰেণীৰ এগৰাকী তিৰোতাই মোলৈ এটা লাও চাৰিটা গাজৰ আৰু বাৰটামান কেঁচা জলকীয়া পাৰ্চেল কৰি পঠিয়াইছিল।

এই কাৰণে সেই সময়ত চিলিৰ সম্মান লেখত লবলগীয়াকৈ বাঢ়িল। আমি যে এখন দেশৰ মানুহ—তাৰ অস্তিত্ব প্ৰমাণ হল। তাৰ আগলৈকে অইন অনুন্নত দেশবোৰৰ মাজতে আমি চকুত নপৰা হৈ আছিলো। এইবাৰ প্ৰথম আমাৰ দেশখনে এটা সঠিক পৰিচয় লভিলে, দেশৰ বাবে যে আমি ভৱিষ্যত গঢ়িবলৈ উঠিপৰি লাগিছো সেইটো কোনেও নুই কৰিব নোৱাৰা হল।

আমাৰ দেশৰ এই ঘটনাই ফ্ৰান্স আৰু গোটেই ইউৰোপত অসাধাৰণ তোলপাৰ লগালে। জনপ্ৰিয় সমাৱেশ, ছাত্ৰ সভা, সকলো ভাষাতে প্ৰকাশিত

হোৱা কিতাপে আমাক অধ্যয়ন কৰি, পৰীক্ষা কৰি, ফটো তুলি ছপাই, আমাৰ চিন্তাভাৱনাৰ শক্তি যোগাইছিল। খবৰৰ কাগজৰ মানুহক মই প্ৰতিদিনা এৰাবলগীয়াত পৰিছিলো—কি কি ঘটিছে তেওঁলোকে জানিলেও আৰু খোঁচ খোঁচকৈ জানিব খুজিছিল। প্ৰেছিডেণ্ট আলেন্দে জগতবিখ্যাত হৈ পৰিল। আমাৰ শ্ৰমিকশ্ৰেণীৰ শৃঙ্খলা আৰু দৃঢ়তাক সকলোৱে শলাগি আৰু উৎসাহ দিলে।

চিলিৰ তামৰ খনিবোৰ জাতীয়কৰণ কৰা হল। নানা মতবিৰোধ সত্বেও এই কাম সম্পন্ন হোৱাত তাৰ বাবে সহানুভূতি আৰু শ্ৰদ্ধা জনোৱা হল। চিলিৰ নতুন স্বাধীনতাৰ বাটত ই এটা সাহসৰ খোজ, চিলিৰ মানুহেও এইটো ভালকৈ বুজিলে। আমাৰ জনপ্ৰিয় চৰ্কাৰে তামৰ খনিত জিকি দেশত সাৰ্ব-ভৌমত্ব স্থাপন কৰিলে।

## চিলিলৈ ঘূৰি আহিলো

চিলিলৈ ঘূৰি অহাৰ পিছত বাটে-পথে পথাৰে-সমাৰে মই নতুন কঁহি পাতৰ সম্বৰ্ধনা পালো। আমাৰ অপৰূপ সুন্দৰ বসন্তই তৌতিয়াই হাবিয়ে বনে গছে-পাতে সেউজীয়া ৰহণ বুলাইছে। আমাৰ পুৰণি ধোঁৱা বৰণীয়া ৰাজধানী খনে মানুহৰ হিয়াই ভালপোৱা বিচৰা দি সেউজীয়া পাত বিচাৰে। চেঙেলীয়া বসন্তৰ এই সজীৱতা মই প্ৰাণভৰি উপভোগ কৰিলো। দেশৰ পৰা বহুত দূৰৈত আঁতৰি থকা সময়ত আমি আমাৰ দেশৰ জাৰকালিৰ কথা কেতিয়াও নাভাবো দুৰ্বষই জাৰকালিৰ দুখকষ্টৰ কথা মনৰ পৰা মচি পেলায়, এৰি থৈ অহা গাওঁভুঁই, সৰু নগৰ, জাৰত শুদা ভৰিৰে ফুৰা সৰু লৰাছোৱালীবোৰৰ কথা মানুহে পাহৰি যায়। স্মৃতিপটত কেৱল গাঁৱৰ সেউজীয়া অঞ্চল, হালধীয়া আৰু ৰঙা ফুলবোৰ, আমাৰ জাতীয় সঙ্গীতত উনুকিওৱা নীলা আকাশেহে উঁকি মাৰে। সপোনৰ দৰে সুন্দৰ সেউজীয়া বসন্তক মই আহি আকৌ চকুৰ আগতে দেখিলো। এবিধ ঘাঁহে চহৰৰ দেৱালবোৰ ভৰি আছে—যেন ঘৃণাৰ শেলুবৈ বে এখন চানেকিহে ঢাকি থৈছে। কমিউনিষ্ট বিৰোধী ঔদ্ধত্য আৰু মিছাক গলগলকৈ উলিয়াই দিছে; শান্তি আৰু মানৱিকতাবাদৰ বিৰুদ্ধে পোষ্টাৰ, গণহত্যা আৰু জাকাৰ্তাৰ বিজয় ঘোষণা কৰা তেজ পিপাসু পোষ্টাৰ। চহৰৰ দেৱালবোৰক অপবিত্ৰ কৰা এই নতুন ঘাঁহবনক শেলুৱৈৰে যেন তুচ্ছ বুলি ঢাকি ৰাখিছে।

মোৰ অভিজ্ঞতাই প্ৰচাৰৰ বা-মাৰৰি কোন পিনে বৈছে আৰু সিহঁতে কি কৰ খুজিছে বুজিলো। মইও তো হিটলাৰ-পূৰ্ব ইউৰোপত দিন কটাইছিলো। এই প্ৰচাৰবোৰৰ ধৰনো আছিল হিটলাৰী প্ৰচাৰৰ নিচিনা—অতিশয় মিছাৰ আশ্ৰয় লোৱা—মিছাৰ কোনো মাত্ৰা নাছিল—ভয় দেখুৱা আৰু তাৰ পৰিণামত ভয় খোৱা—দুইটাৰে এনে প্ৰচাৰ অভিযান পৰিপূৰ্ণ হৈ আছিল। ভৱিষ্যতৰ সুস্থ সম্ভাৱনাৰ বিৰুদ্ধে ঘৃণাৰ সকলো অস্ত্ৰ-শস্ত্ৰ শাৰী শাৰীকৈ সজাই দেখুৱা হৈছিল। মই অনুভৱ কৰিলো যে আমাৰ জীৱনৰ সাৰ সংগ্ৰহ খিনিকে বদলাব খোজা হৈছে। চিলিৰ মানুহ হৈ তেওঁলোকে কেনেকৈ আমাৰ জাতীয় সত্বাক অপমান কৰিব খোজে মই বুজিব পৰা নাছিলো।

প্ৰতিক্ৰিয়াশীল দক্ষিণপন্থীবোৰে সন্ত্ৰাসবাদৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাৰ সময়ত, এই শক্তিৰ ভাল-বেয়া বিবেচনা নকৰাকৈ ইহঁতে কামত লগালে। জেনাৰেল স্নেইডাৰ আছিল সৈন্যবাহিনীৰ সৰ্বাধ্যক্ষ, সম্মানিত আৰু সম্মানীয় পুৰুষ—আলেন্দেৰ ৰিপাব্লিকৰ প্ৰেছিডেণ্ট হোৱাত বাধা দিবলৈ কৰা "ক্যু ডে টেট"ৰ তেওঁ বিৰোধীতা কৰাত তেওঁক হত্যা কৰা হল। ঘৰৰ কাষতে এদল সাধাৰণ গুণ্ডাই তেওঁক পিছপিনৰ পৰা মেছিনগান টোৱাই মাৰিলে আৰু এই কামৰ নেতা আছিল সৈন্যদলৰ পৰা এসময়ত বহিষ্কাৰ কৰা এজন ভূতপূৰ্ব সেনাপতি, দলটো আছিল সমাজৰ এটা বিশেষ শ্ৰেণী আৰু ভাড়াটীয়া অপৰাধীৰে গঢ়া। অপৰাধ্ৰ প্ৰমাণিত হোৱাৰ পিছত ষড়যন্ত্ৰৰ মুলনেতা জনক জেলত ভৰোৱা হল, আৰু সামৰিক আদালতে বিচাৰ কৰি তেওঁক ত্ৰিশ বছৰ কাটেক দিলে। পিছে, চুপ্ৰীম কোৰ্টে এই শাস্তি কমাই দুবছৰ কৰিলে। চিলিৰ আইনেই এনে যে দেশৰ সেনাবাহিনীৰ সৰ্বাধ্যক্ষক হত্যা কৰা বাবে হোৱা শাস্তিৰ দুগুণ শাস্তি সাধাৰণ ভোকাতুৰ মুৰগী চোৰেও পায়। শাসক শ্ৰেণীয়ে বলবৎ কৰা আইনৰ এনে ধৰণৰ শ্ৰেণী সচেতন উদাহৰণ আৰু কত পোৱা যাব। আলেন্দেৰ বিজয় সেই শাসকশ্ৰেণীৰ বাবে ৰামটাঙোনৰ খুন্দাৰ দৰে আছিল—এই প্ৰথমবাৰ সিহঁতে ভাবিলে যে ইমান ফন্দী ফিকিৰ কৈ বচা আইনে ঘূৰি আহি সিহঁতকো টঙনীয়াব পাৰে। আশ্ৰয় বিচাৰি সিহঁতে চাৰিওপিনে পিয়া পি দিলে—কোম্পানীৰ কাগজ, আয় অলঙ্কাৰ, বেঙ্কৰ নোট আৰু সোণৰ মোহৰ লগত লৈ সিহঁত আৰ্জেণ্টিনা স্পেন এনেকি দূৰ দুৰান্তৰ অষ্ট্ৰেলীয়া পালেগৈ। বাইজক বোষৰ ভয়ে সিহঁতক দৰ্কাৰ হলে তৰা-নৰা ছিঙি উত্তৰ মেৰুলৈ খেদিলেহেঁতেন।

পিছত,—সিহঁত আকৌ ঘূৰি আহিব।

## ফ্রেই

নির্মম আইনৰ জালত সকলোপিনে আবদ্ধ হৈ বাধা পোৱা বাবে চিলিৰ ৰাজনীতিয়ে কঠোৰভাৱে সংবিধান মানি চলে। ইতিমধ্যে কুলীনতন্ত্রই নিজৰ ফটাছিটা টঙালিত তাপলি মাৰি ফেচীবাদী শক্তিত পৰিণত হল। তাম জাতীয়কৰণৰ পিছত উত্তৰ আমেৰিকাৰ অৱৰোধ আৰু লেকেটাকৈ লাগিল। ভূতপূৰ্ব প্ৰেছিডেণ্ট ফ্রেইৰ লগত লগ হৈ আই আই টিয়ে খৃষ্টান ডেমোক্রেটিক দলটোক নতুনকৈ দক্ষিণপন্থী ফেচীদলৰ কোলাত সঁপি দিলে।

দুই মেৰুৰ দৰে দুই বিপৰীত চৰিত্ৰৰ। মানুহ আলেন্দে আৰু ফ্রেই-ৰ ব্যক্তিত্বই চিলিৰ মানুহক চিৰদিন চিন্তাত পেলাইছে। বোধহয় তেওঁলোক দুজন একেবাৰে বেলেগ প্ৰকৃতিৰ মানুহ, আৰু প্ৰতিজনে এই অতীত নথকা দেশত এজনকৈ শক্তিশালী নেতা আছিল। প্ৰতিজনেই নিজৰ লক্ষ্য আৰু পথত অবিচলিত আছিল।

মোৰ মনেৰে মই আলেন্দেক ভালকৈ চিনি পাওঁ। তেওঁৰ চৰিত্ৰত কোনো লুকঢাক নাই। আৰু ফ্রেইৰ লগত মই একেলগে চিনেটৰ সভ্য আছিলো। তেওঁ এজন আচৰিত সাৱধানী, বহুত আগৰ পৰা ভালকৈ গুণাগথা কৰি কামত হাত দিয়া মানুহ—আলেন্দেৰ প্ৰাণখোলা চৰিত্ৰৰ তেওঁ একেবাৰে বিপৰীত, কিন্তু মাজে মাজে তেওঁ তীব্ৰ তীক্ষ্ম হাঁহি মাৰে।

বৰ খোলা মেলাকৈ হাঁহিব পৰা মানুহক মই ভাল পাওঁ ( মোৰ কিন্তু তেনে গুণটো নাই )। কিন্তু হাঁহিৰও প্ৰকাৰ ভেদ আছে। ফ্রেইৰ হাঁহিটোও যেন তেওঁৰ ৰাজনৈতিক জীৱনৰ বেলেগ বেলেগ ঘটনাবোৰক একেলগে গুথি ৰখা বেজী সূতাৰ দৰে বৰ চোকা— তেওঁৰ চিন্তাকুল গহীন মুখখনিত হাঁহিয়ে ঢৌ খেলি যায়। হঠাৎ এনে হাঁহিত উচপ্ খাই উঠিব লাগে।—যেন কোনোবা নিশাচৰ চৰাইৰহে, চি-চিঞ্চনি। ইয়াৰ বাহিৰে তেওঁৰ ব্যৱহাৰ সদায় অন্তৰ্মুখী আৰু ইচ্ছাকৃত অমায়িক।

বহুত সময়ত মই তেওঁৰ ৰাজনৈতিক অকোৰাপকোৰা মতবাদত নিৰুৎসাহ হৈছিলো। পিছত অৱশ্যে তেওঁৰ বিষয়ে মোৰ ধাৰণা আৰু স্পষ্ট হল। মনত আছে তেওঁ এবাৰ ছান্তিয়াগোত মোৰ ঘৰতে দেখা কৰিবলৈ আহিল। সেই সময়ত কমিউনিষ্ট আৰু খৃষ্টান ডেমোক্রেটিক দলৰ মাজত এটা সমঝোতা

হোৱাৰ সম্ভাবনাৰ গুজৱ শুনা গৈছিল, তেওঁলোকৰ নাম তেতিয়াও খৃষ্টান ডেমোক্ৰাট হোৱা নাছিল। কিন্তু ডেকা স্পেনীয় ফেচীবাদী প্ৰাইমো ডে ৰিভেৰাৰ দ্বাৰা প্ৰভাৱিত হৈ নাম লৈছিল— ফেলাঞ্জে নেছনেল—এটা আপচু নাম। তাৰ পিছত স্পেনীয় যুদ্ধ শেষ হোৱাত তেওঁলোকৰ ওপৰত মাৰিটেইনৰ প্ৰভাৱ পৰিল—ফেচী-বিৰোধী হৈ তেতিয়া তেওঁলোকে এটা নতুন নাম ললে।

আমাৰ দুয়োৰে আলাপ আলোচনা বন্ধুত্বপূৰ্ণ কিন্তু অথন্তৰীয়া আছিল। আমাৰ কমিউনিষ্ট পাৰ্টিয়ে শুভ ইচ্ছা থকা সকলো মানুহ, আৰু সকলো মতবাদৰ লগত কিবা এটা সমঝোতাত আহিবলৈ আগ্ৰহী আছিল, কাৰণ আমি অকলে একো কৰিব নোৱাৰিম বুলি জানিছিলো। যদিও তেওঁ কথাবাৰ্তাৰে লুকাভাকু খেলিছিল, তেওঁৰ সেই সময়ত থকা বামপন্থী মনোভাৱৰ অলপ অচৰপ ইঙ্গিত তেওঁ দিছিল। যাবৰ সময়ত বিদায় উপহাৰ হিচাপে তেওঁ মোলৈ চাই এটা হাঁহি মাৰিলে –যেন তেওঁৰ গহীন মুখৰ পৰা শিলগুটি এটাৰ দৰে ই টুপকৈ খহি পৰিল। তেওঁ কৈ গল—"আমাৰ আকৌ কথা বতৰা হব।" কিন্তু দুদিনৰ পিছত মই বুজিলো যে আমাৰ কথা-বাৰ্তা চিৰদিনৰ বাবে শেষ হৈ গল।

আলেন্দেই নিৰ্বাচনত বিজয়ী হোৱাৰ পিছত উচ্চাকাঙ্ক্ষী আৰু নিষ্ঠুৰ ৰাজনীতিজ্ঞ ফ্ৰেই যে ভাবিলে যে তেওঁ ক্ষমতা ঘূৰাই পাবলৈ হলে প্ৰতিক্ৰিয়াশীল দলৰ লগত মিত্ৰতা পাতিব লাগিব। ই মাত্ৰ এটা দিবা স্বপ্নহে আছিল—ৰাজনৈতিক মৰুৱা এটাৰ নিজকে থুপ খুৰাই পেলোৱা সপোন। তেওঁ জালখন ভালকৈ মেলিব নোৱাৰিলে। তেওঁ পণ্ডা ক্যু ডে টেট - এ তেওঁৰ একো উপকাৰ কৰিব নোৱাৰিলে। ফেচীবাদে আপোচত বিশ্বাস নকৰে—ই বশ্যতা দাবী কৰে। এতিয়া দিন যোৱাৰ লগে লগে ফ্ৰেই আৰু অচিনাকী হৈ পৰিব—আৰু তেওঁৰ স্মৃতিটোৱেই জগৰীয়া হব।

## টমিক

পোনৰ পৰাই, ফেলাঞ্জে বোলা আপচু নামটো ত্যাগ কৰাৰ পৰা খৃষ্টান ডেমোক্ৰেটিক পাৰ্টিৰ প্ৰতি মোৰ আগ্ৰহ আছিল। এটি সৰু কেথলিক বুদ্ধিজীৱি দ'ল মাৰিটেন-থমিষ্ট বোলা বাছকবনীয়া দল এটা গঢ়িলে। তেওঁলোকৰ দৰ্শনে কিন্তু মোক আকৃষ্ট কৰিব নোৱাৰিছিল। কবিতা, ৰাজনীতি আৰু যৌনতাৰ বিষয়ে তত্ত্ব আওৰোৱা মানুহবোৰৰ প্ৰতি মোৰ এটা স্বাভাৱিক

বিতৃষ্ণা আছে। কিন্তু কাৰ্যক্ষেত্ৰত সেই সব আন্দোলনৰ এটা আশাতীত বিশেষ গুৰুত্ব দেখা দিলে। মই চিলিলৈ ঘূৰি অহাৰ সময়তো মাদ্ৰিদত যুদ্ধ চলিয়েই আছিল, আহিয়েই এখন ডাঙৰ সভা পতাৰ আয়োজন কৰিলো। কেইবা জনো ডেকা নেতাক স্পেনীয় সাধাৰণতন্ত্ৰৰ বিষয়ে কথা কবলৈ মই অনুৰোধ কৰিছিলো। মিটিঙত মানুহ ভৰি পৰিছিল। ৰক্ষণশীল দলৰ উদগণিত পুৰণি পাদ্ৰী ধৰ্মাধিকাৰ জনে নতুন দলটোক প্ৰায় ভাঙি পেলাবলৈ ধৰিছিল। মাত্ৰ এজন বিচক্ষণ বিচপৰ হস্তক্ষেপতহে এই দলটো ৰাজনৈতিক আত্মহত্যাৰ পৰা বিৰত হল। টালকাৰ বিচপৰ এটা বিবৃতিয়ে দলটোক ৰক্ষা কৰিলে— এই দলটো কালক্ৰমে চিলিৰ বৃহত্তম দলত পৰিণত হল। বছৰবোৰ ঘূৰাৰ লগে লগে কিন্তু ইয়াৰ আদৰ্শ সম্পূৰ্ণ বদলি হৈ গল।

ফ্ৰেই-ৰ পিছত এই দলৰ সকলোতকৈ ক্ষমতাপন্ন মানুহ হল ৰাডোমিৰো টমিক। আমি একে সময়তে চিনেটৰ সভ্য আছিলো। চিলিৰ নিৰ্বাচন অভিযানৰ সময়ত, ধৰ্মঘটৰ দিনবোৰত তেওঁক দেখিছো। সেই সময়ত খৃষ্টান ডেমোক্ৰেটিক দলৰ মানুহে আমি কমিউনিষ্ট দলক অনুসৰণ কৰি আমাৰ সমাবেশবোৰত অংশ লৈছিল। আমি তেতিয়া আছিলো আৰু এতিয়াও আছো। সোৰা আৰু তামৰ খনি অঞ্চলৰ মৰুভূমিত আমি আটাইতকৈ জনপ্ৰিয় দল আছিলো, অৰ্থাৎ আমেৰিকা মহাদেশত সকলোতকৈ নিপীড়িত শোষিত মানুহৰ আমি প্ৰিয়পাত্ৰ দল আছিলো বুলি কব পাৰো। ৰেকাবেৰণ সেই মানুহৰ দলৰ পৰাই আহিছিল—শ্ৰমিকৰ ছাপাখানা আৰু প্ৰথম ইউনিয়ন-বোৰ তাতে প্ৰথমে সৃষ্টি হৈছিল। কমিউনিষ্ট মানুহ নহলে এইবোৰৰ এটাও সম্ভৱ নহলেহেঁতেন। টমিক যে সেইসময়ৰ সকলোতকৈ প্ৰতিশ্ৰুতিময় খৃষ্টান ডেমোক্ৰেটিক নেতা আছিল সি নহয়, তেওঁ আছিল সেই দলটোৰ সকলোতকৈ আকৰ্ষণীয় মানুহ আৰু সৰবৰহী বক্তা।

১৯৬৪ চনত খৃষ্টান ডেমোক্ৰাট দলে নিৰ্বাচনত জিকি ফ্ৰেই-ক ৰিপাব্লিকৰ প্ৰেছিডেণ্ট কৰাৰ সময়ত অৱস্থাৰ বহুত সলনি হৈছিল। আলেন্দেক পৰাজিত কৰা প্ৰাৰ্থীজনে নিৰ্বাচনী অভিযানত অভূতপূৰ্ব কমিউনিষ্ট-বিৰোধী আক্ৰমণৰ সাহায্য লৈছিল। খবৰৰ কাগজ আৰু ৰেডিঅ'ত মানুহক কমিউনিষ্ট দলৰ বিপক্ষে ভয় দেখুৱাই সতৰ্ক কৰি দিয়া হৈছিল। সেই ভয়লগা প্ৰচাৰবোৰ শুনিলে মানুহৰ গাৰ লোম থিয় দি উঠিব; যেনে—সন্ন্যাসিনীবোৰক গুলি কৰি মৰা হব, সৰু লৰাবোৰক ফিডেলৰ লিচনা দাড়িৱালা মানুহে বন্দুকৰ

নলেবে পেট ফুটা কৰিব ; সৰু সৰু ছোৱালীবোৰক মাক বাপেকৰ কাষৰ পৰা আতৰাই নি জাহাজেদি চাইবেৰিয়ালৈ পঠিয়াই দিয়া হব। বহুতদিনৰ মূৰত ইউ এছ চিনেটৰ এটা কমিটিৰ আগত সাক্ষ্য দিয়াৰ সময়ত আমি জানিছিলো যে ছি আই এ-ই এই জঘন্য প্ৰচাৰ চলাবলৈ বিছ মিলিয়ন ডলাৰ খৰচ কৰিছিল।

এবাৰ প্ৰেছিডেণ্ট হৈ বহি লৈ ফ্ৰেই-য়ে তেওঁৰ একমাত্ৰ প্ৰতিদ্বন্দ্বীজনক এটা গ্ৰীক দেশীয় উপঢৌকন দিলে—তেওঁ টমিকক আমেৰিকাৰ যুক্তৰাষ্ট্ৰত চিলিৰ ৰাষ্ট্ৰদূত নিযুক্ত কৰিলে। ফ্ৰেই-এ জানিছিল যে তেওঁৰ চৰ্কাৰে আমেৰিকাৰ তামৰ কোম্পানী বোৰৰ লগত নতুনকৈ চুক্তি কৰিব। গোটেই দেশখনৰ পৰা এই সময়ত তাম জাতীয়কৰণৰ আবেদন আহিবলৈ ধৰিলে। দক্ষবাজীকৰৰ দৰে হাতৰ কাৰছাজি দেখুৱাই ফ্ৰেই-এ 'চিলিয়কৰণ' নাম দি নতুন চুক্তি সম্পাদন কৰি দেশৰ বৃহত্তম জাতীয় সম্পদক বিদেশী শক্তিশালী যুটীয়া ব্যৱসায়ী কেনেকট আৰু আনাকোণ্ডাক বিলাই নিশ্চিন্ত কৰিলে। ইয়াৰ পৰিণাম শ্ৰমিকৰ বাবে হিয়াভগা আৰু অৰ্থনৈতিক পৰিণাম চিলিৰ বাবে ভয়াবহ হৈছিল। ফ্ৰেই-এ টমিকক ৰাজনৈতিক দৃশ্যপটৰ পৰা মুচি চিনচাব নোহোৱা কৰিলে। যিজন ৰাষ্ট্ৰদূতে চিলিৰ তাম বিদেশী কোম্পানীৰ হাতত তুলি দিয়ে তেওঁক মানুহে কেতিয়াও ক্ষমা নকৰিলে—পিছৰ বাৰ নিৰ্বাচনত তিনিজন প্ৰেছিডেণ্ট প্ৰাৰ্থীৰ ভিতৰত টমিকে শেহৰ ঠাই ললে।

১৯৬৮ চনৰ পোনতে আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰদূতৰ পদৰ পৰা ইস্তফা দি অহাৰ অলপ দিনৰ পিছতে টমিকে মোক ইছলা নেগ্ৰাৰ ঘৰত দেখা কৰিবলৈ আহিল। তেওঁ তেতিয়াও আইনতঃ প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী হোৱা নাছিল। ৰাজনৈতিক মতবাদৰ তোলপাৰ সত্বেও আমাৰ বন্ধুত্ব অক্ষুণ্ণ আছিল, আৰু এতিয়াও আছে। কিন্তু এইবাৰ দুইবো দুইকো বুজি পাবলৈ বহুত সময় লাগিল। আমাৰ দল পপুলাৰ ইউনিটিক বাদ দি, আৰু প্ৰগতিশীল শক্তিবোৰৰ উদাৰ মিত্ৰতাক ইউনিয়ন অব দি পিপ্‌ল নাম দি যুজিবলৈ তেওঁ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু এই প্ৰস্তাৱটো একেবাৰে অসম্ভৱ আছিল কাৰণ তামৰ বিলি বন্দৱস্তই তেওঁক বামপন্থীবোৰৰ কাষত অসংগত কৰি তুলিছিল তাৰ উপৰি জনপ্ৰিয় আন্দোলনৰ দুটা ডাঙৰ দল কমিউনিষ্ট আৰু চোচিয়েলিষ্ট দলে এতিয়া সাবালক হৈ নিজা নিজা প্ৰেছিডেণ্ট পদৰ প্ৰাৰ্থী পঠিয়াব পাৰিছিল।

মোৰ তাৰ পৰা যাবৰ সময়ত টমিকোই বিবাট মনেৰে এটা কথা জনাই গল।

সেই সময়ত খৃষ্টান ডেমোক্রেটিক দলৰ চেক্রেটাৰী জালডিভাৰ-এ প্রেজাৰীত কাম কৰিছিল। দেশৰ অর্থনীতি ইতিমধ্যে দেউলীয়া হৈ গৈছে বুলি তেওঁ কাগজপত্র দেখুৱাই প্রমাণিত কৰিছিল। আৰু চাৰিমাহও এনে অৱস্থা টিকিব নোৱাৰে বুলি তেওঁ মোক বিবৰি কলে। দেশখন দেউলীয়া হোৱা কোনেও ৰোধ কৰিব নোৱাৰে বুলি তেওঁ জোৰ দি কলে।

আলেন্দে নির্বাচিত হোৱাৰ এমাহৰ পিছতে, আৰু প্রেছিডেন্ট পদত যোগ দিয়াৰ আগতে সেই একে কেবিনেট মিনিষ্টাৰ জালডিভাৰ-এ দেশত তেতিয়াই আহিব লগা অর্থনৈতিক বিপদৰ কথা ৰাইজক জনাই দিলে। কিন্তু এইবাৰ ইয়াৰ কাৰণ হিচাপে আলেন্দেৰ নির্বাচিত হোৱাৰ আন্তর্জাতিক প্রতিঘাত বুলি দোষাৰোপ কৰিলে। তেনেকৈয়ে ইতিহাস লিখা হয়; অন্ততঃ তেনেকৈয়ে কথা ঘুৰাই সুবিধাবাদী ৰাজনৈতিক জালডিভাৰৰ দৰে মানুহে লিখে।

## আলেন্দে

আমাৰ জীৱনকালতে আমাৰ দেশ চিলিক এবাৰতকৈ বেচিবাৰ বিশ্বাস-ঘাতকতা কৰা হৈছে। সোৰাৰ মৰুভূমি অঞ্চল, সমুদ্রৰ তলৰ কয়লাখনি, ভয়ংকৰ ওখ পাহাৰ য'ৰ পৰা মাটিৰ তলত পোতখাই থকা তাম আমাৰ দেশৰ মানুহে অমানুষিক পৰিশ্রম কৰি খান্দি আনিলে—এই সকলো ঠাইৰ পৰা এটা বিৰাট মুক্তি আন্দোলনৰ উদ্ভৱ হৈছিল। এই আন্দোলনে আলেন্দে বোলা এজন মানুহক চিলিৰ প্রেছিডেন্ট পদত বহুৱাই পুৰণি প্রথাৰ সংস্কাৰ আৰু ন্যায় বিচাৰ প্রতিষ্ঠা কৰিব খুজিছিল। এই কামবোৰ পিছুৱাব নালাগে, আৰু বিদেশীৰ নখৰ পৰা আমাৰ জাতীয় সম্পদ উদ্ধাৰ কৰাটোও খুব দৰ্কাৰী কাম।

দূৰ সুদূৰলৈকে প্রেছিডেন্ট আলেন্দেক সকলোৱে প্রশংসা কৰিছিল, আৰু তেওঁৰ চৰ্কাৰৰ বহুত লেখত লবলগীয়া নীতিৰ শলাগ লৈছিল। নিউইয়ৰ্কৰ "য়ুনাইটেড নেছনছ"ৰ বুৰঞ্জীত চিলিৰ প্রেছিডেন্ট দিয়া বক্তৃতা গোটেই জগতৰ প্রতিনিধি সকলে যেনেকৈ শুনিছিল, তেনেকৈ বক্তৃতা শুনাৰ ঘটনা জগতত বিৰল। চিলিত, বহুত অসুবিধাৰ মাজতো সচাকৈ এখন ন্যায়পৰায়ণ সমাজ পতা হৈছে। আমাৰ সার্বভৌমত্ব, আমাৰ জাতীয় গৰ্ব আৰু চিলিৰ জন-

সংখ্যাৰ উত্তম মানুহসকলক লৈ এই সমাজ গঢ়ি উঠিছে। আমাৰ বাবে, চিলিৰ বিপ্লৱৰ বাবে সংবিধান, আইন, গণতন্ত্ৰ আৰু আশা আছে।

আৰু বিপক্ষ দলৰ পিনে সিঁহতে বিচৰা সকলোখিনি আছে। টেটোন বহুৰা জাপিওৱা নটুৱা, বিদূষক, পিস্টল আৰু শিকলিৰে সন্ত্ৰাসবাদী, ভণ্ড সন্ন্যাসী, সশস্ত্ৰ বাহিনীৰ খেদা খোৱা বিষয়া—সিঁহতে সকলোকে দললৈ টানি নিছে। ক্ষুদ্ৰ হিংসা ঈৰ্ষ্যাক সিহঁতে প্ৰাধান্য দিছিল। ফেচীবাদী জাৰ্পা-ই তাৰ পিতৃভূমিৰ পৰা পলাই অহা আত্মীয় কুটুম্বৰ লগত হাতত হাত মিলাই ঘূৰি ফুৰিছিল। চিলি নামৰ প্ৰকাণ্ড পামখনৰ পৰা ফয়দা লুটি লোৱাই সিঁহতৰ প্ৰধান উদ্দেশ্য আছিল। ডাঙৰ এটা বেংকৰ মালিক আৰু নটুৱা এটাই সিঁহতৰ লগতে উজ্জ্বাই উঠিছিল – গঞ্জালেজ ভিডেলা তাৰ নাম—ৰাম্বানাচ নাচি, হাতত তেজৰ চেকা লগা মানুহটোৱে সুবিধামতে ইটো সিটো দলক বাহবা দিছিল। বহুতদিনৰ আগতে এওঁ নিজৰ দলটোক শত্ৰুৰ হাতত সমৰ্পণ কৰিছিল। ফ্ৰেই এ এতিয়া তেনেকৈ নিজৰ দল খৃষ্টান ডেমোক্ৰেটিক পাৰ্টিক মানুহৰ শত্ৰুৰ মুখত টোপ পেলাই ৰাখিছিল—শত্ৰুৱে বজোৱা পেপাৰ সুৰত তেওঁ নাচিছিল। ভূতপূৰ্ব কৰ্ণেল ভিয়াউ-ৰ নেওচিব লগীয়া কামৰ তেওঁ লগৰীয়া আছিল। বুৰঞ্জীৰ এই ভাওনাত এই কেইজনেই আছিল আচল ভাওৰীয়া। সিঁহতৰ সকলো সমল সাজু হৈ আছিল। গাড়ীৰ চকা বিন্ধাই ফুটা কৰিবলৈ বিন্ধনা, গজাল আৰু বন্দুকৰ গুলি—এইবোৰ লৈ সিঁহতে আমাৰ ইকুইক, ৰানকুইল ছালভাডোৰ পুৱেৰ্টো মণ্ট, জোছে মাৰিয়া কাৰো, ফ্ৰটিলাৰ, পুৱেৰ্টো আণ্টো আৰু এনে বহুত ঠাইৰ মানুহক মাৰি ফুৰিছিল, হাৰ্ণান মেৰিৰ খুনীবোৰেই তেওঁৰ নাম ৰাখিবলগীয়া হৈছে বুলি ৰব তুলিছিল। মুঠতে পৰিস্থিতি সিঁহতে ইমান পাতল কৰিছিল যেন সিঁহতে একেবাৰে নিমখিত—মাখিকো মাৰিব নোৱাৰা নিৰ্দোষ। কিন্তু কোনোবাই সঁচা ঘটনাৰ বিবৰণ দিবলৈ গলে আকৌ ঠেহ ধৰিছিল।

চিলিৰ অসামৰিক বুৰঞ্জীখন বেচ দীঘল, আৰু ইয়াত খুব কমহে বিপ্লৱ হৈছে। বহুত চৰ্কাৰে ইয়াত থিতাপি লগাকৈ শাসন কৰিছে—সেইবোৰ ৰক্ষণশীল আৰু মজলীয়া চৰ্কাৰ। বহুত সৰু সুৱা প্ৰেছিডেণ্টৰ ভিতৰত মাত্ৰ দুজনহে ডাঙৰ—বালমাছেডা আৰু আলেন্দে। অদ্ভুত কথা যে এওঁলোক দুয়োৰে পটভূমি একে—দুইয়ো চহকী মানুহৰ ঘৰৰ সন্তান—ইয়াত যাক অভিজাত শ্ৰেণী বুলি কোৱা হয়। এমুঠি মানুহৰ মজলীয়া শাসনতন্ত্ৰই

একেবাৰে নষ্ট কৰি পেলোৱা বিৰাট দেশজনক তাণ্ডৱ কৰি তুলিবলৈ একে নীতিকে গ্ৰহণ কৰি তেওঁলোকে একেদৰেই মৃত্যুৰ মুখত পৰিল। বিদেশী কোম্পানীৰ হাতত সোণৰ সম্পদ সমৰ্পণ কৰিবলৈ অস্বীকাৰ কৰাত আত্মঘাতী হ'বলৈ বাধ্য কৰা হ'ল বালমাচেডাক।

আৰু আলেন্দেক হত্যা কৰা হ'ল কাৰণ তেওঁ চিলিৰ আইন সম্পদটো—পাতালপুৰীৰ ধন তামক জাতীয়কৰণ কৰিলে। দুইবাৰেই তেজলোহা বিপ্লৱ আৰম্ভ কৰিলে শাসনতন্ত্ৰই—দুইবাৰেই মিলিটাৰীয়ে মানুহক কুকুৰ খেলা খেলিলে। বালমাচেডাৰ সময়ত ইংৰাজ কোম্পানীবোৰে, আৰু আলেন্দেৰ সময়ত উত্তৰ আমেৰিকান বোৰে মিলিটাৰীক উদগণিৰ আমেৰিকাৰ টকাখিনিও যোগালে।

দুইবাৰেই প্ৰেছিডেণ্টৰ ঘৰত লুটপাত কৰা হ'ল। বালমাচেডাৰ ঘৰৰ কোঠাবোৰ কুঠাৰেৰে কটা হ'ল। আলেন্দেৰ ঘৰটো—জগতৰ প্ৰগতিৰ বাবে ধন্যবাদ—আমাৰ বীৰপুৰুষ বৈমানিক সকলে আকাশৰ পৰা বোমা মাৰি উৰুৱালে।

তথাপি এই দুজন মানুহ একেবাৰে বেলেগ প্ৰকৃতিৰ আছিল। বালমাচেডা আছিল মানুহক মন্ত্ৰমুগ্ধ কৰি ৰাখিব পৰা বক্তা—তেওঁৰ দাম্ভিক প্ৰকৃতিৰ বাবে দিনে দিনে নিজৰ ওপৰতে বেচি বেচিকৈ ভৰসা কৰিবলৈ ধৰিলে। তেওঁ নিশ্চিত আছিল এইবুলি যে উদ্দেশ্য তেওঁৰ সৎ। কিন্তু এইবাৰেই তেওঁৰ শত্ৰুৱে আগুৰি ধৰিলে। চাৰিওকাষৰ মানুহতকৈ তেওঁৰ শ্ৰেষ্ঠতা ইমান বেচি আছিল, তেওঁৰ নিঃসঙ্গতা ইমান বেচি আছিল যে শেষত তেওঁ নিজকে বিলীন হ'ল।

তেওঁক সহায় কৰিবলৈ ৰাইজৰ আগবাঢ়ি অহা উচিত আছিল—এই সহায় তেওঁ পালেও সি সংগঠিত নাছিল।—তেওঁ হাম্মামায়াৰী, সপোন দেখোঁতা হ'বলৈ বাধ্য হ'ল। কিন্তু তেওঁৰ শ্ৰেষ্ঠতাৰ সপোন দিঠকত পৰিণত নহ'ল। তেওঁক হত্যা কৰাৰ পিছত বিদেশী সাউদবোৰে, আৰু আমাৰ দেশৰ সংকৰ-জাতিৰ সভ্যবোৰে সোণক দখল কৰি ল'লে। বিদেশীবোৰে পালে সোণৰ নিচিনা আগুৰণীয়া সম্পত্তি, আৰু কৰ বেহাই, আমাৰ বিজাতীয়া সংকৰ মানুহবোৰে পালে ঘুচৰ টকা। ত্ৰিশটা ৰূপৰ টকাই হাত সলোৱাৰ পিছত অৱস্থা শান্ত হ'ল। জনগণৰ কেইহেজাৰমান মানুহৰ তেজৰ চিন বন্দুকবোৰৰ তলতলিকে শুকাল। পৃথিৱীৰ সকলোতকৈ শোষিত মজুৰৰ একাংশ—

চিলিৰ উত্তৰ অঞ্চলৰ মজুৰে—লণ্ডনৰ বাবে বিৰাট সম্পদৰ পাউণ্ড ষ্টাৰ্লিং আৰ্জিয়েই গল।

আলেন্দে ভাল বক্তা নাছিল। ৰাজনীতিজ্ঞ হিছাপে তেওঁ পৰামৰ্শদাতা সকলৰ লগত কথা নোহোৱাকৈ তেওঁ এখোজো নিদিছিল। খুব সৰু সুৰা বিষয়তো তেওঁ আছিল স্বৈৰতন্ত্ৰবিৰোধী, নীতিপৰায়ণ গণতান্ত্ৰিক। তেওঁ যিখন দেশৰ শাসনকৰ্তা হল সেইখন বালমেছিডাৰ অনভিজ্ঞ ৰাইজৰ নাছিল—তেতিয়া শক্তিশালী শ্ৰমিক শ্ৰেণীয়ে কেনেকৈ কি হৈছে সকলো জানিছিল। আলেন্দে এগৰাকী নিৰ্বাচিত নেতা আছিল—যদিও তেওঁ জনপ্ৰিয় শ্ৰেণীৰ পৰা অহা নাছিল। তেওঁৰ শ্ৰেণীয়ে শোষক শ্ৰেণীৰ আঘাত আৰু শোষণৰ বিৰুদ্ধে যুজাৰ ফলত তেওঁৰ দৰে নেতাৰ উদয় হৈছিল। আলেন্দেই সেইবাবে তাম জাতীয়কৰণ কৰা কামটো বালমেছিডাত কৈ কম সময়ৰ ভিতৰত, আৰু বেচি জৰুৰী বুলি ধৰি লৈ কৰিব পাৰিলে। চিলিৰ বুৰঞ্জীত ৰাইজৰ ই সৰ্বশ্ৰেষ্ঠ বিজয় বুলি কব পাৰি।—তামক জাতীয়কৰণ এটা অকলেই বিৰাট সূচনা বুলি কব পাৰি। তাৰ লগত আছে একচোঁতিয়া কাৰবাৰ বন্ধ কৰা, দূৰদৰ্শী কৃষিৰ সংস্কাৰ, তেওঁৰ শাসনকালত আৰু বহুতো লেখতলবলগীয়া—মূলতঃ সমবায়িক প্ৰকৃতিৰ কাম আছিল।

আলেন্দেৰ আইন সংশোধন আৰু অইন কামবোৰৰ মোল জাতিয়ে কেতিয়াও মুচি চিনচাব নোহোৱা কৰিব নোৱাৰে। অইন কামবোৰৰ বাবে জাতিৰ শত্ৰুবোৰে খণ্ডত অগ্নিশৰ্মা হৈ তাৰ পোতক তুলিবলৈ গবৰ্ণমেণ্ট প্ৰেচৰ ওপৰত বোমা পেলোৱা হল। এই ঘটনাক সেই যুগৰ অঙ্কিত ঘটনাক মনত পেলায়—যেতিয়া নাজী আকাশী বাহিনীয়ে অৰক্ষিত বিদেশী চহৰ—স্পেনীয়, ইংলিছ, ৰাছিয়ান চহৰত বোমা পেলাইছিল। একে অপৰাধ আমাৰ দেশ চিলিত কৰা হৈছে। বোমাত ধ্বংস কৰা চিলিৰ প্ৰেছিডেণ্টৰ অট্টালিকাটো বহুত শতাব্দী ধৰি চহৰৰ সভ্য জীৱনৰ কেন্দ্ৰবিন্দু আছিল।

মোৰ প্ৰিয় কমৰেড আলেন্দেক হত্যা কৰাৰ তিনিদিনৰ পিছত মোৰ সোঁৱৰণী খনৰ কাৰণে লৰালৰিকৈ লিখিছোঁ। তেওঁৰ হত্যাক গুপুতে ৰখা হৈছে। তেওঁক মনে মনে কবৰ দিয়া হল আৰু তেওঁৰ বিধবা তিৰোতাকহে তেওঁৰ অবিনশ্বৰ মৃতদেহৰ সঙ্গী হবলৈ দিয়া হল। তেওঁৰ প্ৰাণহীন দেহত তেওঁ আত্মঘাতী হোৱাৰ চিন পাইছে বুলি হত্যাকাৰী বোৰে ৰটনা কৰিছিল। কিন্তু বিদেশত অইন ঘটনা প্ৰকাশ হৈছিল—যে বোমাৰু বিমানৰ আক্ৰমণৰ পিছতে

মিলিটেৰী টেঙ্ক চলোৱা হৈছিল—এজন মাত্ৰ মানুহৰ বিৰুদ্ধে শীকসকল বহুত টেঙ্ক চলালে ঃ এই মানুহজন হল চিলিৰ প্ৰেছিডেণ্ট ছালভাডোৰ আলেন্দে—তেওঁ নিজৰ বহল হিয়াৰ বাহিৰে আৰু কাকো সঙ্গী নাপালে। চাৰিওপিনে ধোঁৱা আৰু জুইৰ শিখাই তেওঁক অকিছতে আগুৰি পেলালে।

এনেকুৱা সুবৰ্ণ সুযোগ কোনেও এৰি নিদিলে। প্ৰেছিডেণ্ট পদৰ পৰা ইস্তফা নিদিয়া বাবে তেওঁক গুলি কৰি মৰা হল। কাৰণ নগণ্য ঠাইত তেওঁক গুপুতে কবৰ দিয়া হল। লগত যোৱা মাত্ৰ এগৰাকী তিৰোতাই তেওঁৰ বাবে শোক বহন কৰি নিছিল। সেই তামৰ মৃতদেহাটো চিলিৰ বিশ্বাসঘাতক বোৰে মেচিনগান চলাই গুলিৰে থকা-সৰকা কৰি তাক টুকুৰা টুকুৰি কৰি পেলালে।

---